# ৰুছ মহাবিপ্লৱ

[ দ্বিতীয় খণ্ড ]

ধ্ৰুৱজ্যোতি বৰা





ষ্টুডেণ্টচ্ ষ্টৰচ্

কলেজ হোষ্টেল ৰোড

গুৱাহাটী : ৭৮১০০১

প্ৰকাশক ঃ
শ্ৰীনৰেন্দ্ৰ চন্দ্ৰ দত্ত
ষ্টুডেণ্টচ্ ষ্ট'ৰচ্
কলেজ হোষ্টেল ৰোড
গুৱাহাটী-৭৮১০০১

পৰিবেশক ঃ
ভাৰতী বুক ষ্টল
জি. এছ. ৰোড
গোলাঘাট-৭৮৫৬২১

প্ৰচ্ছদ ঃ
পূৰ্ণেন্দু পত্ৰী

অলংকৰণ ঃ
গণেশ বসু

প্ৰথম প্ৰকাশ ঃ
চেপ্তেম্বৰ, ১৯৯২

মূল্য ঃ ৬৫'০০ টকা

ছপা ঃ
নৱ গৌৰাঙ্গ প্ৰেছ
১০৪, ৰাজা ৰামমোহন সৰণি
কলিকতা-৭০০০০৯

## উৎসর্গ

মোৰ প্ৰেৰণাৰ উৎসমূখ স্বৰ্গগত দেউতা
ড° মহেন্দ্ৰ নাথ বৰাৰ
পবিত্ৰ স্মৃতিত

—লেখক

# লিখকৰ দুআষাৰ

বুচ মহাবিপ্লৱৰ প্ৰথম খণ্ডটো অসমৰ পাঠকসকলে যি উৎসাহেৰে আদৰি ললে সি সঁচাই অনুপ্ৰেৰণাদায়ক। পাঠকৰ আদৰণিয়ে লিখকক নিজৰ লিখনিৰ সীমাবদ্ধতাৰ প্ৰতি এহাতে যেনেদৰে সজাগ কৰি তোলে, আনহাতে তেনেদৰে অধিক নিস্থাৰে লেখাৰ প্ৰতি উৎসাহিতো কৰি তোলে। বুচ মহাবিপ্লৱৰ এই দ্বিতীয় খণ্ডটো এইবাৰ পাঠকসকলৰ হাতত তুলি দিছো, আশাকৰো তেওঁলোকে প্ৰথম খণ্ডটোৰ দৰে এই খণ্ডও আগ্ৰহেৰে আঁকোৱালি ল'ব। বৰ্তমান চভিয়েট ইউনিয়নৰ ধ্বংসৰ পাছত যি সময়ত মাৰ্ক্সবাদৰ শাশ্বত শিকনিবোৰে প্ৰাসংগিকতা আৰু বিশেষকৈ চভিয়েট মডেলৰ সমাজবাদৰ যথাৰ্থতা সম্পৰ্কে বিভিন্ন মহলৰ পৰা প্ৰশ্ন উঠিছে, সেই সময়ত ঐতিহাসিক বুচ মহাবিপ্লৱৰ ঘটনাৱলী আৰু কাহিনীভাগে আমাক সমগ্ৰ প্ৰক্ৰিয়াটো সম্পৰ্কে এক গভীৰ উপলব্ধি আৰু অন্তদৃষ্টি প্ৰদান কৰিব পাৰে। এই আশাৰেই এই খণ্ডটো পঢ়ুৱৈসকলৰ হাতত তুলি দিলো।

এই খণ্ডটো প্ৰস্তুত কৰোতে বহুত ব্যক্তিৰ পৰা উৎসাহ, অনুপ্ৰেৰণা আৰু সহায় পাই আহিছো। তেওঁলোকৰ প্ৰত্যেকৰে ওচৰত মই কৃতজ্ঞতাৰ ঋণেৰে ঋণী। বিশেষ কৃতজ্ঞতাৰে সুঁৱৰিব লাগিব পেহা বিখ্যাত সমাজবিজ্ঞানী ড° বিক্ৰমকেশৰী ৰায়বৰ্মন আৰু পেহী বীনা ৰায়বৰ্মনৰ কথা। প্ৰথম খণ্ডটোৰ নানা অসম্পূৰ্ণতা আগ্ৰহেৰে আঙুলিয়াই দি দ্বিতীয় খণ্ডত সেইবোৰ দিশ সামৰি ল'বলৈ দিয়া পৰামৰ্শৰে মোক উপকৃত কৰিছে। কবি আৰু সমালোচক শ্ৰদ্ধেয় শ্ৰীযুত নলিনীধৰ ভট্টাচাৰ্যৰ নামো এই প্ৰসঙ্গতে সুঁৱৰিব লাগিব। শ্ৰীৰুবুল শৰ্মা, শ্ৰীঅনিল কুমাৰ বৰুৱা, ড° পৰমা মহন্ত, ড° এম. এচ. প্ৰভাকৰ, শ্ৰীৰাজীৱ শইকীয়া আৰু বহু জনে মোক বিভিন্ন দিহা-পৰামৰ্শৰে সহায় কৰি থৈছে। শেষত স্বনামধন্য প্ৰকাশক শ্ৰীযুত বিজয় দত্তৰ উৎসাহ আৰু তাগিদাৰ কথা মনত পৰিলেই অনুপ্ৰাণিত হওঁ। সকলোলৈকে মোৰ হিয়াভৰা কৃতজ্ঞতা থাকিল। লিখাৰ সময়বোৰত সদায় কাষত থাকি দিহা-পৰামৰ্শ, সহায় আৰু সাহস দিয়া শাৰদীৰ ( শইকীয়া ) ধাৰ সুজিব নোৱাৰো কোনোদিনে।

# পাতনিৰ পৰিবৰ্তে : সমাজবাদৰ ভৱিষ্যৎ

লেনিন, ষ্টেলিন আৰু সহস্ৰজন মাৰ্ক্সবাদীয়ে গঢ়ি তোলা সমাজবাদী ব্যৱস্থা আজি পৃথিৱীত ভাগি পৰিছে। পূব ইউৰোপ আৰু খোদ ৰাছিয়াতেই এই ব্যৱস্থা আজি বিধ্বস্ত। জাতিসমূহৰ আত্মনিয়ন্ত্ৰণৰ অধিকাৰ মানি লৈ সমতাৰ ভিত্তিত এখন বহুজাতিক সংঘীয় বা ফেডাৰেল দেশ হিচাপে গঢ়ি তোলা চভিয়েট ইউনিয়নো ভাগি টুকুৰা টুকুৰ হৈ গৈছে। মহাচীন আৰু আন কিছুমান দেশত প্ৰচলিত হৈ থকা সমাজবাদী ব্যৱস্থাৰ মজত দ্ৰুত পৰিবৰ্তন ঘটিছে। ১৯১৭ চনৰ পৰা পৃথিৱীত প্ৰচলিত হৈ থকা সমাজবাদী সমাজৰ পৰিচিত ৰূপটো আজি একেবাৰে চিনিব নোৱাৰাকৈ সলনি হৈ গৈছে। অক্টোবৰ সমাজতান্ত্ৰিক বিপ্লৱ আজি ইতিহাস প্ৰায়—সফলতা আৰু বিফলতা দুইটা দিশৰ পৰা ই আজিৰ বিপ্লৱী আৰু ছাত্ৰসকলৰ বাবে অতি শিক্ষাপ্ৰদ হৈ পৰিছে। এই শতিকাৰ আটাইতকৈ গুৰুত্বপূৰ্ণ ৰাজনৈতিক আৰু বৌদ্ধিক ঘটনাৱলী, চিন্তা-চৰ্চা, নীতি আৰু আৰ্দশৰ আজি পুনৰীক্ষণৰ প্ৰয়োজন হৈ পৰিছে।

এই বিৰাট পটপৰিবৰ্তনৰ কাৰণ কি? কি সামাজিক, ৰাজনৈতিক, অৰ্থনৈতিক কাৰণবোৰে এনে আমূল পৰিবৰ্তন অৱশ্যম্ভাৱী কৰি তুলিলে সেই কথা বিচাৰ কৰি চোৱাতো প্ৰয়োজন। বুচ মহাবিপ্লৱৰ এই পাতনিৰ প্ৰবন্ধৰ ক্ষুদ্ৰ পৰিসৰত ইয়াৰ গভীৰ অনুসন্ধান সম্ভৱ নহয়। আৰু, বৰ্তমানলৈকে এই বিষয়ে সিদ্ধান্তিক মন্তব্য দিব পৰাকৈ এই ঐতিহাসিক ঘটনাৱলীৰ তাৎপৰ্য মানুহে সম্পূৰ্ণকৈ বুজি উঠিছে বুলিও ক'ব নোৱাৰি। সেয়ে বৰ্তমান পৰ্যায়ত কিছু প্ৰাথমিক আলোচনা কৰাতোহে বোধকৰো সম্ভৱপৰ হ'ব।

এই আলোচনাত আৰু আগবঢ়াৰ আগতে প্ৰচলিত সমাজবাদী ব্যৱস্থাৰ কেতবোৰ মূল চৰিত্ৰ সম্পৰ্কে আলোচনা কৰাতো প্ৰয়োজন। অৰ্থনীতিৰ বুনিয়াদী স্তৰতেই আমি প্ৰথমে চাব লাগিব। 'নেপ' পৰ্বৰ পাছত প্ৰথম পঞ্চবাৰ্ষিক পৰিকল্পনাৰ জৰিয়তে চভিয়েট ইউনিয়নত যি অৰ্থনৈতিক ব্যৱস্থা গঢ়ি তোলা হ'ল ( ১৯২৮ চনৰ পৰছৰ পৰা ) তাৰ অন্যতম প্ৰধান দিশ আছিল—ব্যক্তিগত সম্পত্তিৰ বিলুপ্তি সাধন—উৎপাদনৰ আহিলাৰ ( মাটি, কল-কাৰখানা ) ওপৰত সকলোবিধৰ ব্যক্তিগত মালিকানা আৰু সম্পত্তিৰ অধিকাৰ বিলোপ ঘটোৱা হ'ল। উৎপাদনৰ সকলো আহিলাৰ ওপৰত যৌথ আৰু ৰাজহুৱা অধিকাৰ সাব্যস্ত কৰা হ'ল। দ্বিতীয়তে বিপণি অৰ্থনীতি বা Market economy-ৰ পৰিবৰ্তে কেন্দ্ৰীয় পৰিকল্পিত অৰ্থনীতি প্ৰৱৰ্তন কৰা হ'ল। দেশৰ সম্পদৰ আবণ্টন বজাৰৰ ওপৰত এৰি দিয়াৰ পৰিবৰ্তে পৰিকল্পিতভাৱে

এক চৰকাৰী আৰু ৰাজহুৱা 'কমাণ্ড' ব্যৱস্থাৰ জৰিয়তে কৰিবলৈ বিচৰা হ'ল। সকলো বস্তুৱেই কেন্দ্ৰীয় পৰিকল্পনা অনুসৰি নিৰ্ধাৰিত হ'ল। এনে ব্যৱস্থাত মানুহৰ ব্যক্তিগত উদ্যোগৰ বিশেষ ভূমিকা নাথাকিলগৈ। যৌথ কৃষি পামৰ সদস্যসকলে নিজাববীয়াকৈ খেতি কৰিবলৈ যি একখণ্ড মাটি পাইছিল, তাতহে তেওঁলোকে ব্যক্তিগত উদ্যোগত উৎপাদন আৰু উৎপন্ন বস্তু বিক্ৰী কৰাৰ অধিকাৰ লাভ কৰিলে। অকল চভিয়েট ইউনিয়নতেই নহয়, সমাজবাদী অৰ্থনীতিৰ আৱৰ্তৰ প্ৰতিখন দেশতেই কম-বেছি পৰিমাণে এই ব্যৱস্থাই প্ৰচলিত হ'ল।

পৰিকল্পিত অৰ্থনীতিৰ প্ৰথমটো দশকত চভিয়েট ইউনিয়নৰ বিকাশৰ হাৰ আছিল অভূতপূৰ্ব। সেই সময়ত মন্দা অৱস্থাত থকা যিকোনো পুঁজিবাদী অৰ্থনীতিতকৈ চভিয়েট অৰ্থনীতিৰ বৃদ্ধিৰ হাৰ আছিল বহুত বেছি। অৱশ্যে এই অৰ্থসম্পদৰ সিংহভাগ খৰচ কৰা হৈছিল অধিক উদ্যোগীকৰণ আৰু বিকাশৰ বাবে। ফলত জনসাধাৰণৰ জীৱন-জীৱিকাৰ উন্নতি হৈছিল সামান্য। কিন্তু কেন্দ্ৰীয় পৰিকল্পনা আৰু সম্পদৰ যুক্তিপূৰ্ণ বিতৰণেৰে চভিয়েট ইউনিয়নে অতি কম সময়ৰ ভিতৰতে ভোকৰ কৰাল গ্ৰাসৰ পৰা মুক্ত হোৱাৰ লগতে জনসাধাৰণৰ শিক্ষা, সাক্ষৰতা, যোগাযোগ আৰু স্বাস্থ্যসেৱা তথা সামাজিক নিৰাপত্তা ( বিশেষকৈ জীৱিকাৰ নিৰাপত্তা ) প্ৰদানৰ ক্ষেত্ৰত বিশ্বত নজিৰবিহীন সফলতা লাভ কৰিব পাৰিছিল। এই অৰ্থনীতিয়ে জনসাধাৰণক প্ৰাচুৰ্য দিব নোৱাৰিলেও ক্ষুধাহীন আৰু নিৰাপত্তাপূৰ্ণ নৱজীৱনৰ সন্ধান দিবলৈ সক্ষম হৈছিল। কিন্তু, এটা কথা ঠিক যে এই চমকপ্ৰদ সাফল্য সম্ভৱপৰ হৈছিল জনসাধাৰণৰ প্ৰচণ্ড ত্যাগ আৰু কষ্টৰ বিনিময়তহে। বহুক্ষেত্ৰত বাধ্যতামূলক আৰু বন্দীসকলৰ শ্ৰমৰ সহায়েৰে এই কাম আৰম্ভ কৰা হৈছিল। দেশৰ উৎপাদিত সম্পদৰ সিংহভাগ উদ্যোগীকৰণ, প্ৰতিৰক্ষা আৰু ৰাজহুৱা কাম-কাজৰ বাবে সঞ্চয় কৰাতো সম্ভৱপৰ হৈছিল এক বৃহৎ শ্ৰমিক আৰু কৰ্মীবাহিনীক অতি কম নিৰিখত দৰমহা দিয়াৰ জৰিয়তে। ফলত যি দ্ৰুতহাৰত অৰ্থনৈতিক বিকাশ হৈছিল সেই হাৰত জনসাধাৰণৰ জীৱনযাত্ৰাৰ মানৰ উন্নতি হোৱা নাছিল।

কেন্দ্ৰীয় পৰিকল্পনা, বিতৰণ ব্যৱস্থা আৰু নিয়ন্ত্ৰণ ( কমাণ্ড ) ব্যৱস্থাৰ মাজতে কিন্তু বহু দুৰ্বলতা আৰু ভৱিষ্যৎ বিপদৰ বীজো প্ৰথমৰ পৰাই নিহিত আছিল। চভিয়েট ইউনিয়নৰ দৰে এখন বিশাল দেশৰ বৃহৎ অৰ্থনীতিৰ পৰিচালনাৰ বাবে ক্ৰমে এক বৃহৎ আমোলাতান্ত্ৰিক ব্যৱস্থা গঢ়ি তুলিব লগীয়া হৈছিল। প্ৰতিটো বিভাগতে আমোলাতন্ত্ৰই চাওঁতে চাওঁতে ভালদৰে শিপাই পেলাইছিল। ফলত ক্ৰমে ওপৰ-গধুৰ এটা ব্যৱস্থাই জন্ম লৈছিল। আমোলাতন্ত্ৰৰ ৰঙা ফিটাৰ মেৰপাকত কাম-কাজ আগনবঢ়াৰ অৱস্থা এটাও হৈছিলগৈ। ওপৰৱালাৰ বাহিৰে আন কাৰো ওচৰত জবাবদিহি কৰিব নলগা এই আমোলাতন্ত্ৰ

নিজে ক্ৰমে দেশৰ শক্তিকেন্দ্ৰ হৈ পৰিছিল। ইয়াৰ লগতে যোগ হৈছিল কমিউনিষ্ট দলৰ একদলীয় শাসন। চৰকাৰ আৰু দলৰ মাজত পাৰ্থক্য নাইকিয়া হোৱাৰ লগে লগে দল, চৰকাৰ, আমোলাতন্ত্ৰ এক আৰু অভিন্ন ধৰণৰ হৈ পৰিছিল। দুনীতি, স্বজন-তোষণ ক্ৰমে বাঢ়ি আহিছিল আৰু চৰকাৰী আৰু দলীয় আমোলাতন্ত্ৰক কেন্দ্ৰকৰি ন্যস্তস্বাৰ্থৰ গোট গঢ়ি উঠিছিল। এনে আমোলাতন্ত্ৰৰ কাম-কাজৰ ওপৰত জনসাধাৰণৰ নিৰিক্ষণ আৰু নিয়ন্ত্ৰণ ব্যৱস্থা নথকাৰ বাবে ইয়াৰ ভুল-ত্ৰুটি, দোষ-দুৰ্বলতাবোৰ শুধৰোৱাৰো কোনো বাট নাছিল। অকৰ্মণ্যতা আৰু ঢিলামিয়ে ব্যৱস্থাটোৰ প্ৰচুৰ ক্ষতি কৰিছিল আৰু এটা সময়ত এনেদৰেই কেন্দ্ৰীয় পৰিকল্পনা আৰু নিয়ন্ত্ৰিত অৰ্থনীতিয়ে জন্মদিয়া আমোলাতন্ত্ৰ নিজেই দেশৰ অৰ্থনৈতিক তথা ৰাজনৈতিক বিকাশৰ বাটৰ প্ৰধান প্ৰতিবন্ধক হৈ পৰিছিল, অৰ্থনৈতিক আৰু সামাজিক বিকাশৰ ক্ষেত্ৰত স্থবিৰতা আনি দিছিল, আৰু সমাজ জীৱনৰ বিভিন্ন দিশৰ বিকাশ কোঙা কৰি পেলাইছিল। সকলো ধৰণৰ ব্যক্তিগত আৰু আনকি সামূহিক উদ্যোগৰ বাটত ই বাধাৰ সৃষ্টি কৰিছিল। সমগ্ৰ সমাজবাদী অৰ্থনীতিত দল নিৰ্ভৰ এই আমোলা-তান্ত্ৰিক কেন্দ্ৰীকতাৰ ব্যৱস্থা এক দুৰাৰোগ্য কৰ্কট ৰোগৰ নিচিনা হৈ পৰিছিল।

**সমাজবাদী অৰ্থনীতিৰ মূল দুৰ্বলতাসমূহ ঃ**

লেনিন আৰু পৰৱৰ্তীকালত ষ্টেলিনৰ নেতৃত্বত সমাজবাদী অৰ্থনীতিৰ যি মডেল গঢ়ি উঠিছিল, তাত কেতবোৰ গুৰুত্বপূৰ্ণ আঁসোৱাহ ৰৈ গৈছিল। এই আঁসোৱাহবোৰ সময়মতে আঁতৰ কৰিব নোৱাৰাৰ বাবে সমাজবাদী অৰ্থনীতি আৰু ৰাজনৈতিক গাঁথনিৰ মাজত সংকট ঘনীভূত হৈ আহিছিল। এই আঁসোৱাহবোৰ চমুকৈ এনেধৰণে বৰ্ণনা কৰিব পাৰি।

(ক) সম্পদৰ কাৰ্যকৰী ব্যৱহাৰৰ বিফলতা ঃ দেশৰ প্ৰাথমিক আৰু উৎপাদিত সম্পদ কাৰ্যকৰীভাৱে ব্যৱহাৰ কৰাত এই ব্যৱস্থা অসফল হৈছিল। বজাৰ বা বিপণি অৰ্থনীতিয়ে সমাজত সম্পদৰ ব্যৱহাৰ ঘটাই চাহিদা অনুযায়ী ( এই চাহিদা সকলোক্ষেত্ৰতে প্ৰকৃত চাহিদা নহৈ কৃত্ৰিমভাৱে সৃষ্টি কৰা চাহিদাও হ'ব পাৰে ), অৰ্থাৎ ৰাইজৰ যিটো বস্তুৰ প্ৰয়োজন বেছি, অৰ্থনৈতিক ব্যৱস্থাই সেই বস্তুটো ( বা বস্তুবোৰ ) উৎপাদনৰ বাবে অধিক সম্পদ নিয়োজন কৰে। ইয়াৰ ফলত কেতিয়াবা অতি অদৰকাৰী বস্তু উৎপাদনৰ ক্ষেত্ৰতো সম্পদ বিনিয়োগ হ'ব পাৰে। তথাপি ও কিন্তু এই কথা মানি ল'ব লাগিব যে নানান দোষ-ত্ৰুটি সত্বেও পুঁজিবাদী বজাৰ অৰ্থনীতিয়ে সম্পদৰ ব্যৱহাৰৰ ক্ষেত্ৰত এক কাৰ্যকৰী আৰু কাৰ্যক্ষম ব্যৱস্থা উদ্ভাৱন কৰিছে। ব্যক্তিগত লাভ তথা পুৰস্কাৰ আৰু বৈষয়িক উৎসাহ প্ৰদান ( ( Meterial incentive ) এই ব্যৱস্থাৰ অন্যতম চালিকা শক্তি।

আনহাতে প্ৰচলিত আহি'ৰ সমাজবাদী অৰ্থনীতিয়ে সম্পদৰ ব্যৱহাৰৰ ক্ষেত্ৰত বজাৰৰ ভূমিকা সম্পূৰ্ণভাৱে নস্যাৎ কৰিলেও ইয়াৰ বিকল্প কোনো কাৰ্যকৰী ব্যৱস্থা উদ্ভাৱন আৰু প্ৰচলন কৰিবলৈ সফল নহ'ল। ইয়াৰ পৰিৱৰ্তে প্ৰশাসনিক সিদ্ধান্তৰ দ্বাৰা অমুক অমুক বস্তু ৰাইজৰ বাবে ইমান পৰিমাণে প্ৰস্তুত কৰা হ'ব বুলি নিৰ্ণয় কৰা হ'ল আৰু সেইবোৰ বস্তু উৎপাদনৰ বাবে ৰাষ্ট্ৰায়ত্ত বা সামাজিক সংস্থাৰ উৎপাদন খণ্ডবোৰক একোটা লক্ষ্য বান্ধি দিয়া হ'ল। যিহেতু এনেদৰে লক্ষ্য বান্ধি দিওতে এহাতে ৰাইজৰ প্ৰকৃত চাহিদা নিৰ্ণয়ৰ কোনো ব্যৱস্থা ৰখা নহ'ল আৰু আনহাতে উন্নত মানৰ অধিক বস্তু নিৰ্মাণৰ বাবে শ্ৰমিক, পৰিচালক আৰু উৎপাদন গোটবোৰক কোনো স্বাধীনতা আৰু বৈষয়িক উৎসাহ ( meterial incentive ) প্ৰদানৰ ব্যৱস্থা ৰখা নহ'ল গতিকে দেশত নিম্ন মানদণ্ডৰ, কেতিয়াবা চাহিদা নথকা বস্তু উৎপাদিত হ'বলৈ ধৰিলে। ফলত ক্ৰেতা, উৎপাদক কোনো সুখী নহ'ল আৰু সমাজত সম্পদৰ ব্যৱহাৰৰ ক্ষেত্ৰত কাৰ্যকুশলতা আৰু উদ্যোগৰ অভাৱ ঘটিল।

বহুতৰ ধাৰণা যে সমাজবাদী অৰ্থনীতিত বজাৰ অৰ্থনীতিৰ দৰে সম্পদৰ ব্যৱহাৰৰ ক্ষেত্ৰত জনসাধাৰণৰ চাহিদা জনা আৰু সেইমতে সম্পদৰ ব্যৱহাৰ কৰাটো সম্ভৱপৰ নহয়। ইয়াত সকলো সিদ্ধান্ত কেন্দ্ৰীয়ভাৱেই নিৰূপিত হ'ব লাগিব। কিন্তু কথাটো তেনে নহয়। পোলেণ্ডৰ বিখ্যাত অৰ্থনীতিবিদ লেংগে দেখুৱাইছিল যে ক্ৰেতাসকলক উপভোক্তা সামগ্ৰীৰ ক্ষেত্ৰত বাছ-বিচাৰ কৰাৰ স্বাধীনতা দিয়া, সামাজিক মালিকানাৰ অধীন ফেক্টৰী বা উৎপাদন গোটবোৰক জনগণৰ চাহিদা অনুসৰি স্বাধীনভাৱে উৎপাদন কৰি ক্ৰেতাৰ গ্ৰহণযোগ্যতাৰ বাবে প্ৰতিযোগিতাত নামিবলৈ দিয়া আৰু পণ্যৰ অধিক উৎপাদন আৰু বিকাশৰ বাবে উৎপাদক-সকলক বৈষয়িক উদগনি বা উৎসাহ ( meterial incentive ) প্ৰদান কৰাৰ জৰিয়তে কেন্দ্ৰীয় পৰিকল্পনাৰ অধীনতো এক যুক্তিপূৰ্ণ অৰ্থনৈতিক গণনা ( rational economic calculation ) ব্যৱস্থাৰ জৰিয়তে ব্যৱস্থাটোৰ অকাৰ্যকাৰিতা দূৰ কৰাৰ লগতে অৰ্থনৈতিক বিকাশৰ ক্ষেত্ৰত প্ৰচণ্ড বিকাশ ঘটাব পাৰি। কিন্তু ইতিমধ্যে আমোলাতান্ত্ৰিক ন্যাস্তস্বাৰ্থই গঢ়লৈ উঠা সমাজবাদী অৰ্থনীতিত লেংগৰ এই বৈপ্লৱীক পৰামৰ্শবোৰ গ্ৰহণ কৰা নহ'ল আৰু তাৰ ফলত ব্যৱস্থাটোৰ মাজত অকৰ্মণ্যতা, অকাৰ্যকাৰিতা, দুৰ্নীতি আৰু স্থবিৰতা আদি বস্তুবোৰ কালক্ৰমে গঢ়লৈ উঠিল আৰু পুঁজিবাদী অৰ্থনীতিৰ তুলনাত ই বহুত পিছ পৰি যাবলৈ ধৰিলে।

এই কথা ঠিক যে লেনিন আৰু ষ্টেলিনৰ নেতৃত্বত ক্ৰমে চভিয়েট ইউনিয়নত গঢ়ি উঠিবলৈ ধৰা আমোলাতান্ত্ৰিক ৰাষ্ট্ৰীয় (Bureaucratic-statist) ব্যৱস্থাটোৱে এনে ধৰণৰ যুক্তিপূৰ্ণ অৰ্থনৈতিক গণনা ব্যৱস্থা এটা গঢ়ি তোলাৰ ক্ষেত্ৰতো বাধা প্ৰদান কৰিলে। তেওঁলোকৰ, বিশেষকৈ ষ্টেলিনৰ সেইসময়ৰ কথাবাৰ্তা

আৰু কাম-কাজবোৰত এনেধৰণৰ যুক্তিপূৰ্ণ গণনাৰ প্ৰশ্নটো অনুপস্থিতেই আছিল। মাৰ্ক্সীয় অৰ্থনৈতিক সূত্ৰবোৰৰ পৰা সমাজবাদ গঢ়াৰ বেলিকা যিবোৰ সিদ্ধান্ত তেওঁলোকে উত্থাপন কৰিছিল, সেইবোৰৰ মাজত এহাতে মতান্ধতা আৰু আনহাতে যান্ত্ৰিক ব্যাখ্যাৰ উপাদান যথেষ্ট বেছি আছিল। গৃহযুদ্ধত বিজয়লাভৰ পাছত লেনিনৰ উদ্যোগত যুদ্ধকালীন কমিউনিজমৰ কঠোৰ ব্যৱস্থাবোৰ শিথিল কৰি ৰাষ্ট্ৰায়ত্ত খণ্ডৰ অধীনত যি নতুন অৰ্থনৈতিক নীতিৰ ( New Economic Policy—N.E.P ) সূত্ৰপাত কৰা হৈছিল, তাৰ মাজত বিভিন্ন দোষ-ত্ৰুটি সত্ত্বেও এক অধিক যুক্তিপূৰ্ণ, বাস্তৱসম্মত, মানৱীয় আৰু ৰাষ্ট্ৰায়ত্ত খণ্ডৰ সামগ্ৰিক নিয়ন্ত্ৰণৰ অধীনতো ব্যক্তিগত উদ্যোগক উৎসাহ দি বিকাশ কৰাৰ ব্যৱস্থা সম্বলিত সমাজবাদী অৰ্থনৈতিক ব্যৱস্থাৰ ভ্ৰূণ নিহিত আছিল। আজি সেই যুগটোৰ সামগ্ৰিক আৰু নিৰপেক্ষ বিচাৰত এই কথা ধৰা পৰে। কিন্তু, এই নতুন অৰ্থনৈতিক নীতিবোৰক সমাজবাদ গঢ়াৰ মূল নীতি বা নীতিগত সিদ্ধান্ত হিছাপে গ্ৰহণ কৰাতকৈ লেনিনকে ধৰি আটাইবোৰ কমিউনিষ্ট নেতাই ইয়াক এক সাময়িক কৌশলগত পৰ্ব হিছাপেহে গণ্য কৰিছিল। সেই সময়ৰ অৰ্থনৈতিক বিশৃংখলতা আৰু দুৰৱস্থা অতিক্ৰম কৰিবলৈ ইয়াক এক এৰাব নোৱাৰা কৌশল বুলিহে ভাবিছিল। ফলত 'নেপ' পৰ্বই আৰম্ভ কৰা সম্ভাৱনাৰ দুৱাৰ চভিয়েট অৰ্থনীতিত কোনোকালে খোল নাখালে আৰু অৰ্থনীতি মূলতেই আগতে কৈ অহাৰ দৰে আমোলাতান্ত্ৰিক হৈ পৰিল।

এনে মতান্ধতা আৰু নতুন চিন্তাৰ প্ৰতি অসহিষ্ণুতাৰ সৃষ্টি হ'ব পাৰিছিল কিন্তু মাৰ্ক্সৰে কিছুমান সিদ্ধান্তৰ যান্ত্ৰিক ব্যাখ্যাৰ ফলত। সেই প্ৰসংগলৈ অহাৰ আগতে আমি অৰ্থনীতিৰ আৰু দুই-এটা দিশ পৰীক্ষা কৰি চাওঁহক।

অৰ্থনীতিৰ অন্যতম প্ৰধান দিশ কৃষিৰ ক্ষেত্ৰত সমাজবাদী অৰ্থনীতিৰ বহুতো ঐতিহাসিক কেৰোণ বৈ গৈছে। সমাজবাদী বিপ্লৱ মাৰ্ক্সে কোৱাৰ দৰে বিকশিত পুঁজিবাদী দেশত সংঘটিত হোৱাৰ পৰিৱৰ্তে আৰম্ভ হ'ল ৰাচিয়াৰ দৰে এখন পশ্চাৎপদ পুঁজিবাদী আৰু চীনৰ দৰে এখন মূলতেই অৰ্ধ সামন্ততান্ত্ৰিক দেশত। দুই ঠাইতে সমাজত পুৰাতন সামন্তবাদী সম্পৰ্কবোৰ শক্তিশালী হৈ আছিল। পুঁজিবাদ বিকশিত নোহোৱাৰ বাবে দেশৰ উৎপাদিকা শক্তিৰ পূৰ্ণ বিকাশ সম্ভৱপৰ হোৱা নাছিল। এনে অৱস্থাত সমাজবাদ নিৰ্মাণ আৰু দ্ৰুত শিল্পায়নৰ বাবে সম্পদ আহৰণ কৰিব লগীয়া হ'ল এক পশ্চাৎপদ কৃষিক্ষেত্ৰৰ পৰা। ইয়াৰ বাবে দ্ৰুতভাৱে এহাতে কৃষিক সামাজিকীকৰণ আৰু যৌথ কৃষিপামৰ ব্যৱস্থা প্ৰচণ্ড মূল্যৰ বিনিময়ত গঢ়ি তোলা হ'ল আৰু আনহাতে কেন্দ্ৰীয় পৰিকল্পনা কৃষি ক্ষেত্ৰলৈকো সম্প্ৰসাৰণ ঘটাই কৃষি সমবায় আৰু যৌথ পামবোৰক পৰিকল্পনা অনুযায়ী উৎপাদন কৰিবলৈ নিৰ্দেশ দিয়া হ'ল। বহুক্ষেত্ৰত বহুতো এনে কৃষি পামে সেই ঠাইত নোহোৱা, নকৰা-শস্য পৰ্যন্ত খেতি কৰিবলৈ বাধ্য

হ'ল। উদ্যোগৰ দৰে কৃষিৰ ক্ষেত্ৰতো বৈষয়িক উদগনিৰ কোনো ব্যৱস্থা গ্ৰহণ কৰা নহ'ল। বৰঞ্চ কৃষিৰ খণ্ডৰ পৰা কৰ-কাটল আৰু লেভীৰ জৰিয়তে বিৰাট পৰিমাণৰ সম্পদ উলিয়াই অনাৰ ফলত কৃষকৰ অৱস্থাৰো কোনো উন্নতি নহ'ল। ৰাচিয়া আৰু চীন দুই ঠাইতে প্ৰথম অৱস্থাত প্ৰচণ্ড দুৰ্ভিক্ষইয়ো দেখা দিলে। ইয়াৰ বিপৰীতে চীন আৰু ৰাচিয়া দুই ঠাইতে কৃষকসকলক ব্যক্তিগত উদ্যোগত খেতি কৰিবৰ বাবে যি মাটি দিয়া হ'ল সেই সামান্য মাটিখণ্ডত প্ৰচণ্ড হাৰত উৎপাদন হ'বলৈ ধৰিলে আৰু জাতীয় অৰ্থনীতিৰ এক বৃহৎ চাহিদা পূৰণ কৰিবলৈ সক্ষম হ'ল। কৃষিৰ ক্ষেত্ৰত হোৱা বেমেজালিয়ে প্ৰথমৰ পৰা শেষলৈকে সমাজবাদী অৰ্থনীতিৰ মাজত এক স্থায়ী সংকট সৃষ্টি কৰি ৰাখিছিল। প্ৰচলিত সমাজবাদী পদ্ধতিয়ে এক সুসংহত কৃষি নীতি উদ্ভাৱন কৰিব পৰা বুলি ক'ব নোৱাৰি।

**সংকটৰ তাত্ত্বিক আধাৰ :**

প্ৰচলিত সমাজবাদী অৰ্থনীতিৰ মাজত দেখা দিয়া সংকটবোৰ যিবোৰ তত্ত্বৰ আধাৰত সংঘটিত হ'ল বুলি কোৱা হয়, সেইবোৰৰ সামান্য পৰ্যালোচনা প্ৰয়োজন।

মাৰ্ক্সে পুঁজিবাদী ব্যৱস্থাৰ পুংখানুপুংখ বিশ্লেষণৰ জৰিয়তে অৱধাৰিতভাৱে যি সমাজবাদী সমাজ গঢ়ি উঠাৰ কথা কৈছিল, সেই সমাজ বা ব্যৱস্থা তেওঁ উন্নত পুঁজিবাদী দেশত ( য'ত উৎপাদিকা শক্তি আৰু সম্পৰ্কৰ পূৰ্ণ বিকাশ ঘটিছে ) গঢ়ি উঠিব বুলি ভাবিছিল। কিন্তু, বাস্তৱত সেইটো নহৈ ৰাচিয়া আৰু চীনৰ দৰে পশ্চাৎপদ দেশতহে এই বিপ্লৱ সম্ভৱপৰ হ'ল।

মাৰ্ক্সে কিন্তু সমাজবাদী সমাজ এখন কেনে হ'ব আৰু কেনেদৰে এই সমাজ গঠন কৰা হ'ব সেই বিষয়ে বিশেষ কথা কোৱা নাছিল। সমাজবাদী সমাজ এখনৰ সাধাৰণ গুণবোৰ বিশ্লেষণ কৰি তেওঁ কৈছিল যে সমাজবাদী সমাজ এখন পুঁজিৰ শোষণৰ পৰা মুক্ত হ'ব অৰ্থাৎ উদ্বৃত্ত মূল্যৰ শোষণ নাথাকিব। এই সমাজৰ সৰ্বনিম্ন চৰ্ত হ'ব মজুৰী শ্ৰম ব্যৱহাৰ কৰা সকলো উৎপাদনৰ আহিলাৰ ওপৰত ব্যক্তিগত মালিকানাৰ অৱসান। এই ন্যূনতম ভিত্তিৰ পৰা সমাজবাদে বিকাশ লাভ কৰিব।

ইয়াৰ পাছত তেওঁ গ'ঠা কাৰ্যসূচীৰ সমালোচনাৰ প্ৰসংগত ওপৰৰ কথাখিনিৰ আৰু বিকাশ ঘটায়, মালিকিস্বত্বৰ প্ৰশ্নৰ পৰা কামৰ বাবে পাৰিশ্ৰমিক দিয়াৰ প্ৰশ্নটোও তেওঁ বিচাৰ কৰে। জাৰ্মান সমাজবাদীসকলে গ'ঠা প্ৰগ্ৰেমত সকলো উৎপাদনৰ আহিলাৰ সামাজিকীকৰণৰ কথা কৈ প্ৰতিজন লোকক তেওঁৰ দক্ষতা অনুসৰি পাৰিশ্ৰমিক দিয়াৰ পোষকতা কৰিছিল ( অৰ্থাৎ কামৰ বাবে বৈষয়িক উদগনিৰ ব্যৱস্থাটো খোলা ৰাখিছিল )। যেয়ে বেছি কাম কৰিব,

যেয়ে বেছি দক্ষ, সেয়ে অধিক পাৰিতোষিক পাব। কিন্তু মাৰ্ক্সে এনে ধাৰণাক বুর্জোৱা সমাজৰ অধিকাৰ বুলি নস্যাৎ কৰিলে। তেওঁ ক'লে সে এখন প্ৰকৃত সমাজবাদী সমাজত অকল সম্পত্তিৰ সামাজিকীকৰণেই কৰা নহ'ব, বৰঞ্চ পাৰিশ্ৰমিকৰ বেলিকাও যাক যিমান প্ৰয়োজন সিমান দিয়া হ'ব—'From each according to his capacity, to each according to his need'. প্ৰতিজনে তেওঁৰ সাধ্যমতে কাম কৰিব আৰু প্ৰতিজনক সমাজ ব্যৱস্থাই তেওঁৰ প্ৰয়োজন অনুসাৰে দিব।

মাৰ্ক্সৰ এই ভাৱনা হয়তো তেনে সমাজত সম্ভৱপৰ য'ত উৎপাদিকা শক্তিৰ সৰ্বোচ্চ বিকাশ সংঘটিত হৈছে, চৌদিশে প্ৰাচুৰ্যৰ বানপানী হৈছে। কিন্তু ৰাচিয়া বা চীনৰ দৰে বিপ্লৱ সংঘটিত হোৱা পশ্চাৎপদ দেশ এখনত, য'ত সেই যুগতেই উৎপাদিকা শক্তি অত্যন্ত পশ্চাৎপদ হৈ আছিল, তাত মাৰ্ক্সৰ এই সমাজ-বাদী সমাজৰ কল্পনা খাপ নাখায়। ই বৰঞ্চ মানুহৰ ব্যক্তিগত উদ্যমক ব্যাহত কৰে আৰু অধিক দক্ষতা আহৰণ বা উৎপাদনৰ বাবে বৈষয়ীক উদগনি বন্ধ কৰি উৎপাদনৰ বিকাশকে বাধা দিয়ে। মাৰ্ক্সৰ তত্ত্বৰ যান্ত্ৰিক প্ৰয়োগে ৰাচিয়া আৰু চীনত ইয়াকে কৰিলে বুলি আজি সমালোচকসকলে ক'ব খোজে।

আৰু ৰাচিয়াত দৰাচলতেই সমাজবাদী তত্ত্বৰ এনে যান্ত্ৰিক ব্যাখ্যা কৰা হৈছিলো। বুখাৰিণ আৰু প্ৰিয়ব্ৰাঝেনস্কি নামৰ দুজন আগশাৰীৰ বলচেভিক নেতাই বিপ্লৱৰ পাছত লেখা এখন চৰকাৰীভাৱে অনুমোদিত পুস্তিকাত ভৱিষ্যতৰ সমাজবাদী ৰুচ সমাজত বৰ্ণনা এনেদৰে দিয়া হৈছিল—(ক) বিৰাটাকাৰ সমবায়ৰ জৰিয়তে সমাজত পণ্য উৎপাদন কৰা হ'ব ; (খ) সামূহিক গুদামত উৎপাদিত পণ্য জমা থাকিব, আৰু ; (গ) যাৰ যিমানখিনি প্ৰয়োজন, সিমান পণ্য এই গুদামৰ পৰা যোগান ধৰা হ'ব আৰু ঠিক যিমান প্ৰয়োজন সিমানহে দিয়া হ'ব, বেছিও নহয়, কমও নহয় ; (ঘ) সালসলনিৰ মাধ্যম হিছাপে টকা বা মুদ্ৰাৰ তেতিয়া প্ৰয়োজন নাথাকিব ; (ঙ) সমাজত নাৰ্টনি আৰু বৈষয়িক উদগনিৰ প্ৰয়োজনীয়তা দুইটাই বিলুপ্ত হ'ব ; আৰু ; (চ) ৰাজনৈতিক অৰ্থনীতি বোলা অধ্যয়নৰ বিষয়টোৱেই অপ্ৰয়োজনীয় হৈ পৰিব। আৰু এই আটাইবোৰ কাম সম্ভৱ হ'ব ২০-৩০ বছৰৰ ভিতৰত।

স্বাভাৱিকতেই সমাজবাদী সমাজ সম্পৰ্কে এনে ধাৰণা কল্পাশ্ৰয়ী বা ইউটপিয়ান আছিল। সমাজৰ আৰু অৰ্থনৈতিক বিকাশৰ বহুতো বুনিয়াদী সূত্ৰকেই ইয়াত আওকাণ কৰা হৈছিল। ইয়াৰ ফলত সমগ্ৰ ৰাজনৈতিক আৰু অৰ্থনৈতিক চিন্তা-চৰ্চাই দোষযুক্ত হৈ পৰিছিল। বিপ্লৱৰ পাছৰ গৃহযুদ্ধৰ কালছোৱাৰ যুদ্ধকালীন সাম্যবাদ—বাৰ কমিউনিজমৰ কাণ্ড-কাৰখানাই চভিয়েট নেতাসকলৰ চিন্তা-চৰ্চাক বহু পৰিমাণে প্ৰভাৱিত কৰিছিল বুলি ক'ব পাৰি।

সেই সময়ত পৰিস্থিতিৰ প্ৰয়োজনত বাধ্যতামূলকভাৱে খাদ্য-শস্য সংগ্ৰহ, কল-কাৰখানাৰ উৎপাদন আৰু অন্যান্য অৰ্থনৈতিক কাম-কাজবোৰ চলোৱা হৈছিল। যুদ্ধকালীন পৰিস্থিতিত ৰাষ্ট্ৰৰ প্ৰত্যক্ষ হস্তক্ষেপ আৰু জোৰ-জবৰদস্তিৰে ( coerection ) যন্ত্ৰৰ দৰে কাম দিছিল। কিন্তু গৃহযুদ্ধ শেষ হোৱাৰ পাছত পৰিস্থিতি সলনি হোৱাত এই ব্যৱস্থাবোৰে কাম নকৰা হৈ পৰিল। তেতিয়া লেনিনৰ উদ্যোগত অৰ্থনৈতিক বিকাশৰ বাবে নিউ ইকনমিক পলিচিৰ (N.E.P.) পৰ্ব আৰম্ভ কৰা হ'ল। ৰাষ্ট্ৰৰ সামগ্ৰিক নিয়ন্ত্ৰণ অটুট ৰাখিও বহু পৰিমাণে ব্যক্তিগত উদ্যোগ আৰু বজাৰ অৰ্থনীতিৰ বাবে বাট উলিয়াই দিয়া হ'ল। ইয়াৰ ফলত তাৎকালিকভাৱে ক'লাবজাৰ, মূল্যবৃদ্ধিকে ধৰি কেতবোৰ সমস্যাৰ সৃষ্টি হ'ল যদিও অতি কম সময়ৰ ভিতৰতেই মুমূৰ্ষু চভিয়েট অৰ্থনীতিয়ে প্ৰাণ পাই উঠিল। আজি ঐতিহাসিকসকলে ক'ব খোজে যে এই 'নেপ' পৰ্বৰ মাজতে চভিয়েট ইউনিয়নৰ দ্ৰুত আৰু মানৱীয় বিকাশৰ পথ নিহিত আছিল। কিন্তু কাৰ্যক্ষেত্ৰত এইটো নহ'ল। এহাতে প্ৰথম অৰ্থনৈতিক পৰিকল্পনা আৰম্ভ আৰু আনহাতে লেনিনৰ মৃত্যু আৰু ষ্টেলিনৰ ক্ষমতাগ্ৰহণ—এইবোৰ ঘটনাই এই 'নেপ' যুগটোৰ অৱসান ঘটালে। এই যুগৰ কাম-কাজবোৰকযে বেছিভাগ চভিয়েট নেতাই এক নীতিগত সিদ্ধান্ত হিচাপে লোৱাতকৈ এক অন্তৰ্বৰ্তীকালীন সুবিধাজনক পদক্ষেপ হিচাপেহে গ্ৰহণ কৰিছিল সেইটো স্পষ্ট আছিল। ফলত দ্ৰুত অৰ্থনৈতিক বিকাশৰ যি সম্ভাৱনাৰ সৃষ্টি হৈছিল, সি অংকুৰিত হ'বলৈকে নাপালে আৰু সমগ্ৰ অৰ্থনীতি 'কামাণ্ড' অৰ্থনীতিৰ আৱৰ্তলৈ ঘূৰি গ'ল। এনে অৰ্থনৈতিক নীতিবোৰে অতি কম সময়ৰ ভিতৰতে গুৰু উদ্যোগে স্থাপনৰ ক্ষেত্ৰত চমকপ্ৰদ সাফল্য লাভ কৰিবলৈ সক্ষম হ'লেও এই সাফল্য এহাতে শ্ৰমিক-সকল আৰু সমগ্ৰ ৰাইজৰ প্ৰচণ্ড আত্মত্যাগৰ জৰিয়তেহে সম্ভৱপৰ হৈছিল। জীৱন-জীৱিকাৰ ক্ষেত্ৰত কিছু স্থিৰতা আহিলেও জীৱনৰ মানদণ্ড উন্নত হোৱা নাছিল। উপভোক্তা সামগ্ৰীৰ আটক আৰম্ভ হৈছিল আৰু এনে ব্যৱস্থাৰ লগত অৱধাৰিতভাৱে অহা আমোলাতান্ত্ৰিক নিয়ন্ত্ৰণে সমাজক ইয়াৰ বহুপল্লৱিত নাগপাশেৰে বান্ধি পেলাবলৈ আৰম্ভ কৰিছিল। ইয়াৰ লগত কৃষিৰ ক্ষেত্ৰত যেতিয়া যৌথ কৃষি বা কলেক্টিভাইজেশ্যনৰ আৰম্ভ হ'ল, তেতিয়া এই নিয়ন্ত্ৰণাত্মক দিশবোৰ আৰু বাঢ়ি আহিল। পৰৱৰ্তী কালৰ চভিয়েট সমাজৰ অৰ্থনৈতিক আৰু ৰাজনৈতিক সংকটৰ ভ্ৰূণ এইকালতেই এনেদৰেই সিঁচা হৈ গৈছিল বুলি আজি সমাজবিজ্ঞানীসকলে ক'বলৈ আৰম্ভ কৰিছে। অৱশ্যে এই কথা মনত ৰাখিব লাগিব যে ঘটনাৰ ব্যাখ্যা সম্পৰ্কীয় এইটো বহুত মতবাদৰ মাজৰ এটা মতবাদহে। সকলোৱে এনে ব্যাখ্যা মানি নলয়। কিন্তু এনে ব্যাখ্যাক সহজে নাকচ কৰাৰ তথ্য আৰু যুক্তিও বৰ সৰল নহয়।

**অন্যান্য দিশ ঃ**

চভিয়েট ইউনিয়নৰ বিপৰ্যয়ৰ কাৰণ সম্পৰ্কে আজি সমগ্ৰ পৃথিৱীজুৰি ব্যাপক চিন্তা-চৰ্চা গঢ়ি উঠিছে। কিন্তু এনে বিপৰ্যয়ৰ কাৰণ সম্পৰ্কে অন্তৰ্দৃষ্টিও কিন্তু মাৰ্ক্সবাদৰ শ্বাশ্বত শিকনিবোৰৰ মাজতহে ভালদৰে দেখিবলৈ পোৱা যায়, মাৰ্ক্সবাদ বিৰোধী শিবিৰত পোৱা নাযায়। মাৰ্ক্সে এটা কথা কৈছিল যে কোনো সামাজিক গাঁথনিয়েই ইয়াৰ দ্বাৰা সম্ভৱপৰ সমগ্ৰ উৎপাদিকা শক্তিৰ সম্পূৰ্ণ বিকাশ নকৰালৈকে পৃথিৱীৰ বুকুৰ পৰা নিঃশেষ হৈ নাযায়। আৰু নতুন, উন্নত উৎপাদন সম্পৰ্ক তেতিয়ালৈকে সৃষ্টি নহয়, যেতিয়ালৈকে পুৰণা সমাজৰ গৰ্ভত ইয়াৰ অস্তিত্বৰ বাবে বাস্তৱ পৰিস্থিতিৰ সৃষ্টি নহয় ( Preface to the contribution to the critique of political economy )। তেওঁ আনকি ইয়াকো কৈছিল যে নতুন সমাজবাদী উৎপাদন সম্পৰ্ক বিকাশৰ বাস্তৱ পৰিস্থিতিৰ সৃষ্টি নোহোৱালৈকে সৰ্বহাৰাই বুৰ্জোৱাৰ ৰাজনৈতিক শাসনৰ যদি অৱসানো ঘটায় তেনে ই মাত্ৰ এক অস্থায়ী বিজয়ৰ দৰেহে হ'ব। অৰ্থাৎ যেতিয়া বুৰ্জোৱা পুঁজিবাদী ব্যৱস্থাই উৎপাদিকা শক্তিৰ অধিক বিকাশ ঘটাবলৈ অসমৰ্থ হৈ পৰিব, তেতিয়াহে সমাজবাদৰ বাস্তৱ চৰ্তৰ সৃষ্টি হ'ব আৰু বুৰ্জোৱাৰ শাসন সম্পূৰ্ণভাৱে নিঃশেষ কৰিব পৰা যাব।

ইয়াৰ অৰ্থ কিন্তু এইটো নহয় যে সমাজবাদীসকলে পুঁজিবাদৰ সৃষ্টিকামী ক্ষমতা নিঃশেষ হোৱালৈ বিপ্লৱৰ বাবে, সমাজবাদৰ বাবে বৈ থাকিব লাগিব। ( সুবিধাবাদ আৰু বিলোপবাদৰ জন্ম কিন্তু এনে ধাৰণাৰ পৰাই হয়। ) বৰঞ্চ সমাজবাদীসকলে নিৰন্তৰ সংগ্ৰামৰ জৰিয়তে সমাজক আকাংক্ষিত বিপ্লৱৰ দিশলৈ আগবঢ়াই নিয়ে।

এই কথা আজি স্পষ্ট যে পুঁজিবাদৰ প্ৰগতিশীল আৰু কল্যাণকাৰী ভূমিকা আজিৰ পৃথিৱীত শেষ হৈ গ'লেও ইয়াৰ উৎপাদিকা শক্তি বিকাশ কৰাৰ ক্ষমতা নিঃশেষ হোৱা নাই। বৰঞ্চ আধুনিক প্ৰযুক্তিবিদ্যাৰ নিত্য নতুন উদ্ভাৱনৰ জৰিয়তে পুঁজিবাদে মানুহৰ উৎপাদন ক্ষমতা বঢ়াই নিবলৈ সক্ষম হৈয়েই আছে। ইয়েই আহিব লগা বহুত যুগলৈ পুঁজিবাদৰ অস্তিত্ব আৱশ্যম্ভাৱী কৰি তুলিছে। কিন্তু পুঁজিবাদৰ অধীনত প্ৰযুক্তিৰ বিকাশ নিজেই এটা লক্ষ্য হৈ পৰিছে আৰু মানৱ কল্যাণৰ পৰিৱৰ্তে প্ৰযুক্তি আজি মানুহৰ শোষণ আৰু বন্দীত্বৰ নিত্য নতুন হাতিয়াৰ স্বৰূপহে হৈ পৰিছে। মানৱ কল্যাণতকৈ লাভৰ বাবে সমৰাস্ত্ৰ নিৰ্মাণত প্ৰযুক্তিৰ প্ৰয়োগ বেছি হৈছে। এটা সময়ত এনেদৰেই প্ৰযুক্তি মানৱ সমাজত অপ্ৰাসংগিক হৈয়ো পৰিব পাৰে। বিজ্ঞান আৰু প্ৰযুক্তিৰ প্ৰতিযোগিতাত সমাজবাদী দেশবোৰৰ অপেক্ষাকৃত বিফলতাই পুঁজিবাদৰ তুলনাত ইয়াক পশ্চাৎপদ কৰি ৰাখিলে—আৰু বহুক্ষেত্ৰত পুঁজিবাদৰ ওপৰত নিৰ্ভৰশীলো কৰি তুলিলে। ইয়াৰ কাৰণো কিন্তু ব্যক্তিগত উদ্যোগক

প্ৰোৎসাহন নিদিয়াৰ মাজতেই বহু পৰিমাণে নিহিত আছিল। প্ৰযুক্তিৰ বিকাশৰ দিশত পাছ পৰি ৰোৱা। সমাজবাদী অৰ্থনীতিয়ে এটা সময়ত পুঁজিবাদৰ হেঁচা বাধা দিব নোৱাৰা অৱস্থা হৈ পৰিলগৈ। এই ঘটনাই কেন্দ্ৰীয়ভাৱে পৰিকল্পিত আৰু নিয়ন্ত্ৰিত কামাণ্ড অৰ্থনীতিৰ মাজত প্ৰচণ্ড সংকটৰ জন্ম দিলেগৈ আৰু প্ৰচলিত আহিঁৰ সমাজবাদৰ পতনত ইন্ধন যোগালে।

প্ৰচলিত আহিঁৰ সমাজবাদৰ ৰাজনৈতিক দিশটোও অতি গুৰুত্বপূৰ্ণ।

মাৰ্ক্সবাদ বিৰোধীসকলে ক'ব খোজে যে মাৰ্ক্সবাদৰ 'সৰ্বহাৰাৰ একনায়কত্বৰ ধাৰণাটোৰ মাজতেই ৰাজনৈতিক বিচ্যুতিৰ বীজ নিহিত হৈ আছে। ইয়াৰ ফলতেই এটা সময়ত গৈ এই সমাজবোৰত সৰ্বহাৰাৰ নামত একদলীয় একনায়কত্বৰ প্ৰতিষ্ঠা হ'ল আৰু গণতন্ত্ৰ, ন্যায়বিচাৰ আদি দিশবোৰ বিপদাপন্ন হৈ পৰিল। এই কথা ঠিক যে প্ৰচলিত হৈ থকা সমাজবাদী দেশবোৰত শাষক দলবোৰৰ কেতবোৰ ৰাজনৈতিক আৰু আৰ্দশগত ভুলে ভয়াবহ বিচ্যুতিৰ জন্ম দিছিল, কিন্তু এই বিচ্যুতিবোৰক মাৰ্ক্সবাদৰ অৱধাৰিত পৰিণতি বুলি সুত্ৰায়ন কৰিব যোৱাটো মতলববাজী ভণ্ডামীহে হ'ব।

এক বিশেষ ঐতিহাসিক পৰ্যায়ত সমাজবাদ গঠনৰ ক্ষেত্ৰত সৰ্বহাৰাৰ এক-নায়কত্বৰ ধাৰণাৰ প্ৰাসংগিকতা আজিও আছে। সমস্যা এই তাত্বিক ধাৰণাত নাই, আছে ইয়াৰ ৰাজনৈতিক ৰূপায়ণৰ ক্ষেত্ৰতহে। আৰু সংকটৰ গুৰিও ইয়াতেই। সৰ্বহাৰা এক সুষম সামাজিক বৰ্গ নহয়। সমাজবাদ গঠনৰ সমগ্ৰ কালছোৱাতেই সৰ্বহাৰা বুলিলে শোষক বুৰ্জোৱা শ্ৰেণীক বাদ দি গৰিষ্ঠ সংখ্যক নিপীড়িত শ্ৰেণীকেই সামৰি লোৱা হয়। এনে পৰিস্থিতিত শ্ৰমিকশ্ৰেণীৰ ৰাজনৈতিক দল কমিউনিষ্ট পাৰ্টিৰ একনায়কত্ব প্ৰতিষ্ঠা কৰাতো এটা মাৰাত্মক ৰাজনৈতিক ভুল। যি সময়ত সমগ্ৰ শোষিত শ্ৰেণীবোৰৰ এক গণতান্ত্ৰিক বহুদলীয় ব্যৱস্থাৰ প্ৰয়োজন ঐতিহাসিকভাৱেই আছিল, সেই সময়ত অস্ত্ৰৰ জোৰত একদলীয় শাসন প্ৰৱৰ্তনে সমাজত এহাতে গণতান্ত্ৰিক বাতাবৰণৰ পৰিসমাপ্তি ঘটালে আৰু আনহাতে নাস্তস্বাৰ্থৰে পূৰ্ণ এক বিশাল আমোলাতান্ত্ৰিক আৰু দমনমূলক ৰাষ্ট্ৰব্যৱস্থা গঢ়ি উঠাত ইন্ধন যোগালে। এনে একদলীয় ৰাষ্ট্ৰত দল আৰু ৰাষ্ট্ৰ অভিন্ন হৈ পৰিল। গণতন্ত্ৰ ৰহিত পৰিবেশত ভুলবোৰ শুধৰাই লোৱাৰো বাট নাইকিয়া হৈ পৰিল। দলীয় আমোলাতন্ত্ৰৰ কাৰ্যকলাপেই হৈ পৰিল দেশৰ ৰাজনীতি। এই পৰিস্থিতিত দুনীৰ্তি, স্বজনতোষণ, নাস্তস্বাৰ্থৰ ৰক্ষণাবেক্ষণ, অৰ্থনৈতিক পৰিকল্পনাত উদ্যোগহীনতা আৰু অৱশেষত অৰ্থনৈতিক স্থবিৰতা অৱধাৰিত-ভাৱেই সৃষ্টি হ'ল। এটা কথা পাহৰিব গ'লে নহ'ব যে সমাজতান্ত্ৰিক ব্যৱস্থাতো প্ৰকৃত গণতন্ত্ৰৰ বিকল্প নাই। বহুদলীয় সমাজবাদী ব্যৱস্থা, প্ৰতিনিধিত্বমূলক গণতন্ত্ৰ, আইনৰ শাসন, মানৱ অধিকাৰৰ সুৰক্ষা, ৰাষ্ট্ৰৰ সৰ্বগ্ৰাসী প্ৰভাৱৰ পৰা ব্যক্তি স্বাধীনতাক সুৰক্ষাৰ আইনী ব্যৱস্থা এইবোৰ এৰাই চলিব নোৱাৰি।

ইয়াৰ পৰিৱৰ্তে খাটিখোৱা মানুহৰ আন আন ৰাজনৈতিক সংগঠনবোৰক দমন কৰি কেৱলমাত্ৰ এটা দলৰ একনায়কত্ববাদী শাসন প্ৰতিষ্ঠা কৰাতো সমাজবাদ বিৰোধী কথাহে। সন্দেহ নাই যে এনেবোৰ বিচ্যুতিৰ বাবেই প্ৰচলিত আহিঁৰ সমাজতন্ত্ৰ আজিৰ পৃথিৱীত প্ৰচণ্ড সংকটৰ সন্মুখীন হৈ জহি-খহি যাবলৈ ধৰিলে।

মাৰ্ক্সবাদীসকলৰ বাবে চভিয়েট ইউনিয়ন বা পূব ইউৰোপত মাৰ্ক্সবাদৰ পতনত আশাভংগ হোৱাৰ কোনো কাৰণ নাই। হয়, এইবোৰ ঘটনাই সমাজবাদী শিবিৰক ক্ষতিগ্ৰস্ত নকৰাকৈ থকা নাই, কৰিছে ঃ কিন্তু, এই ক্ষতি অতিক্ৰম কৰি সমাজবাদীসকলে সমাজবাদী আৰু মানৱীয় সমাজৰ অন্বেষণত নতুনকৈ আগবাঢ়ি যাব লাগিব। আৰু, এই যাত্ৰাত প্ৰচলিত পদ্ধতিৰ সমাজবাদৰ পতন শাপেই বৰ হোৱাদিহে হৈছে। স্থবিৰতা আৰু নাস্তম্বাৰ্থৰ কৱলত অধঃপতিত হোৱা মৰণোন্মোখ সমাজবাদী মডেলৰ নাগপাশৰ পৰা মাৰ্ক্সবাদী-সমাজবাদী তত্ত্ব আজি মুক্ত হৈ পৰিছে। মাৰ্ক্সবাদ মানে এইটোহে, এই কথাটো কোৱাৰ অধিকাৰ আজি কাৰো নাই। সমাজবাদৰ একমাত্ৰ মডেল এনেকুৱাহে এই কথাও কোনেও ক'ব নোৱাৰে। মাৰ্ক্সবাদ আজি প্ৰকৃত অৰ্থত মুক্ত ঃ মতান্ধতা, অন্ধ অনুকৰণ, অন্ধ উপাসনাৰ পৰা মুক্ত হোৱাৰ লগে লগে ইয়াৰ যুগসাপেক্ষ বিকাশৰ বাট আকৌ এবাৰ উন্মুক্ত হৈ পৰিছে, সৃষ্টি হৈছে পুনৰোজ্জীৱনৰ পথ। এয়েই আটাইতকৈ ডাঙৰ আশাৰ কথা।

—ধ্ৰুৱজ্যোতি বৰা

# * সূচীপত্ৰ *



মেক্সিম গৰ্কী ঃ
বলচেভিক বিপ্লৱৰ অন্যতম
সমৰ্থক আৰু লেনিনৰ বন্ধু।
সমাজতান্ত্ৰিক বাস্তৱবাদী
সাহিত্য ধাৰাৰ প্ৰৱৰ্তক।



কবি আলেকজেণ্ডাৰ ব্লক ঃ
ৰুচ প্ৰতীকবাদী কাব্যধাৰাৰ
জনক।



বিপ্লবের অগ্রবর্তী বাহিনী   রেডগার্ডস দল



জেনেরেল কর্নিলভ : প্রথম প্রতিবিপ্লবী অভ্যুত্থানের নায়ক



ক্ষমতাচ্যুত ৰাচিয়াৰ সম্রাট
জাৰ আলেকজেণ্ডাৰ ঃ ৎচাৰেটস্কিল
চেল ত বন্দী অবস্থাত।



ভ্লাড়িমিৰ মায়াক'ভস্কি ঃ
চভিয়েট প্ৰজন্মৰ কবি।



কেৰেনস্কি ঃ ৰাচিয়াৰ শেষ প্ৰধানমন্ত্ৰী—কেৰেনস্কি চৰকাৰক উৎখাতৰ জৰিয়তেই বলচেভিকসকল ক্ষমতালৈ আহে।



আত্মগোপন কালৰ লেনিন
অক্টোবৰ বিপ্লৱৰ আগে আগে লেনিনে
এনেদৰেহে এজন সাধাৰণ শ্ৰমিকৰ
ছদ্মবেশত আত্মগোপন কৰিছিল।



ভিক্টৰ চাৰ্ণভ ঃ চ চিয়েল বিভলিউচনেৰী
দলৰ এজন প্ৰতিষ্ঠাপক আৰু তাত্ত্বিক।
অক্টোবৰ বিপ্লৱৰ আগৰ অস্থায়ী চৰকাৰৰ
মন্ত্ৰীও হয় এওঁ।

পাভেল মিলিউকভ ঃ
কেডেট বা কনষ্টিটিউচনেল ডেমক্ৰেট দলৰ
নেতা আৰু গণতান্ত্ৰিক বিপ্লৱৰ পাছৰ প্ৰথম
[illegible] চৰকাৰৰ বৈদেশিকমন্ত্ৰী। যুদ্ধৰ প্ৰশ্নটোত
মিত্ৰশক্তিৰ লগত এওঁৰ আপোচকামী
মনোভাৱে চৰকাৰত সংকট সৃষ্টি কৰে।





ষ্টেলিন ঃ বলচেভিক
বিপ্লৱৰ অন্যতম বিতৰ্কিত নেতা।

১

## ৰাচিয়াত দ্বৈতক্ষমতাৰ আত্মপ্ৰকাশ



● বুর্জোৱাৰ অস্থায়ী চৰকাৰ আৰু সৰ্বহাৰাৰ চভিয়েট ● যুদ্ধৰ লক্ষ্য সম্পৰ্কে প্ৰথম মতবিৰোধ ● চভিয়েটৰ শান্তি প্ৰস্তাৱ ● নিৰ্বাসিত বন্দীসকলৰ মুক্তি ● ফিনলেণ্ড আৰু পোলেণ্ডৰ আত্মনিয়ন্ত্ৰণৰ অধিকাৰৰ স্বীকৃতি ● ধৰ্মীয় আৰু জাতিগত নিষ্পেষণৰ অৱসান ● কৃষিৰ প্ৰশ্নত অস্থায়ী চৰকাৰ ● যুদ্ধৰ প্ৰশ্নত বৈদেশিক মন্ত্ৰী মিলিউকভৰ প্ৰস্তাৱনা ● গৃহযুদ্ধৰ সম্ভাৱনা ● সেনাবাহিনীত বিক্ষুব্ধি ● মন্ত্ৰীসকলৰ পদত্যাগ ● প্ৰথম অস্থায়ী চৰকাৰৰ সংকট ● পেট্ৰোগ্ৰাড চভিয়েটৰ পশ্চাদপসৰণ ● দ্বিতীয় অস্থায়ী চৰকাৰ গঠনৰ প্ৰচেষ্টা আৰু ইয়াত মেনচেভিক আৰু চচিয়েল বিভলিউচনেৰী দলৰ যোগদান

টীকা আর্ প্রসংগ ঃ

(1) Schmidt, S. et al.—A Short History of the U.S.S.R. p. 126—127.

(2) ibid, p. 127.

(3) ibid, p. 76.

(4) Press report Published in Novaya Zhin, Quoted from Schmidt, S. et al.—Short History of the U.S.S.R., p. 97

(5) ibid, p. 97.

ৰাচিয়াত ৰাজতন্ত্ৰ শেষ হৈ গ'ল।

বুৰ্জোৱা গণতান্ত্ৰিক বিপ্লৱ বিজয়ী হ'ল।

কিন্তু, ৰাচিয়াৰ এই বিপ্লৱ চিৰাচৰিত বুৰ্জোৱা বিপ্লৱ নাছিল। ই সেই পৰ্যায়তকৈ বহু খোজৰ আৰু আগুৱাই গৈছিল।

এই বিপ্লৱৰ মাজেদি জন্ম হৈছিল দুটা অনুষ্ঠানৰ।

বুৰ্জোৱা অস্থায়ী চৰকাৰ আৰু শ্ৰমিক তথা সৈনিক প্ৰতিনিধিৰ পেট্ৰোগ্ৰাড চভিয়েট। দেশৰ মূল ক্ষমতাৰ চাবি-কাঠি আছিল এই চভিয়েটৰ হাতত। যদিও চভিয়েটে সংসদ বা ডুমা সমিতিক অস্থায়ী চৰকাৰ গঠনৰ বাবে বাট মুকলি কৰি দিছিল, তথাপিও চৰকাৰ গঠন হোৱাৰ পাছত চভিয়েটৰ অনুমোদন অবিহনে চৰকাৰে একো কাম কৰিব নোৱৰা অৱস্থা এটাৰ সৃষ্টি হৈছিল। সেনাবাহিনী আৰু জনগণ আছিল দৃঢ়ভাৱে চভিয়েটৰ লগত। ফলত অস্থায়ী চৰকাৰ সকলো কথাতে চভিয়েটৰ আজ্ঞাবহৰ দৰে হৈ পৰিছিল।

যেনেকৈ দ্বৈত ক্ষমতাই আত্মপ্ৰকাশ কৰিছিল। ক্ষমতাৰ কেন্দ্ৰ হৈ পৰিছিল দুটা।

এই পৰিস্থিতিত বলচেভিকসকলে চভিয়েটক দেশৰ সৰ্বময় ৰাজনৈতিক ক্ষমতা গ্ৰহণ কৰিবলৈ, অস্থায়ী বিপ্লৱী চৰকাৰ (বুৰ্জোৱাৰ অস্থায়ী চৰকাৰ নহয়) গঠন কৰিবলৈ কৈ আহিছিল। কিন্তু, তেওঁলোক তেতিয়া আছিল একেবাৰেই সংখ্যালঘু। মূল বলচেভিক নেতাসকল তেতিয়াও হয় চাইবেৰিয়াৰ নিৰ্বাসনত, নহয় বিদেশত। চভিয়েটৰ ভিতৰত মানচেভিক গোটৰ প্ৰাধান্য তেতিয়া। তেওঁলোকে বলচেভিকৰ কথা নামানিলে। স্পষ্টকৈ বৰঞ্চ কৈহে দিলে যে "জাৰতন্ত্ৰক অপসাৰিত কৰা ক্ষমতাৰ চাবিয় বুৰ্জোৱা হ'ব লাগিব।"[1] কিহৰ বাবে মানচেভিকসকলে এনে অৱস্থান গ্ৰহণ কৰিছিল, তাৰ বিষয়ে আগতে কৈ অহা হৈছেই। চভিয়েটত প্ৰাধান্য থকা আনটো ৰাজনৈতিক গোট চচিয়েল বিভলিউচনেৰীসকলেও মানচেভিক মতবাদক সমৰ্থন কৰিলে।

লেনিনে পাছৰ মানচেভিক আৰু চচিয়েল বিভলিউচনেৰীসকলৰ এই ভূমিকাৰ বিষয়ে মন্তব্য কৰিছিল যে, "পেটিবুৰ্জোৱা শ্ৰেণীৰ লোকসকলে (এই বুৰ্জোৱা গণতান্ত্ৰিক বিপ্লৱত) সৰ্বহাৰা শ্ৰেণীৰ পক্ষলৈ ঢলাই আহিছিল হয়, কিন্তু এওঁলোকে সচেতন সৰ্বহাৰা শ্ৰেণীক কেৱল নিজৰ বৃহৎ সংখ্যাৰেই নহয়, আদৰ্শগতভাৱেও হেঁচা মাৰি ধৰিছিল অৰ্থাৎ তেওঁলোকে নিজৰ পেটিবুৰ্জোৱা ৰাজনৈতিক মতবাদেৰে শ্ৰমিক শ্ৰেণীৰ এটা বহল অংশকে দুনীতিগ্ৰস্ত কৰি তুলিছিল।"[2]

যি নহওক, সাময়িকভাৱে মানচেভিকসকলৰে জয় হৈছিল।

কিন্তু প্ৰথমৰ পৰাই অস্থায়ী চৰকাৰ আৰু পেট্ৰোগ্ৰাড চভিয়েটৰ মাজত মতাদৰ্শগত বিৰোধ আৰম্ভ হৈ গৈছিল।

এখন ৰাষ্ট্ৰত দুটা ক্ষমতাৰ কেন্দ্ৰ কেতিয়াও থাকিব নোৱাৰে। অৱশেষত এটা নাইকিয়া হ'বই লাগিব। বিপ্লৱী ৰাচিয়াতো বুৰ্জোৱা অস্থায়ী চৰকাৰ আৰু বিপ্লৱী সৰ্বহাৰাৰ সংগঠন চভিয়েটৰ সহ-অৱস্থান সম্ভৱপৰ নহয়। দুইটাৰ মাজত বিৰোধ আৰু ক্ষমতাৰ টনা-আঁজোৰা চলিবলৈ বাধ্য আৰু এনেদৰেই গৈ এটা সময়ত এটা অনুষ্ঠান নাইকিয়া হৈ যাবই লাগিব। অস্থায়ী চৰকাৰ থাকিলে জয়ী হ'ব বুৰ্জোৱা, চভিয়েট থাকিলে বিজয়ী হ'ব শ্ৰমিক শ্ৰেণী।

এতিয়া এই সংঘাতেই এইবাৰ মুকলিকৈ আৰম্ভ হ'ল—যুদ্ধ আৰু শান্তিৰ প্ৰশ্নত।

বিৰোধৰ মূল বিষয়টো আছিল 'যুদ্ধৰ লক্ষ্য'।

বুৰ্জোৱা বিপ্লৱৰ পিছতেই সামৰিক বাহিনীয়ে প্ৰথমে চভিয়েটৰ কামকাজত অংশগ্ৰহণ কৰিছিল যদিও ডুমা আৰু অস্থায়ী চৰকাৰৰ ওপৰত তেওঁলোকৰ সম্পূৰ্ণ আস্থা আছিল। খোদ চভিয়েটেই চৰকাৰক সমৰ্থন কৰিছিল যেতিয়া চৰকাৰৰ প্ৰতি সেনাবাহিনীৰো সমৰ্থন নথকা কথাই নাছিল। আনকি সামৰিক বাহিনীৰ কেতবোৰ গোটে ডুমাৰ সমৰ্থনত ৰাজপথত শোভাযাত্ৰাও উলিয়াইছিল। কিন্তু, এয়া আছিল মূলতে জাৰতন্ত্ৰৰ বিৰুদ্ধে ডুমাৰ প্ৰতি সমৰ্থনু। জাৰৰ শাসন অন্ত পৰাত এই পৰিস্থিতিও সলনি হৈ গ'ল। এতিয়া যুদ্ধৰ প্ৰশ্নটোৰ কি হ'ব, কেনেদৰে সোনকালে শান্তি প্ৰতিষ্ঠা কৰা হ'ব এই কথাবোৰ অধিক জৰুৰী হৈ পৰিল। ট্ৰেঞ্চ আৰু বেৰেকত সোমাই থকা সৈনিকসকলে এইবাৰ বৰ আশাৰে পেট্ৰোগ্ৰাড চভিয়েট আৰু চৰকাৰৰ মুখলৈ চালে—নিৰ্দেশৰ আশাত, শান্তিৰ আশাত।

চভিয়েটৰ তৰফৰ পৰা চৰকাৰক এই বিষয়ে সোনকালে এক স্পষ্ট নীতি ঘোষণা কৰিবলৈ প্ৰবল হেঁচা দিয়া হ'ল। দেশত সোনকালে শান্তি প্ৰতিষ্ঠা হোৱাটো চভিয়েটৰ সদস্যসকলে বিচাৰিছিল।

কিন্তু, চৰকাৰে এই ক্ষেত্ৰত হোহকা-পিছলা কৰিবলৈ ধৰিলে। তেওঁলোকে নীতিগত সিদ্ধান্ত লবলৈ অপাৰগ হ'ল।

আনফালে যুদ্ধৰত সৈনিকসকলে শান্তিৰ বাবে হুলস্থুল আৰম্ভ কৰিছে—যুদ্ধ কৰাৰ আৰু মন নাই তেওঁলোকৰ। ২৭ মাৰ্চৰ দিনা চভিয়েটৰ ফালৰ পৰা উদ্যোগ লৈ ঘোষণা কৰা হ'ল যে পেট্ৰোগ্ৰাড চভিয়েটে অবিলম্বে যুদ্ধ শেষ কৰি শান্তি স্থাপন কৰাটো বাঞ্ছা কৰে। তেওঁলোকে আগৰ মানচেভিকসকলৰ নীতি মতেই কোনো ক্ষতিপূৰণ নিদিয়াকৈ, কোনো এলেকা দখল নকৰাকৈ সকলো যুদ্ধৰত দেশৰ মাজত শান্তি স্থাপনৰ আহ্বান জনালে। চভিয়েটৰ এই মতবাদ সোনকালেই সেনাবাহিনী আৰু জনতাৰ মাজত জনপ্ৰিয় হৈ উঠিল।

আনফালে যুদ্ধত ৰাচিয়াৰ মিত্ৰশক্তি ইংলেণ্ড আৰু ফ্ৰান্সে অস্থায়ী চৰকাৰক কূটনৈতিক স্বীকৃতি দিয়াৰ লগতে ৰাচিয়াক আগৰ দৰেই যুদ্ধ চলাই যাবলৈ

ক্ৰমাগতভাৱে হেঁচা দি ৰাখিবলৈ ধৰিলে। অস্থায়ী চৰকাৰেও যুদ্ধৰ ক্ষেত্ৰত আগৰ নীতি তৎকালে পৰিবৰ্তন কৰিবলৈ ইচ্ছা কৰা নাছিল। চৰকাৰে জাৰৰ দিনতে মিত্ৰশক্তিৰ লগত সম্পাদিত হোৱা গোপন চুক্তিবোৰ মানি চলিব বিচাৰিছিল। এই গোপন চুক্তিবোৰতে সাম্ৰাজ্যবাদী জোটবন্ধনে নিজৰ নিজৰ স্বাৰ্থৰ হকে পৃথিৱীখন নিজৰ মতে ভাগবাটোৱা কৰাৰ পৰিকল্পনা কৰি ৰাখিছিল। আনহাতে চভিয়েটৰ নেতাসকলে চৰকাৰক জাৰৰ দিনৰ সকলো গোপন চুক্তি অমান্য কৰিবলৈ হেঁচা দিবলৈ ধৰিলে। চৰকাৰ উভয় সংকটত পৰিল। অৱশেষত যুদ্ধ সম্পৰ্কে নিজৰ নীতি ঘোষণাৰ বাবে চভিয়েটৰ ক্ৰমাগত হেঁচা চৰকাৰে উপেক্ষা কৰিব নোৱাৰিলে। চৰকাৰৰ তৰফৰ পৰা কোৱা হ'ল, "বৰ্তমান সময়ৰ আটাইতকৈ গুৰুত্বপূৰ্ণ, আৱশ্যকীয় আৰু চিৰস্থায়ী কাম হ'ব সমগ্ৰ শক্তিৰে আমাৰ জাতীয় সম্পত্তি ৰক্ষা কৰা আৰু দেশখন আক্ৰমণকাৰী শত্ৰুৰ কবলৰ পৰা সম্পূৰ্ণভাৱে মুক্ত কৰা।"[৪] চভিয়েটৰ প্ৰভাৱত চৰকাৰে লগতে ক'বলৈ বাধ্য হ'ল যে জাতিসমূহৰ আত্মনিয়ন্ত্ৰণৰ অধিকাৰৰ ভিত্তিত ৰাচিয়াই যুদ্ধ অন্ত পেলাই চিৰস্থায়ী শান্তি প্ৰতিষ্ঠা কৰিব বিচাৰে।

চৰকাৰ আৰু চভিয়েটৰ এই সংগ্ৰামত চভিয়েটৰ হেঁচাৰ সন্মুখত বুৰ্জোৱা চৰকাৰে এক স্পষ্ট নীতি ঘোষণা কৰিবলৈ বাধ্য হ'ল।

ইতিমধ্যে চভিয়েটৰ প্ৰভাৱত চৰকাৰে আৰু কেতবোৰ বৈপ্লৱিক পদক্ষেপ লবলৈ বাধ্য হৈছিল।

জাৰ চৰকাৰে চাইবেৰিয়াত নিৰ্বাসন দি থোৱা বলচেভিক নেতাসকলকে ধৰি সকলো ৰাজনৈতিক বন্দীকে অবিলম্বে মুকলি কৰি দিয়া হ'ল। ইয়াৰ ভিতৰত বলচেভিক দলৰ ডুমাৰ সদস্যসকল আৰু ষ্টেলিনৰ দৰে নেতাসকলো আছিল। আটায়ে তৎকালে পেট্ৰোগ্ৰাডলৈ উভতি আহিল। এই সদস্যসকলৰ মুক্তিৰ ক্ষেত্ৰত আগভাগ লৈছিল কেৰেনেস্কিয়ে।

২১ মাৰ্চৰ দিনা চৰকাৰে পেট্ৰোগ্ৰাড চভিয়েটৰ হেঁচাত ফিনলেণ্ডৰ জাতীয় আত্মনিয়ন্ত্ৰণৰ অধিকাৰক স্বীকৃতি দিলে। জাৰৰ চৰকাৰৰ দিনত ফিনলেণ্ডৰ স্বায়ত্তশাসনৰ শেষ অধিকাৰকণো হৰণ কৰা হৈছিল। এতিয়াও অৱশ্যে আত্মনিয়ন্ত্ৰণৰ নামত অস্থায়ী চৰকাৰে স্বায়ত্তশাসনৰ অধিকাৰহে পুনৰ মানি ল'লে, স্বাধীনতাৰ নহয়। ইয়াৰ পাছত আহিল পোলেণ্ডৰ পাল। জাৰ চৰকাৰৰ দিনত পোলেণ্ডৰো বহুতো লগুৰে-নাগতি হৈ গৈছে—স্বাধীনতা হেৰুৱাইছে পোলেণ্ডে। এইবাৰ অস্থায়ী ৰুচ চৰকাৰে পোলেণ্ডৰ স্বাধীনতাৰ অধিকাৰ স্বীকাৰ কৰি ললে। কিন্তু, এই অধিকাৰ ঘোষণা নিৰৰ্থক হৈ পৰিল কিয়নো চৰকাৰে স্বাধীন পোলেণ্ডৰনো সীমা কি হ'ব সেই কথা ঘোষণা নকৰিলে। বৰঞ্চ এই কাম ৰাচিয়াত নিৰ্বাচিত হ'ব লগা সাংবিধানিক সভাৰ ওপৰত এৰি

থকা। তথাপিও, অস্থায়ী চৰকাৰৰ এই পদক্ষেপবোৰো ঐতিহাসিকভাৱে গুৰুত্বপূৰ্ণ আছিল। পেট্ৰোগ্ৰাড চভিয়েটৰ নিবন্তৰ হেঁচাৰ সন্মুখত চৰকাৰে এটাৰ পিছত এটাকৈ নিখুঁত নহ'লেও, সম্পূৰ্ণ নহ'লেও, সংস্কাৰমূলক হ'লেও, এনে ধৰণৰ এলানি ব্যৱস্থা লবলৈ বাধ্য হৈছিল।

জাৰ চৰকাৰে বাচিয়াৰ ধৰ্মীয় আৰু জাতিগত সংখ্যালঘুসকলৰ ওপৰত আৰোপ কৰা সকলোধৰণৰ নিষেধাজ্ঞা ইয়াৰ পিছত উঠাই লোৱা হ'ল আৰু এপ্ৰিলৰ ৩ তাৰিখৰ দিনা এই বিষয়ৰ অধিসূচনা জাৰি কৰা হ'ল।

কৃষি সংস্কাৰৰ প্ৰশ্নটোত আকৌ উজুটি খালে চৰকাৰে। চৰকাৰে ঘোষণা কৰিলে যে বলপূৰ্বকভাৱে মাটি দখল কৰাটো বেআইনী কাম। চৰকাৰে খেতিয়কসকলে সংঘটিত কৰা মাটি দখলৰ কামক গৰিহণা দিলে। কৃষি আৰু মাটিৰ প্ৰশ্নটোৰ এটা সমাধানসূত্ৰ উলিয়াবৰ বাবে চৰকাৰে কৃষি মন্ত্ৰালয়ৰ অধীনত এখন সমিতি গঠন কৰি দিলে। এই সমিতিৰ প্ৰতিবেদন দাখিল নোহোৱালৈকে দেশত আগৰ অৱস্থাই বাহাল থাকিল। বিদ্ৰোহী কৃষক প্ৰজা কিন্তু চৰকাৰৰ এই ঘোষণাত সন্তুষ্ট হ'ব নোৱাৰিলে।

যুদ্ধ আৰু শান্তিৰ প্ৰশ্নটোৱে ইতিমধ্যে আকৌ সংকটৰ সৃষ্টি হৈছে। চভিয়েটৰ হেঁচাৰ সন্মুখত অস্থায়ী চৰকাৰে যুদ্ধ সম্বন্ধে নিজৰ লক্ষ্য আৰু নীতি প্ৰাথমিকভাৱে ঘোষণা কৰিব লগীয়া হোৱাৰ কথা আগেয়েই কৈ অহা হৈছেই। চৰকাৰৰ এই নীতিৰ প্ৰতি মানচেভিককে ধৰি চভিয়েটৰ বাকী নেতাসকলে তেতিয়া সমৰ্থনো কৰিছে, বলচেভিক দলেহে এই ধৰণৰ নীতি আৰু লক্ষ্যৰ ঘোৰ বিৰোধিতা কৰি আহিছিল। এই বিষয়ে আমি পাছত গম পাম। কিন্তু, চভিয়েটৰ নেতাসকলে এইবাৰ অস্থায়ী চৰকাৰক ক'লে যে কেৱল যুদ্ধৰ লক্ষ্য আৰু নীতিৰ কথা দেশৰ ভিতৰতে ঘোষণা কৰিলে নহ'ব, এই বিষয়ে সকলো কথা স্পষ্টকৈ মিত্ৰশক্তিৰ দেশবোৰ—ইংলেণ্ড, ফ্ৰান্স, আমেৰিকা আদিক, আনুষ্ঠানিকভাৱে জনাই দিয়া প্ৰয়োজন। অস্থায়ী চৰকাৰে এই বিষয়ে মিত্ৰ দেশবোৰক আনুষ্ঠানিক জাননী দিবলৈ মন কৰা নাছিল, বৰঞ্চ বাহিৰত আগৰ দৰেই কাম কাজ চলাই থাকিবলৈহে মনে মনে ইচ্ছা কৰিছিল। কিন্তু, চভিয়েটৰ হেঁচাৰ সন্মুখত চৰকাৰে অৱশেষত এই বিষয়ে মিত্ৰদেশবোৰক জনাই দিবলৈ বাধ্য হ'ল।

বৈদেশিক মন্ত্ৰী মিলিউকভে মিত্ৰ দেশবোৰলৈ চৰকাৰৰ নীতি জনাই এখন ঘোষণাপত্ৰ প্ৰেৰণ কৰিলে। কিন্তু এই ঘোষণাপত্ৰৰ লগত তেওঁ কিছুমান চিঠি গাঁঠি দিলে তাত স্পষ্টকৈ লেখিলে যে যুদ্ধৰ প্ৰশ্নটোত ৰাছিয়াৰ স্থিতি অপৰিৱৰ্তিত আছে, কোনো ধৰণৰ সালসলনি ইয়াত ঘটোৱা হোৱা নাই, গতিকে মিত্ৰসকল আশ্বস্ত হ'ব লাগে।

মে' মাহৰ ১ তাৰিখে মিত্ৰশক্তিৰ ৰাষ্ট্ৰদূতসকলৰ জৰিয়তে বৈদেশিক মন্ত্ৰী

মিলিউকভে দিয়া এই চিঠিখনৰ কথা ৩ মে'ৰ দিনা ৰাজহুৱা হৈ গ'ল। এই খবৰ প্ৰকাশ হোৱাৰ লগে লগে চাৰিওফালে হুলস্থুল লাগি পৰিল। জনতা বিক্ষোভত ফাটি পৰিল, দেশত গৃহযুদ্ধ আৰম্ভ হওঁ হওঁ হ'ল।

প্ৰথমে বিৰোধিতা আৰম্ভ হ'ল ৰাজধানীত সেনাবাহিনীৰ এক বিক্ষোভ প্ৰদৰ্শনৰ জৰিয়তে। 'মিলিউকভ নিপাত যাওক'—বিদ্ৰোহী সেনাসকলে ধ্বনি দিলে। ৰাজধানীৰ জনমত চৰকাৰৰ পক্ষে আৰু বিপক্ষে দুভাগ হৈ পৰিল।

পেট্ৰোগ্ৰাড চহৰৰ অভিজাত পাড়া বুলি বিখ্যাত 'নেভ্‌স্কি প্ৰস্পেক্ট' নামৰ বহল ৰাজপথটোত চৰকাৰী কৰ্মচাৰী, সেনাবাহিনীৰ বিষয়া, মধ্যবিত্ত শ্ৰেণী বুদ্ধিজীৱী আৰু ছাত্ৰসকলৰ এক বৃহৎ অংশই অস্থায়ী চৰকাৰৰ সমৰ্থনত শোভাযাত্ৰা বাহিৰ কৰিলে। ধনীসকলৰ এই প্ৰদৰ্শনত 'লেনিন নিপাত যাওক' ধ্বনিও উচ্চাৰিত হ'ল।

আনফালে ৰাজধানীৰ বিস্তীৰ্ণ শ্ৰমিক অঞ্চলত শ্ৰমজীৱী জনগণে চভিয়েটৰ সমৰ্থনত শোভাযাত্ৰা বাহিৰ কৰিলে। অস্থায়ী চৰকাৰৰ মন্ত্ৰী মিলিউকভৰ এই বিশ্বাসঘাতকতা আৰু দুমুখীয়া নীতিক গৰিহণা দিয়া হ'ল। এসময়ত গৈ চৰকাৰৰ সমৰ্থক আৰু চভিয়েটৰ সমৰ্থকসকলৰ মাজত হতাহতিও আৰম্ভ হৈ গ'ল।

যুদ্ধ আৰু শান্তিৰ প্ৰশ্নটো লৈয়েই দেশৰ ধনী আৰু দুখীয়া শ্ৰেণীৰ মাজত বিৰোধ চূড়ান্ত পৰ্যায় পালেগৈ।

দেশৰ এই গৃহযুদ্ধময় পৰিস্থিতিত ৩ মে'ৰ দিনা বলশ্বেভিক দলৰ কেন্দ্ৰীয় কমিটিৰ এক প্ৰস্তাৱত কোৱা হ'ল যে—যুদ্ধৰ প্ৰশ্নটোতে অস্থায়ী চৰকাৰৰ মুখাখন খোলখাই আচল চৰিত্ৰ ওলাই পৰিছে। বুৰ্জোৱাৰ এই চৰকাৰে নিজৰ লাভৰ বাবেই যুদ্ধখন চলাই যাব বিচাৰে। এনে চৰকাৰক ক্ষমতাচ্যুত কৰাৰ সময় আহি পৰিছে। মানচেভিক আৰু চচিয়েল বিভলিউচনেৰীসকলক সমালোচনা কৰি কোৱা হ'ল যে তেওঁলোকে পুঁজিপতিহঁতক নিয়ন্ত্ৰণ কৰিব পৰা যাব, সিহঁতক ঠিক বাটেদি লৈ যাব পৰা যাব বুলি প্ৰচাৰ কৰি জনতাৰ আগত এখন ভুৱা মোহজাল তৰিবলৈ ধৰিছে। এনে পৰিস্থিতিত মিলিউকভৰ পদত্যাগ বা মন্ত্ৰীসভাৰ সালসলনিয়ে সমস্যাৰ সমাধান নকৰে। ইতিমধ্যে কিছুমান ৰাজনৈতিক নেতাৰ মাজত এই কথা সঘনে উত্থাপিত হৈছিল। বৰঞ্চ সকলো ৰাজনৈতিক ক্ষমতা এতিয়া চভিয়েটৰ হাতলৈ আনিলেহে সমস্যাৰ নিষ্পত্তি সম্ভৱ।

দেশৰ পৰিস্থিতি ক্ৰমে বিস্ফোৰণমুখী হৈ আহিল।

বলশ্বেভিক দলৰ এই স্থিতিয়ে তেতিয়া তাৎক্ষণিকভাৱে সাধাৰণ মানুহক আকৰ্ষিত বা প্ৰভাৱিত কৰিব পৰা নাছিল যদিও ঘটনাৰ বিকাশৰ লগে লগে এই মত ক্ৰমে লাহে লাহে জনপ্ৰিয় হ'বলৈ আৰম্ভ কৰিলে।

বিদেশী শক্তিবোৰে, বিশেষকৈ বৃটেইনে অস্থায়ী চৰকাৰৰ প্ৰতি নিজৰ সমৰ্থন জনালে। বৃটিছ বাণিজ্যদূতে জৰ্জ বুকানানে দূতাবাসৰ সন্মুখতে মুকলিভাবে মানুহক সম্বোধন কৰি অস্থায়ী চৰকাৰক সমৰ্থন কৰিবলৈ আহ্বান জনালে। এই চৰকাৰেই প্ৰকৃততে জনগণৰ স্বাৰ্থৰক্ষা কৰিব পাৰিব বুলি তেওঁ ঘোষণা কৰিলে।[৭]

অস্থায়ী চৰকাৰে জনতাৰ এই বিক্ষোভ কঠোৰভাৱে দমন কৰাৰ কথা ভাবি এই বিষয়ে কিছুমান সেনাপতিৰ লগত গোপনে আলোচনাও কৰিলে। সেই মৰ্মে জেনেৰেল কৰ্ণিলভে মিখাইলভস্কি গোলন্দাজ স্কুলৰ অফিচাৰ কেডেট সকলক তুমা ভৱনৰ চৌদিশে পহৰা দিবলৈ, দৰকাৰ হ'লে গণ্ডগোল দমন কৰিবলৈ সাজু হৈ আহিবলৈ ক'লে। কিন্তু কেডেটসকলে (এই প্ৰথম আৰু শেষবাৰৰ বাবে) পেট্ৰোগ্ৰাড চভিয়েটৰ অনুমতি অবিহনে লৰচৰ কৰিবলৈ অমান্তি হ'ল। জেনেৰেল কৰ্ণিলভৰ পৰিকল্পনা ব্যৰ্থ হ'ল। তেওঁ দিয়া আদেশ তেওঁ নিজেই উঠাই লবলৈ বাধ্য হ'ল।[৮]

বহুকেজন নেতাই এই সময়তেই সামৰিক অভ্যুত্থানৰ জৰিয়তে ক্ষমতা দখলৰ কথাও ভাবিছিল। সশস্ত্ৰ বাহিনীৰ একাংশৰ সহায়ত জনতাৰ বিক্ষোভ দমন কৰাৰ পৰিকল্পনা কৰিছিল। পেট্ৰগ্ৰাড মিলিটেৰী ডিষ্ট্ৰিক্টৰ কামাণ্ডাৰ জেনেৰেল কৰ্ণিলভ, সেনাবাহিনীৰ মুখ্য অধিনায়ক জেনেৰেল আলেকজান্দ্ৰায়েভ আৰু কৃষ্ণসাগৰৰ নৌবহৰৰ এড্‌মিৰেল কল্‌চাকে এই বিষয়ে গোপনে বৈঠক পাতিছিল যদিও তেওঁলোকো এইদিশত আগবাঢ়িবলৈ সক্ষম নহ'ল।

কৰ্ণিলভে এইবাৰৰ ৰাজধানীৰ ছাউনীৰ পৰা কেইটামান বছা বছা বিদ্ৰোহী সেনাৰ গোটক ৰণাঙ্গনলৈ আঁতৰাই পঠিয়াবলৈ চেষ্টা কৰিলে। সেনাহঁতে কিন্তু পেট্ৰোগ্ৰাড চভিয়েটৰ পৰা আদেশ নোপোৱালৈকে ক'লৈকো নাযাওঁ বুলি স্পষ্টকৈ কৈ দিলে। অবাধ্য হৈ পৰা ফিনলেণ্ড ৰেজিমেণ্টৰ সেনাসকলৰ কুচকাৱাজত ভাষণ দিবলৈ যাওঁতে জেনেৰেল কৰ্ণিলভক সেনাসকলে কথা সম্পূৰ্ণ কৰিবলৈকে নিদিলেই বৰঞ্চ বিদ্ৰোহী সেনাই তেওঁৰ গাড়ীৰ পতাকাখন ভাঙি পেলালে।

এইবাৰ জেনেৰেল কৰ্ণিলভে ইস্তফা দিলে আৰু চৰকাৰেও এই ইস্তফা গ্ৰহণ কৰিলে। দেশৰ এই পৰিস্থিতিৰ বাবে অস্থায়ী চৰকাৰে এইবাৰ চভিয়েটক জনৰীয়া কৰি শৃংখলা প্ৰতিষ্ঠা নহ'লে সমগ্ৰ মন্ত্ৰীসভাই ইস্তফা দিয়াৰ ভয় দেখুৱালে। আৰু, আচৰিত কথা যে এই ভাবুকিৰ সন্মুখত চভিয়েটৰ নেতাসকলে পিছ হুঁহকি আহিল। মানচেভিক আৰু চচিয়েল ৰিভলিউচনেৰী দলৰ নেতাসকলৰ দখলত থকা চভিয়েটে তেতিয়াও ৰাজনৈতিক ক্ষমতা হাতত লোৱাৰ বাবে ইচ্ছুক আৰু প্ৰস্তুত নহয়। বুৰ্জোৱা বিপ্লৱত ক্ষমতা বুৰ্জোৱাই লোৱা উচিত বোলা তেওঁলোকৰ পূৰ্বধাৰণাই দেশৰ পৰিৱৰ্তিত ৰাজনৈতিক পৰিস্থিতিতো তেওঁলোকক অকামিলা কৰি পেলালে। শান্তিপূৰ্ণ উপায়েৰে

দেশৰ জনতা চভিয়েটৰ হাতলৈ অনাৰ শেষ সুযোগটোও তেওঁলোকে এনেদৰেই হেৰুৱালে।

তেওঁলোকে বৰঞ্চ এইবাৰ ৩ দিনৰ বাবে সকলো ধৰণৰ বিক্ষোভ প্ৰদৰ্শন বন্ধ কৰি দিলে, সেনাবাহিনীকো নিজা নিজা বেৰেকত থাকিবলৈ ক'লে। পেট্ৰোগ্ৰাড চভিয়েটৰ এই নিৰ্দেশ সকলো বিপ্লৱীয়ে মানি ললে, ৰাজপথৰ পৰা বিক্ষোভকাৰী জনতা আঁতৰি গ'ল আৰু বুৰ্জোৱা চৰকাৰেও জীয়াই থকাৰ এক অৱকাশ লাভ কৰিলে। অৱশ্যে ইয়াৰ লগতে দেশৰ বিপ্লৱী জনগণৰ ওপৰত চভিয়েটৰ প্ৰচণ্ড প্ৰভাৱৰ কথা, ইয়াৰ শক্তিৰ কথাও, প্ৰমাণিত হৈ গ'ল।

দেশৰ বিক্ষোভ সাময়িকভাৱে বন্ধ হ'লেও কিন্তু পৰিস্থিতিৰ বিশেষ উন্নতি নহ'ল। চৰকাৰৰ বিৰুদ্ধে ক্ষোভ কমকচাৰি বাঢ়িহে আছিলে। এনে পৰিস্থিতিত চৰকাৰেও কাম-কাজ কৰিব নোৱৰা অচল অৱস্থা এটাৰ সৃষ্টি হ'ল। এইবাৰ অস্থায়ী চৰকাৰৰ প্ৰধানমন্ত্ৰীয়ে প্ৰস্তাৱ দিলে যে দেশত এক সুস্থিৰ আৰু শক্তিশালী প্ৰশাসন গঢ়ি তুলি যুদ্ধ আৰু শান্তিৰ প্ৰশ্নটো মীমাংসা কৰিবৰ বাবে মন্ত্ৰীসভাখন বহল ভিত্তিত সংগঠিত কৰিব লাগিব। ইয়াৰ বাবে তেওঁ চভিয়েটৰ মানচেভিক আৰু চচিয়েল ৰিভলিউচনেৰী দলৰ নেতাসকলক মন্ত্ৰীসভাত যোগ দিবলৈ আহ্বান জনালে।

প্ৰথমে এওঁলোকে চৰকাৰত অংশ গ্ৰহণ কৰিবলৈ অমান্তি হ'ল।

১২ মে'ৰ দিনা অস্থায়ী চৰকাৰৰ সেনা আৰু নৌবাহিনীৰ মন্ত্ৰী গুচকভে ইস্তফা দিলে। তেওঁ আৰু কাম চলাব নোৱাৰে। ইয়াৰ তিনিদিনৰ পাছতে ১৫ তাৰিখে বৈদেশিক মন্ত্ৰী পাভেল মিলিউকভেও পদত্যাগ কৰিলে। বাকীবোৰ মন্ত্ৰীয়েও এইবাৰ পদত্যাগ কৰিবলৈ ওলাল।

বিপ্লৱৰ পাছত প্ৰথম মন্ত্ৰীসভাৰ সংকট আৰম্ভ হ'ল।

এই সংকটৰ বাবে মানচেভিক আৰু সমাজ বিপ্লৱীসকলে এহাতে কেডেট দল আৰু আনহাতে বলচেভিকসকলৰ আঁকোৰগোজ মনোভাৱেই দায়ী বুলি অভিহিত কৰিলে।

ৰাচিয়াত চৰকাৰ নাইকিয়া হোৱাৰ অৱস্থা সৃষ্টি হ'ল।

অৱশেষত চভিয়েটৰ মানচেভিক আৰু সমাজ বিপ্লৱী নেতাসকলে বুৰ্জোৱাৰ লগত লগ লাগি এখন সম্মিলিত চৰকাৰ গঠন কৰিবলৈকে সিদ্ধান্ত ললে। দ্বিতীয় অস্থায়ী চৰকাৰ গঠনৰ প্ৰস্তুতি চলিল। চভিয়েটৰ নেতাসকলক কৃষি, ন্যায় ( আইন ), খাদ্য যোগান, শ্ৰম আৰু ডাক-তাঁৰ বিভাগৰ মন্ত্ৰী দিয়া হ'ল। পেট্ৰোগ্ৰাড চভিয়েটৰ সেই সময়ৰ শক্তিশালী মানচেভিক নেতা ইৰাকলি ঘিয়ৰঘিয়েভিচ্ চৰেতেলি এই ডাক-তাঁৰ বিভাগৰ মন্ত্ৰী হ'ল। আলেকজেণ্ডাৰ কেৰেনেস্কি নতুন মন্ত্ৰীসভাৰ গুৰুত্বপূৰ্ণ যুদ্ধ বিভাগৰ মন্ত্ৰী হ'ল। কোটিপতি চেনি ব্যৱসায়ী টেৰিচচেংকো বিত্তমন্ত্ৰী হৈয়েই থাকিল।

মানচেভিক আৰু সমাজবিপ্লৱী নেতাসকল এইবাৰ বুৰ্জোৱাৰ সহযোগী আৰু অংশীদাৰ হৈ পৰিল।

বলচেভিকসকল? ইমান দিনে তেওঁলোকে কি কৰিছিল? লেনিনে কি কৰিছিল? এইবাৰ আমি এওঁলোকৰ কামকাজ পৰ্যবেক্ষণ কৰো।

২

# বিপ্লৱোত্তৰ বামপন্থী শিবিৰ আৰু লেনিনৰ প্ৰত্যাৱৰ্তন



● দ্বৈতক্ষমতা আৰু মানচেভিক ৰাজনীতি ● চচিয়েল ৰিভলিউচনেৰী দল ● বলচেভিক দলৰ দুৰ্বল অৱস্থা আৰু বিপ্লৱোত্তৰ ৰাজনৈতিক কাৰ্যসূচী ● মুকলি বলচেভিক সংগঠন আৰু প্ৰাভদা কাকতৰ জন্ম ● দলৰ মাজত তাত্ত্বিক স্থবিৰতা আৰু 'ৰুচ ব্যুৰো'ৰ কামকাজ ● লেনিনৰ স্বদেশলৈ প্ৰত্যাৱৰ্তন ● আদৰণি ● লেনিনৰ নতুন সূত্ৰ—'সমাজতান্ত্ৰিক বিপ্লৱ' ● লেনিনৰ মতবাদৰ বিৰোধিতা

টোকা আৰু প্ৰসংগ ঃ

(1) Schmidt, S. et al —A Short History of the U.S.S.R.

(2) Nanerkov, Albert.—An Illustrated History of the Great Octobar Socialist Revolution.

(3) Carr, E.H.—The Bolshevik Revolution. p. 85

(4) ibid, p. 89.

(5) ibid, p. 89.

(6) Lenin.—A Biography p. 237.

(7) ibid, p. 238.

(8) ibid, p. 240.

(9) ibid, p. 240.

(10) Carr, E. H.—The Bolshevik Revolution. p. 90.

(11) ibid, 91.

(12) Same as (2)

(13) Carr, E.H.—The Bolshevik Revolution. p. 90.

(14) Lenin.—A Biography. p. 243.

ফেব্ৰুৱাৰী বিপ্লৱৰ পিছত বহুত সমাজ-গণতান্ত্ৰিক দলৰ মানচেভিক আৰু বলচেভিক দুইটা মোৰ্চৰ ওপৰত সুদূৰপ্ৰসাৰী প্ৰভাৱ পেলালে।

তাৎকালিকভাৱে অৱশ্যে মানচেভিকসকলেই লাভ হ'ল যেন। তেওঁলোকৰ নেতাসকলে বিপ্লৱৰ আগৰ মুহূৰ্তবোৰত ৰাজধানীত নিজৰ অৱস্থান শক্তিশালী কৰি লবলৈ সক্ষম হৈছিল। সাম্ৰাজ্যবাদী যুদ্ধৰ ক্ষেত্ৰতো তেওঁলোকে এক প্ৰতিৰক্ষাবাদী নীতি গ্ৰহণ কৰাত (অৰ্থাৎ যুদ্ধ বন্ধৰ আহ্বান দিও দেশৰ সীমা ৰক্ষাৰ বাবে প্ৰতিৰক্ষাত্মক যুদ্ধৰ সমৰ্থন কৰিছিল তেওঁলোকে) জাৰ চৰকাৰৰ দমন-পীড়নৰ পৰা বহুখিনি ৰক্ষা পৰিছিল। গণ আন্দোলনৰ জোৱাৰত সেয়ে তেওঁলোক সহজে মস্কৰ মাজভাগতে আহি চোভিয়েটত নিজৰ নেতৃত্ব কায়েম কৰিবলৈ সক্ষম হৈছিল। আনফালে যুদ্ধক সম্পূৰ্ণভাৱে বিৰোধিতা কৰা, আনকি সাম্ৰাজ্যবাদী যুদ্ধক গৃহযুদ্ধলৈ ৰূপান্তৰিত কৰাৰ আহ্বান দিয়া বলচেভিক দলৰ ওপৰত জাৰতন্ত্ৰৰ কঠোৰ দমন নামি আহিছিল। দলৰ মূল নেতাসকল হয় চাইবেৰিয়াত নিৰ্বাসিত হৈ আছিল, নহয় বিদেশত থাকিবলগীয়া হৈছিল। দেশৰ অভ্যন্তৰত কাম কৰি থকা নেতাসকলে অশেষ কষ্টৰে দলৰ গোপন সংগঠনবোৰ অটুট ৰাখি এহাতে শ্ৰমিকৰ মাজত দলৰ কামকাজ চলাইছিল আৰু আনহাতে বিদেশৰ পৰা অহা লেনিনৰ নীতি অনুসৰি নিজৰ কাৰ্যপন্থা নিৰ্ণয় কৰাৰ, জাৰতন্ত্ৰ আৰু যুদ্ধৰ বিৰোধিতা কৰাৰ সাহসী প্ৰচেষ্টা চলাইছিল। বিপ্লৱৰ সময়ত সেয়ে তেওঁলোকে শ্ৰমিকৰ মাজত, সেনাবাহিনীত, ৰাজপথত নেতৃত্ব লবলৈ সক্ষম হৈছিল যদিও স্বল্পসংখ্যতাৰ বাবে চোভিয়েট আদিত প্ৰথমৰ পৰা লেখত লবলগীয়া শক্তি হিচাপে আত্মপ্ৰকাশ কৰিবলৈ সক্ষম হোৱা নাছিল।[1]

মানচেভিকসকলে সমাজবিপ্লৱৰ গতি সম্পৰ্কে সূত্ৰায়ন কৰি কৈছিল যে বুৰ্জোৱা গণতান্ত্ৰিক বিপ্লৱৰ পাছত বুৰ্জোৱাসকলেই প্ৰথমে ক্ষমতালৈ অহা আৰু সমাজবাদী শক্তিবোৰে সচেতন বিপ্লৱ-বিৰোধী পক্ষৰ ভূমিকা পালন কৰা উচিত। আৰু যেতিয়া পুঁজিবাদত সংকট উৎপন্ন হ'ব, তেতিয়া সমাজবাদীসকলে শ্ৰমিক শ্ৰেণীক নেতৃত্ব দি দেশক সমাজবাদৰ দিশলৈ লৈ যাব। মানচেভিক সকলৰ এইকথা বলচেভিক দলৰ নীতিতকৈ বুজিবলৈকো সহজ আছিল আৰু দেশৰ মধ্যবিত্ত শ্ৰেণীৰ বাবে অধিক গ্ৰহণযোগ্য (অধিক নিৰাপদ, কম অসুবিধা-দায়ক) আছিল।

মানচেভিকসকলে কৈছিল যে দেশত আত্মপ্ৰকাশ কৰা দ্বৈতক্ষমতা হ'ল বুৰ্জোৱা চৰকাৰৰ আৰু সৰ্বহাৰা বিৰোধী দলৰ একপ্ৰকাৰ সাংবিধানিক অংশীদাৰী ব্যৱস্থাহে মাথোন—এক কনষ্টিটিউচনেল পাৰ্টনাৰচিপ। দেশৰ দুৰ্বুজসম্পূৰ্ণ পৰিস্থিতিত মানচেভিকসকলে সদায় ৰাজনৈতিক বিশ্লেষণ ভুল কৰাৰ ফলে এইবাৰো চোভিয়েটৰ ৰাজনৈতিক চৰিত্ৰ তেওঁলোকে ধৰিব নোৱাৰিলে।

মেনচেভিকসকলৰ এই দৃষ্টিকোণৰ জন্ম হৈছিল তেওঁলোকৰ পেটিবুর্জোৱা-সুলভ আপোচকামিতাৰ পৰা আৰু ই ৰাজধানীৰ কথাচহকী, সতর্ক আৰু বুদ্ধিজীৱী বিলাক মধ্যবিত্ত বাহিনীৰ বাবে আছিল অধিক আদৰণীয়, অধিক নিৰাপদ।

ফলত বিপ্লৱৰ পাছতেই ৰাজধানীৰ লগতে ৰাচিয়াৰ আন আন প্ৰধান ঠাইবোৰ মেনচেভিক দলৰ প্ৰভাৱ-প্ৰতিপত্তি ধুমুহাৰ গতিত বাঢ়ি আহিল। চভিয়েট, ইয়াৰ কাৰ্যকৰী সমিতি, সকলোতে তেওঁলোকে নেতৃত্বৰ স্থান সহজে অধিকাৰ কৰিলে। এনেহেন দল এটাই যেতিয়া বুর্জোৱাক স্বেচ্ছাই ক্ষমতা এৰি দি সহায়তা কৰিবলৈ আগবাঢ়ি আহিল, তেতিয়া দেশৰ বিপ্লৱময় পৰিস্থিতিত বুর্জোৱাই তেওঁলোকক আঁকোৱালি নোলোৱাৰ কোনো কথাই নাই।

মেনচেভিকসকলৰ মাজত কেৱলমাত্ৰ যুদ্ধৰ প্ৰশ্নটোলৈ অৱশ্যে যথেষ্ট মতবিৰোধ আছিল।

মেনচেভিকসকলে বিচৰা দৰে যিকোনো প্ৰকাৰে সাম্ৰাজ্যবাদী যুদ্ধখনৰ ওৰ পেলোৱাটো তেওঁলোকে সমৰ্থন নকৰিছিল। ইতিমধ্যেই প্ৰতিৰক্ষাবাদী নীতি লৈ তেওঁলোকে যুদ্ধৰ প্ৰশ্নত কিছুদূৰ আপোচ কৰিছেই। শান্তি স্থাপনৰ বাবে তেওঁলোকে পৰাজয় স্বীকাৰ কৰি লব নোৱাৰে—এক সন্মানজনক শান্তি, (পাৰিলে ৰণক্ষেত্ৰত বিজয়লাভ কৰাৰ বাসনা তেওঁলোকৰ মনত নথকা নহয়।) আৰু যুদ্ধ অৱসানৰ লগে লগে গণতান্ত্ৰিক সংস্কাৰ—পুৰণা মতবাদকে নতুন ধৰণে আকৌ দোহাৰিলে তেওঁলোকে।

এই সময়ত মেনচেভিক দলৰ একমাত্ৰ প্ৰতিদ্বন্দ্বী আছিল চচিয়েল ৰিভলিউ-চনেৰীসকল। উদাৰনৈতিক নাৰদনিক চিন্তাধাৰাৰ ভিত্তিত গঢ়ি উঠা গ্ৰামীন পেটিবুর্জোৱা, আৰু মধ্যবিত্ত বুদ্ধিজীৱীৰ এই দলটোৰ গাঁও অঞ্চলৰ খেতিয়ক-সকলৰ মাজত ভাল প্ৰভাৱ আছিল। মূলতেই খেতিয়কসকলৰ মাটিৰ দাবীকেই এওঁলোকে তুলি ধৰিছিল। এতিয়া বিপ্লৱৰ পাছত সেনাবাহিনীৰ সৈনিক-সকলেও (যিসকল আছিল মূলতেই ইউনিফৰ্ম পিন্ধা খেতিয়ক) যেতিয়া মাটিৰ দাবীও তুলিলে, তেতিয়া চচিয়েল ৰিভলিউচনেৰী দলৰ প্ৰভাৱো হুৰহুৰাই বাঢ়ি আহিল। খেতিয়ক সৈনিকসকলৰ বুজন অংশই এই দলৰ নীতিৰ প্ৰতি সমৰ্থন আগবঢ়ালে।[২]

আনফালে বলচেভিক দলৰ অৱস্থা এই সময়ত তুলনামূলকভাৱে আটাইতকৈ বেয়া। মূল নেতাসকল চাইবেৰিয়া বা বিদেশত থকাৰ বাবে নেতৃত্বৰ ক্ষেত্ৰত এক শূন্যতা বিৰাজ কৰিছে। 'বুচ বুৰো'ৰ নতুন নেতাসকলে লেনিনৰ বাহিৰৰ পৰা পঠোৱা নীতি অনুযায়ী যুদ্ধ বিৰোধিতা, দেশৰ বুর্জোৱা চৰকাৰ যুদ্ধত হৰাব, আৰু গৃহযুদ্ধৰ সপক্ষে ৰাজনৈতিক প্ৰচাৰ আৰম্ভ কৰিছে যদিও এইকেটা প্ৰশ্নত দলৰ মাজতে বহুতো বিৰোধিতা ৰৈ গৈছে। বিপ্লৱৰ বিজয়ৰ লগে লগে প্ৰতিবিপ্লৱক বাধা দিবৰ বাবে শ্ৰমিক শ্ৰেণীয়ে আন শক্তিবোৰৰ সহায়ত এটা

অস্থায়ী বিপ্লৱী চৰকাৰৰ ( বুৰ্জোৱা আৰু মানচেভিকৰ অস্থায়ী চৰকাৰ নহয় ) গঢ়ি তোলাটো প্ৰয়োজনীয়তা আহি পৰিছে।

'ৰুচ ব্যুৰো'ৰ নেতাসকলে সেয়ে প্ৰথমৰ পৰাই শ্ৰমিকসকলক এটা অস্থায়ী বিপ্লৱী চৰকাৰ গঠন কৰিবৰ বাবে আহ্বান জনাইছিল। অস্থায়ী সম্মিলিত চৰকাৰ গঠন হোৱাৰ পাছতো তেওঁলোকে এনে বিপ্লৱী চৰকাৰৰ কথা আৰু দৃঢ়ভাৱে তুলি ধৰিছিল। ইয়াৰ লগতে দেশত প্ৰজাতন্ত্ৰ প্ৰতিষ্ঠা কৰা, গণতান্ত্ৰিক সংস্কাৰ কাৰ্য সমাধা কৰা, কলকাৰখানাত আঠঘণ্টীয়া কামৰ সময় বান্ধি দিয়া, সকলো জমিদাৰি খাত-পাম বাজেয়াপ্ত কৰা, দেশৰ আকালৰ মোকাবিলা কৰিবৰ বাবে ব্যৱসায়ীহঁতৰ গুদামৰ খাদ্য-শস্যৰ ভাণ্ডাৰবোৰ জব্দ কৰি মানুহৰ মাজত বাজহুৱাভাৱে বিতৰণৰ ব্যৱস্থা কৰা, দেশৰ সংবিধান প্ৰস্তুত কৰিবৰ বাবে বিশ্বজনীন, মুক্ত, গোপন ভোটদানৰ জৰিয়তে এখন সাংবিধানিক সভা আহ্বান কৰা আৰু সকলো দেশৰ শ্ৰমিক শ্ৰেণীৰ লগত প্ৰত্যক্ষভাৱে আলাপ-আলোচনা আৰম্ভ কৰি তৎকালে যুদ্ধ বন্ধ কৰাৰ লগতে বুৰ্জোৱাৰ বিৰুদ্ধে উমৈহতীয়া সংগ্ৰাম গঢ়ি তোলাৰ নীতি দাঙি ধৰিছিল।

মানচেভিকসকলে যি সময়ত মুখেৰে বিশ্বৰ শ্ৰমিক-শ্ৰেণীৰ ঐক্যৰ শ্লোগান দিলেও নিজৰ দেশৰ বুৰ্জোৱাৰ লগত লগ লাগি জাতীয় প্ৰতিৰক্ষাৰ আচিলাত যুদ্ধ চলাই যোৱাৰ পৃষ্ঠপোষকতা কৰিছিল, সেই সময়ত বলচেভিকসকলে তেওঁলোকৰ আগৰ নীতিতে দৃঢ়ভাৱে লাগি আছিল।

বিপ্লৱৰ সেই হুলস্থুলীয়া দিনবোৰত বলচেভিকসকলৰ এনে কঠোৰ নীতি অৱশ্যে বৰ জনপ্ৰিয় হোৱা নাছিল। জাৰতন্ত্ৰক ওফৰোৱাৰ আনন্দত অধীৰ মধ্যবিত্ত শ্ৰেণীয়ে এইবোৰ কথা শুনি বলচেভিকবোৰক দেশদ্ৰোহী আখ্যা দিছিল। দেশদ্ৰোহী নহ'লেনো কোনোবাই নিজৰ দেশ যুদ্ধত হৰাৰ, যুদ্ধৰ সময়তে নিজৰ দেশৰ চৰকাৰৰ বিৰুদ্ধে গৃহযুদ্ধৰ ভাবুকি দিয়া আৰু শ্ৰমিক মিত্ৰতাৰ নামত শত্ৰুদেশৰ মানুহৰ লগত মিতিৰালি কৰাৰ কথা ক'ব পাৰেনে? এনে ধৰণৰ প্ৰচাৰে বলচেভিক দলৰ মাজতো কিছু পৰিমাণে মতভেদ সৃষ্টি কৰিছিল—এই বিষয়ে আমি পাছত কিছু আলোচনা কৰিম।

ইতিমধ্যে বিপ্লৱৰ জয়ৰ পাছত বলচেভিক দলে এইবাৰ প্ৰথম মুকলি-মুৰীয়াকৈ কাম কৰাৰ পৰিৱেশ পালে। গোপন অৱস্থাৰ পৰা তেওঁলোকে এইবাৰ খোলাখুলিকৈ সংগঠনৰ কাম আৰম্ভ কৰিলে। মাৰ্চৰ ৫ তাৰিখে পেট্ৰোগ্ৰাড সমিতিয়ে 'প্ৰাভদা' কাকতখন আকৌ প্ৰকাশ আৰম্ভ কৰিলে; প্ৰথম সংখ্যাটো বিনামূলীয়াকৈ বিতৰণ কৰা হ'ল। কিন্তু দ্বিতীয় সংখ্যাটোৰ পৰা কাকতখনৰ এক লাখ কপি বিক্ৰী হ'ল। গোপন অৱস্থাত ৰাজধানীত দলৰ সদস্য সংখ্যা ২০—৩০ হাজাৰৰ বেছি নাছিল, কিন্তু এতিয়া মুকলি পৰিৱেশত দলৰ সদস্য সংখ্যাও বাঢ়ি আহিবলৈ ধৰিলে।

বলচেভিক দলে প্ৰথমৰ পৰাই অস্থায়ী (বুৰ্জোৱা) চৰকাৰৰ বিৰোধিতা কৰি শ্ৰমিক, সৈনিকসকলক এই চৰকাৰৰ ঠাইত এখন অস্থায়ী বিপ্লৱী চৰকাৰ গঠন কৰিবলৈ আহ্বান জনাইছিল যদিও, নতুনকৈ প্ৰতিষ্ঠা কৰা অস্থায়ী চৰকাৰক আঁতৰাই এখন বিপ্লৱী চৰকাৰ গঠন কৰাৰ কথা বাহিৰৰ মানুহতো বাদেই, দলৰ বহুতেই সমৰ্থন কৰিব পৰা নাছিল। সেয়ে পেট্ৰোগ্ৰাড পাৰ্টি সমিতিৰ বৈঠকত দলৰ বিটো প্ৰস্তাৱ গ্ৰহণ কৰা হৈছিল তাত এই অস্থায়ী চৰকাৰক গৰিহণা দিয়া হোৱা নাছিল। বৰঞ্চ যেতিয়ালৈকে চৰকাৰৰ কামকাজ সৰ্বহাৰা শ্ৰেণী আৰু জনতাৰ স্বাৰ্থৰ বিৰুদ্ধে নাযায়, তেতিয়ালৈকে ইয়াক বলচেভিক দলে বিৰোধিতা নকৰে বুলিহে কোৱা হৈছিল।[৩]

ইতিমধ্যে ১৩ মাৰ্চৰ দিনা চাইবেৰিয়াত নিৰ্বাসিত হৈ থকা ষ্টেলিনকে ধৰি মুল বলচেভিক নেতাসকল ঘুৰি আহি ৰাজধানী পালেহি। তেওঁলোক আহিয়েই ৰাজধানীৰ দলীয় সংগঠন আৰু প্ৰাভদা কাকতখনৰ দায়িত্ব নিজৰ হাতলৈ আনি ললে আৰু আগৰ ৰুচ ব্যুৰোৰ নেতাসকলৰ লগ হৈ নতুন উৎসাহেৰে কাম আৰম্ভ কৰিলে।[৪] এই নেতাসকল অহাৰ পাছতো কিন্তু বলচেভিক দলৰ মাজত যুদ্ধৰ প্ৰশ্নটো লৈ মতবিৰোধ আৰু অস্পষ্টতা দূৰ নহ'ল। ষ্টেলিনে আহিয়েই লেনিনৰ নীতি অনুযায়ী সাম্ৰাজ্যবাদী যুদ্ধক গৃহযুদ্ধলৈ ৰূপান্তৰিত কৰাৰ আহ্বান প্ৰাভদাৰ পাতত প্ৰকাশ কৰিলে। কিন্তু, আন এজন প্ৰধান নেতা কামানেভে লেখিলে যে যেতিয়া দুইপক্ষৰ সেনাবাহিনী সমৰ ক্ষেত্ৰত মুখামুখি হয়, তেতিয়া যুদ্ধ নকৰাটো হ'ব দাসত্বৰ নামান্তৰ।[৫] সেই সময়ত ৰুচ আৰু জাৰ্মান বাহিনী ৰণাঙ্গনত মুখামুখি ট্ৰেঞ্চত আছে গতিকে কামানেভৰ মতে ৰুচ বাহিনীয়ে যুদ্ধ কৰাটো উচিত। মানচেভিকসকলৰ প্ৰতিৰক্ষাবাদী নীতিৰ প্ৰতিধ্বনি বলচেভিকসকলৰ মাজতো উঠিল।

যদিও দলৰ তলৰ পৰ্যায়ৰ কৰ্মীসকলে সক্ৰিয়ভাৱে দলীয় সংগঠন গঢ়ি তোলা, প্ৰচাৰ চলোৱা, সদস্য সংখ্যা বঢ়োৱা আদি কাম মহা উদ্যমেৰে, সফলতাৰে কৰি গৈছিল, তথাপিও দলৰ কেন্দ্ৰীয় নেতৃত্ব ঐক্যবদ্ধ হ'ব পৰা নাছিল, দলৰ মাজত এক ঐক্যবদ্ধ নেতৃত্বকাৰী কেন্দ্ৰ গঢ়ি উঠা নাছিল।

দলৰ নেতাসকলৰ এখন সভাত যদিও কামানেভৰ জাতীয় প্ৰতিৰক্ষাবাদৰ নীতি মানি লোৱা নহ'ল প্ৰাভদা কাকত খনতো এই ধৰণৰ লেখামেলা আৰু প্ৰকাশ কৰা নহ'ল, তথাপিও তেওঁলোকে তেতিয়াও অস্থায়ী চৰকাৰক গৰিহণা দিবলৈ মান্তি নহ'ল। বৰঞ্চ তেওঁলোকে আগতে কৈ অহাৰ দৰে জনগণৰ স্বাৰ্থৰ বিৰুদ্ধে কাম নকৰালৈকে অস্থায়ী চৰকাৰক সমৰ্থন কৰাৰ ফালেহে ঢাল খালে। ৰুচ ব্যুৰোৰ তৰুণ নেতা মলটভেহে কেৱল লেনিনে আগেয়ে লেখাৰ দৰে বুৰ্জোৱা অস্থায়ী চৰকাৰক উৎখাত কৰি শ্ৰমিকৰ নেতৃত্বত অস্থায়ী বিপ্লৱী চৰকাৰ গঢ়া নীতিৰ দৃঢ়ভাৱে সমৰ্থন কৰি গৈছিল। আন নেতাসকলে অস্থায়ী চৰকাৰ

সম্পৰ্কে অকপমান নমম নীতি লোৱাৰ এটা কাৰণ আছিল পেট্ৰোগ্ৰাড চভিয়েটৰ লগত এই চৰকাৰৰ সম্বন্ধ। বলচেভিকসকলৰ হাতত এই সম্পৰ্ক বদলোৱাৰ বা ভঙাৰ শক্তি তেতিয়া নাছিল। শক্তিৰ কথাটো বাদেই, তেতিয়ালৈকে চভিয়েটত কামকাজ কৰা বলচেভিক নেতাসকলে এই সম্পৰ্ক কিয়, কেনেকৈ, কি পৰিবৰ্তন কৰিব লাগিব, নে নালাগিব, সেই কথাই স্পষ্টকৈ বুজি পোৱা নাছিল। বলচেভিক দলৰ মাজত এক তাত্বিক আৰু আদৰ্শগত স্থবিৰ পৰিস্থিতিৰ সৃষ্টি হৈছিল। এতিয়া একমাত্ৰ লেনিনেহে স্থবিৰতা ভাঙি, অস্থিৰতা আৰু বিৰোধ আঁতৰাই, নতুন বাটেৰে দলক আগবঢ়াই নিব পাৰিব।

মাৰ্চ মাহৰ পোন্ধৰ তাৰিখেহে লেনিনে চুইছ বাৰ্তাৰ কাকতৰ পৰা ৰাছিয়াত বিপ্লৱ হোৱাৰ কথা জানিব পাৰিলে। খবৰ পায়েই তেওঁ দেশলৈ উভতি যাবলৈ উদগ্ৰীৱ হৈ উঠিল।

বিদেশত থকা বলচেভিক নেতাসকলৰ আনন্দত চকুত টোপনি নাইকিয়া হ'ল। দেশলৈ উভতি যাবৰ বাবে তেওঁলোকে নানান পৰিকল্পনা কৰিবলৈ ধৰিলে। আনকি এৰোপ্লেনত উঠি যোৱাৰ অবাস্তৱ প্ৰস্তাৱো উঠিল। ৰাছিয়ালৈ উভতি যোৱাৰ আটাইবোৰ বাট আছিল আন আন দেশৰ মাজেদি। বৃটেইন আৰু ফ্ৰান্সে যুদ্ধবিৰোধী বলচেভিকসকলক তেওঁলোকৰ দেশ হৈ যাবলৈ অনুমতি নিদিলে। গতিকে বাকী থাকিল জাৰ্মানী। অৱশেষত চুইছ আৰু অষ্ট্ৰিয়ান সমাজ-গণতান্ত্ৰিক সকলৰ সহায়ত জাৰ্মানীৰ মাজেৰে যাবলৈ অনুমতি পোৱা গ'ল। গোপনে, ৰেলৰ বন্ধ ডবাতহে তেওঁলোক যাব পাৰিব, বাটত কাৰো লগত একো যোগাযোগ নকৰাকৈ। যাত্ৰাৰ যা-যোগাৰ তেনেদৰেই আৰম্ভ হ'ল।[6]

এই সময়ছোৱাত লেনিনে ৰাছিয়াত দলৰ সতীৰ্থসকলৰ বাবে কাম কাজৰ পৰামৰ্শ সম্বলিত এজানি চিঠি লিখিছিল। ইয়াত তেওঁ বিপ্লৱৰ চৰিত্ৰ ব্যাখ্যা, দলৰ আশু কৰ্তব্য যেনে, শক্তিশালী সংগঠন গঢ়ি তোলা, চভিয়েটক শক্তিশালী কৰা আৰু প্ৰতিবিপ্লৱক বোধ কৰা সম্পৰ্কে নানান কথা লেখিছিল। এইবোৰেই হ'ল তেওঁৰ বিখ্যাত 'দূৰণিৰ চিঠি'।[7]

অৱশেষত আকাংক্ষিত দিনটো আহিল, যাত্ৰাৰ সকলো যা-যোগাৰ সম্পূৰ্ণ হ'ল। এপ্ৰিল মাহৰ ৯ তাৰিখে লেনিন, তেওঁৰ পৰিবাৰ ক্ৰুপস্কায়া, চুইজাৰলেণ্ডত থকা আন বলচেভিক নেতাসকলে দীঘলীয়া নিৰ্বাসনৰ ওৰ পেলাই ৰেলত উঠিল। জাৰ্মানীৰ মাজেৰে ৰেল চলিল। এই সময়ছোৱাত বন্ধ ডবাৰ ভিতৰত যাত্ৰীসকল আৰু বাহিৰৰ পৃথিৱীৰ মাজত একমাত্ৰ যোগাযোগ ৰাখিছিল চুইছ সমাজ-গণতান্ত্ৰিক নেতা প্লেটেনে। তিনিদিন জাৰ্মানীৰ মাজেৰে গৈ তেওঁলোক বাল্টিক সাগৰৰ পাৰ পালেগৈ। ইয়াত জাহাজত উঠি চুইডেনৰ ট্ৰেলবৰ্গ বন্দৰত নামিলগৈ। তাৰপৰা ৰেলেৰে গ'ল ষ্টকহমলৈ ; ১৫ তাৰিখৰ দিনা তেতিয়াৰ ৰুচ আধিপত্যৰ অধীনত থকা ফিনলেণ্ড পালেগৈ। ফিনু

সীমান্ত বৃটিছ সেনাসকলে লেনিনক যথেষ্ট অসুবিধা দিলে। ১৬ তাৰিখৰ নিশা লেনিনে ৰাচিয়ালৈ—বিপ্লৱী পেট্ৰোগ্ৰাড মহানগৰীলৈ যাত্ৰা আৰম্ভ কৰিলে।[৮]

লেনিন পেট্ৰোগ্ৰাডলৈ আহি থকাৰ খবৰ ইতিমধ্যেই নগৰীত প্ৰচাৰ হৈ গৈছে, মহানগৰীৰ বলচেভিক কৰ্মীসকলে গোটেইখনতে প্ৰচাৰ কৰিছে। সেই দিনটো ইষ্টাৰ উৎসৱৰ ছুটীৰ দিন হোৱা সত্ত্বেও হাজাৰে হাজাৰে জনতাই—শ্ৰমিক, সৈনিক, সাধাৰণ নাগৰিকে লেনিনক আদৰণি জনাবলৈ ফিনলেণ্ড ষ্টেচন পালেগৈ। সৈনিক আৰু নাগৰিকসকলে গাৰ্ড অব্ অনাৰ প্ৰদৰ্শন কৰিলে। চভিয়েটৰ সভাপতি মানচেভিক নেতা চেখিদজেকে ধৰি আন গণ্যমান্য লোকৰ লগতে বলচেভিক নেতাসকলো আদৰণি জনাবলৈ উপস্থিত হ'লহি। লেনিন ৰেলৰ পৰা নমাৰ লগে লগে বলচেভিক নেতা আই চুগুৰিণে পেট্ৰোগ্ৰাড নগৰীৰ শ্ৰমিক অঞ্চল ভাইবৰ্গৰ দলীয় সংগঠনৰ ৬০০ নং দলীয় সদস্যৰ কাৰ্ডখন লেনিনলৈ আগবঢ়াই দি আদৰণি জনালে। বিখ্যাত বলচেভিক মহিলা নেতা মাডাম কলনটায়ে দিলে এটা ফুলৰ তোৰা। চভিয়েটৰ সভাপতি মানচেভিক নেতা চেখিদজে লেনিনক চভিয়েটৰ তৰফৰ পৰা আনুষ্ঠানিকভাৱে বিপ্লৱী পেট্ৰোগ্ৰাডলৈ আদৰণি জনাই আশা প্ৰকাশ কৰিলে যে এতিয়া গণতান্ত্ৰিক শক্তিবোৰে ঐক্যবদ্ধ হৈ 'আমাৰ বিপ্লৱক' ৰক্ষা কৰিব।[৯]

লেনিনৰ এইবোৰ কথালৈ মন নাই, তেওঁ জনতাৰ ওচৰলৈ যাবলৈ উদ্‌গ্ৰীৱ। ষ্টেচনৰ পৰা ওলাই অহা লেনিনক সৈনিকসকলে দাঙি, কান্ধত তুলি নি এখন বৰ্মসজ্জিত সামৰিক যানৰ ওপৰত তুলি দিলে। তাৰপৰা তেওঁ জনতাক সম্বোধন কৰিলে। তেওঁ জাৰ স্বৈৰতন্ত্ৰক উৎখাত কৰাৰ বাবে শ্ৰমিক আৰু সৈনিকসকলক অভিনন্দন জনাই ক'লে যে পৃথিৱীয়ে ৰাচিয়াৰ শ্ৰমিক আৰু সৈনিকসকলৰ মুখলৈ সাহসী পদক্ষেপ লোৱাৰ আশাত চাই আছে। তেওঁ বক্তব্য শেষ কৰিলে, সমাজতান্ত্ৰিক বিপ্লৱ দীৰ্ঘজীৱী হওক ধ্বনিৰে।[10]

গণতান্ত্ৰিক বিপ্লৱ নহয়—সমাজতান্ত্ৰিক বিপ্লৱ! ৰাচিয়াত নামিয়েই লেনিনে প্ৰথমেই ভৱিষ্যতৰ প্ৰসংগ উত্থাপন কৰিলে। বৰ্তমানৰ গণতান্ত্ৰিক বিপ্লৱ তেওঁৰ বাবে এতিয়া গুৰুত্বপূৰ্ণ নহয়—গুৰুত্বপূৰ্ণ হ'ল ভৱিষ্যৎ-সমাজবাদ—সমাজতান্ত্ৰিক বিপ্লৱ। লগে লগে দলৰ মাজলৈ নতুন প্ৰাণ, নতুন দিশ, ন উদ্যম আহিলেই নহয়। লেনিনৰ বিচাৰ আৰু লক্ষ্যৰ স্পষ্টতা আকৌ এবাৰ ফুটি উঠিল।

সেইদিনাই লেনিনে দলীয় কাৰ্যালয়কে ধৰি বহুঠাইত দলীয় কৰ্মী আৰু ৰাইজৰ আগত ভাষণ দিলে। তেওঁ ক'লে "সাম্ৰাজ্যবাদী লুণ্ঠনৰ এই যুদ্ধই হ'ল ইউৰোপৰ সকলো ঠাইতে গৃহযুদ্ধৰ সূচনা স্বৰূপ", আৰু, "আজি নহ'লেও কালিলৈ, যিকোনো দিনাই, সমগ্ৰ ইউৰোপীয় সাম্ৰাজ্যবাদৰ পতন ঘটিব। আপোনালোকে সম্পন্ন কৰা ৰুচ বিপ্লৱেই ইয়াৰ সূচনা ঘটালে আৰু এক নতুন যুগৰ আৰম্ভ কৰিলে। বিশ্বজোৰা সমাজবাদী বিপ্লৱ জিন্দাবাদ।"

লেনিনৰ সমাজবাদী বিপ্লৱৰ কথা প্ৰথমে প্ৰথমে বহুতে বুজিবই পৰা নাছিল। বলচেভিকসকলকে ধৰি সকলোৱে মানি লৈছিল যে ৰাছিয়াৰ হৈ যোৱা বিপ্লৱটো এটা বুৰ্জোৱা গণতান্ত্ৰিক বিপ্লৱ, ইয়াৰ লগত সমাজবাদ সমাজতান্ত্ৰিক বিপ্লৱৰ সম্পৰ্ক নো তেতিয়া, সেই মুহূৰ্তত, ক'ত আছে, তাকে তেওঁলোকে ধৰিব পৰা নাছিল। সমাজবাদৰ কথা তেতিয়াই ইমান জোৰ দি কোৱাৰ প্ৰয়োজনীয়তা তেওঁলোকে বুজিব পৰা নাছিল। সকলোৱে ভাবিছিল যে লেনিনে আহিয়েই দলৰ 'বুঢ় বুঢ়াবোৰ' নীতি আৰু কাম-কাজত দেখা দিয়া খেলিমেলিবোৰ দূৰ কৰিবহি, দলক সঞ্জীৱিত কৰি বিপ্লৱত ইয়াৰ কৰ্তব্য আৰু ভূমিকাৰ বিষয়ে সিদ্ধান্ত লবহি, চভিয়েট আৰু অস্থায়ী চৰকাৰৰ লগত দলে কেনেদৰে এতিয়া বিপ্লৱী পৰিস্থিতিত কামবন কৰিব সেইটো নিৰূপণ কৰিব—ইত্যাদি। কিন্তু তেওঁলোকে আচৰিত হৈ লক্ষ্য কৰিলে যে লেনিনে আহিয়েই দলৰ নেতাসকলো ইমানদিনে জনতাৰ স্বাৰ্থৰ প্ৰতিকূলে কাম নকৰিলে অস্থায়ী চৰকাৰক বিৰোধিতা নকৰাৰ যি নীতি লৈছিল, তাক সম্পূৰ্ণভাৱে ওলট-পালট কৰি দি ক'লে যে অস্থায়ী চৰকাৰক ওফৰাব লাগে, ইয়াৰ ঠাইত এখন অস্থায়ী বিপ্লৱী চৰকাৰ গঠন কৰিব লাগে। তেতিয়াহে বিপ্লৱে গতি লাভ কৰিব, বিকশিত হ'ব আৰু লগতে দলো শক্তিশালী হৈ পৰিব। দলৰ বিকাশ আৰু শক্তি নিৰ্ভৰ কৰিব গণতান্ত্ৰিক বিপ্লৱক সমাজতান্ত্ৰিক বিপ্লৱৰ দিশলৈ ধাৱিত কৰিব পৰাৰ ওপৰত, গৃহযুদ্ধ গঢ়ি তোলাৰ ওপৰত, পুঁজিবাদ আৰু বুৰ্জোৱাক সম্পূৰ্ণভাৱে উৎখাত কৰিব পৰাৰ ওপৰত।[11]

লেনিনৰ এই নতুন কথাবোৰ আনকি নালাগে বহুতো বলচেভিক নেতাই সহজে মানি লব পৰা নাছিল।

পিৰ্ছাদিনা টুৰিডা প্ৰাসাদত, পেট্ৰোগ্ৰাড চভিয়েটৰ সন্মুখত লেনিনে তেওঁৰ এই নতুন চিন্তাধাৰা সবিস্তাৰে পেছ কৰিলে। এই চিন্তাক প্ৰথমে তেওঁ তেওঁৰ ব্যক্তিগত চিন্তা বুলি অভিহিত কৰিছিল। এপ্ৰিল মাহত লেনিনে দাঙি ধৰা এই ন চিন্তাক 'এপ্ৰিল থেচিচ' বুলি জনা যায়।

এই থেচিচ দাঙি ধৰাৰ সময়ত চভিয়েটৰ সদস্যসকলে অবাক বিস্ময়েৰে লেনিনৰ শক্তিশালী যুক্তি আৰু বিশ্লেষণবোৰ শুনিলে। বেছিভাগ সদস্য বিচুৰ্তি হ'ল। ইয়াৰ প্ৰতি বিৰোধিতা আৰু প্ৰতিক্ৰিয়াও হ'ল তৎকালিক আৰু সুতীব্ৰ। এই থেচিচক বগ্‌জনোভে অভিহিত কৰিলে, "প্ৰলাপ, পাগলৰ প্ৰলাপ" বুলি। তীব্ৰ কটাক্ষৰে গল্ডেনবাৰ্গে ক'লে যে এই নৈৰাজ্যবাদী থেচিচ ৰাখি লেনিনে ইমানদিন খালি হৈ থকা ইউৰোপৰ বিপ্লৱী সিংহাসনলৈ হাত-মেলিছে—বাকুনিনৰ সিংহাসনলৈ। অৰ্থাৎ লেনিনে নৈৰাজ্যবাদক সমৰ্থন কৰিছে। পেট্ৰোগ্ৰাড চভিয়েটৰ মুখপত্ৰ ইজভেষ্টিয়াৰ সম্পাদকে মন্তব্য কৰিলে যে ৰাছিয়াৰ বাস্তৱ পৰিস্থিতিৰ লগত লেনিনে সকলো যোগাযোগ হেৰুৱাই

পেলাইছে, পৰিস্থিতি বুজি পোৱাৰ পাছত তেওঁ নিজেই এই মতবাদ স্বীকাৰ কৰিবলৈ বাধ্য হয়।[12] সেইদিনা পেট্ৰোগ্ৰাড চভিয়েটৰ বৈঠকত লেনিনৰ এপ্ৰিল থেচিচ শুনাৰ পাছত সকলোৱে চাৰিওফালৰ পৰা চিঞৰ-বাখৰ কৰি তেওঁক আৰু তেওঁৰ থেচিচক আক্ৰমণ কৰিবলৈ ধৰিলে। একমাত্ৰ বলচেভিক নেতা মাডাম কলনটায়ে লেনিনৰ মতবাদ সমৰ্থন কৰাৰ চেষ্টা কৰিলে পৰিস্থিতি ইমান উত্তপ্ত আৰু হুলস্থুলীয়া হৈ উঠিল যে লেনিনে চভিয়েটৰ সভাকক্ষ ত্যাগ কৰি ওলাই আহিবলৈ বাধ্য হ'ল।[13]

সেইদিনাই আনকি বলচেভিক দলৰ নেতা কিছুমানৰ এখন সভাত একে ঘটনাই ঘটিল। দলৰ মাজতো লেনিনৰ থেচিচে সমৰ্থন নাপালে।

কোনেও লেনিনক সমৰ্থন নকৰিলে।

পেট্ৰোগ্ৰাড চভিয়েটৰ কাৰ্যকৰী সমিতিৰ বৈঠকত আৰু এটা ডাঙৰ ঘটনা ঘটিল। এই সভাত লেনিনে তেওঁ আৰু বলচেভিক দলৰ আন নেতাসকল চুইজাৰলেণ্ডৰ পৰা শত্ৰুদেশ জাৰ্মানীৰ মাজেৰে ৰেলেৰে বাচিয়ালৈ অহা সমগ্ৰ প্ৰক্ৰিয়াটো সবিস্তাৰে বৰ্ণনা কৰিলে। বলচেভিকসকলক আহিবলৈ যা-যোগাৰ কৰি দিয়াৰ বিনিময়ত ৰাচিয়াত বন্দী হৈ থকা জাৰ্মান, অষ্ট্ৰিয়ান সমাজবাদী দলৰ বন্দীসকলক, বিশেষকৈ অষ্ট্ৰিয়াৰ সমাজবাদী নেতা অট্ট বাউৱেৰক মুকলি কৰি দিয়াৰ প্ৰতিশ্ৰুতি দিয়াৰ কথা কৈ এই যাত্ৰা আৰু এই প্ৰস্তাৱৰ প্ৰতি চভিয়েটৰ সমৰ্থন আৰু অনুমোদন জনাবলৈ লেনিনে অনুৰোধ জনালে। কিন্তু, চভিয়েটৰ কাৰ্যকৰী সমিতিয়ে এই প্ৰস্তাৱ প্ৰত্যাখ্যান কৰিলে, ১৩-২ ভোটৰ ব্যৱধানত।[14]

ইয়াৰ পিছত লেনিনে প্ৰাভদা কাকতখনৰ দায়িত্ব গ্ৰহণ কৰিলে। এইবাৰ প্ৰাভ্দাৰ পাততে লেনিনৰ এই বিখ্যাত 'এপ্ৰিল থেচিচ' প্ৰকাশ পাবলৈ ধৰিলে।

ইমান হুলস্থুল, ইমান বিৰোধিতাৰ সৃষ্টি কৰা লেনিনৰ এই এপ্ৰিল থেচিচতনো প্ৰকৃততে কি আছিল, এইবাৰ আমি তাক চাবলৈ চেষ্টা কৰোঁ।

# ৩

## 'এপ্ৰিল থেচিচ'



● বুর্জোৱা অস্থায়ী চৰকাৰ আৰু সৰ্বহাৰাৰ চভিয়েট ● যুদ্ধ প্ৰসংগ ● মাটিৰ ৰাষ্ট্ৰীয়কৰণ ● অৰ্থনৈতিক কাৰ্যসূচী ● শান্তিপূৰ্ণ-ভাৱে ক্ষমতা দখলৰ সম্ভাৱনীয়তা ● থেচিচৰ প্ৰতিক্ৰিয়া আৰু ব্লেংকিবাদ ● বলচেভিক দলৰ পেট্ৰোগ্ৰাড নগৰ সমিতিৰ সন্মিলন আৰু এপ্ৰিল থেচিচ ● সপ্তম সৰ্ব ৰাচিয়া সন্মিলন ● বিপ্লৱৰ নতুন মোৰ

টীকা আৰু প্ৰসংগ ঃ


(1) Carr, E.H.—The Bolshevik Revolution. Vol. I. p. 92.

(2) ibid, p. 92

(3) ibid, p. 92.

(4) Lenin, V.I.—Collected Works. Vol. 24. p. 22.

(5) Lenin—A Biography. p. 243.

(6) ibid,—p. 243.

(7) ibid,—p. 244.

(8) Carr, E.H.—The Bolshevik Revolution. Vol. I. p. 41.

(9) Lenin. V.I.—Collected Works. Vol. 36. p. 450.

লেনিনৰ এই এপ্ৰিল থেছিচৰ মূল আছিল—'বৰ্তমান বিপ্লৱত সৰ্বহাৰাৰ কৰ্তব্য'। ইমান বিতৰ্ক সৃষ্টি কৰা এই দলিলখনত লেনিনে হৈ যোৱা বিপ্লৱৰ বিশ্লেষণৰ লগতে দলৰ ভৱিষ্যতৰ কাৰ্যপন্থাও নিৰ্ণয় কৰিছিল। টুৰিডা প্ৰাসাদত পেট্ৰোগ্ৰাড চভিয়েটৰ আগত প্ৰথমে পেচ কৰাৰ পাছত 'প্ৰাভ্‌দা'ৰ পাতত বিকশাই তোলা এই থেছিচৰ মূল বিষয়বোৰ আছিল এনে ধৰণৰ :

বিপ্লৱৰ পাছত বাচিয়াত দেখা দিয়া দ্বৈত ক্ষমতাৰ চৰিত্ৰ তেওঁ প্ৰথমে বিশ্লেষণ কৰিছিল। অস্থায়ী চৰকাৰ আৰু পেট্ৰোগ্ৰাড চভিয়েটৰ জৰিয়তে দেশত দ্বৈত-ক্ষমতাই আত্মপ্ৰকাশ কৰাৰ কথা ইতিমধ্যেই কৈ অহা হৈছেই। মানচেভিক-সকলে ইয়াক যে বুৰ্জোৱাৰ লগত সৰ্বহাৰাৰ একপ্ৰকাৰ সাংবিধানিক অংশীদাৰত্ব—পাৰ্টনাৰচিপ বুলি অভিহিত কৰিছিল, তাকো উল্লেখ কৰা হৈছে। লেনিনে স্পষ্টকৈ ক'লে যে প্ৰশ্নটো এইটো নহয়—দ্বৈতক্ষমতা এটা চৰকাৰী প্ৰশাসনৰে দুটা ভাগ বা দুটা অংশ নহয়, ই নিজেই সম্পূৰ্ণ দুটা চৰকাৰ।

অস্থায়ী চৰকাৰ হ'ল—সম্পূৰ্ণ বুৰ্জোৱাৰ চৰকাৰ। ইয়াৰ গঠন প্ৰক্ৰিয়া, আৰু চৰিত্ৰ সম্পূৰ্ণৰূপে বুৰ্জোৱা—আৰু ই কামকাজৰ বাবে জাৰতন্ত্ৰৰ দিনৰ পৰা দেশত চলি অহা প্ৰশাসনিক, আমোলাতান্ত্ৰিক ব্যৱস্থাৰ ওপৰতেই নিৰ্ভৰশীল।

আনহাতে চভিয়েট হ'ল সৰ্বহাৰা শ্ৰমিক শ্ৰেণী আৰু খেতিয়কসকলৰ (সৈনিকৰ ইউনিফৰ্ম পিন্ধি থকা খেতিয়ক)[1] এক প্ৰকাৰ বিপ্লৱী গণতান্ত্ৰিক একনায়কত্বৰ ব্যৱস্থা—নতুন বিপ্লৱী চৰকাৰৰ অগ্ৰদূত। ই আগৰ চৰকাৰ গঠন হোৱাৰ সকলো পদ্ধতিতকৈ সুকীয়া এক পদ্ধতিৰে—জনতাৰ বিপ্লৱী গণজাগৰণৰ মাজেৰে গঢ়ি উঠিছে। ইয়াৰ চৰিত্ৰও সেয়ে সুকীয়া। লেনিনে চভিয়েটক একপ্ৰকাৰ শ্ৰমিক শ্ৰেণীৰ চৰকাৰ বুলি অভিহিত কৰিলে ১৮৭১ চনত গঢ়ি উঠা পেৰী কমিউনৰ লগত তেওঁ ইয়াক তুলনা কৰিলে। পেৰী কমিউনৰ ক্ষমতাৰ উৎস কোনো পাৰ্লিয়ামেণ্ট বা আইন সভাই পাছ কৰা কোনো আইন নাছিল, বৰঞ্চ তলৰ স্তৰৰ পৰা মানুহৰ প্ৰত্যক্ষ উদ্যোগত ই গঢ় লৈ উঠিছিল। এনেদৰেই বিপ্লৱী গণতান্ত্ৰিক একনায়কত্ব গঢ়ি উঠে। এইবাৰ যেতিয়া পেট্ৰোগ্ৰাড চভিয়েট গঢ়ি উঠিল, তেতিয়াই লেনিনে 'দূৰণিৰ চিঠি'ৰ জৰিয়তে এই কথা সতীৰ্থসকলৰ আগত তুলি ধৰিছিল। লেনিনৰ এই আৱিষ্কাৰ মাৰ্ক্সবাদী চিন্তাধাৰাৰ লগত সংগতিপূৰ্ণ বিকাশ আছিল।

লেনিনে কৈছিল যে বিপ্লৱৰ জৰিয়তে দেশৰ ৰাষ্ট্ৰক্ষমতা দুটা চৰকাৰৰ হাতলৈ হস্তান্তৰিত হৈছে।

আৰু, যিহেতু ৰাষ্ট্ৰক্ষমতা এনেদৰে দুটা চৰকাৰৰ হাতলৈ হস্তান্তৰিত হৈছিল, গতিকেই ৰাচিয়াত বুৰ্জোৱা গণতান্ত্ৰিক বিপ্লৱ সম্পন্ন হৈ যোৱা বুলি ধৰিব লাগিব, যদিও বুৰ্জোৱা গণতান্ত্ৰিক সংস্কাৰৰ তেতিয়াও সমাধা হোৱা নাছিল।

বুর্জোৱা গণতান্ত্ৰিক বিপ্লৱৰ মূল কামবোৰ সম্পন্ন হোৱা নাই বুলি আৰু কোনোৱেো কোনো যুক্তি নাই। যেতিয়া বুর্জোৱাশ্রেণীৰ হাতলৈ আংশিকভাৱে হ'লেও ক্ষমতা হস্তান্তৰিত হ'ল, জাৰতন্ত্ৰ সম্পূর্ণভাৱে উৎখাত হ'ল, গতিকে বুর্জোৱা বিপ্লৱৰ মূল কাম সমাপন হ'ল। ক্ষমতাৰ হস্তান্তৰ আংশিক হোৱাটো জাৰতন্ত্ৰৰ কিবা অৱশেষ বৈ যোৱাৰ বাবে নহয়, বৰঞ্চ পেট্রোগ্রাড চভিয়েটৰ জন্মৰ বাবেহে। এই চভিয়েটৰ এটা নিৰ্দিষ্ট পৰ্য্যায়লৈকে শ্রমিক আৰু খেতিয়কসকলৰ বিপ্লৱী গণতান্ত্ৰিক একনায়কত্ব প্রতিষ্ঠাও হৈ গ'ল।[২] ৰাচিয়াৰ গণতান্ত্ৰিক বিপ্লৱৰ বিপ্লৱী পৰিস্থিতিৰ এইটোৱেই আছিল আটাইতকৈ ডাঙৰ বৈশিষ্ট্য। ( লেনিন )

লেনিনে ক'লে যে এতিয়া মূল সংগ্রাম আৰম্ভ হ'ব বুর্জোৱা আৰু সর্বহাৰা শ্রেণীৰ মাজত। প্রশ্ন হৈছে, এই পর্য্যায়ত দেশৰ ব্যাপক কৃষক বাহিনীক নেতৃত্ব কোনে দিব ? বুর্জোৱাই নেতৃত্ব দি দেশৰ সকলো স্তৰতে পুঁজিবাদী ব্যৱস্থা গঢ়ি তুলিব নে শ্রমিক শ্রেণীয়ে নেতৃত্ব দি সমাজবাদ গঢ়ি তুলিব ?[৩] বিপ্লৱীসকলে এতিয়া এই প্রধান প্রশ্নটোৰ উত্তৰ দিব লাগিব।

কিন্তু কৃষকসকলক নেতৃত্ব কেনেদৰে দিয়া যাব ?

খেতিয়কসকল এতিয়া জাগি উঠিছে, তেওঁলোকে নিজেই উদ্যোগ লৈ জমিদাৰসকলৰ মাটি-বাৰী কাঢ়ি লৈছে আৰু এই কামৰ দ্বাৰাই তেওঁলোকে নিজকে বুর্জোৱা শ্রেণীৰ পৰা বিচ্ছিন্ন কৰি পেলাইছে আৰু শ্রমিকসকলৰ কাষ চাপি আহিছে। এতিয়া বিপ্লৱীসকলে—নিজৰ কাৰ্যসূচীত কৃষকৰ এই দাবী সুমুৱাই লৈ তেওঁলোকক নিজৰ লগত ঐক্যবদ্ধ কৰি পেলাব লাগিব। লেনিনে নিজৰ দলৰ নেতাসকলৰ আগতে এই কথা স্পষ্ট কৰি দিলে যে কেৱল এই পথেৰেহে বলচেভিক দলে নিজৰ শক্তি বৃদ্ধি কৰিব আৰু চভিয়েট সমূহত সংখ্যা-গৰিষ্ঠতা অর্জন কৰিব পাৰিব। এইদৰেহে তেওঁলোক এটা বৃহৎ শক্তিত পৰিণত হ'ব পাৰিব। আৰু এই প্রক্রিয়াৰে বুর্জোৱা গণতান্ত্ৰিক বিপ্লৱৰ এটা নতুন স্তৰ আৰম্ভ হ'ব—আৰু ই সমাজবাদৰ দিশত আগবাঢ়িব।

লেনিনে ক'লে যে ৰাচিয়াত আত্মপ্রকাশ কৰা দ্বৈতক্ষমতা বেছিদিন জীয়াই থাকিব নোৱাৰে ; ঐতিহাসিকভাৱেই ই সম্ভৱপৰ নহয়। এখন ৰাষ্ট্রত দুটা ক্ষমতাৰ কেন্দ্র থাকিব নোৱাৰে। ইয়াৰে যিকোনো এটাই জয়লাভ কৰিবই লাগিব। হয় বুর্জোৱাই, নহয় সর্বহাৰাই জয়লাভ কৰিবই লাগিব। মানচেভিকসকলে কোৱাৰ দৰে ই কোনোধৰণৰ সাংবিধানিক অংশীদাৰিত্ব—পার্টনাৰচিপ নহয়। এনে ব্যৱস্থা বেছিদিন টিকি থাকিব নোৱাৰে। সেয়ে সর্বহাৰা শ্রেণীয়ে বুর্জোৱাসকলক ক্ষমতাৰ পৰা উৎখাত কৰিবই লাগিব, অস্থায়ী চৰকাৰক ওফৰাই চভিয়েটে ক্ষমতা দখল কৰিব লাগিব।

লেনিনৰ এই যুক্তিবোৰ অতি শক্তিশালী যুক্তি আছিল।

এই এপ্রিল থেচিচত তেওঁ গৱেষে দিয়া আনটো প্ৰশ্ন আছিল যুদ্ধ সম্পৰ্কে দলে লবলগীয়া দৃষ্টিভংগী—বিশেষকৈ অস্থায়ী চৰকাৰৰ দিনত। লেনিনে কৈছিল যে অস্থায়ী চৰকাৰে বিধন যুদ্ধ চলাই আছে জাৰৰ দিনতকৈ তাৰ চৰিত্ৰৰ একো পৰিবৰ্তন হোৱা নাই। ই এতিয়াও সাম্ৰাজ্যবাদী যুদ্ধই হৈ আছে। সাম্ৰাজ্যবাদৰ যুগত পুঁজিবাদী চৰকাৰে আন কিবা বেলেগ ধৰণৰ যুদ্ধ চলাব বুলি ভবাটোও ভুল। বেলেগ বেলেগ নাম দিলেই যুদ্ধখনৰ মূল চৰিত্ৰটো সলনি হৈ নাযায়; তেনে হ'ব বুলি ভবাটোও এটা মূৰ্খামি মাথোন। সেয়ে মানচেভিকহঁতে যুদ্ধখনক এখন 'বিপ্লৱী প্ৰতিৰক্ষাত্মক' যুদ্ধ বুলি কোৱাটো সত্যৰ অপলাপহে মাথোন। এই যুদ্ধখনৰ পৰা ৰাচিয়াৰ বুৰ্জোৱা শ্ৰেণী ঠিকা-যোগান আদিৰে লাভবানতো হৈছেই, আনদেশ দখল কৰি আৰু লাভবান হোৱাৰ সপোনো দেখিছে। যেতিয়ালৈকে ৰাচিয়াত অস্থায়ী চৰকাৰত এই বুৰ্জোৱা শ্ৰেণীৰ দখল থাকিব, তেতিয়ালৈকে যুদ্ধখন প্ৰকৃততে বন্ধ কৰিব পৰা নাযাব; শান্তি স্থাপন কৰিব পৰা নাযাব। যুদ্ধখনৰ অন্ত পেলাবৰ বাবেও বুৰ্জোৱা অস্থায়ী চৰকাৰক ক্ষমতাৰ পৰা আঁতৰাব লাগিব—সৰ্বহাৰা শ্ৰেণীয়ে চভিয়েটৰ জৰিয়তে ক্ষমতা দখল কৰিব লাগিব। তেতিয়াহে তেওঁলোকে যুদ্ধৰত দেশবোৰৰ সৰ্বহাৰা শ্ৰেণীৰ লগত প্ৰত্যক্ষভাৱে যোগাযোগ কৰি, যুদ্ধ অন্ত পেলাই, স্থায়ী শান্তি প্ৰতিষ্ঠা কৰিব পাৰিব।

অস্থায়ী চৰকাৰৰ চৰিত্ৰ সম্পৰ্কে এই থেচিচত লেনিনে ক'লে যে এই চৰকাৰখন সম্পূৰ্ণভাৱে এখন পুঁজিবাদী চৰকাৰ। সৰ্বহাৰা শ্ৰেণীয়ে এই চৰকাৰ সম্পৰ্ক মোহগ্ৰস্ত হোৱাৰ কোনো সকাশ নাই, ইয়াক আৰু ই পৰিচালনা কৰা যুদ্ধকো সমৰ্থন কৰাৰ কোনো যুক্তি নাই। বৰঞ্চ, যিমান সোনকালে ইয়াক উৎখাত কৰি সৰ্বহাৰা শ্ৰেণীৰ ৰাজনৈতিক ক্ষমতা প্ৰতিষ্ঠা কৰিব পৰা যায়, সিমানেই মঙ্গল। "ৰাচিয়াৰ বৰ্তমান পৰিস্থিতিৰ অনন্য বৈশিষ্ট্য হৈছে যে এতিয়া ইয়াত বিপ্লৱৰ প্ৰথম পৰ্যায়ৰ পৰা, যিটো পৰ্যায়ত সৰ্বহাৰা শ্ৰেণীৰ যথোপযুক্ত সচেতনতা আৰু সংগঠনৰ অভাৱৰ বাবে ক্ষমতা বুৰ্জোৱাৰ হাতলৈ গ'ল, ইয়াৰ দ্বিতীয় পৰ্যায়টোলৈ পৰিবৰ্তন আৰম্ভ হৈছে যি পৰ্যায়ত ক্ষমতা দেশৰ সৰ্বহাৰা আৰু দৰিদ্ৰ খেতিয়ক শ্ৰেণীৰ হাতলৈ যাব।"[৪]

বৰ্তমানৰ অৱস্থাত বুৰ্জোৱা অস্থায়ী চৰকাৰক সমৰ্থন কৰাৰ কোনো সকাম নাই। ইয়াৰ আটাইবোৰ ভণ্ডামি, মিছা দাবী আৰু প্ৰবঞ্চনা উদঙাই দিয়াতোহে দৰকাৰ।

এনে পৰিস্থিতিত শ্ৰমিক প্ৰতিনিধিৰে গঠিত চভিয়েটহে দেশৰ বাবে নতুন ধৰণৰ চৰকাৰৰ একমাত্ৰ নমুনা—মডেল হ'ব পাৰে।

কিন্তু, এই চভিয়েটতে বলচেভিক দল সংখ্যালঘু। এই অৱস্থাৰ পৰিবৰ্তন ঘটাবই লাগিব। চভিয়েটত এই দলে সংখ্যাগৰিষ্ঠতা অৰ্জন কৰিবই লাগিব।

যেতিয়া এই দলে চভিয়েটত সংখ্যাগৰিষ্ঠতা লাভ কৰিবলৈ সক্ষম হ'ব, তেতিয়াহে চভিয়েটক প্ৰকৃততে সমাজবিপ্লৱ আৰু পুনৰ্নিৰ্মাণৰ আহিলালৈ ৰূপান্তৰিত কৰিব পৰা যাব। ইতিমধ্যে, দেশৰ স্বাধীন পৰিস্থিতিৰ সম্পূৰ্ণ সুযোগ গ্ৰহণ কৰি বলচেভিকসকলে ৰাইজৰ মাজত ব্যাপক প্ৰচাৰকাৰ্য চলাই, ৰাইজক শিক্ষিত কৰি তুলিব লাগিব। এনেদৰেহে চভিয়েটতো দলে সংখ্যা-গৰিষ্ঠতা লাভ কৰিব পাৰিব।

দেশৰ এই পৰিস্থিতিত দলৰ আগত সমাজতান্ত্ৰিক বিপ্লৱৰ বাহিৰে আন একো লক্ষ্য আৰু থাকিব নোৱাৰে।

এতিয়া আৰু সাংবিধানিক প্ৰজাতন্ত্ৰ প্ৰতিষ্ঠাৰ কথা কৈ থাকিলে নহ'ব। সাংবিধানিক প্ৰজাতন্ত্ৰ মানেই বুৰ্জোৱা ব্যৱস্থা—বুৰ্জোৱা প্ৰজাতন্ত্ৰ।

"সৰ্বহাৰা শ্ৰেণীৰ লক্ষ্য এতিয়া এখন বুৰ্জোৱা সাংবিধানিক প্ৰজাতন্ত্ৰ নহয়, শ্ৰমিক শ্ৰেণীৰ প্ৰতিনিধিৰে গঠিত চভিয়েটৰ পৰা এতিয়া আৰু সেই ৰূপৰ চৰকাৰলৈ ঘূৰি যোৱাটো—এটা পশ্চাৎগামী কথা হ'ব। এতিয়া সমগ্ৰ দেশ জুৰি তলৰ পৰা ওপৰলৈকে শ্ৰমিক, দুখীয়া খেতিয়ক আৰু খেতিয়ক প্ৰতিনিধিৰে গঠিত চভিয়েটবোৰৰ এখন প্ৰজাতন্ত্ৰ গঢ়ি তুলিব লাগিব।"

এনে শ্ৰমিক-কৃষকৰ প্ৰতিনিধিৰে গঠিত চভিয়েটবোৰৰ প্ৰজাতন্ত্ৰ হ'ব এক উন্নত ধৰণৰ গণতান্ত্ৰিক ৰাষ্ট্ৰ, য'ত সৰ্বহাৰা একনায়কত্ব প্ৰতিষ্ঠা হ'ব।

এনে পৰিস্থিতিত চভিয়েটবোৰে এতিয়া আৰু বুৰ্জোৱা অস্থায়ী চৰকাৰক সমৰ্থন জনাই যোৱাৰ কোনো প্ৰয়োজন নাই; সেই সময় পাৰ হৈ গৈছে। বিপ্লৱৰ বিকাশে, ঘটনাক্ৰমে এই পৰ্যায় ইতিমধ্যেই অতিক্ৰম কৰি গৈছে। এতিয়া ৰাছিয়াত সমাজবাদী বিপ্লৱৰ সময় আহিছে, আৰু ৰাছিয়াৰ এই বিপ্লৱে পৃথিৱী ব্যাপি সমাজবাদী বিপ্লৱৰ সূচনা কৰিব।

এই আটাইবোৰ কাম সুচাৰুৰূপে সম্পন্ন কৰিবলৈ হ'লে চভিয়েটৰ পৰা বুৰ্জোৱা প্ৰভাৱ নাইকিয়া কৰিব লাগিব, জনসাধাৰণক ৰাজনৈতিকভাৱে শিক্ষিত কৰি তোলাৰ জৰিয়তে এই কাম সমাধা কৰিব লাগিব।

ইতিমধ্যেই কিন্তু বলচেভিক দলে দেশৰ বিভিন্ন ঠাইত গঢ়ি উঠা চভিয়েট-বোৰত সংখ্যাগৰিষ্ঠ দল হিচাপে আত্মপ্ৰকাশ কৰিবলৈ আৰম্ভ কৰিছেই, কেৱল পেট্ৰোগ্ৰাড চভিয়েটকে ধৰি মূল চভিয়েটবোৰতহে তেওঁলোক সংখ্যালঘু আছিল। লেনিনে এতিয়া সকলোতে বলচেভিকসকলে সংখ্যাগৰিষ্ঠতা লাভ কৰাত গুৰুত্ব দিলে।

কেৱল ৰাজনৈতিক দিশেই নহয়, নতুন অৰ্থনৈতিক কাৰ্যসূচীও তেওঁ এই এপ্ৰিল থেছিচত দাঙি ধৰিলে।

এই কাৰ্যসূচীৰ মূল দফা আছিল তৎকালে দেশৰ সকলো মাটি ৰাষ্ট্ৰীয়কৰণ কৰা। জমিদাৰহঁতৰ বৃহৎ খাত-পামবোৰৰ লগতে সকলো মাটিৰেই ৰাষ্ট্ৰীয়কৰণ

কৰা হ'ব। কৃষিশ্ৰমিক আৰু খেতিয়কসকলৰ প্ৰতিনিধিৰে গঠিত চভিয়েট-সমূহে দেশৰ মাটি নিয়ন্ত্ৰণ কৰিব। একেটা ব্যৱস্থাৰেই এইদৰে মাটিত সামন্তবাদী আৰু পুঁজিবাদী উপাদানবোৰ ধ্বংস কৰি পেলোৱা হ'ব।

জমিদাৰহঁতৰ বৃহৎ খাত-পামবোৰ বিনা ক্ষতিপূৰণে ৰাষ্ট্ৰীয়কৰণ কৰাৰ পিছত কি কৰা হ'ব? ওহো, খেতিয়কসকলৰ মাজত সেই মাটি ভগাই দিয়া নহয়। খেতিয়কসকলক মাটি ভগাই দিলে ব্যক্তিগত খণ্ডত পুঁজিবাদী কৃষিকাৰ্য গঢ়ি তোলাৰহে বাট মুকলি কৰি দিয়া হয়। এনে কাম বুৰ্জোৱাই কৰে, সৰ্বহাৰাই নকৰে। এনে খাত-পাম; জমিদাৰীবোৰত ৰাষ্ট্ৰীয়কৃত মডেল বা আদৰ্শ পাম গঢ়ি তোলা হ'ব আৰু এই পামবোৰ খেতমজুৰ বা কৃষিশ্ৰমিক সকলক লৈ গঢ়ি তোলা চভিয়েটবোৰে পৰিচালনা কৰিব।

দেশৰ ব্যক্তিগত খণ্ডৰ সকলো বেংক ৰাষ্ট্ৰীয়কৰণ কৰি এটা জাতীয় বেংক গঠন কৰাৰ প্ৰস্তাৱ ৰখা হ'ল আৰু এই বেংক পৰিচালনা কৰিব শ্ৰমিক প্ৰতিনিধিৰ চভিয়েটে। বুৰ্জোৱা শ্ৰেণীৰ, একচেটিয়া পুঁজিবাদী শক্তিৰ, অৰ্থনৈতিক শক্তি ধ্বংস কৰিবৰ বাবে বেংক আৰু পুঁজিবাদী চিণ্ডিকেটসমূহৰ ৰাষ্ট্ৰীয়কৰণ কৰাটো অতি প্ৰয়োজন।

কাৰখানা-উদ্যোগ সমূহৰ উৎপাদন আৰু উৎপাদিত সামগ্ৰীৰ বিতৰণৰ ওপৰত শ্ৰমিকশ্ৰেণীৰ নিয়ন্ত্ৰণ কায়েম কৰিব লাগিব। ইতিমধ্যে ৰাচিয়াৰ প্ৰতিটো কাৰখানা—প্ৰতিটো উদ্যোগতে এবিধ নতুন সংগঠন শ্ৰমিকসকলে গঢ়ি তুলিবলৈ আৰম্ভ কৰিছে। সৈন্যবাহিনীত যেনেদৰে সেনা আৰু নাবিকসকলে নিজৰ দৈনন্দিন কামকাজ পৰিচালনা কৰিবৰ বাবে 'সেনা সমিতি'বোৰ গঢ়িছিল, তেনেদৰে কাৰখানাবোৰতো শ্ৰমিকসকলে গঢ়ি তুলিলে ফেক্টৰী-চপ সমিতি ( factory shop committee ) বোৰ। লেনিনে ক'লে যে এতিয়া সমগ্ৰ উৎপাদনৰ কামকাজ আৰু উৎপন্নৰ বিতৰণ এনে সমিতিবোৰে নিৰ্ণয় কৰিব।

এই আটাইবোৰ ব্যৱস্থাই দেশত তৎকালে সমাজবাদৰ প্ৰৱৰ্তন নকৰে। আৰু এনেদৰে সমাজবাদ আৰম্ভ কৰাটো তাৎকালিক কামো নহয়। কিন্তু দেশৰ সামাজিক উৎপাদন আৰু বিতৰণ ব্যৱস্থা এনেদৰে শ্ৰমিক প্ৰতিনিধিসকলৰ চভিয়েটৰ হাতলৈ অনাৰ জৰিয়তে দেশত সোনকালে সমাজবাদ প্ৰতিষ্ঠাৰ দিশত আগবাঢ়িব পৰা যাব।

ইয়াৰ পাছত—ইমানবোৰ যুক্তি-তৰ্কৰ পাছত, এইবাৰ লেনিনে ক'লে যে এতিয়া বিপ্লৱীসকলৰ কাম হ'ল বুৰ্জোৱা বিপ্লৱক সমাজবাদী বিপ্লৱৰ দিশলৈ তৎকালে আগবঢ়াই লৈ যোৱা। ৰবৰ সময় নাই—বৈ-জেলি বুৰ্জোৱাক খুটি পুতি শক্তিশালী হ'বলৈ দিব নোৱাৰি। এতিয়াই সেয়ে বিপ্লৱীসকলে সমাজবাদৰ দিশলৈ আগবাঢ়িব লাগে। পেট্ৰোগ্ৰাড চভিয়েটত থকা মালচেভিক আৰু চচিয়েল বিভলিউচনেৰী নেতাসকলে বুৰ্জোৱাৰ লগত সহায়তা কৰি,

বুর্জোৱা চৰকাৰক সমৰ্থন কৰি ভুল কৰিছে। এই নীতিৰ অন্ত পেলাব লাগে। বলচেভিকসকলৰ প্ৰতি লেনিনে ক'লে যে চভিয়েটত বলচেভিক নেতৃত্ব কায়েম কৰিব পাৰিলেহে এই সুবিধাবাদী নেতাসকলক আঁতৰ কৰি চভিয়েটক বিপ্লৱী সংগঠনলৈ ৰূপান্তৰিত কৰিব পৰা যাব আৰু ইয়াৰ পাছত বুর্জোৱা অস্থায়ী চৰকাৰক আঁতৰ কৰিব পৰা যাব।

লেনিনে ক'লে যে বুর্জোৱা চৰকাৰৰ পৰা চভিয়েটৰ হাতলৈ ৰাজনৈতিক ক্ষমতা শান্তিপূৰ্ণ ভাৱেও হস্তান্তৰিত কৰাৰ সম্ভাৱনাও নোহোৱা নহয়। সকলোৱে বলচেভিকসকলক হিংসাত্মক পন্থাৰে ক্ষমতা দখল কৰিব খোজা বুলি অপবাদ দিছে যদিও বলচেভিকসকলেহে বিশ্বাস কৰে যে চভিয়েটৰ হাতলৈ ক্ষমতাৰ হস্তান্তৰ শান্তিপূৰ্ণভাৱেও হ'ব পাৰে। এই মুহূৰ্তত যিহেতু অস্থায়ী চৰকাৰে সৰ্বহাৰা শ্ৰেণীৰ ওপৰত প্ৰত্যক্ষ দমন-পীড়ন চলোৱা নাই, আক্ৰমণ আৰম্ভ কৰা নাই, গতিকে এনে স্বাধীনতাৰ পৰিৱেশত বিপ্লৱীসকলে ৰাইজৰ মাজত প্ৰচাৰ কৰি, ৰাইজক শিক্ষিত কৰি এই দিশত আগবাঢ়িব পাৰে। বিপ্লৱে স্বৈৰতন্ত্ৰক উৎখাত কৰি যি দ্বৈতক্ষমতাৰ জন্ম দিলে, সিয়েই বহুদূৰ তৎকালে ৰাচিয়াত হিংসাত্মক গৃহযুদ্ধ গঢ়ি তোলাৰ পৰিস্থিতি নাইকিয়া কৰি পেলাইছে। হয়তো গৃহযুদ্ধ আৰম্ভ নকৰাকৈয়ো বুর্জোৱা চৰকাৰক উৎখাত কৰাটো সম্ভৱপৰ হ'ব পাৰে। কিন্তু, যদি এনে নহয়, তেনেহ'লে বিপ্লৱীসকল গৃহযুদ্ধৰ বাবেও প্ৰস্তুত হৈ থাকিব লাগিব।

এই আটাইবোৰ দিশত বলচেভিক দলৰ কৰ্মীসকলকো শিক্ষিত কৰি তোলা প্ৰয়োজন। দলৰ মাজত পুৰণা কাৰ্যসূচীৰ সাল সলনি ঘটাই, নতুন কাৰ্যসূচী গ্ৰহণৰ বাবে এক ব্যাপক আলোচনাৰ জৰিয়তে ক্ৰমে এখন দলীয় কংগ্ৰেছ পতাৰ দিশত সকলো আগবাঢ়িব লাগে। এই কংগ্ৰেছতে দলৰ নামটোও সলনি কৰা উচিত। আগৰ বুচ সমাজ গণতান্ত্ৰিক শ্ৰমিক দলৰ ঠাইত এতিয়া ৰুচ কমিউনিষ্ট দল—এই নামটো গ্ৰহণ কৰা উচিত। পুৰণা দিনৰ সমগ্ৰ দ্বিধা-দ্বন্দ্ব—সুবিধাবাদৰ ওৰ পেলাই নতুন সংকল্পৰে দল আগবাঢ়িবৰ বাবে নাম সলনিৰো প্ৰয়োজন আহি পৰিছে। তাৰো উপৰি 'সমাজ-গণতান্ত্ৰিক' এই নামটোৱে নিজৰ সকলো ঐতিহাসিক প্ৰাসংগিকতা হেৰুৱাই পেলাইছে। প্ৰথম মহাসমৰত ইউৰোপীয় সমাজ-গণতান্ত্ৰিকসকলৰ বিশ্বাসঘাতকতাই সাম্ৰাজ্যবাদী যুদ্ধত নিজৰ নিজৰ বুর্জোৱা চৰকাৰৰ প্ৰতি তেওঁলোকৰ সমৰ্থনে, সমাজ-গণতান্ত্ৰিক নামটোৰ ঐতিহাসিক তাৎপৰ্য নাইকিয়া কৰি পেলালে। সুবিধাবাদৰ লগত চিহ্নিত হৈ পৰা এই নামটোৰ ওপৰত খাটিখোৱা ৰাইজৰ, শ্ৰমিকসকলৰ আস্থা কমি আহিছে। এনে অৱস্থাত পুৰণা জৰাজীৰ্ণ বস্ত্ৰ পেলাই নতুন কাপোৰ পিন্ধাৰ দৰে বিপ্লৱীসকলে খোলাখুলিকৈ কমিউনিষ্ট দল গঠন কৰাটো ভাল। অকল ৰাচিয়াত এনে দল গঠন কৰিলেই নহব, বিশ্বব্যাপী

সর্বহাৰা বিপ্লৱৰ নেতৃত্ব দিবৰ বাবেও এখন নতুন আন্তৰ্জাতিক—তৃতীয় কমিউনিষ্ট আন্তৰ্জাতিক গঠন কৰিব লাগিব।

এয়ে আছিল লেনিনৰ 'এপ্ৰিল থেচিচ'ৰ মূল কথা।

তেওঁ এই থেচিচত দেশৰ সকলো বিপ্লৱী কামকাজৰ ধাৰা সম্পূৰ্ণভাৱে সজাই কৰি নতুনকৈ কাম কৰাৰ, নতুন দিশত আগবঢ়াৰ এক সম্পূৰ্ণ নতুন দিক্দৰ্শন দাঙি ধৰিলে। এই থেচিচৰ সকলোখিনি কথাই তেওঁ প্ৰথমেই সম্পূৰ্ণভাৱে উত্থাপন কৰা নাছিল। প্ৰথমে তেওঁ ইয়াৰ সাধাৰণ ৰূপৰেখা মাথো দাঙি ধৰিছিল। কিন্তু লাহে লাহে, 'প্ৰাভদা' কাকতখনৰ পাতত লেখা তেওঁৰ প্ৰবন্ধবোৰত তেওঁ ইয়াক অধিক বিকশাই তুলিলে, ইয়াক অধিক নিৰ্দিষ্ট কৰিলে।

লেনিনৰ এই থেচিচে দেশৰ বিপ্লৱী মহলত প্ৰচণ্ড প্ৰতিক্ৰিয়াৰ সৃষ্টি কৰিলে। প্ৰাথমিকভাৱে হোৱা এই প্ৰতিক্ৰিয়াৰ বিষয়ে উনুকিয়াই অহা হৈছেই। মানচেভিক নেতাসকলে বিশেষভাৱে লেনিনৰ এই চিন্তাধাৰাৰ তীব্ৰ বিৰোধিতা কৰিলে। বহুতো বলচেভিক নেতায়ো ইয়াৰ বিৰোধিতা কৰিলে। দলৰ নেতাসকলে প্ৰথমে ইয়াক গ্ৰহণ কৰিব নোখোজাৰ কথা কৈ অহা হৈছেই।

প্লেখানভেও এই থেচিচৰ ঘোৰ বিৰোধিতা কৰিলে। তেওঁ ইয়াক এক নৈৰাজ্যবাদী কাৰ্যসূচী বুলি বৰ্ণনা কৰিলে। এই থেচিচ 'ব্লেংকবাদী' ( Blanquism) ইউটোপিয়ান সমাজবাদৰ থেচিচ বুলি কটু সমালোচনা কৰিলে। এই 'ব্লেংকবাদী' শব্দটো আহিছে উনবিংশ শতিকাৰ ইউটোপিয়ান কমিউনিষ্ট চিন্তাবিদ লুই আগষ্ট ব্লেংকৰ (১৮০৫—৮১) ভাবনাৰ পৰা। কিন্তু লেনিনৰ এই থেচিচ ব্লেংকৰ চিন্তাৰ দ্বাৰা প্ৰভাৱিত আছিল জানো? ব্লেংকৰ চিন্তা আছিল এক বহল গণতান্ত্ৰিক আন্দোলনৰ পৰিৱৰ্তে এক সংকীৰ্ণ কৌশলৰ চিন্তা। তেওঁ কৈছিল যে এচাম বিপ্লৱীয়ে ষড়যন্ত্ৰমূলক পন্থাৰে, জনতাৰ সক্ৰিয় সমৰ্থন নাথাকিলেও, দেশত অভ্যুত্থান ঘটাই ক্ষমতা দখল কৰিব পাৰে—আৰু এনেদৰে কৰা উচিতো। আনকি দেশত বিপ্লৱী পৰিস্থিতি নাথাকিলেও এনে কাম কৰিব পাৰি। লেনিনে এনে ষড়যন্ত্ৰমূলক অভ্যুত্থানৰ কথা এবাৰো কোৱা নাছিল। তেওঁ এক ব্যাপক গণসমৰ্থিত আন্দোলনৰ মাজেদিহে সমাজবাদৰ দিশলৈ আগুৱাবলৈ কৈছিল। প্লেখানভে কিন্তু লেনিনক ব্লেংকৰ চিন্তাৰ দৰে ষড়যন্ত্ৰমূলক কাম কৰিব খোজা বুলি অভিযুক্ত কৰিলে। প্লেখানভে ক'লে যে দেশত এতিয়া সমাজবাদী বিপ্লৱৰ বাবে কোনো ধৰণৰ বিপ্লৱী পৰিস্থিতি নাই, বৰঞ্চ দেশত বুৰ্জোৱা গণতান্ত্ৰিক বিপ্লৱৰ পৰিস্থিতিয়েহে বিৰাজ কৰিছে। লেনিনে দেশৰ বিপ্লৱী আৱাহাৱা আৰু বাস্তৱ পৰিস্থিতি বুজাত ভুল কৰিছে আৰু সেয়েহে তেওঁ এতিয়াই সমাজবাদী বিপ্লৱৰ দিশলৈ আগবঢ়াৰ কথা উত্থাপন কৰিছে। এই বিশ্লেষণ ভুল আৰু ই বিফল হ'বলৈ বাধ্য।

এংগেলছে বিশ্বাস কৰিছিল যে সৰ্বহাৰা শ্ৰেণীয়ে ক্ষমতা দখল কৰিলেই ৰাষ্ট্ৰ বা ৰাষ্ট্ৰশক্তিৰ প্ৰয়োজন তৎকালে নাইকিয়া হৈ যাব। লেনিনৰ চিন্তা ইয়াৰ সম্পূৰ্ণ বিৰোধী আছিল। তেওঁৰ মতে সৰ্বহাৰা শ্ৰেণীকো এক ৰাষ্ট্ৰযন্ত্ৰৰ প্ৰয়োজন হ'ব—কেৱল ইয়াৰ চৰিত্ৰ অত্যাচাৰী বুৰ্জোৱা ৰাষ্ট্ৰযন্ত্ৰতকৈ সুকীয়া হ'ব। সৰ্বহাৰা ৰাষ্ট্ৰত এক স্থায়ী সেনাবাহিনী, মানুহক দমন কৰা পুলিচ ব্যৱস্থা আৰু মানুহৰ ওপৰত শাসন চলাবলৈ এক আমোলাতন্ত্ৰ নাথাকিব। শেষত সমাজবাদী সমাজ যেতিয়া সাম্যবাদলৈ গতি কৰিব তেতিয়া ৰাষ্ট্ৰৰ প্ৰয়োজন আপোনা আপুনি নাইকিয়া হৈ যাব।

মানচেভিক নেতা ডেনে ক'লে যে লেনিনৰ এপ্ৰিল থেচিচ মাৰ্ক্সবাদক ধ্বংস কৰাৰ এটা কৌশলহে মাথোন।[6]

আন এজন প্ৰধান মানচেভিক নেতা চৰোটেলিয়ে ক'লে যে লেনিনে সময় হোৱাৰ আগতেই ক্ষমতা দখল কৰিব খুজিছে। মাৰ্ক্সে কৈ গৈছে যে শ্ৰমিক শ্ৰেণীয়ে উপযুক্ত সময় হোৱাৰ আগতে ক্ষমতা দখলৰ চেষ্টা চলালে সি ঐতিহাসিকভাৱেই বিফল হ'বলৈ বাধ্য।[7]

মানচেভিকসকলৰ এনে চিন্তা কেৱল তেওঁলোকৰ মাজতেই সীমাবদ্ধ হৈ নাথাকিল। বলচেভিকসকলৰ মাজতো ইয়াৰ প্ৰতিধ্বনি উঠিল।

কামানেভে লেনিনৰ বিৰোধিতা কৰিলে। তেওঁ ক'লে যে মাৰ্ক্সৰ শিকনিত স্পষ্টকৈ কোৱা আছে যে প্ৰথমে বুৰ্জোৱা গণতান্ত্ৰিক বিপ্লৱ সম্পন্ন হৈ দেশত পুঁজিবাদৰ দ্ৰুত বিকাশ হ'ব—শ্ৰমিক শ্ৰেণীও ইয়াৰ সংখ্যা আৰু শক্তিত দ্ৰুতভাৱে বাঢ়ি আহিব—সময়ত পুঁজিবাদত প্ৰচণ্ড সংকটে দেখা দিব আৰু সমাজ আগবাঢ়িব সমাজবাদী বিপ্লৱৰ দিশত। ৰাচিয়াৰ এই বিপ্লৱক সকলোৱে একেবাক্যে বুৰ্জোৱা গণতান্ত্ৰিক বুলি আখ্যা দিছে, এই বিপ্লৱ এতিয়াও সমাধা হোৱা নাই, গতিকে এতিয়া সমাজবাদী বিপ্লৱৰ কথা কোৱাতো—এই বিপ্লৱক সমাজবাদৰ দিশলৈ হুমমুৰকৈ আগবঢ়াই নিব খোজাতো, ভুল হৈছে। প্ৰাভদাত লেখা এটা প্ৰবন্ধত তেওঁ মন্তব্য কৰিলে "লেনিনৰ এই সাধাৰণ পৰিকল্পনাটো আমাৰ বাবে গ্ৰহণযোগ্য নহয়, কিয়নো ই এই সিদ্ধান্তৰ পৰা আৰম্ভ হৈছে যে বুৰ্জোৱা গণতান্ত্ৰিক বিপ্লৱ সমাধা হৈ গৈছে আৰু বৰ্তমানৰ বিপ্লৱক তৎকালে এক সমাজবাদী বিপ্লৱলৈ ৰূপান্তৰিত কৰাৰ কথা কৈছে।"[8]

লেনিনে তেওঁৰ থেচিচৰ ব্যাখ্যা বিশ্লেষণত যদিও এই কথা স্পষ্ট কৰি দিছিল যে ৰাচিয়াৰ বিপ্লৱ আন বুৰ্জোৱা গণতান্ত্ৰিক বিপ্লৱৰ দৰেতে একে নহয়, বিশেষকৈ দ্বৈত ক্ষমতাৰ আত্ম প্ৰকাশে ইয়াক এক সুকীয়া চৰিত্ৰ প্ৰদান কৰাৰ লগতে সোনকালে সমাজবাদী বিপ্লৱৰ দিশলৈ আগবঢ়াৰ বাট সুগম কৰি দিছে; তথাপিও দলৰ বহুতো নেতাই মাৰ্ক্সবাদী সাধাৰণ শিক্ষাৰ পৰ্যায়ৰ পৰা আগবাঢ়িব পৰা নাছিল। তেওঁলোকে ৰাচিয়াৰ বাস্তৱ পৰিস্থিতি আৰু বিপ্লৱৰ চৰিত্ৰ বুজিব

পৰা নাছিল। সেয়ে তেওঁলোকে বাস্তৱ পৰিস্থিতিৰ লগত খাপখোৱাকৈ নিজৰ কাৰ্যপন্থা স্থিৰ কৰিবলৈ সক্ষম নহৈ, মাৰ্ক্সবাদক সৃজনশীলভাৱে বিকাশ কৰিবলৈ সক্ষম নহৈ, কেতবোৰ মতবাদ আৰু সূত্ৰকে আঁকোৱাগোজালি মাৰি ধৰি আছিল।

নেতাসকলৰ এনে মতান্ধতাৰ সময়ত বহুতো তলৰ খাপৰ বলচেভিকে লেনিনৰ থেচিচ কিন্তু ভালদৰে বুজিবলৈ আৰম্ভ কৰিছিল। বুৰ্জোৱাই ক্ষমতা পালে যে সৰ্বহাৰাৰ কাৰণে কোনো কাম নকৰে, সৰ্বহাৰাই দেশৰ প্ৰগতিৰ বাবে বুৰ্জোৱাৰ পৰা ক্ষমতা নিজৰ হাতলৈ আনিবই লাগিব সেই কথা সাধাৰণ শ্ৰমিকসকলেও বুজিছিল। দল আৰু শ্ৰমিকৰ মাজত দিনে দিনে লেনিনৰ প্ৰভাৱ বাঢ়ি আহিবলৈ ধৰিছিল।

এপ্ৰিল মাহৰ ২৭ তাৰিখে লেনিনৰ থেচিচৰ ওপৰত আলোচনা কৰিবৰ বাবে পেট্ৰোগ্ৰাড নগৰ সমিতিৰ ( বলচেভিক দলৰ ) এখন সম্মিলন আহ্বান কৰা হ'ল। এই সম্মিলন খনেই এইবাৰ দলৰ মাজত দুই মতবাদৰ প্ৰধান যুদ্ধক্ষেত্ৰ হৈ পৰিল।

লেনিনে এই সম্মিলনত বলচেভিক দলে অস্থায়ী চৰকাৰক ওফৰাই দেশৰ শাসন ক্ষমতা চভিয়েটৰ হাতলৈ আনিবলৈ সক্ৰিয়ভাৱে কামকাজ আৰম্ভ কৰাৰ প্ৰস্তাৱ দাঙি ধৰিলে। আনহাতে কামানেভকে ধৰি বলচেভিক দলৰ এচাম নেতাই অস্থায়ী চৰকাৰক ওফৰোৱাৰ বিৰোধিতা কৰি ইয়াৰ ওপৰত কটুকটীয়া নিয়ন্ত্ৰণ কায়েম কৰাৰ প্ৰস্তাৱ ৰাখিলে। সভাত হোৱা তুমুল বিতৰ্কৰ অন্তত হোৱা ভোট গ্ৰহণত দেখা গ'ল যে লেনিনৰ পক্ষে ২৬টা, কামানেভৰ পক্ষে ৬টা ভোট পৰিল, ৯জনে ভোটদানৰ পৰা বিৰত থাকিল। লেনিনৰ মতাদৰ্শ ক্ৰমে বলচেভিক দলৰ মাজত জনপ্ৰিয় হৈ আহিল। কিন্তু, বিৰোধ এইখিনিতেই শেষ নহ'ল। দলৰ মাজত লেনিনৰ থেচিচ সম্পূৰ্ণভাৱে বুজি পোৱাৰ, গ্ৰহণ কৰাৰ কাম তেতিয়াও বহুত বাকী আছিল। বাকী আছিল এই নতুন নীতি দেশৰ বলচেভিকসকলৰ মাজত জনপ্ৰিয় কৰি তোলা। ইতিমধ্যে ৩ মে'ৰ দিনা এচাম অত্যুৎসাহী বলচেভিকে অস্থায়ী চৰকাৰক ওফৰাবৰ বাবে এক বিক্ষোভ প্ৰদৰ্শন সংগঠিত কৰাৰ চেষ্টা কৰিলে। লেনিনে তত্‌তৈয়াকৈ এনে অপইতা আৰু হঠকাৰী প্ৰচেষ্টা বন্ধ কৰোৱাই চভিয়েটত বলচেভিক সংখ্যাগৰিষ্ঠতা লাভ কৰাৰ প্ৰচেষ্টা জোৰদাৰ কৰি তুলিলে। ৭ মে'ৰ দিনা বলচেভিক দলৰ সপ্তম সৰ্বো ৰাচিয়া সম্মিলন অনুষ্ঠিত কৰা হ'ল। ইয়াত দলে লেনিনৰ নেতৃত্বত তিনিটা মূল সিদ্ধান্ত গ্ৰহণ কৰিলে। প্ৰথমতে ৰাষ্ট্ৰক্ষমতা দখল কৰাৰ প্ৰয়োজনীয়তা মানি লোৱা হ'ল আৰু অস্থায়ী চৰকাৰক আঁতৰাই সৰ্বহাৰাৰ সংগঠন—চভিয়েটৰ হাতলৈ সমগ্ৰ ক্ষমতা অনাৰ পৃষ্ঠপোষকতা কৰা হ'ল। অস্থায়ী চৰকাৰৰ আপোচকামী সুবিধাবাদী আৰু যুদ্ধবাজ নীতিক গৰিহণা দি শ্লোগান দিয়া হ'ল. "সমগ্ৰ ক্ষমতা চভিয়েটৰ

হাতলৈ আনা—অল পাৱাৰ টু দি চভিয়েটচ্" ; এই সিদ্ধান্তৰ লগে লগে অস্থায়ী চৰকাৰ সম্পৰ্কে বলচেভিক নীতি স্পষ্ট হৈ পৰিল।

দ্বিতীয়টো সিদ্ধান্ত হ'ল যে লেনিনৰ এপ্ৰিল থেচিচত কৰা বিশ্লেষণ অনুযায়ী দলে ৰুচ বুৰ্জোৱা বিপ্লৱক এইবাৰ সৰ্বহাৰা বিপ্লৱৰ দিশলৈ সক্ৰিয়ভাৱে পৰিচালিত কৰিব। সমাজবাদী বিপ্লৱ সম্পন্ন কৰাৰ প্ৰয়োজনীয়তা সম্পৰ্কে বলচেভিক দলে এইবাৰ সুস্পষ্ট নীতি গ্ৰহণ কৰিলে।

তৃতীয়তে জাতীয় প্ৰশ্নটো দলে নিৰ্দিষ্ট নীতি গ্ৰহণ কৰিলে। জাতিসমূহৰ আত্মনিয়ন্ত্ৰণৰ অধিকাৰ, আনকি বিচ্ছিন্ন হোৱাৰ অধিকাৰো মানি লোৱা হ'ল। এই সম্পৰ্কে হোৱা বিতৰ্কত লেনিনে বিচ্ছিন্ন হোৱাৰ অধিকাৰৰ সম্পৰ্কে আৰো বিশদ ব্যাখ্যা আগবঢ়ায়। তেওঁ কয় যে বিচ্ছিন্ন হৈ যোৱাৰ অধিকাৰক স্বীকৃতি দিয়া মানে এইটো নুবুজায় যে প্ৰতিটো জাতিক বিচ্ছিন্ন হৈ যাবলৈ কোৱা হৈছে। গণতান্ত্ৰিক সংগ্ৰাম বিকশাই তোলা, শ্ৰেণীসংগ্ৰাম শক্তিশালী কৰি তোলাৰ স্বাৰ্থত যদি এটা জাতি বিচ্ছিন্ন হৈ যোৱাটো প্ৰয়োজনীয় হৈ পৰে তেনেহ'লে সাম্যবাদী-সকলে ইয়াৰ বিৰোধিতা নকৰে। কিন্তু, শ্ৰমজীৱী মানুহৰ স্বাৰ্থতহে এই অধিকাৰৰ প্ৰতি সমৰ্থনৰ প্ৰশ্নটো আছে, বুৰ্জোৱাৰ স্বাৰ্থত নহয়।

সম্মিলনত লেনিনৰ নীতিৰ জয় হ'ল। বলচেভিক দলৰ নেতৃবৃন্দ আকৌ এবাৰ নতুন নীতিৰ ভিত্তিত ঐক্যবদ্ধ হৈ পৰিল। দলে লেনিনক সভাপতি হিচাপে লৈ এখন নতুন কেন্দ্ৰীয় সমিতি গঠন কৰিলে। ইয়াৰ পিছতে লেনিনে ঘোষণা কৰিলে, "প্ৰতিজন বলচেভিকে এতিয়া সকলো কাম কৰিব পৰা হ'ব লাগিব। তেওঁ একেসময়তে নিজকে এজন বিক্ষোভ সংগঠনকাৰী ( agitator ), প্ৰচাৰক আৰু একোজন সুদক্ষ সংগঠকলৈ ৰূপান্তৰিত কৰিব লাগিব। পেটি-বুৰ্জোৱা দোদুল্যমানতাৰ বিৰুদ্ধে সৰ্বহাৰাৰ বিপ্লৱী নীতিক ৰক্ষা কৰাৰ ক্ষেত্ৰত পৰ্বতৰ দৰে দৃঢ় হ'ব লাগিব আৰু ফেব্ৰুৱাৰী বিপ্লৱতকৈ সহস্ৰগুণ শক্তিশালী এক বিপ্লৱৰ বাবে প্ৰস্তুত হ'ব লাগিব।"[৭]

বলচেভিক দলে লেনিনৰ কৰ্মনীতিৰ প্ৰতি এইবাৰ সম্পূৰ্ণ সমৰ্থন আগবঢ়ালে। দলৰ ওপৰত লেনিনৰ প্ৰচণ্ড প্ৰভাৱ আকৌ এবাৰ প্ৰতিপন্ন হ'ল। দলে এইবাৰ মুকলিকৈ অস্থায়ী চৰকাৰক ওফৰাই সকলো ক্ষমতা চভিয়েটৰ হাতলৈ অনাৰ শ্লোগান দিলে আৰু পৰিকল্পিতভাৱে চভিয়েটবোৰত সংখ্যাগৰিষ্ঠতা লাভ কৰাৰ প্ৰচেষ্টা আৰম্ভ কৰিলে। এই দ্বিতীয় লক্ষ্যটো অৱশ্যে দলে মুকলিকৈ ঘোষণা কৰা নাছিল।

এই নতুন নীতি আৰু শক্তিশালী কৰিবলৈ দলৰ ব্যাপক কৰ্মীসকলৰ মাজত ইয়াক জনপ্ৰিয় কৰি তুলিবলৈ আৰু তেওঁলোকক নতুনকৈ ৰাজনৈতিকভাৱে শিক্ষিত কৰি তুলিবলৈ দলৰ নতুন এখন কংগ্ৰেছ বা মহাসভা অনুষ্ঠিত কৰাৰ সিদ্ধান্ত লোৱা হ'ল।

ৰুচ বিপ্লৱৰ ইতিহাসে এইবাৰ এক নতুন মোৰ ললে।

# ৪

## 'দেশৰ সম্পূৰ্ণ ক্ষমতা লবলৈ আমি সাজু'



● সংযুক্ত চৰকাৰ গঠন আৰু মতবিৰোধ ● যুদ্ধৰ প্ৰশ্ন লৈ উত্তেজনা ● দেশপ্ৰেমৰ দোহাই দি চৰকাৰৰ যুদ্ধ প্ৰস্তুতি ● ট্ৰট্‌স্কিৰ দেশলৈ প্ৰত্যাৱৰ্তন আৰু পেট্ৰোগ্ৰাড চভিয়েটত অংশগ্ৰহণ ● লেনিন আৰু ট্ৰট্‌স্কিৰ মাজত বুজাবুজিৰ আৰম্ভণি ● জনতাৰ বিদ্ৰোহ আৰু চৰকাৰৰ দ্বাৰা দমন মূলক আইন-কানুন প্ৰৱৰ্তনৰ প্ৰস্তাৱ ● চভিয়েটৰ নিৰ্বাচন আৰু বলচেভিক দলৰ অগ্ৰগতি ● শ্ৰমিক কৃষক আৰু সৈনিক প্ৰতিনিধিৰ সৰ্বৰূচ কংগ্ৰেছৰ আৰম্ভণি ● অস্থায়ী চৰকাৰৰ প্ৰতি চভিয়েটৰ সমৰ্থন ব্যক্ত আৰু মহাসভাৰ অধিবেশনত দেশৰ ৰাজনৈতিক ক্ষমতা গ্ৰহণ কৰিবলৈ বলচেভিক দল সাজু বুলি লেনিনৰ ঘোষণা ● সকলো ক্ষমতা চভিয়েটৰ হাতলৈ অনা বলচেভিক দাবী জনপ্ৰিয় হোৱাৰ আৰম্ভণি ● বলচেভিক দলৰ বিক্ষোভ প্ৰদৰ্শনৰ আহ্বানক চভিয়েটৰ বিৰোধিতা ● চভিয়েটৰ দ্বাৰা নিজস্ব প্ৰদৰ্শনৰ আহ্বান ● ৰাচিয়াৰ যুদ্ধাৰম্ভ ● ১৮ জুনত জনগণৰ দ্বাৰা মুকলি প্ৰদৰ্শনত বলচেভিক দলৰ যুদ্ধবিৰোধী দাবীবোৰ গ্ৰহণ।

টোকা আৰু প্ৰসঙ্গ ঃ

(১) পেৰি কমিউন ঃ—ফ্ৰান্সত বিপ্লৱী শ্ৰমিক শ্ৰেণীৰ প্ৰথম বিপ্লৱী চৰকাৰ (১৮৭১ চন)। ই আছিল পৃথিৱীৰ প্ৰথম সৰ্বহাৰা একনায়কত্বৰ চৰকাৰ। ই ৭২ দিন বৰ্তি থাকে। এই চৰকাৰৰ পতনৰ প্ৰধান কাৰণ আছিল যে ই কামকাজৰ বাবে পুৰণা ৰাষ্ট্ৰ ব্যৱস্থা আৰু আমোলাসকলৰ ওপৰতেই নিৰ্ভৰ কৰিছিল। বিপ্লৱৰ পৰিচালনা আৰু সাধাৰণ প্ৰশাসনৰ বাবে এক স্বকীয়া নতুন বৈপ্লৱিক প্ৰশাসন ব্যৱস্থা গঢ়ি তুলিব পৰা নাছিল।

(২) Carr, E.H.—The Bolshevik Revolution. Penguin. London. Vol. I. pp. 98-99.

(৩) Nenarokov, A.—An Illustrated History of the Great October Socialist Revolution. Progress Publishers. Moscow. pp. 111.

(৪) ibid, No. 2 p. 112.

(৫) ibid, No. 2 p. 112.

(৬) ibid, No. 1 pp. 98-99. ট্ৰট্‌স্কিৰ এই মধ্যমপন্থী অৱস্থান বিপ্লৱী শক্তিসমূহৰ একতাৰ বাটত বাৰে বাৰে বাধাস্বৰূপ হৈ অহা দেখা যায়। এনে অৱস্থান লৈ এহাতে তেওঁ বিপ্লৱী গোটসকলৰ মাজত এক সুবিধাবাদী ঐক্যৰ প্ৰয়াস কৰিছিল আৰু আনহাতে হয়তো এনে প্ৰক্ৰিয়াৰ মাজেৰে নিজে সৰ্বজনগ্ৰাহ্য নেতা হোৱাৰো চেষ্টা কৰিছিল।

(৭) লেনিন বিৰোধী এই ষড়যন্ত্ৰ বৃটিছ গুপ্তচৰ বিভাগৰ কাম আছিল। তেওঁলোকেই এই কুৎসা ৰটনাৰ পৰিকল্পনা কৰিছিল আৰু কেইজনমান সাংবাদিকৰ হতুৱাই কেতবোৰ জাল নথি-পত্ৰ বাতৰি কাকতত প্ৰকাশ কৰোৱাইছিল। ৰাচিয়াৰ আমোলাতন্ত্ৰ আৰু বুৰ্জোৱা নেতা কেইজনমানৰো ইয়াত হাত আছিল। পাছত এই ষড়যন্ত্ৰ আৰু জালিয়াতি সম্পূৰ্ণৰূপে ধৰা পৰে।

(৮) ibid, No. 1 pp. 100. বিভিন্ন সূত্ৰত চভিয়েটৰ মুল সদস্য সংখ্যা আৰু বিভিন্ন দলৰ সদস্য সংখ্যা সম্পৰ্কে তথ্যৰ কিছু তাৰতম্যতা পোৱা যায়। চভিয়েট সমূহতে মুল সদস্য আছিল ৭৭৭ জন। কিন্তু মহাসভা বা কংগ্ৰেছত মানচেভিক আৰু চচিয়েল ৰিভলিউচনেৰী দলৰ যে সংখ্যা গৰিষ্ঠতা আছিল সি নিশ্চিত। বৰ্তমানৰ আলোচনাত ঐতিহাসিক E.H. Carr-য়ে দিয়া তথ্য ব্যৱহাৰ কৰা হৈছে।

(৯) ibid, No. 2. pp. 142.

ঘটনাৰ পাকচক্ৰ দ্ৰুত গতিত ঘূৰিবলৈ আৰম্ভ কৰিলে।

প্ৰতিদিনাই ঘটিল ন ন ঘটনা। ইমান সোনকালে পৰিস্থিতিৰ সলনি হ'বলৈ ধৰিলে যে তাৰ লগত তাল মিলোৱাই কঠিন হৈ পৰিল।

মানচেভিক আৰু চচিয়েল বিভলিউচনেৰী দলৰ যোগদানেৰে যিটো সংযুক্ত অস্থায়ী চৰকাৰ গঢ়ি তোলা হ'ল, সেই চৰকাৰে প্ৰথমৰ পৰাই ভালদৰে কামকাজ আৰম্ভ কৰিবলৈ ব্যৰ্থ হ'ল। অৱশ্যে কাম কৰিব পৰা অৱস্থাও নাছিল। সমাজবাদীসকলে চৰকাৰত যোগদান কৰিলে যদিও তেওঁলোকে কোনোধৰণৰ নতুন বা কাৰ্যকৰী পদক্ষেপ লব নোৱাৰিলে। ইয়াৰ এটা প্ৰধান কাৰণ হ'ল এই চৰকাৰে ইয়াৰ নীতি নিৰ্দেশবোৰ কাৰ্যকৰী কৰিবৰ বাবে জাৰ আমোলৰ বিষয়া-আমোলাতন্ত্ৰৰ ওপৰত নিৰ্ভৰ কৰিবলগীয়া হৈছিল। দেশৰ জমিদাৰ আৰু বুৰ্জোৱাসকলৰ স্বাৰ্থৰক্ষাৰ বাবে গঢ়ি তোলা বিষয়াকুলে স্বাভাৱিকতেই নতুন চৰকাৰৰ কামকাজত বাধা প্ৰদান কৰিলই। ন্যস্ত স্বাৰ্থৰ এই জাল ফালি দেশত এক নতুন প্ৰশাসন ব্যৱস্থা গঢ়ি তুলিব নোৱাৰাৰ বাবে কম দিনৰ পৰা এই চৰকাৰ অকামিলা হৈ পৰিল। বিপ্লৱৰ পাছত নতুন বৈপ্লৱিক নীতিক কাৰ্যকৰী কৰিবৰ বাবে এক নতুন প্ৰশাসনিক ব্যৱস্থাৰ প্ৰয়োজন—পেৰী কমিউনৰ বিপৰ্যয়ে দি যোৱা এই ঐতিহাসিক শিক্ষা নতুন সমাজবাদী মন্ত্ৰীসকলে হয়তো পাহৰি পেলাইছিল।[1]

কিন্তু, তথাপিও, গঠনৰ পাছত এই চৰকাৰে পেট্ৰোগ্ৰাড চভিয়েটৰ পৰা সম্পূৰ্ণ সমৰ্থন লাভ কৰিবলৈ সক্ষম হৈছিল।

যদিও এই চৰকাৰৰ কামকাজে দেশৰ ব্যাপক সৈনিক, শ্ৰমিক আৰু খেতিয়ক-সকলক শীঘ্ৰে বিতুষ্ট কৰি তুলিছিল, যুদ্ধ শেষ কৰা, ঔদ্যোগিক নীতি প্ৰতিষ্ঠা কৰা, খেতিয়কক মাটি দিয়া—এই প্ৰধান কামকেইটাত চৰকাৰে একেবাৰে নকৰাত এই বিক্ষুব্ধি দিনে দিনে বাঢ়ি আহিছিল। আনকি মানচেভিক আৰু চচিয়েল বিভলিউচনেৰী দলকেইটাৰ নিজৰ মাজতো চৰকাৰত অংশগ্ৰহণ কৰা-নকৰা লৈ প্ৰচণ্ড মতবিৰোধ আৰম্ভ হৈছিল।[2] কিন্তু তথাপিও পেট্ৰোগ্ৰাড চভিয়েটে চৰকাৰৰ প্ৰতি সমৰ্থন দিছিল ইয়াৰ কেতবোৰ নীতি ৰূপায়িত কৰিব পৰা যাব বুলি। চভিয়েটৰ নেতাসকলে ভাবিছিল যে এই চৰকাৰৰ জৰিয়তে তেওঁলোকে নিজৰ কোনো দেশ দখল নকৰা আৰু যুদ্ধৰ ক্ষতিপূৰণ নিদিয়াৰ ঘোষিত-নীতিৰ আধাৰত শান্তি প্ৰতিষ্ঠা কৰিব পাৰিব, ঔদ্যোগিক কামকাজৰ ওপৰত নিয়ন্ত্ৰণ প্ৰতিষ্ঠা কৰি অৰ্থনৈতিক সংস্কাৰৰ কাম হাতত লব পাৰিব, দেশৰ কৃষিৰ আৰু শ্ৰমিকসকলৰ সমস্যা সমাধানৰ কিছু পদক্ষেপ লব পাৰিব আৰু সোনকালে কনষ্টিটিউৱেণ্ট এচেম্বলী বা বিধায়নী সভাৰ অধিবেশন আহ্বান কৰি দেশত সুস্থিৰ সাংবিধানিক ব্যৱস্থা গঢ়ি তুলি পাৰিব।[3] কিন্তু তেওঁলোকৰ এই আশা যে বিফল হ'বলৈ বাধ্য, সেইকথা তেওঁলোকে ধৰিব পৰা নাছিল। ফলত অতি কম সময়ৰ

ভিতৰতেই এই চৰকাৰ সম্পৰ্কে সকলোৰে মোহভংগ ঘটিবলৈ আৰম্ভ কৰিলে আৰু আনহাতে প্ৰথমৰ পৰাই এনে ধৰণৰ চৰকাৰৰ বিৰোধিতা কৰি অহা খুচে সমাজ-গণতান্ত্ৰিক শ্ৰমিক দলৰ বলচেভিক গোটটোৰ দৃঢ় নীতিৰ প্ৰতি মানুহ আকৃষ্ট হ'বলৈ আৰম্ভ কৰিলে। দৰাচলতে এই চৰকাৰৰ আটাইতকৈ ডাঙৰ দুৰ্বলতা আছিল যে ই এক বৈপ্লৱিক পৰিস্থিতিৰ মাজত বিপ্লৱৰ পৰিৱৰ্তে সংস্কাৰ সাধনৰ চেষ্টা কৰিছিল। সংস্কাৰৰ সময় ভেটিয়া আৰু নাছিল, দেশৰ জনতা এক বৈপ্লৱিক উদ্গীৰণৰ ফালে আগবঢ়াৰ সময়ত সংস্কাৰৰ চেষ্টাই বিপ্লৱৰ বাটত হেঙাৰহে ধৰে। এনে ব্যৱস্থা সেই পৰিস্থিতিত অৱধাৰিতভাৱেই বিফল হ'বলৈ বাধ্য।

এনেতে এটা ঘটনা ঘটিল। সেইদিনা আছিল ১৯১৭ চনৰ ৭ মে'। অস্থায়ী চৰকাৰৰ বৈদেশিক মন্ত্ৰী মিখাইল টেৰেচেংকোই সেইদিনা আমেৰিকা, ফ্ৰান্স, বৃটেইন, পৰ্তুগাল, জাপান আদি দেশৰ চৰকাৰলৈ এখন জৰুৰী টেলিগ্ৰাম প্ৰেৰণ কৰিলে। পেট্ৰোগ্ৰাড চভিয়েট, চৰকাৰত যোগ দিয়া সমাজবাদী দলবোৰ সকলোৰে ঘোষিত নীতিৰ বিৰোধিতা কৰি এই টেলিগ্ৰামত মিত্ৰপক্ষৰ চৰকাৰ-বোৰক জনাই দিয়া হ'ল যে ৰাচিয়াৰ অস্থায়ী চৰকাৰে যুদ্ধ চলাই যাবলৈ সাজু আছে। আগৰ চৰকাৰৰ দৰে এই চৰকাৰেও যুদ্ধ সম্পৰ্কে একেই নীতিকে গ্ৰহণ কৰিলে। আৰু এই কাম এইবাৰ সম্পূৰ্ণ গোপনভাৱেও কৰা নহ'ল। বৰঞ্চ, চৰকাৰৰ যুদ্ধ সমৰ্থনকাৰী নীতি সম্পৰ্কে আওপকীয়াকৈ ঘোষণাহে কৰা হ'ল। চৰকাৰে ঘোষণা কৰিলে যে যুদ্ধত ৰাচিয়াৰ পৰাজয়ৰ মানে হ'ব মানৱ সভ্যতাৰ এক প্ৰচণ্ড সংকটৰ সমপৰ্যায়ৰ। গতিকে যুদ্ধত পৰাজয় হোৱাৰ কথা ভাবিবই নোৱাৰি, বৰঞ্চ বিজয়ৰ বাবেহে যথাসাধ্য ব্যৱস্থা কৰাটো প্ৰয়োজন। সমগ্ৰ অস্থায়ী চৰকাৰে ভাবিবলৈ আৰম্ভ কৰিলে যে ৰাচিয়াৰ বিকাশ, প্ৰগতি বা পৰিত্ৰাণৰ বাবে এটা শক্তিশালী সেনাবাহিনী, এটা কাৰ্যকৰী চৰকাৰ আৰু সমৰত বিজয়ৰ একান্ত প্ৰয়োজন।

এই নতুন চৰকাৰটোৰ এনে ধাৰণাৰ লগত ৰাচিয়াৰ বুৰ্জোৱাসকলৰ চিন্তা-ভাবনা অদ্ভুতভাৱে মিলি পৰিল। দৰাচলতে সমাজবাদী সদস্যসকলেও ক্ৰমে যুদ্ধ সম্পৰ্কীয় এনে বুৰ্জোৱা নীতিৰ ফালে হাউলিবলৈ আৰম্ভ কৰিলে।

তেওঁলোকৰ এনে ভূমিকাৰ আন কেতবোৰ কাৰণো নথকা নহয়। সাম্ৰাজ্য-বাদী যুদ্ধত নিজা জাতীয় চৰকাৰক সমৰ্থন কৰাৰ যি নীতি দ্বিতীয় আন্তৰ্জাতিকৰ প্ৰধান সমাজবাদী দলবোৰে গ্ৰহণ কৰিছিল, তাৰ অনুৰণন এতিয়াও হ'বলৈ ধৰিলে। বিশেষকৈ ফ্ৰান্সৰ সমাজবাদী নেতাসকলৰ যুদ্ধত জাতীয় বুৰ্জোৱা চৰকাৰৰ প্ৰতি অকুণ্ঠ সমৰ্থন, আৰু আনকি এনে চৰকাৰত অংশগ্ৰহণৰ কামে ৰাচিয়াৰ সমাজবাদীসকলোকে 'আদাক দেখি উঠিল গা, কেতুৰীয়ে বোলে মোকো খা'ৰ দৰে প্ৰভাৱিত কৰি আগবাঢ়িবলৈ শিকালে। ফৰাচী সমাজবাদী নেতা-

সকলে আনকি বাচিয়াতো আছিও যুদ্ধ সমৰ্থনৰ সপক্ষে প্ৰচাৰ আৰম্ভ কৰিছিল। বুৰ্জোৱা নেতাসকলেও মাতৃভূমিৰ প্ৰতিৰক্ষাৰ বাবে যুদ্ধৰ প্ৰয়োজনীয়তাৰ কথা ক'বলৈ আৰম্ভ কৰিলে। দুয়োপক্ষৰ কথাৰ মূল অৰ্থ হ'ল যে যুদ্ধখন চলাই যাব লাগে। আনহাতে বলচেভিক দলে সকলো ধৰণে যুদ্ধৰ বিৰোধিতা কৰিবলৈ ধৰিলে। কিন্তু, তেওঁলোকৰ কথা তেতিয়া শুনে কোনে? চৰকাৰে বৰঞ্চ বুৰ্জোৱা আৰু সমাজবাদী নেতাসকলক লৈ যুদ্ধৰ বাবে এখন পাঁচজনীয়া সমিতিহে গঠন কৰিলে। প্ৰধানমন্ত্ৰী প্ৰিন্স লুৱঁৰ সভাপতিত্বত গঠিত এই সমিতিখনত আছিল টেৰেচেঙ্কো, নেক্ৰাচভ, কেৰেনেস্কি আৰু চাৰটোভ। যুদ্ধৰ প্ৰশ্নটোত এনেদৰেই সমাজবাদী মন্ত্ৰীসকলৰ অৱস্থান বুৰ্জোৱা নেতৃত্বৰ লগত অভিন্ন হৈ পৰিল।

যুদ্ধৰ প্ৰস্তুতি পুৰাদমেই আৰম্ভ হ'ল। কেৰেনেস্কিয়ে প্ৰথমে অস্থায়ী চৰকাৰৰ তৰফৰ পৰা 'সৈনিকৰ অধিকাৰৰ ঘোষণাপত্ৰ' নামে এখন অধ্যাদেশ জাৰী কৰিলে। ইয়াৰ দ্বাৰা চৰকাৰে গণতান্ত্ৰিক বিপ্লৱৰ প্ৰথমছোৱাত সৈনিক-সকলে আহৰণ কৰা বহুখিনি ৰাজনৈতিক আৰু সামাজিক অধিকাৰ কৰ্তন কৰিবলৈ বিচৰা হ'ল। সেনাবাহিনীৰ মাজত শৃংখলা ঘূৰাই আনি সেনাসকলক মাতৃভূমি ৰক্ষাৰ বাবে সংগঠিত কৰাৰ আজুহাতত জাৰী কৰা হ'ল এই আদেশ। ইয়াৰ জৰিয়তে ৰুচ সেনাই শত্ৰু সেনাৰ লগত মিলামিছা কৰা বন্ধ হ'ল। বহুতো আন আন অধিকাৰ কৰ্তন কৰা হ'ল আৰু জোৰকৈ জাৰৰ আমোলৰ দৰে অফিচাৰসকলৰ নিয়ন্ত্ৰণ কায়েম কৰাৰ জৰিয়তে শৃংখলাবোধ আৰোপ কৰিব বিচৰা হ'ল।[4]

চৰকাৰৰ এনে অ-গণতান্ত্ৰিক কামৰ বিৰুদ্ধে সমগ্ৰ দেশ জুৰি প্ৰতিবাদৰ ধ্বনি উঠিল। বলচেভিক দলে ইয়াৰ ঘোৰ বিৰোধিতা কৰিলে। সকলো গণতান্ত্ৰিক ব্যক্তি আৰু সংগঠনেও ইয়াক গৰিহণা দিলে। সীমান্তৰ ট্ৰেঞ্চত সোমাই থকা সেনাসকলেও ইয়াৰ প্ৰতিবাদ কৰিলে। সমগ্ৰ দেশজুৰি আকৌ এবাৰ সাম্ৰাজ্যবাদী যুদ্ধখন চলাই যোৱাৰ বিৰুদ্ধে জনমত গঢ় উঠিল।

অস্থায়ী চৰকাৰে এনে যুদ্ধবিৰোধী মনোভাৱৰ মোকাবিলা কৰিবলৈ দেশ-প্ৰেমৰ ভাবাদৰ্শ প্ৰচাৰ কৰাৰ চেষ্টা চলালে। বুৰ্জোৱাই সদায় দেশপ্ৰেমৰ ঢৌ তুলিয়েই দেশৰ মানুহক নিজৰ স্বাৰ্থৰ পক্ষত সংগঠিত কৰিবলৈ চেষ্টা কৰে। জাতীয়তাবাদ আৰু দেশপ্ৰেমক তেওঁলোকে এনেদৰে ব্যৱহাৰ কৰে। ৰাচিয়াত অস্থায়ী চৰকাৰে এইবাৰ এনে চেষ্টা চলালে। মানচেভিক আৰু চচিয়েল ৰিভলিউচনেৰী দলৰ সমাজবাদী মন্ত্ৰীকেইজনো, লগতে এই দলকেইটাও শাসক-শ্ৰেণীৰ এনে জাতীয়তাবাদ আৰু দেশপ্ৰেমৰ জালত বান্ধখাই পৰিল। দেশপ্ৰেমৰ দোহাই দি এইবাৰ চৰকাৰে জনসাধাৰণৰ পৰা ঋণ হিচাপে টকা উঠাই এই 'যুদ্ধ পুঁজি' গঠন কৰাৰ প্ৰয়াস কৰিলে। এই যুদ্ধ পুঁজি গঠনৰো ঘোৰ বিৰোধিতা

আৰম্ভ হ'ল। বলচেভিকসকলে এনে কোনো ধৰণৰ কামৰ প্ৰতি সমৰ্থন জনাবলৈ অস্বীকাৰ কৰিলে। লেনিনে স্পষ্টকৈ ক'লে। "বেভিয়াটোলকে দেশৰ ৰাজনৈতিক আৰু অৰ্থনৈতিক ক্ষমতা সৰ্বহাৰা আৰু গৰীব খেতিয়কসকলৰ হাতলৈ নাহিব, যেতিয়ালৈকে পুঁজিপতিহঁতৰ স্বাৰ্থই যুদ্ধৰ লক্ষ্য নিৰ্ণয় কৰিব, তেতিয়ালৈকে শ্ৰমিক শ্ৰেণীয়ে ৰাচিয়াৰ বৈপ্লৱিক স্বাধীনতাক সকল কৰকচাবি দুৰ্বলহে কৰিব বিচৰা এনে কোনো ধৰণৰ 'যুদ্ধ পুঁজি' গঠনৰ বাবে নিজৰ সম্মতি নজনায়।"[5]

ইতিমধ্যে দেশৰ অৱস্থাৰ দ্ৰুত পৰিৱৰ্তন ঘটিছে। বিশেষকৈ ঔদ্যোগিক ক্ষেত্ৰত অৱনতি ঘটিছে আটাইতকৈ বেছি। কল-কাৰখানাবোৰ বন্ধ হোৱাৰ উপক্ৰম হৈছে, কিছুমান বন্ধ হ'বলৈ আৰম্ভ কৰিছেই। ফলত হাজাৰ হাজাৰ শ্ৰমিক কৰ্মসংস্থানহীন হৈ পৰিবলৈ আৰম্ভ কৰিছে ৰাজধানী পেট্ৰোগ্ৰাড নগৰীতেই প্ৰায় ৫০,০০০ শ্ৰমিক ইতিমধ্যে নিবনুৱা হৈ পৰিছে। কাৰখানা মালিকসকলে ক'বলৈ আৰম্ভ কৰিছে যে পেট্ৰোগ্ৰাড চভিয়েটে শ্ৰমিকৰ দৰমহা বঢ়োৱা, কামৰ সময় কমোৱা, অন্যান্য সা-সুবিধা দিয়াৰ বিষয়ে তেওঁলোকক যেনেদৰে বাধ্য কৰিছে, সেই পৰিস্থিতিত কাৰখানা লাভজনকভাৱে চলাই ৰখাতো অসম্ভৱ হৈ পৰিছে। কাৰখানা বন্ধ কৰি দিয়াৰ বাহিৰে তেওঁলোকৰ উপায় নাই। নিবনুৱা বাঢ়ি অহাৰ লগে লগে দেশত বিক্ষুব্ধিও বাঢ়ি আহিছে। অস্থায়ী চৰকাৰে কল-কাৰখানা বন্ধ হোৱা আৰু বে-ৰোজগাৰী বঢ়াৰ ক্ষেত্ৰত কোনোধৰণৰ কাৰ্যকৰী পদক্ষেপ লব নোৱৰাত স্বাভাৱিকতেই শ্ৰমিকসকলৰ চৰকাৰৰ ওপৰত আস্থা কমি আহিছে। আকৌ আনহাতে শ্ৰমিক চভিয়েটবোৰৰ দাবীৰ পৰা ৰক্ষণাবেক্ষণ দিব নোৱৰাৰ বাবে কাৰখানাৰ মালিকসকলেও চৰকাৰক বেয়া পাইছে।

ঔদ্যোগিক ক্ষেত্ৰতেই কেৱল নহয়, গাঁৱৰ খেতিৰ ক্ষেত্ৰতো প্ৰচণ্ড গণ্ডগোল আৰম্ভ হৈছে। এহাতে জমিদাৰহঁতে খেতিৰ মাটিৰ পৰা কৃষকক উচ্ছেদ কৰাৰ চেষ্টা কৰিছে আৰু আনহাতে নিজৰ মাটিবাৰী আত্মীয়-স্বজনৰ নামত ভাগ ভাগ কৰি—সময়ত বেনামী হস্তান্তৰ আৰম্ভ কৰিও লুকুৱাবলৈ ধৰিছে। ইয়াৰ বিপৰীতে দেশৰ খেতিয়ক চভিয়েটবোৰে নানাতৰহৰ সংগ্ৰাম আৰম্ভ কৰিছে। ঠায়ে ঠায়ে সংঘৰ্ষও আৰম্ভ হৈছে। দেশৰ খেতিয়কসকলৰ মাজত জনপ্ৰিয় ভিত্তি থকা চচিয়েল ৰিভলিউচনেৰী দলৰ দুজন সদস্য মন্ত্ৰীসভাত থাকোতেও চৰকাৰে কৃষিৰ ক্ষেত্ৰত কোনো ধৰণৰ কাৰ্যকৰী পদক্ষেপ লব নোৱৰা, কোনো ধৰণৰ সংস্কাৰৰ কামকাজ আৰম্ভ কৰিব নোৱৰাৰ বাবে দেশৰ গ্ৰামাঞ্চলত উত্তেজনা বাঢ়ি আহিছে। এই পৰিস্থিতিত বলচেভিক দলে সকলো জমিদাৰী পাম বাজেয়াপ্ত কৰি খেতিয়ক চভিয়েটৰ অধীন কৰিবৰ বাবে দাবী তুলিলে। অল্প সময়ৰ ভিতৰতেই এই দাবী জনপ্ৰিয় হৈ উঠিবলৈ আৰম্ভ কৰিলে।

এমাহৰ ভিতৰতেই সকলোফালে দেশৰ পৰিস্থিতিৰ দ্ৰুত অৱনতি ঘটিল।

ইতিমধ্যে আৰু এটা উল্লেখযোগ্য ঘটনা ঘটিল। আৰু এজন বিখ্যাত বিপ্লৱী নেতা ৰাচিয়ালৈ উভতি আহিল। আমেৰিকা যুক্তৰাষ্ট্ৰৰ পৰা লিওঁ ট্ৰট্স্কি উভতি আহি পেট্ৰোগ্ৰাড পালেহি। তেওঁৰ কিছু পলম হ'ল, কিয়নো বৃটিছ চৰকাৰে পাঁচ সপ্তাহ তেওঁক কেনাডাত ধৰি আহিবলৈ নিদিয়াকৈ ৰাখিছিল। আহিয়েই তেওঁ মুচ সমাজ গণতান্ত্ৰিক আন্দোলনৰ এটা সৰু বুদ্ধিজীৱীপ্ৰধান দল ইউনাইটেড চচিয়েল ডেমক্ৰেট পাৰ্টিত যোগদান কৰিলেহি। বিশিষ্ট বুদ্ধিজীৱী আনাতোলি লুনাচাৰ্স্কি তেতিয়া এই দলটোৰ সদস্য। এই দলটোৰ জৰিয়তে তেওঁ পেট্ৰোগ্ৰাড চভিয়েটত প্ৰবেশ কৰিলে। ১৯০৫ চনৰ বিপ্লৱৰ সময়ছোৱাত যেতিয়া পোন প্ৰথমবাৰৰ বাবে পেট্ৰোগ্ৰাড চভিয়েট গঠন হৈছিল, ট্ৰট্স্কি তেতিয়া তাৰ সভাপতি আছিল। অসামান্য বুদ্ধিমান, সুবক্তা, সুদক্ষ সংগঠক এই নেতাজনৰ সেই সময়ত প্ৰচণ্ড সন্মান আছিল। অতি কম সময়ৰ ভিতৰতেই তেওঁ পেট্ৰোগ্ৰাড চভিয়েটত নিজৰ নেতৃত্বকাৰী ভূমিকা সাব্যস্ত কৰি লবলৈ সক্ষম হৈছিল। প্ৰথম অৱস্থাত তেওঁ মুচ সমাজ-গণতান্ত্ৰিক আন্দোলনৰ বলচেভিক আৰু মানচেভিক এই দুটা বিপৰীত মেৰুৰ মধ্যৱৰ্তী ৰাজনৈতিক অৱস্থান গ্ৰহণ কৰিছিল। দুইটা গোটৰ পৰা সমদূৰত্ব বজাই ৰাখি তেওঁ আগৰ দৰে এক ঐক্য প্ৰচেষ্টা চলোৱাৰ হয়তো আশা ৰাখিছিল। সেয়ে প্ৰথমতে তেওঁ কোনোটো গোটৰ লগতেই নিকট ৰাজনৈতিক সম্পৰ্ক ৰখা নাছিল।[৫]

কিন্তু সেই সময়লৈ ট্ৰট্স্কি বিপ্লৱৰ বাবে অধীৰ হৈ উঠিছিল। মানচেভিক-সকলৰ আপোচকামী মনোভাব তেওঁ বেছি দিন সহ্য কৰি থাকিব নোৱাৰিলে। তেওঁ দেখিলে যে লেনিনৰ নেতৃত্বৰ বলচেভিকসকলেহে একমাত্ৰ দৃঢ়ভাৱে সমাজ বিপ্লৱৰ বাবে আগ্ৰহী আৰু তেওঁলোকে এই উদ্দেশ্যৰে কামকাজো কৰি গৈছে। গতিকে অৱধাৰিতভাৱেই ট্ৰট্স্কি আৰু তেওঁৰ সতীৰ্থসকল বলচেভিক দলৰ কাষ চাপি আহিল। সমাজতান্ত্ৰিক বিপ্লৱ সফল কৰি তোলাৰ ক্ষেত্ৰত নেতৃত্ব দিয়া ৰাচিয়াৰ দুজন প্ৰধান বুদ্ধিজীৱী নেতা লেনিন আৰু ট্ৰট্স্কি কাষ চাপি আহি একেলগে কামকাজ আৰম্ভ কৰাৰ প্ৰক্ৰিয়াটো তেতিয়াৰ পৰাই আৰম্ভ হ'ল। ট্ৰট্স্কিৰ বন্ধুত্বপূৰ্ণ মৈত্ৰীৰ প্ৰতি লেনিনেও সাদৰে হাঁহাৰি আগবঢ়ালে। তেওঁ ট্ৰট্স্কিহঁতৰ ইউনাইটেড চচিয়েল ডেমক্ৰেট গোটৰ এখন সভালৈ গ'ল আৰু তেওঁলোকক বলচেভিক দলৰ মুখপত্ৰ 'প্ৰাভদাৰ' সম্পাদকীয় সমিতিত যোগ দিবৰ বাবে আহ্বান জনালে। ৰাচিয়াৰ অন্যতম প্ৰধান বামপন্থী নেতা মাৰটভ আৰু তেওঁৰ আন্তৰ্জাতিকতাবাদী গোটটোৰ লগতো এই সময়ৰ পৰাই ঐক্যবদ্ধ কাম-কাজৰ প্ৰক্ৰিয়া এটাও আৰম্ভ হ'ল। এই ক্ষেত্ৰতো লেনিনৰ নমনীয়তা আৰু নেতৃত্বকাৰী গুণে কাম দিলে। যদিও তৎকালে কোনো ধৰণৰ আনুষ্ঠানিক ঐক্য স্থাপন হোৱা নাছিল, তথাপিও বিপ্লৱৰ স্বাৰ্থত বিপ্লৱী সংগঠনবোৰে একেলগে কামকাজ আৰম্ভ কৰাৰ প্ৰক্ৰিয়া এটা আৰম্ভ হ'ল।

লেনিনে তৎকালে সাংগঠনিক ঐক্য বিচৰাও নাছিল। প্ৰতিটো গোটক বলচেভিক দলৰ লগতে সমান মৰ্যাদা দি ঐক্যবদ্ধ কৰাৰ নামত বলচেভিক দলৰ আদৰ্শগত স্থিতি পনীয়া কৰি পেলাবলৈ তেওঁ বিচৰা নাছিল। ট্ৰটস্কিয়ে অৱশ্যে এনেধৰণৰ ঐক্যৰহে পৃষ্ঠপোষকতা কৰিছিল। লেনিনে সেই সময়ত সেয়ে সাংগঠনিক ঐক্য স্থাপনতকৈ সম্মিলিত কামকাজ আৰম্ভ কৰাতহে গুৰুত্ব দিছিল।

এই ঐক্যই দেশত বৈপ্লৱিক শক্তিবোৰ আৰু বলচেভিক দলৰ ৰাজনৈতিক স্থিতি শক্তিশালী কৰি তুলিছিল।

এই সময়তেই সোঁপন্থী বুৰ্জোৱা দলবোৰে লেনিন আৰু বলচেভিকসকলৰ বিৰুদ্ধে প্ৰচাৰ মাধ্যমবোৰত এক জঘন্য কুৎসা ৰটনাৰ অভিযান আৰম্ভ কৰিলে। বৃটিছ গুপ্তচৰ বিভাগৰ সক্ৰিয় সহযোগত এই অভিযান আৰম্ভ কৰা হ'ল।[7] লেনিন আৰু বলচেভিকসকলৰ বিৰুদ্ধে অভিযোগ তোলা হ'ল যে তেওঁলোকে ৰাছিয়াত পশ্চাৎঘাতী কাৰ্যকলাপ আৰম্ভ কৰি অস্থায়ী চৰকাৰক দুৰ্বল কৰিবলৈ জাৰ্মানীৰ পৰা প্ৰচুৰ টকা পইচা আৰু সোণ পাইছে। অকল সেয়ে নহয়, ইতিমধ্যে ৫০০ জাৰ্মান গুপ্তচৰ আহি বলচেভিক বেশত ৰাছিয়া সোমাইছেহি। ইহঁতে চৰকাৰ আৰু পেট্ৰোগ্ৰাড চভিয়েটৰ মাজত বিভেদ সৃষ্টি কৰিবলৈ, খেতিয়কহঁতক মাটি দখল কৰি লবলৈ উচটোৱাৰ চেষ্টা কৰিছে আৰু বাল্টিক নৌবহৰৰ যুদ্ধজাহাজবোৰ বিস্ফোৰণৰ দ্বাৰা ধ্বংস কৰাৰ চেষ্টা কৰিছে। এই কুৎসা ৰটনা কমসময়ৰ ভিতৰতে বনজুইৰ দৰে দেশৰ বিভিন্ন কোণলৈ বিয়পি পৰিল আৰু দেশৰ দোকানী, মহাজন, মাটিগিৰি শ্ৰেণীটো আৰু চহৰীয়া পেটিবুৰ্জোৱাৰ মাজত ই জনপ্ৰিয় হৈ উঠিল। বলচেভিক আৰু জাৰ্মান গুপ্তচৰসকলক ধ্বংস কৰিবলৈ এই চামবোৰৰ মাজৰ পৰা এইবাৰ চৰকাৰৰ ওচৰত দাবী জনোৱা হ'ল।

শাসকসকলে পূৰ্বপৰিকল্পনা মতেই এইবোৰ দেশত দমনমূলক আইন-কানুন প্ৰচলন কৰাৰ প্ৰস্তাৱ তুলিলে। অস্থায়ী চৰকাৰৰ ন্যায়মন্ত্ৰীয়ে এই সুযোগতে সন্দেহজনক লোকক বিনাবিচাৰে আটক কৰা আৰু সেনাবাহিনী পৰিত্যাগ কৰা লোকসকলক ঠাইতে বিচাৰ কৰি শাস্তি দিয়াৰ ব্যৱস্থা প্ৰৱৰ্তন কৰাৰ প্ৰস্তাৱ তুলি ধৰিলে। লগতে ৰাজধানী পেট্ৰোগাড নগৰত বিপ্লৱী শ্ৰমিকসকলৰ শক্তি হ্ৰাস কৰিবৰ বাবে বহুতো ডাঙৰ ডাঙৰ শিল্প উদ্যোগ দক্ষিণ ৰাছিয়ালৈ উঠাই নিয়াৰ প্ৰস্তাৱ কৰিলে।

চৰকাৰৰ এনে কুট-পৰিকল্পনাৰ বিৰুদ্ধে সমগ্ৰ দেশজুৰি প্ৰতিবাদৰ জোৱাৰ উঠিল। বলচেভিক দলকে ধৰি বিভিন্ন গণতান্ত্ৰিক আৰু বিপ্লৱী সংগঠনবোৰে ইয়াৰ বিৰোধিতা কৰিলে। এই সমবেত বিৰোধিতাৰ সন্মুখত সেই সময়ত এই প্ৰস্তাৱবোৰ চৰকাৰে তৎকালে কাৰ্যকৰী কৰিব নোৱাৰিলে।

চৰকাৰবিৰোধী বিক্ষোভ দিনে দিনে বাঢ়িহে আছিল। ১৯ মে'ৰ দিনা

ৰাজধানী পেট্ৰোগ্ৰাড নগৰীত এক প্ৰচণ্ড যুদ্ধবিৰোধী বিক্ষোভ প্ৰদৰ্শন আৰম্ভ হ'ল। হাজাৰ হাজাৰ লোকে সেইদিনা ৰাজপথত দেশৰ সৰ্বময় ক্ষমতা চভিয়েটবোৰৰ হাতলৈ আনিব লাগে বুলি ধ্বনি তুলিলে। অস্থায়ী চৰকাৰৰ ওপৰত এনেদৰেই জনতাৰ বিশ্বাসহীনতাৰ কথা প্ৰকট হৈ পৰিল। দেশৰ বিভিন্ন ঠাইত খেতিয়কসকলে জমিদাৰৰ পৰা খেতিৰ মাটি আৰু শ্ৰমিকসকলে মালিকৰ পৰা কাৰখানা কাঢ়ি লোৱাৰ ঘটনা সেইদিনাৰ পৰা বাঢ়ি আহিবলৈ আৰম্ভ কৰিলে।

২২ মে'ৰ দিনা লেনিন নিজে এক প্ৰচাৰ অভিযানত নামিল। মহানগৰীৰ শ্ৰমিকসকলৰ মাজত বলচেভিক দলৰ নীতিসমূহৰ ব্যাখ্যা আৰু প্ৰচাৰৰ বাবে তেওঁ পুটিলভ কাৰখানাকে ধৰি প্ৰধান প্ৰধান কাৰখানাবোৰত জনসভা পাতিবলৈ ধৰিলে। দেশৰ সন্মুখৰ সমস্যাবোৰ যে বুৰ্জোৱা আৰু একাংশ সমাজবাদীৰ সংযুক্ত চৰকাৰে সমাধা কৰিব নোৱাৰে, তাৰবাবে চভিয়েটসমূহৰ হাতলৈ দেশৰ ক্ষমতা আনিব লাগিব, সেইকথা তেওঁ সবিস্তাৰে ব্যাখ্যা কৰিলে।

আনহাতে মানচেভিক দলৰ নিজস্ব মহাসভাত ( ৭—১২ মে' ) আৰু চচিয়েল ৰিভলিউচনেৰী দলৰ কংগ্ৰেছত (২৫ মে'—৪ জুন) দুইটা দলে অস্থায়ী চৰকাৰত যোগদান কৰা কাৰ্যক সমৰ্থন জনালে। বুৰ্জোৱা দলবোৰৰ লগত তেওঁলোকে একেলগে কাম কৰি যোৱাৰ সিদ্ধান্ত ললে। বুচ বুৰ্জোৱাৰ ৰাজনৈতিক দল কাডেট পাৰ্টিয়ে এই সিদ্ধান্তৰ প্ৰতি আদৰণি জনাই ক'লে যে দেশৰ বাবে ই এটা ভাল লক্ষণ কিয়নো ই দেশত দ্বৈত ক্ষমতাৰ অৱসানৰ কথাকেই সূচনা কৰিছে। এহাতে চৰকাৰ আনহাতে পেট্ৰোগ্ৰাড চভিয়েট, ক্ষমতাৰ এই দুটা কেন্দ্ৰৰ অস্তিত্বই দেশৰ দুৰ্দশাৰ মূল কাৰণ বুলি তেওঁলোকে ক'লে। সমাজবাদীসকলৰ চৰকাৰত যোগদানে চভিয়েটৰ ৰাজনৈতিক ভূমিকা শীঘ্ৰে নাইকিয়া কৰি পেলাব বুলি তেওঁলোকে আশা কৰিলে।

লেনিনেও ক'লে যে বলচেভিকসকলেও দেশত দ্বৈত ক্ষমতাৰ অৱসান বিচাৰে। কিন্তু চৰকাৰক সবল কৰি নহয়। বৰঞ্চ চৰকাৰক উৎখাত কৰি দেশৰ সৰ্বময় কৰ্তৃত্ব সৰ্বহাৰাৰ চভিয়েটৰ হাতলৈ আনিহে এই দ্বৈত ক্ষমতাৰ অৱসানৰ লগে লগে দেশৰ সমস্যাবোৰৰ সমাধান আৰু প্ৰগতিৰ বাট উলিয়াব পৰা যাব।

ইতিমধ্যে মে'ৰ শেষৰ ফালে আৰু জুন মাহৰ আগভাগত চভিয়েটসমূহলৈ নিৰ্বাচন অনুষ্ঠিত হয়। এই নিৰ্বাচনত বলচেভিক দলে যথেষ্ট সংখ্যক চভিয়েটত সংখ্যাগৰিষ্ঠ দল হিচাপে আত্মপ্ৰকাশ কৰে। পেট্ৰোগ্ৰাড চভিয়েটতো তেওঁলোকে এটা ডাঙৰ গোট হৈ পৰে আৰু মস্কো চভিয়েটৰ ৬২৫ জন সদস্যৰ ভিতৰত ২০৫ খন আসন লাভ কৰিবলৈ সক্ষম হয়।

জুন মাহৰ ৩ তাৰিখৰ দিনা শ্ৰমিক, কৃষক আৰু সৈনিক প্ৰতিনিধিৰ প্ৰথম সৰ্বৰুচ কংগ্ৰেছ বা মহাসভা অনুষ্ঠিত হয়। দেশৰ অশান্ত বিপ্লৱমুখী

পৰিস্থিতিত এই কংগ্ৰেছখনৰ ৰাজনৈতিক গুৰুত্বে হৈ পৰে অপৰিসীম। এই কংগ্ৰেছৰ বাবে ৮২২ জন সদস্য নিৰ্বাচিত কৰা হয়। ইয়াৰ ভিতৰত চচিয়েল ৰিভলিউচনেৰী দলৰ ২৮৫ জন, মানচেভিকৰ ২৪৮ জন, বলচেভিক দলৰ ১০৫ জন, ৪৫ জন নিৰ্দলীয় আৰু ট্ৰটস্কিৰ গোটৰ ১০ জন সদস্য আছিল। স্বাভাৱিকতেই আপোচকামীসকল এই মহাসভাত সংখ্যাগৰিষ্ঠ আছিল।[৪]

কংগ্ৰেছৰ কাম আৰম্ভ হয় চুইজাৰলেণ্ডৰ যুদ্ধবিৰোধী সমাজবাদী নেতা এজনক দেশৰ পৰা বহিষ্কাৰ কৰাৰ প্ৰস্তাৱ গ্ৰহণৰ জৰিয়তে। মানচেভিক আৰু চচিয়েল ৰিভলিউচনেৰীহ'তে নিজৰ সংখ্যা গৰিষ্ঠতাৰ জোৰত এই কংগ্ৰেছত অস্থায়ী চৰকাৰ আৰু তাত নিজৰ যোগদানৰ সপক্ষে প্ৰস্তাৱ গৃহীত কৰাবলৈ সক্ষম হয়। দেশৰ সমগ্ৰ ক্ষমতা চভিয়েটৰ হাতলৈ আনিব লাগে বুলি বলচেভিক দলে উত্থাপন কৰা প্ৰস্তাৱ মহাসভাই নাকচ কৰে। দৰাচলতে সংখ্যালঘিষ্ঠ বলচেভিক দলে এই মহাসভাৰ কামত বিশেষ গুৰুত্বপূৰ্ণ ভূমিকা লবলৈ সক্ষম হোৱা নাছিল। আপোচকামী সমাজবাদী নেতাসকল আৰু তেওঁলোকৰ আদৰ্শই স্বাভাৱিকতেই ইয়াত প্ৰাধান্য পাইছিল। এই মহাসভাৰ অধিবেশন প্ৰতি তিনি মাহে বহুৱাবলৈ সিদ্ধান্ত লোৱা হ'ল আৰু ইয়াৰ কামকাজ চলাই যাবলৈ এখন ২৫০ জনীয়া স্থায়ী কাৰ্যকৰী সমিটি নিয়োগ কৰা হ'ল। ইয়াত ৩৫ জন বলচেভিক সদস্য আছিল।

অস্থায়ী চৰকাৰ সম্পৰ্কে সমাজবাদীসকলৰ মনোভাৱ কেনে হোৱা উচিত সেই বিষয়ে মহাসভাত তৰ্ক-বিতৰ্ক চলাৰ দ্বিতীয় দিনা এক গুৰুত্বপূৰ্ণ ঘটনা ঘটিছিল। স্বাভাৱিকতেই আপোচকামী সমাজবাদী নেতাসকলে চৰকাৰৰ সপক্ষে মতামত দাঙি ধৰিছিল আৰু ৰাচিয়াৰ সেই সময়ৰ পৰিস্থিতিত এনে সংযুক্ত চৰকাৰৰ কোনো বিকল্প নাই বুলি প্ৰতিপন্ন কৰাৰ চেষ্টা কৰিছিল। 'বাণ্ড' সংগঠনৰ এজন নেতাই কৈছিল যে দেশত নৈৰাজ্যবাদী চিন্তাধাৰা নাইকিয়া কৰি, সুস্থিৰতা প্ৰতিষ্ঠা কৰিবলৈ অস্থায়ী চৰকাৰক শক্তিশালী কৰাটো প্ৰয়োজন। তেওঁৰ এই মতবাদৰ জেৰ টানিয়েই সমাজবাদী নেতা চাৰাটেল্লীয়ে ঘোষণা কৰিছিল যে বৰ্তমানৰ পৰিস্থিতিত এনে সংযুক্ত চৰকাৰৰ কোনো বিকল্প নাই কাৰণ 'ৰাচিয়াত এনে কোনো ৰাজনৈতিক দল নাই যি ৰাজনৈতিক ক্ষমতা গ্ৰহণ কৰিবলৈ ইচ্ছুক হ'ব'।

সেই সময়তেই মহাসভাৰ প্ৰতিনিধিসকলৰ মাজৰ পৰা অতি স্পষ্টভাৱে কোনোবাই কৈ উঠিছিল 'আছে, তেনেকুৱা ৰাজনৈতিক দল আছে।'

সেই মানুহজন আছিল লেনিন। আৰু তেওঁ বলচেভিক দলে ৰাচিয়াৰ ৰাজনৈতিক ক্ষমতা গ্ৰহণ কৰিবলৈ ইচ্ছুক আৰু সক্ষম বুলি ঘোষণা কৰিছিল।

লেনিনৰ এই স্পষ্ট উক্তিয়ে এটা কথা ফটফটীয়াকৈ প্ৰমাণ কৰি দিছিল যে সৰু হ'লেও, সংখ্যালঘু হ'লেও, দেশৰ শাসন ক্ষমতা গ্ৰহণ কৰিব পৰাকৈ

বলচেভিক দলৰ চিন্তাভাৱনা, আদৰ্শ, কাৰ্যসূচী আৰু সামৰ্থ্য আছে। আচলতে মানচেভিক আৰু চচিয়েল বিভলিউচনেৰী দলৰ চিন্তাভাৱনা সকলোবোৰ যুদ্ধৰ প্ৰশ্নটোৱে ধূলি-কুঁৱলী কৰি পেলাইছিল, যুদ্ধত ৰাচিয়াৰ পৰাজয় হ'ব পাৰে এই কথাটো তেওঁলোকে কোনোপধ্যে মানি ল'ব পৰা নাছিল। পৰাজয়ৰ কথাটো তেওঁলোকৰ বাবে স্বপ্নৰ অগোচৰ আছিল। ৰাচিয়াৰ পৰাজয়ক শ্ৰেণী দৃষ্টিভঙ্গীৰ পৰা বুৰ্জোৱা শাসকগোষ্ঠীৰ পৰাজয় হিচাপে বিবেচনা নকৰি তেওঁলোকে বুৰ্জোৱাৰ দেশপ্ৰেমৰ প্ৰচাৰত বন্দী হৈ দেশৰ জনতাৰ পৰাজয় হিচাপে দেখিছিল। আনহাতে—বলচেভিক দলে এই ক্ষেত্ৰত দেশৰ ভৱিষ্যৎ সম্পৰ্কে স্পষ্ট নীতি গ্ৰহণ কৰিছিল। যুদ্ধৰ জয় পৰাজয়ৰ হিচাব-নিকাচ তেওঁলোকৰ বাবে মুখ্য কথা নাছিল। ৰাচিয়াত সমাজতান্ত্ৰিক বিপ্লৱৰ বিজয়হে তেওঁলোকৰ বাবে একমাত্ৰ আৰু প্ৰধান বিষয় আছিল। সমাজবিপ্লৱৰ এই জৰুৰী কৰ্মসূচীৰ সম্মুখত বুৰ্জোৱাৰ স্বাৰ্থৰক্ষাকাৰী সাম্ৰাজ্যবাদী যুদ্ধত পৰাজয়ৰ আশংকা তেনেই গৌণ বিষয় আছিল। আনকি তেওঁলোকে কৈছিল যে এই যুদ্ধৰ সুযোগতে ৰাচিয়াৰ শাসকশ্ৰেণীক পৰাজিত কৰি শ্ৰমিকসকলে ক্ষমতা দখল কৰিব লাগে। সাম্ৰাজ্যবাদী যুদ্ধক গৃহযুদ্ধলৈ ৰূপান্তৰিত কৰি সমাজবিপ্লৱ সফল কৰি তুলিব লাগে। যুদ্ধ আৰম্ভ হোৱাৰ দিনাৰ পৰাই এপ্ৰিল থেচিচ দাখিল কৰালৈকে লেনিনে এই প্ৰসঙ্গকে দোহাৰি আহিছে। সমাজবিপ্লৱৰ প্ৰক্ৰিয়া দ্ৰুততৰ কৰি তুলিবলৈ তেওঁলোকে বৰঞ্চ ৰাচিয়া যুদ্ধত পৰাজিত হোৱাহে উচিত বুলি মুকলিকৈ কৈছিল। তেওঁলোকে ঘোষণা কৰিছিল যে ৰাচিয়াত সৰ্বহাৰাৰ চৰকাৰ প্ৰতিষ্ঠা কৰিব পাৰিলেহে যুদ্ধ বন্ধ কৰি শান্তি প্ৰতিষ্ঠা কৰিব আৰু দেশৰ প্ৰগতিৰ পদক্ষেপ লব পৰা যাব ; আনতে নহয়।

আপোচকামী সমাজবাদীসকলে যি সময়ত যুদ্ধত বিজয়লাভ বা নাচেৎ এক সম্মানজনক সন্ধি মূল কৰ্তব্য বুলি ভাবিছিল সেই সময়ত বলচেভিকসকলে এই সকলোবোৰ কাম সম্পাদন কৰিবলৈ প্ৰথমে সমাজতান্ত্ৰিক বিপ্লৱত বিজয় লাভ কৰাৰ ওপৰত গুৰুত্ব দিছিল। সমাজবিপ্লৱৰ প্ৰশ্নটোত অগ্ৰাধিকাৰ দিয়াৰ বাবে স্বাভাৱিকতেই বলচেভিকসকলে অন্যান্য বিষয়সমূহৰ ওপৰতো স্পষ্ট নীতি গ্ৰহণ কৰিবলৈ সক্ষম হৈছিল। বিশেষকৈ ৰাচিয়াৰ বৃহৎ কৃষিৰ সমস্যা সমাধানৰ প্ৰশ্নটোও তেওঁলোকে সমাজবিপ্লৱৰ লগত জড়িত কৰিছিল। সৰ্বহাৰাৰ হাতলৈ ক্ষমতা আহিলেহে খেতিয়কক মাটি, সামাজিক ন্যায় আৰু নায্য অধিকাৰ প্ৰদান কৰিব পৰা যাব, আনতে নহয়। আনহাতে খেতিয়কসকলৰ মূল ৰাজনৈতিক দল সমাজবিপ্লৱী বা চচিয়েল বিভলিউচনেৰী দলে এই প্ৰশ্নটো এৰাই যুদ্ধৰ প্ৰশ্নটোত অগ্ৰাধিকাৰ দিয়াৰ বাবে কৃষিৰ ক্ষেত্ৰতো কোনো কাৰ্যকৰী পদক্ষেপ লবলৈ সক্ষম হোৱা নাছিল। তেওঁলোকে এনে সুন্দৰ কৃষি কৰ্মসূচী তৈয়াৰ কৰি উলিয়াইছিল। পাছত আনকি বলচেভিকসকলে এই কৰ্মসূচীকেই যেছিতাপ

অংশ নিজে গ্ৰহণ কৰিছিল। কিন্তু উচিত কৰ্মসূচী থকা সত্ত্বেও যুদ্ধৰ ক্ষেত্ৰত বুৰ্জোৱাৰ লগত মিত্ৰতাৰ নীতি পাতি এই দলে কাৰ্যকৰী পদক্ষেপ লোৱাতো বাদেই, নিজে নানান দোদুল্যমানতাত ভুগিছিল।

আপোচকামী সমাজবাদীসকলে নিজকে বুৰ্জোৱা শ্ৰেণীৰ ৰাজনৈতিক দল আৰু তেওঁলোকৰ স্বাৰ্থৰ লগত এনেদৰে জোৰপোৰকৈ বান্ধি পেলাইছিল যে এতিয়া সমস্যাৰ অথাই সাগৰত বুৰ্জোৱাৰ লগত একেলগে লগ হৈ সাঁতোৰাৰ বাহিৰে তেওঁলোকৰ কোনো গত্যন্তৰ নাছিলগৈ। বুৰ্জোৱা গণতন্ত্ৰৰ পৰীক্ষা-নিৰীক্ষা তেওঁলোকে এনে এক বৈপ্লৱিক সামাজিক পৰিস্থিতিত আৰম্ভ কৰিবলৈ গ'ল যি সময়ত এইবোৰৰ কোনো প্ৰাসংগিকতাই সমাজত নাছিল।

মহাসভাৰ অধিবেশনত লেনিনে ক্ষমতাৰ কথাটো ঘোষণা কৰাৰ পিছতে সোঁপন্থীসকলৰ প্ৰচণ্ড বিৰোধিতা সত্ত্বেও ভাষণ দিবলৈ আৰম্ভ কৰিলে। লেনিন সুবক্তা নাছিল কিন্তু তেওঁ সমস্যাবোৰ অত্যন্ত প্ৰাঞ্জলভাৱে উত্থাপন আৰু বিশ্লেষণ কৰি যুক্তিসম্মত সমাধানসূত্ৰ আগবঢ়াব পাৰিছিল। বাক চাতুৰ্য নহয়, যুক্তিৰ শক্তিয়ে তেওঁক অতি শক্তিশালী বক্তা কৰি তুলিছিল। নিৰ্দিষ্ট সময় উকলি যোৱাৰ পাছতো সমবেত সৈনিক আৰু শ্ৰমিক প্ৰতিনিধিসকলৰ দাবীত তেওঁ বক্তৃতা দি যাবলৈ ধৰিলে। অত্যন্ত প্ৰাঞ্জলভাৱে দেশৰ পৰিস্থিতি সম্পৰ্কে তেওঁ বলচেভিক দলৰ চিন্তাধাৰা দাঙি ধৰি অস্থায়ী চৰকাৰক ওফৰাই দেশৰ সকলো চভিয়েটৰ হাতলৈ অনা আৰু সমাজতান্ত্ৰিক বিপ্লৱ সম্পন্ন কৰাৰ প্ৰয়োজনীয়তাৰ কথা ক'লে। লেনিনৰ ভাষণে মহাসভাৰ শ্ৰমিক, কৃষক, সৈনিক প্ৰতিনিধিসকলৰ ওপৰত গভীৰ প্ৰভাৱ পেলালে। তেওঁৰ ভাষণৰ পাছত মানচেভিক নেতাসকল, কেৰেনেস্কি আদিয়ে তেওঁৰ বক্তব্যৰ বিৰোধিতা কৰি এজনৰ পাছত আনজনকৈ কথা কৈ গ'ল যদিও লেনিনৰ বক্তব্যই সংখ্যালঘিষ্ঠ বলচেভিকসকলক মহাসভাত যি প্ৰচণ্ড নৈতিক আৰু ৰাজনৈতিক বিজয় প্ৰদান কৰিলে তাক তেওঁলোকে নাইকিয়া কৰিব নোৱাৰিলে। মহাসভাৰ মাজত এটা কথা স্পষ্ট হৈ উঠিল যে সকলোধৰণৰ সুবিধাবাদ আৰু আপোচকামিতাৰ বিপৰীতে একমাত্ৰ বলচেভিক দলেহে দৃঢ়ভাৱে সমাজ-বিপ্লৱৰ পক্ষত কাম কৰি যাবলৈ আগ্ৰহী আৰু সমৰ্থ।

দেশত দেখা দিয়া নানাতৰহৰ সমস্যা আৰু অশান্ত পৰিস্থিতিৰ পৰা এটা সামৰিক বিজয় লাভৰ দ্বাৰা পৰিত্ৰাণ পোৱাতো সম্ভৱপৰ বুলি চৰকাৰে ভাবিবলৈ ধৰিলে। যুদ্ধ আৰম্ভ হ'লে বহুতো সমস্যা নিজে নিজেই তাপ মাৰিব বুলি তেওঁলোকে ধৰি লৈ এক সামৰিক আক্ৰমণৰ বাবে প্ৰস্তুতি আৰম্ভ কৰিলে। বৰ বিচিত্ৰ আছিল এই সময়ৰ প্ৰস্তুতিৰ কৌশল, এই বিষয়ে পিছত কোৱা হ'ব ; কিন্তু চৰকাৰৰ এই মতলবৰ কথা গম পোৱাৰ পাছত সমগ্ৰ দেশতে যুদ্ধ আৰম্ভ কৰাৰ বিৰুদ্ধে জনমত আৰু প্ৰতিবাদ আৰম্ভ হৈ গ'ল। বিভিন্ন ঠাইত সৈনিক,

শ্ৰমিক, আৰু জনসাধাৰণে বিক্ষোভ আৰম্ভ কৰিলে বা বলচেভিকসকলৰ নীতিৰ আধাৰত যুদ্ধবিৰোধী প্ৰস্তাৱ গ্ৰহণ কৰিলে। এই সময়তে জাতিসমস্যাও উকাই উঠিল, ইউক্ৰাইন, ফিনলেণ্ড আৰু ইষ্টোনিয়াই স্বাধীনতা আৰু স্বায়ত্ত-শাসনৰ দাবী উত্থাপন কৰিলে।

যুদ্ধ আৰম্ভ কৰাটো অস্থায়ী চৰকাৰৰ বাবে জৰুৰী হৈ পৰিল।

তেওঁলোকে এক প্ৰচাৰ অভিযানত নামিল। দুমুখীয়া আছিল এই প্ৰচাৰ অভিযানৰ লক্ষ্য। এহাতে আছিল জাৰ্মানসকল আৰু আনহাতে আছিল দেশৰ যুদ্ধবিৰোধী বলচেভিকহঁত। শাসকসকলে এক গুলিত দুই চিকাৰ কৰাৰ চেষ্টা চলালে। যুদ্ধৰ সপক্ষে দেশপ্ৰেমিক প্ৰচাৰৰ লগে লগে বলচেভিক-বিৰোধী অভিযান আৰম্ভ কৰিলে। বলচেভিক কৰ্মিচনাৰ এজনক নৈৰাজ্যবাদীসকলক সহায় কৰাৰ অভিযোগত গ্ৰেপ্তাৰ কৰাৰে এই কাম আৰম্ভ হ'ল। প্ৰেছতো বলচেভিক দলৰ কামকাজৰ বিষয়ে কটু সমালোচনা আৰম্ভ হ'ল।

আনফালে মন্ত্ৰীসকলে সীমান্তৰ সেনাবাহিনীৰ মাজলৈ গৈ সৈনিকসকলৰ মনোবল বঢ়াবলৈ আৰু তেওঁলোকক দেশপ্ৰেমৰ ভাৱনাৰে উদ্বুদ্ধ কৰিবলৈ এক ব্যাপক প্ৰচাৰ অভিযান আৰম্ভ কৰিলে। ফ্ৰন্টৰ সেনাসকলৰ মাজত প্ৰধানমন্ত্ৰী কেৰেনেস্কিয়ে নিজে প্ৰচাৰ চলালে। শয়ে শয়ে মানচেভিক আৰু বুৰ্জোৱা দলৰ ৰাজনৈতিক প্ৰচাৰকক সেনাবাহিনীৰ মাজত কাম কৰিবলৈ পঠোৱা হ'ল। প্ৰেছ, বাতৰিকাকত সকলোতে দেশপ্ৰেমিক যুদ্ধ সম্পৰ্কে জোৰদাৰ প্ৰচাৰ অভিযান আৰম্ভ কৰা হ'ল।

চৰকাৰ আৰু চভিয়েট কংগ্ৰেছে আৰম্ভ কৰা এই যুটীয়া যুদ্ধ অভিযানৰ প্ৰতিবাদ জনাবলৈ ৮-৯ জুনৰ দিনা বলচেভিক দলে ৰাজধানীত এক বিক্ষোভ প্ৰদৰ্শনৰ আহ্বান জনালে। মানচেভিক নেতা ডেন আৰু চাৰটেলিয়ে কংগ্ৰেছৰ অধিবেশনত ইয়াৰ তীব্ৰ বিৰোধিতা কৰিলে। বলচেভিকসকলৰ এই আহ্বান ৰাষ্ট্ৰবিৰোধী বুলি অভিহিত কৰি কংগ্ৰেছক ভৱিষ্যতে কোনো ধৰণৰ বিক্ষোভ প্ৰদৰ্শন কৰা কাম বন্ধ কৰিবলৈ আদেশ দিবলৈ আৰু লগতে বলচেভিক দল তথা সশস্ত্ৰ শ্ৰমিক গোটবোৰক নিৰস্ত্ৰ কৰিবলৈ দাবী জনালে। মহাসভাই এই দাবী মানি নললে যদিও তিনি দিনৰ বাবে সকলো বিক্ষোভ প্ৰদৰ্শনৰ ওপৰত বাধা-নিষেধ আৰোপ কৰিলে। কংগ্ৰেছৰ এই সিদ্ধান্তৰ পাছত বলচেভিক দলেও বিক্ষোভ প্ৰদৰ্শনৰ পৰিকল্পনা বাতিল কৰিবলৈ বাধ্য হ'ল।

কংগ্ৰেছৰ এনে কামকাজ দেখি অস্থায়ী চৰকাৰেও সকলোধৰণৰ বিক্ষোভ প্ৰদৰ্শন ৩ দিনৰ বাবে বন্ধ কৰা আৰু যি কোনো সভা-সমাবেশ আদি শক্তি প্ৰয়োগ কৰি হ'লেও ভাঙি দিয়া হ'ব বুলি ঘোষণা কৰিলে। সেনাবাহিনীৰ লোকক কোনো ধৰণৰ শোভাযাত্ৰা, সমাবেশ আদিত যোগ দিয়াতো নিষিদ্ধ কৰা হ'ল। কিন্তু, চভিয়েট আৰু চৰকাৰৰ এনে ঘোষণাই পৰিস্থিতি শান্ত

কৰ্মকৰ্তাৰ অধিক অশান্তহে কৰি তুলিলে। এই নিষেধাজ্ঞাবোৰে জনতাক অধিক বিৰুদ্ধ কৰি তুলিলে। জনতাৰ মনোভাব দেখি জুন মাহৰ ১৮ তাৰিখে কংগ্ৰেছে নিজেই এক বিক্ষোভ প্ৰদৰ্শনৰ আহ্বান দিবলৈ বাধ্য হ'ল। কংগ্ৰেছত অংশ গ্ৰহণ কৰা সকলো দলেই এই বিক্ষোভ প্ৰদৰ্শন সফল কৰি তুলিবলৈ জোৰ প্ৰস্তুতি আৰম্ভ কৰিলে। বলচেভিকসকলেও এই প্ৰদৰ্শনত ভাগ লবলৈ স্থিৰ কৰি ইয়াক নিজৰ নীতি আৰু আদৰ্শ তথা শ্লোগানসমূহৰ প্ৰচাৰৰ বাবে ব্যৱহাৰ কৰিবলৈ সংগঠন আৰম্ভ কৰিলে।

ইয়াৰ দুদিন আগতে, ১৫ জুনৰ দিনা, কেৰেনেস্কিয়ে ৰাছিয়াৰ সেনাবাহিনী আৰু নৌবহৰক শত্ৰুৰ বিৰুদ্ধে আক্ৰমণ আৰম্ভ কৰিবলৈ চৰকাৰী নিৰ্দেশ জাৰী কৰিলে। যুদ্ধ আৰম্ভ হৈ গ'ল। মানচেভিক আৰু চাঁচয়েল ৰিভলিউচনেৰী নেতৃবৃন্দই আশা কৰিছিল যে যুদ্ধ আৰম্ভ কৰাৰ দুদিনৰ পাছত হ'ব লগা বিক্ষোভ প্ৰদৰ্শনৰ শোভাযাত্ৰাক তেওঁলোকে অস্থায়ী চৰকাৰ আৰু যুদ্ধৰ সমৰ্থনৰ শোভাযাত্ৰালৈ ৰূপান্তৰিত কৰিব পাৰিব। জনতাৰ এনে মুকলি সমৰ্থনে তেওঁলোকৰ অৱস্থান নিকপকপীয়া কৰি তুলিব।

ৰাছিয়াৰ পশ্চিম ফ্ৰণ্ট লাইনৰ সেনাসকলক কেৰেনেস্কিয়ে যুদ্ধৰ বাবে অনুপ্ৰাণিত কৰিবলৈ নিজে গৈ উৎসাহ দিলেগৈ। তেওঁ ক'লে "স্বাধীনতা আৰু বিপ্লৱৰ নামত সসম্মানে যুদ্ধক্ষেত্ৰত জীৱন আহুতি দিয়া কাৰ্যই সমগ্ৰ পৃথিৱীৰ চকুত আমাক গৰিমাৰে মহীয়ান কৰি তুলিব। 'হে ৰাছিয়াৰ সেনাসকল আপোনালোকৰ বেয়নেটৰ আগেৰে আপোনালোকে শান্তি, সত্য, ন্যায় আৰু উচিত কৰ্তব্যবোধৰ পুৰস্কাৰ আৰ্জন কৰিব।"[১] যুদ্ধৰ বিজয়েহে যে দেশৰ সকলো সমস্যাৰ সমাধানৰ সঁচাৰকাঠি তাকে তেওঁ সেনাসকলক বুজাবলৈ চেষ্টা কৰিলে। ৰাছিয়াৰ মিত্ৰশক্তি বৃটেইন, ফ্ৰান্স আদিয়েও যুদ্ধ আৰম্ভ কৰাৰ ঘোষণাক স্বাগতম জনালে।

কিন্তু ইতিমধ্যে যুদ্ধ কৰি ভাগৰি পৰা ৰুচ সেনাৰ মনত যুদ্ধৰ বাবে সকলো স্পৃহা ইতিমধ্যে শেষ হৈ গৈছে। ফ্ৰণ্টলাইনৰ সেনা যুদ্ধবিৰোধী হৈ পৰিছে।

যুদ্ধৰ আদেশ অহাৰ লগে লগে সেনাবাহিনীৰ মাজত বিদ্ৰোহে দেখা দিলে। দক্ষিণ পশ্চিম সীমান্তৰ ৰাৰশ আৰু ত্ৰয়োদশ চাইবেৰিয়ান ডিভিজনে কেৰেনেস্কিৰ আদেশ মানিবলৈ অস্বীকাৰ কৰিলে। ৪১, ৪২, ৪৪ নং ৰেজিমেণ্ট কেইটায়ো যুদ্ধলৈ যাবলৈ অমান্তি হ'ল। সেনাবাহিনীৰ মাজত দেখা দিয়া এই অবাধ্যতা চৰকাৰেও দ্ৰুতভাৱে মোকাবিলা কৰিবলৈ আগবাঢ়িল। চৰকাৰৰ প্ৰতি বিশ্বাসী হৈ থকা অশ্বাৰোহী সেনাৰে বিদ্ৰোহ ভাঙিবলৈ চেষ্টা কৰিলে। বহুতকে হত্যা কৰা হ'ল। প্ৰায় ৬০০০ সেনাক বন্দী কৰা হ'ল। বিদ্ৰোহী সেনা গোটবোৰক সৈমান কৰিবলৈ শাস্তিমূলক বাহিনী প্ৰেৰণ কৰা হ'ল।

ইমানবোৰ গণ্ডগোলৰ মাজেদিও অৱশেষত কেৰেনেস্কিৰ আক্ৰমণ আৰম্ভ হ'ল। আক্ৰমণৰ প্ৰথমছোৱাতেই কিছু কিছু ঠাইত ৰুচ সেনাবাহিনী সফলভাৱে আগুৱাই যাবলৈ সক্ষম হ'ল যদিও শীঘ্ৰে যুদ্ধক্ষেত্ৰলৈ এক অচল পৰিস্থিতি নামি আহিল।

আনহাতে ১৮ জুনৰ প্ৰদৰ্শনৰ সময় পালেহি। পেট্ৰোগ্ৰাড নগৰৰ ৰাজপথত সেইদিনা পাঁচলাখ লোক সমবেত হ'ল। এক প্ৰচণ্ড জন-প্লাৱনে ৰাজধানীৰ আলিবাট বুৰাই পেলোৱাৰ দৰে হ'ল। কিন্তু শাসকসকলে আশা কৰাৰ দৰে জনতাই চৰকাৰ আৰু যুদ্ধক সমৰ্থন নকৰিলে। বেছিভাগ বেনাৰ আৰু ফেন্টুনত দেখা গ'ল যুদ্ধবিৰোধী বলচেভিক শ্লোগানবোৰ। বেছিভাগ শ্লোগানতে দেশৰ ক্ষমতা চভিয়েটৰ হাতত সমৰ্পণৰ দাবী জনোৱা হ'ল। চৰকাৰক কোনেও তেনেকৈ সমৰ্থন নকৰিলে। বলচেভিক দলৰ সংগঠকসকলে সমগ্ৰ প্ৰদৰ্শনটোকেই নিজৰ চিন্তাধাৰা আৰু কাৰ্যসূচী অনুযায়ী সংগঠিত কৰি পেলাবলৈ সক্ষম হ'ল।

বলচেভিক দলে ইয়াৰ প্ৰতিপক্ষবোৰৰ বিৰুদ্ধে এক প্ৰচণ্ড ৰাজনৈতিক আৰু আদৰ্শাত্মক বিজয় লাভ কৰিবলৈ সক্ষম হ'ল। মানচেভিক দলৰ বাৰ্তাৰি কাকত-বোৰেও ইয়াক বলচেভিক দলৰ বিজয় বুলি স্বীকাৰ কৰি লবলৈ বাধ্য হ'ল। অকল ৰাজধানী পেট্ৰোগ্ৰাডতেই নহয়, মস্কো, কিয়েভ, ৰিগা আদি প্ৰধান চহৰবোৰতো একে ঘটনাৰেই পুনৰাবৃত্তি ঘটিল। ৰাইজে মুকলিকৈ দলৰ ওপৰত প্ৰত্যক্ষভাৱে নহ'লেও বলচেভিক চিন্তাধাৰাৰ প্ৰতি অকুণ্ঠ সমৰ্থন জনালে। বলচেভিক কৰ্মীসকলৰ সাংগঠনিক কৌশলৰ কাৰ্যকাৰিতাৰো প্ৰমাণ হৈ গ'ল।

লেনিনে এই ঘটনাক ৰুচ বিপ্লৱৰ এক গুৰুত্বপূৰ্ণ সন্ধিক্ষণ বুলি অভিহিত কৰিলে। ইয়াৰ পাছৰপৰা বিপ্লৱৰ গতিয়েই সলনি হৈ গ'ল। সমাজতান্ত্ৰিক বিপ্লৱৰ দিশলৈ মানুহৰ চিন্তাধাৰা দ্ৰুতভাৱে ঢাল খাবলৈ আৰম্ভ কৰিলে।

আনফালে শীঘ্ৰে যুদ্ধক্ষেত্ৰৰ অৱস্থা সঙ্গীন হৈ উঠিল।

প্ৰাথমিক কিছু বিজয়ৰ পাছত জাৰ্মান প্ৰতিআক্ৰমণৰ সম্মুখত ৰুচ সেনাবাহিনী হুঁহকি আহিল। ঠায়ে ঠায়ে ৰুচ বাহিনী বিপৰ্যয়ৰ সম্মুখীন হ'ল। হাজাৰ হাজাৰ সেনা হতাহত হ'ল। বিৰাট এক অঞ্চল শত্ৰুৱে দখল কৰি ললে। যুদ্ধত এই ভয়াবহ বিপৰ্যয়ৰ পাছত সমগ্ৰ দেশ জুৰি অস্থায়ী চৰকাৰৰ ওপৰত থকা জনগণৰ আস্থা দ্ৰুতভাৱে কমি আহিবলৈ আৰম্ভ কৰিলে। শ্ৰেণীবোৰৰ মাজৰ বিভাজনো অধিক প্ৰকট হৈ পৰিল। দেশব্যাপী সৈনিক, শ্ৰমিক, খেতিয়কসকলৰ লগতে বহু গণতান্ত্ৰিক ব্যক্তি আৰু সংগঠনে অস্থায়ী চৰকাৰক বিৰোধিতা কৰা আৰম্ভ কৰিলে।

দেশত শীঘ্ৰে এক বৈপ্লৱিক বিস্ফোৰণ অৱশ্যম্ভাৱী হৈ উঠিল।

# ৫

## 'প্ৰতিবিপ্লৱৰ চাকনৈয়া আৰু দ্বৈতক্ষমতাৰ অৱসান'



● বলচেভিক দলৰ দ্বিতীয় সম্মিলন (১ জুলাই,) ● অস্থায়ী চৰকাৰত সংকট—কাডেট দলৰ মন্ত্ৰীসভাৰ পৰা পদত্যাগ ● সশস্ত্ৰ অভ্যুত্থানৰ সূচনা আৰু বলচেভিক দলৰ বাধা ● জনতাৰ বিক্ষোভ আৰম্ভ আৰু বলচেভিক দলৰ যোগদান ● শান্তিপূৰ্ণ বিক্ষোভকাৰীৰ ওপৰত চৰকাৰৰ গুলিচালনা ● চভিয়েটৰ মহাসভাৰ দ্বাৰা ক্ষমতাগ্ৰহণৰ প্ৰস্তাৱ অগ্ৰাহ্য ● দেশৰ বিস্ফোৰণমুখী পৰিস্থিতিৰ বাবে বলচেভিক দলক জগৰীয়া। ● আলেকজেণ্ডাৰ কেৰেনেস্কিৰ প্ৰধানমন্ত্ৰীত্ব গ্ৰহণ আৰু অস্থায়ী চৰকাৰৰ প্ৰতি চভিয়েটৰ সমৰ্থন। ● গেলিচিয়াত জাৰ্মান সৈন্যৰ বিজয় আৰু ৰাচিয়াত উগ্ৰ দেশপ্ৰেমৰ ঢৌ আৰম্ভ। ● বলচেভিক দলৰ বিৰুদ্ধে চৰকাৰৰ আক্ৰমণ আৰম্ভ আৰু লেনিনৰ আত্মগোপন পৰ্বৰ সূচনা ● প্ৰতিবিপ্লৱৰ ঢৌ। ● দেশৰ পৰিবৰ্তিত পৰিস্থিতত সশস্ত্ৰ অভ্যুত্থানৰ বাবে লেনিনৰ দ্বাৰা নতুন কাৰ্যসূচীৰ প্ৰস্তাৱ। ● শাসকগোষ্ঠীৰ সংকট আৰু সংকটমোচন। ● বলচেভিক দলৰ ষষ্ঠ মহাসভাৰ আৰম্ভণি

টোকা আৰু প্ৰসংগ ঃ

(১) বেভগাৰ্ড ।

(২) Nănerkov, A.—An Illustrated History of the Great Octobar Socialist Revolution. Progress Publishers, Moscow. 1980 p. 151

(৩) Carr. E.H.—The Bolshevick Revolution. Vol. I. Pelican Books. London pp—100-101

(৪) ibid, No. 2 p. 152—157.

(৫) ibid, No. 2 p. 159.

(৬) ibid, No. 2 p. 160.

(৭) জাতীয় পৰিত্ৰাণৰ চৰকাৰ—Govt. of salvation of the revolution, ibid, No. 2 p. 161

(৮) চিণ্ডিকেলিষ্ট ( এনাৰ্ক-চিণ্ডিকেলিষ্ট—Anarcho-Syndicalist )

(৯) ibid, No. 3. p. 102.

(১০) Lenin.—A Biography. Progress Publishers, Moscow.

(১১) ibid, No. 2. pp. 165.

(১২) Lenin V. I.—'The political situation' written on July 10 (23) 1917. Quoted from—An Illustrated History of the Great Octobar Socialist Revolution. pp. 168. এই উদ্ধৃতিৰ মুকলি মৰ্মানুবাদহে ইয়াত আগবঢ়োৱা হৈছে ।

১ জুলাইৰ দিনা দেশৰ ৰাজনৈতিক পৰিস্থিতি সম্পৰ্কে বিস্তাৰিত আলোচনা কৰিবৰ বাবে পেট্ৰোগ্ৰাডত বলচেভিক দলৰ দ্বিতীয় সম্মিলন আৰম্ভ হ'ল। এই সম্মিলনে অস্থায়ী চৰকাৰে দেশত বিপ্লৱ দমন কৰিবলৈ লোৱা বিভিন্ন ব্যৱস্থাসমূহৰ বিষয়ে খৰচি মাৰি আলোচনা কৰিলে। সেই সময়ত অস্থায়ী চৰকাৰে বিপ্লৱ দমন কৰিবৰ বাবে বিপ্লৱীসকলক গ্ৰেপ্তাৰ কৰা আৰম্ভ কৰিছিল, পেট্ৰোগ্ৰাড দুৰ্গৰ বিপ্লৱী সেনাসকলক ফ্ৰন্টলৈ পঠিয়াই দিবলৈ আৰু বিপ্লৱী শ্ৰমিকসকলক দুৰ্বল কৰিবলৈ বহু শিল্প উদ্যোগ অন্য ঠাইলৈ আঁতৰাই নিবলৈ প্ৰস্তাৱ তুলিছিল। এই সম্মিলনতে দলৰ সংগঠন আৰু বিপ্লৱক শক্তিশালী কৰিবলৈ দুটা ডাঙৰ সিদ্ধান্ত লোৱা হয়। প্ৰথমটো হ'ল জাৰ্মান সমাজ-গণতান্ত্ৰিক দলৰ আৰ্হিত এক স্বতন্ত্ৰীয়া বলচেভিক যুৱ সংগঠন গঢ়ি তোলা আৰু দ্বিতীয়টো হ'ল শ্ৰমিকসকলক লৈ সশস্ত্ৰ ৰেডগাৰ্ড বাহিনী সংগঠিত কৰা। এই দুইটা সিদ্ধান্তৰ ফলাফলেই হ'ল সুদূৰপ্ৰসাৰী। বিশেষকৈ সশস্ত্ৰ ৰেডগাৰ্ড বাহিনীৰ সংগঠনে দলৰ চৌদিশে বিশ্বাসী সশস্ত্ৰ শ্ৰমিকৰ এটা ডাঙৰ বাহিনী সংগঠিত কৰিলে। আগন্তুক দিনবোৰত বিপ্লৱৰ ঘটনাৱলীত এই সংগঠনে এক গুৰুত্বপূৰ্ণ ভূমিকা পালন কৰিব।[1]

২ জুলাইৰ দিনা হঠাৎ অস্থায়ী চৰকাৰৰ এক প্ৰচণ্ড ৰাজনৈতিক সংকট আৰম্ভ হ'ল। সেইদিনাই মন্ত্ৰীসভাৰ পৰা ৰুচ বুৰ্জোৱাৰ প্ৰধান ৰাজনৈতিক দল কাডেট পাৰ্টিৰ (কনষ্টিটিউচনেল ডেমক্ৰেট) সদস্যসকলে ইস্তফা দিলে। ইউক্ৰাইনৰ স্বায়ত্ত শাসনৰ দাবীটোত চৰকাৰে হোঁহকা-পিছলা কৰাটোকে তেওঁলোকে চৰকাৰ এৰাৰ কাৰণ বুলি ক'লেও দৰাচলতে ই আছিল একপ্ৰকাৰ হেঁচা প্ৰয়োগৰ কৌশল। দোদুল্যমান সমাজবাদী মন্ত্ৰীসকলে যাতে ভয় খাই তেওঁলোকৰ নিৰ্দেশিত পথেৰে যাবলৈ আৰম্ভ কৰে তাৰ বাবেই কাডেট দলে এই কৌশল লৈছিল। বুৰ্জোৱা শ্ৰেণীৰ স্বাৰ্থ ৰক্ষা কৰা, সাম্ৰাজ্যবাদী যুদ্ধ চলাই যোৱা, দেশৰ বৈপ্লৱিক পৰিস্থিতিক কঠোৰভাৱে দমন কৰা আৰু সেনাবাহিনীত কঠোৰভাৱে শৃংখলা প্ৰৱৰ্তন কৰা—এইবোৰ তেওঁলোকৰ মূল দাবী আছিল। লেনিনেও তেওঁলোকৰ এই কামক এনেদৰেই ব্যাখ্যা কৰিছিল।[2]

কাডেট দলে পদত্যাগ কৰাত শ্ৰমিক আৰু সৈনিকসকলে এইবাৰ দাবী জনালে যে এই সুই সুবিধাতে দেশৰ সৰ্বময় ক্ষমতা চভিয়েটৰ হাতলৈ আনিব লাগে। বলচেভিক দলৰ দাবী চাওঁতে চাওঁতে জনগণৰ মাজত দ্ৰুতভাৱে জনপ্ৰিয় হৈ উঠিবলৈ ধৰিলে। নৰমপন্থী সমাজবাদী দল আৰু নেতাবোৰ বৰ বিপাঙত পৰিল। আনফালে ৰাচিয়াৰ বিভিন্ন নৈৰাজ্যবাদী গোটবোৰে তৎকালে এক সামৰিক অভ্যুত্থানৰ জৰিয়তে ক্ষমতা দখল কৰিবলৈ দাবী জনালে। জনগণৰো এক বিৰাট অংশৰ মাজত এনে মতবাদ সোনকালেই বিয়পি পৰিল। চাৰিওফালে সৰুসুৰাকৈ গণ্ডগোল আৰম্ভ হ'বলৈ ধৰিলে। সেনাবাহিনীৰ মাজতো অভ্যুত্থানৰ

চিন্তা-ভাবনা আৰু সংগঠন আৰম্ভ হ'বলৈ ধৰিলে। ৰুচ সেনাবাহিনীৰ প্ৰথম মেচিনগান ৰেজিমেণ্টত লোনপ্ৰথমবাৰৰ বাবে সামৰিক অভ্যুত্থানৰ লক্ষ্য লৈ এক অস্থায়ী বিপ্লৱী সমিতি গঠন কৰা হ'ল।

বলচেভিক দলে কিন্তু এনে ধৰণৰ অপৰিপক্ক, অপৰিকল্পিত নৈৰাজ্যবাদী কামকাজ বন্ধ কৰাৰ চেষ্টা কৰিলে। এনে ধৰণৰ ঘটনাই যে বিপ্লৱৰ ক্ষতিহে কৰে সেই কথা তেওঁলোকে জনতাক বুজাবলৈ ধৰিলে। হঠাৎ এনেদৰে অভ্যুত্থান ঘটাবলৈ গ'লে হিতত্তকৈ বিপদহে বেছি হ'ব। অস্থায়ী চৰকাৰ আৰু বুৰ্জোৱা সকল এতিয়াও শক্তিমন্ত হৈ আছে। এনে ঘটনাৰ চেলু লৈয়েই তেওঁলোকে দেশত বিপ্লৱ দমন কৰিবলৈ প্ৰচণ্ড সন্ত্ৰাসৰ ৰাজত্ব নমাব। বলচেভিক দলৰ সন্মিলনত সেয়ে এনে অপৰিপক্ক কামকাজ বন্ধ কৰিবৰ বাবে ৰাজধানী আৰু দেশৰ বিভিন্ন ঠাইলৈ প্ৰতিনিধি পঠোৱাৰ সিদ্ধান্ত লোৱা হ'ল। লগতে বলচেভিক সন্মিলনে শ্ৰমিক কৃষক আৰু সৈনিক চভিয়েট প্ৰতিনিধিৰ মহাসভাৰ স্থায়ী কাৰ্যকৰী সমিতিক দেশৰ ৰাজনৈতিক ক্ষমতা হাতত তুলি লবলৈ আহ্বান জনালে। দেশৰ বিস্ফোৰণমুখী পৰিস্থিতিলৈ চাই বলচেভিক দলে নিজৰ সন্মিলন ১৬ জুলাইলৈ মুলতবি ৰাখিলে।

ইতিমধ্যে এটা নিশাৰ ভিতৰতেই ৰাজধানীত সশস্ত্ৰ অভ্যুত্থানৰ ঢৌ উঠি আহিবলৈ আৰম্ভ কৰিছে। জনগণৰ উচ্ছ্বাস নিয়ন্ত্ৰণ কৰাই টান হৈ পৰিছে। সেনাবাহিনীৰ মাজতো এনে জাগৰণ আৰম্ভ হৈছে। প্ৰথম মেচিনগান ৰেজিমেণ্টে এই ক্ষেত্ৰত আগভাগ লৈছে। এই ৰেজিমেণ্টত প্ৰতিষ্ঠা হোৱা প্ৰথম অস্থায়ী বিপ্লৱী সমিতিৰ নেতৃত্বত তেওঁলোকে ৰাজধানীৰ আন কেবাটাও সেনা দলক বিদ্ৰোহত যোগ দিবলৈ সৈমান কৰিলে। সশস্ত্ৰ শ্ৰমিক আৰু সাধাৰণ জনতায়ো তেওঁলোকৰ লগ ললে। দুখন অস্ত্ৰসজ্জিত গাড়ী লৈ এই বিদ্ৰোহী সেনাদল ৰাজধানীৰ টৰিডা প্ৰাসাদৰ ফালে আগবাঢ়িল। এই প্ৰাসাদতে অস্থায়ী চৰকাৰে কাৰ্যনিৰ্বাহ কৰে। বাটত সেনাসকলে আন আন ব্যক্তিগত গাড়ী আদি জোৰেৰে অধিগ্ৰহণ কৰি চৰকাৰ বিৰোধী শ্লোগান দি প্ৰাসাদৰ ফালে আগবাঢ়িল। কিন্তু এই বিদ্ৰোহী সেনাদলে বাটতে পৰা নেভা নদীৰ দলংখন পাৰ হৈ প্ৰাসাদৰ ফালে আগুৱাই নগ'ল, দলঙৰ ওচৰতে তেওঁলোক ৰৈ দিলে। আনফালে নগৰৰ ৰাজনৈতিক দলবোৰ ইতিমধ্যে তৎপৰ হৈ উঠিছে। বলচেভিক দলে এনে অপৰিপক্ক সামৰিক অভ্যুত্থান বন্ধ কৰিবৰ বাবে উঠিপৰি লাগিল। কেন্দ্ৰীয় সমিতিৰ সদস্যসকলে বিদ্ৰোহী শ্ৰমিক আৰু সেনাসকলক উভতি যাবলৈ অনুৰোধ কৰিলে। তেওঁলোকৰ এনে হুৰমুৰিয়া কাৰ্যই যে বিপ্লৱৰ ক্ষতিহে কৰিব সেই কথা বুজাবলৈ চেষ্টা কৰিলে। কিন্তু তেওঁলোকৰ সকলো প্ৰচেষ্টা বিফল হ'ল। জনতাৰ বিক্ষোভ প্ৰদৰ্শন আৰু বিদ্ৰোহী সেনাইতৰ কামকাজ কমকচাৰি বাঢ়িহে আহিল। দেশৰ ৰাজনৈতিক পৰিস্থিতি হৈ পৰিল বিস্ফোৰণমুখী।[৪]

আসমহাতে চৰকাৰো এনেয়ে বহি থকা নাছিল। নিজৰ বিশ্বাসী গাৰ্ডচ্‌ আৰু কচাক সেনা দলবোৰক চৎকাৰে সন্টম কৰি তুলিলে। যুদ্ধ আৰু নৌবাহিনীৰ মন্ত্ৰী কেৰেনেস্কিয়ে তৎকালে পেট্ৰোগ্ৰাড দুৰ্গৰ কমাণ্ডাৰক বিদ্ৰোহী সেনাসকলক প্ৰয়োজন হ'লে শক্তি প্ৰয়োগ কৰিও নিৰস্ত্ৰ কৰিবলৈ আৰু সকলোবোৰ বিদ্ৰোহী সেনাগোটক শীঘ্ৰে যুদ্ধক্ষেত্ৰলৈ পঠাই দিবলৈ আদেশ দিলে। দুৰ্গৰ কামাণ্ডাৰেও সেনাসকলক নিৰস্ত্ৰ কৰিবলৈ আদেশ দিলে। চৰকাৰৰ এনে মনোভাৱে কিন্তু জনতাক অধিক বিক্ষুব্ধহে কৰিলে। শয়ে শয়ে সাধাৰণ নাগৰিক, সশস্ত্ৰ শ্ৰমিক ৰাজপথলৈ ওলাই আহিবলৈ ধৰিলে।

এই পৰিস্থিতিত বলচেভিক দলে আলোচনা কৰি ঠিক কৰিলে যে জনতাৰ এই বিপুল জাগৰণক উচিত পথেৰে পৰিচালিত কৰিব নোৱাৰিলে বিপদ আছে আৰু তাকে কৰিবলৈ হ'লে বলচেভিকসকলে জনতাৰ লগত যোগ দিয়া প্ৰয়োজন। তেওঁলোকে পেট্ৰোগ্ৰাড চভিয়েটত প্ৰস্তাৱ তুলিলে যে এই বিশাল জনগণক শান্তিপূৰ্ণ পথেৰে পৰিচালিত কৰিবৰ বাবে চভিয়েটে এক নেতৃত্বকাৰী সমিতি গঠন কৰা উচিত। বলচেভিক দলৰ প্ৰস্তাৱ মানচেভিক আৰু চচিয়েল ৰিভলিউচনেৰীহঁতৰ বিৰোধিতা সত্ত্বেও চভিয়েটে গ্ৰহণ কৰিলে আৰু এখন পোখৰজনীয়া নেতৃত্বকাৰী সমিতি গঠন কৰা হ'ল।[৫]

ইতিমধ্যে ২ জুলাইৰ (১৯১৭) পৰা আৰম্ভ হোৱা বিক্ষোভ প্ৰদৰ্শন দুৰ্বাৰ গতিৰে বাঢ়ি আহিছে। ৪ জুলাইৰ দিনা প্ৰায় ৫ লাখ শ্ৰমিক, সৈনিক আৰু নাবিকে পেট্ৰোগ্ৰাড নগৰীৰ ৰাজপথত প্ৰদৰ্শন আৰম্ভ কৰিলে। পেট্ৰোগ্ৰাড চভিয়েটৰ নেতৃত্বকাৰী সমিতিৰ তত্বাৱধানত এই বিশাল জনতাই শান্তিপূৰ্ণ-ভাৱে শ্লোগান দি শোভাযাত্ৰা আৰম্ভ কৰিলে। লেনিনে সেই সময়তো বাৰে বাৰে এই জন প্ৰদৰ্শন শান্তিপূৰ্ণভাৱে সমাধা কৰাৰ ওপৰত গুৰুত্ব দিলে। তেওঁ ক'লে যে এতিয়াও শান্তিপূৰ্ণভাৱে চভিয়েটৰ হাতলৈ দেশৰ সমগ্ৰ ক্ষমতা হস্তান্তৰিত কৰাটো সম্ভৱপৰ হৈ আছে। কিন্তু এবাৰ অশান্তি আৰম্ভ হ'লেই শান্তিপূৰ্ণ ক্ষমতা হস্তান্তৰ আৰু সম্ভৱপৰ নহ'ব। দেশ তেতিয়া অৱধাৰিত ভাৱেই ৰক্তাক্ষয়ী গৃহযুদ্ধৰ দিশলৈ আগবাঢ়িব। সকলো ক্ষমতা শান্তিপূৰ্ণভাৱে চভিয়েটৰ হাতলৈ আনিবলৈ তেওঁ আহ্বান জনালে। আনাতোলে লুনাচাৰস্কিয়ে ৰাজধানীত হৈ থকা শ্ৰমিক কৃষক আৰু সৈনিক চভিয়েটৰ প্ৰতিনিধিৰ মহাসভাত এই কংগ্ৰেছে দেশৰ ক্ষমতা গ্ৰহণ কৰিব লাগে বুলি এটা প্ৰস্তাৱ উত্থাপন কৰিলে। বলচেভিককে ধৰি অন্যান্য বিপ্লৱী সমাজবাদীসকলে ইয়াক সমৰ্থন কৰিলে। কিন্তু নৰমপন্থী সমাজবাদীসকল আৰু বিশেষকৈ সমাজবাদী মন্ত্ৰীসকলে ইয়াৰ বিৰোধিতা কৰিলে। ফলত প্ৰস্তাৱ গৃহীত নহ'ল। এচামে আকৌ বুৰ্জোৱা দলবোৰক বাদ দি সকলো সমাজবাদী দল মিলি এখন সংযুক্ত মন্ত্ৰীসভা গঠন কৰাৰ প্ৰস্তাৱ তুলিলে। মানচেভিক আৰু চচিয়েল ৰিভলিউচনেৰী

দলৰ বাওঁপন্থী জোটবোৰে এই প্ৰস্তাৱৰ সমৰ্থন কৰিলে যদিও ইও বাকীসকলৰ বিৰোধিতাত গৃহীত নহ'ল।[৫]

এইবোৰ তৰ্কবাদ হৈ থাকোতেই চাৰি জুলাইৰ প্ৰচণ্ড জনবিক্ষোভ আৰম্ভ হৈ গ'ল। লাখ লাখ জনতাই ৰাজধানীৰ পথেদি শোভাযাত্ৰা আৰম্ভ কৰিলে। এই শোভাযাত্ৰা শান্তিপূৰ্ণ আছিল, বলচেভিক আৰু অন্যান্য বিপ্লৱীসকলে ইয়াত সক্ৰিয়ভাৱে যোগদান কৰি ইয়াক শান্তিপূৰ্ণ কৰি ৰাখিবলৈ সক্ষম হৈছিল। তৎকালে যুদ্ধ বন্ধ কৰা, চভিয়েটৰ হাতলৈ সমগ্ৰ ক্ষমতা অনা, স্বাধীনতা, সাম্য আৰু মৈত্ৰীৰ শ্লোগান দি আগবঢ়া জন মিছিলৰ ওপৰত হঠাৎ চৰকাৰৰ তৰফৰ পৰা অপ্ৰৰোচিত গুলিচালনা আৰম্ভ হ'ল। এই গুলিচালনাত বহুলোক হতাহত হ'ল।

পৰিস্থিতি অত্যন্ত উত্তপ্ত হৈ পৰিল।

এই সময়তেই খবৰ আহিল যে গেলিচিয়া অঞ্চলত চলোৱা ৰুচ আক্ৰমণৰ শোচনীয় বিপৰ্যয় ঘটিছে। প্ৰচণ্ড ক্ষয়-ক্ষতিৰ পাছত ৰুচ বাহিনী ছত্ৰভংগ দিবলৈ বাধ্য হৈছে।

এনে অৱস্থাত শাসক গোষ্ঠীয়ে (য'ত বুৰ্জোৱাৰ লগত সমাজবাদী মন্ত্ৰী-সকলো চামিল হৈ পৰিছে) সকলো দুৰ্দশাৰ বাবে বলচেভিক দলক দোষাৰোপ কৰিলে।

বলচেভিক দলৰ যুদ্ধবিৰোধী প্ৰচাৰ ৰাচিয়াৰ বিপৰ্যয়ৰ অন্যতম প্ৰধান কাৰণ বুলি অভিযোগ কৰা হ'ল। কোৱা হ'ল যে এনে প্ৰচাৰে ফ্ৰণ্টৰ সৈনিকসকলৰ মনোবল হ্ৰাস কৰাৰ উপৰিও তেওঁলোকক অবাধ্য আৰু বিশৃংখল কৰি তুলিছে। দেশৰ অভ্যন্তৰতো এনে প্ৰচাৰে যুদ্ধৰ ৰচদপাতি যোগানকে আৰম্ভ কৰি সকলো সাংগঠনিক কামকাজ বাধাগ্ৰস্ত কৰি তুলিছে। বলচেভিক দলেই এই বিপৰ্যয়ৰ বাবে দায়ী। আৰু এতিয়া তেওঁলোকেই আকৌ দেশৰ প্ৰতিষ্ঠিত কৰ্তৃত্ব—অস্থায়ী চৰকাৰ ভঙাৰ কথা কৈ দেশখনকে ধ্বংস কৰিব খুজিছে।

জাৰ্মান সৈন্য গেলিচিয়াৰ সীমান্তইদি সোমাই অহাৰ পৰিপ্ৰেক্ষিতত হঠাৎ দেশৰ পৰিস্থিতি সলনি হৈ গ'ল। চৌদিশে দেশপ্ৰেমৰ এক প্ৰচণ্ড জোৱাৰ উঠিল। জাৰ্মানীয়ে ৰাচিয়াৰ বৃহৎ অংশ দখল কৰি লব বুলি এক প্ৰবল সন্ত্ৰাস বিয়পি পৰিল। ৰাজধানীত চৰকাৰক ৰক্ষণাবেক্ষণ দিবৰ বাবে সকলো ঠাইৰ পৰা সেনাবাহিনী গোটোৱা হ'ল আৰু অস্থায়ী চৰকাৰে দেশৰ বিশৃংখলতা কঠোৰ হাতেৰে দমন কৰিবৰ বাবে প্ৰস্তাৱ কৰিলে।

৫ জুলাইৰ দিনা ৰাজধানীত শ্ৰমিক আৰু সৈনিক সদস্যৰ চভিয়েট আৰু সৰ্বৰাচিয়া কৃষক চভিয়েটৰ কাৰ্যকৰী সমিতি দুটাৰ যুটীয়া বৈঠক বহিল। মানচেভিক আৰু চচিয়েল ৰিভলিউচনেৰী সংখ্যাধিক্য থকা এই বৈঠকে অস্থায়ী চৰকাৰৰ এনে দমনমূলক প্ৰস্তাৱৰ প্ৰতি সমৰ্থন জনালে।

ৰাজধানীৰ শ্ৰমিক আন্দোলনৰ বিশৃংখলতা দমন কৰিবলৈ তেওঁলোক সক্ষম হ'ল।[6]

চৰকাৰক আৰু কোনে পায়, মুকলিভাৱে বুৰ্জোৱাই এইবাৰ সন্ত্ৰাস আৰম্ভ কৰাৰ সুবিধা পালে।

ইতিমধ্যে ৯ তাৰিখে অস্থায়ী চৰকাৰতো কিছু সালসলনি ঘটিল।

দুইখন চভিয়েটৰ কাৰ্যকৰী সমিতি দুখন আকৌ একেলগে বহিল আৰু আলোচনাৰ পাছত ঘোষণা কৰিলে যে মাতৃভূমি আৰু বিপ্লৱ এক অভূতপূৰ্ব সংকটৰ সন্মুখীন হৈছে। ইয়াৰ পৰা উদ্ধাৰ পাবলৈ হ'লে এক ৰাষ্ট্ৰীয় ঐক্য প্ৰয়াসৰ প্ৰয়োজন হ'ব। এই পৰিস্থিতিত দেশৰ অস্থায়ী চৰকাৰক কোনোমতে দুৰ্বল হ'বলৈ দিব নোৱাৰি, বৰঞ্চ ইয়াক এক 'বিপ্লৱৰ পৰিত্ৰাণৰ চৰকাৰ' হিচাপেহে গণ্য কৰিব লাগিব।[7] এই সভাই অস্থায়ী চৰকাৰৰ প্ৰধানমন্ত্ৰীৰ পদৰ পৰা প্ৰিন্স লুৱ'ক অপসাৰণ কৰি আলেকজেণ্ডাৰ কেৰেনেস্কিক প্ৰধানমন্ত্ৰী পাতিলে।

প্ৰিন্স লুৱ'ৰ পদত্যাগৰ মূলে কাৰণ আছিল 'জাৰ ৰাজতন্ত্ৰৰ প্ৰশ্নটো'। তেতিয়ালৈকে জাৰক ক্ষমতাচ্যুত কৰা হ'লেও কাগজে-কলমে ৰাচিয়া এখন ৰাজতান্ত্ৰিক দেশ হৈয়েই আছিল। ৰুচ সমাজৰ প্ৰতিপত্তিশালী এক বৃহৎ অংশই দেশত ৰাজতন্ত্ৰ পুনৰ প্ৰতিষ্ঠাৰ কথা ভাবিছিল। অস্থায়ী চৰকাৰৰ বুৰ্জোৱা দলবোৰৰ বেছিভাগেই এক সাংবিধানিক ৰাজতন্ত্ৰ পুনৰ প্ৰতিষ্ঠাৰ সমৰ্থনো কৰিছিল। প্ৰধানমন্ত্ৰী প্ৰিন্স লুৱৰেও ব্যক্তিগতভাৱে ৰাজতন্ত্ৰৰ পুনৰ প্ৰতিষ্ঠাকেই, লাগে সি সাংবিধানিক ৰাজতন্ত্ৰই হওক, কামনা কৰিছিল। কিন্তু, চভিয়েটৰ কংগ্ৰেছে অস্থায়ী চৰকাৰ আৰু প্ৰধানমন্ত্ৰী লুৱ'ৰ ওপৰত দেশত জাৰতন্ত্ৰৰ সমস্ত অৱশেষ চিৰতৰে নাইকিয়া কৰি ৰাচিয়াক এখন প্ৰজাতন্ত্ৰ বা ৰিপাব্লিক হিচাপে ঘোষণা কৰিবলৈ ক্ৰমাগত হেঁচা দি আহিছিল। প্ৰিন্স লুৱ'ৱে এই কাম কৰিবলৈ অমান্তি হৈ পদত্যাগ কৰিবলৈকে স্থিৰ কৰিলে। ৰুচ অভিজাততন্ত্ৰৰ প্ৰতিনিধি প্ৰধানমন্ত্ৰী গৰাকীয়ে নিজহাতে জাৰতন্ত্ৰৰ অৱসান ঘোষণা কৰিবলৈ অমান্তি হ'ল। তেওঁ ক'লে যে ৰাচিয়াক প্ৰজাতন্ত্ৰ ঘোষণা কৰাৰ একমাত্ৰ কৰ্তৃত্ব থাকিব পাৰে আহিব লগা কনষ্টিটিৱেণ্ট এচেম্বলীৰহে, আনৰ এই অধিকাৰ নাই।

কেৰেনেস্কিয়ে প্ৰধানমন্ত্ৰী হোৱাৰ কেইমাহমানৰ ভিতৰতে ৰাচিয়াত জাৰতন্ত্ৰৰ অৱসান আৰু প্ৰজাতন্ত্ৰ প্ৰতিষ্ঠাৰ কথা ঘোষণা কৰিলে।

কেৰেনেস্কিৰ নতুন মন্ত্ৰীসভাত পূৰ্বৰ আঠাইজনেইজন সমাজবাদী মন্ত্ৰীয়েই অন্তৰ্ভুক্ত হ'ল। মানচেভিক চাৰেটেলি (তাচাৰতেলি) হ'ল আভ্যন্তৰীণ বিভাগৰ মন্ত্ৰী।

কেৰেনেস্কিৰ এই নতুন মন্ত্ৰীসভাক কাৰ্যকৰী সমিতি দুখনৰ ৰুটীয়া

বৈঠকে এইবাৰ দেশৰ পৰিস্থিতি নিয়ন্ত্ৰণৰ বাবে সীমাহীন ক্ষমতা প্ৰদান কৰিলে।

প্ৰতিবিপ্লৱৰ প্ৰস্তুতি সম্পূৰ্ণ হ'ল। এইবাৰ প্ৰতিবিপ্লৱে মুকলিভাৱে আত্মপ্ৰকাশ কৰিলে।

আলেকজেণ্ডাৰ কেৰেনেস্কিৰ চৰকাৰে এইবাৰ পেট্ৰোগ্ৰাড চভিয়েটক খোলা-খুলিকৈ উপেক্ষা কৰিবলৈ আৰম্ভ কৰিলে। চভিয়েটৰ কথা, নিৰ্দেশনা তেওঁ উলাই কৰিবলৈ ধৰিলে। এবাৰ অস্থায়ী চৰকাৰক সমৰ্থন কৰাৰ পাছত চভিয়েটত প্ৰাধান্য থকা মানচেভিক আৰু চচিয়েল ৰিভলিউচনেৰী দলৰ মন্ত্ৰীসকলেও বিশেষ কিবা এটা কৰিবলৈ সক্ষম নহ'ল। তেওঁলোক বৰঞ্চ নিষ্ক্ৰিয়হে হৈ পৰিল। ফলত দেশৰ ৰাজনৈতিক উদ্যোগ বুৰ্জোৱাৰ হাতলৈ আহি পৰিল। দেশৰ দ্বৈত ক্ষমতাৰ অধ্যায়ৰ কাৰ্যকৰীভাৱে অন্ত পৰিল।

বুৰ্জোৱা বাতৰি কাকতবোৰে এইবাৰ লেনিন আৰু বলচেভিকসকলক খোলা-খুলিকৈ ঘৰ বিভীষণ বুলি, বিশ্বাসঘাতক অপৰাধী বুলি অভিহিত কৰি দেশৰ সকলো বিপ্লৱীকে বলচেভিকহ'তৰ পৰা দূৰত থাকিবলৈ পৰামৰ্শ আগবঢ়ালে। আচৰিত কথা যে বুৰ্জোৱাৰ এই প্ৰচাৰৰ অনুৰণন সমাজ-গণতান্ত্ৰিক মানচেভিক শিবিৰতো আৰম্ভ হ'ল। ২৪ জুলাইৰ দিনা বহা এই দলৰ কেন্দ্ৰীয় সমিতিৰ সভাত অস্থায়ী চৰকাৰৰ বিৰুদ্ধে এক অভ্যুত্থান ঘটাবলৈ অপচেষ্টা কৰা বুলি লেনিন আৰু বলচেভিক দলক দোষাৰোপ কৰা হ'ল। এনে প্ৰচেষ্টাক তেওঁলোকে বিপ্লৱক বিপদাপন্ন কৰিব খোজা এক অপৰাধমূলক কাম হিচাপে বৰ্ণনা কৰিলে। এনে কামকাজৰ দ্বাৰা তেওঁলোকে লেনিনক সমাজ-গণতান্ত্ৰিক পথৰ পৰা আঁতৰি যোৱা আৰু বলচেভিক দলটো এটা নৈৰাজ্যবাদী তথা চিণ্ডিকেলিষ্ট গোট হোৱা বুলি ক'লে।[৪]

অস্থায়ী চৰকাৰে এতিয়া বলচেভিক দলৰ বিৰুদ্ধে কাৰ্যব্যৱস্থা আৰম্ভ কৰিলে। শক্তিৰে এই দল আৰু ইয়াৰ কামকাজ দমন কৰিবলৈ বিচৰা হ'ল। প্ৰথমেই আক্ৰমণ চলিল এই দলৰ প্ৰশাসনবোৰৰ ওপৰত। প্ৰাভদা আৰু সৈনিকৰ প্ৰাভদা কাকত দুখন জোৰ কৰি বন্ধ কৰি দিয়া হ'ল। এই কাকত দুখন ছপাবৰ বাবে পেট্ৰোগ্ৰাডৰ শ্ৰমিকসকলে বৰঙণি তুলি প্ৰতিষ্ঠা কৰা ছপাশালটোও তচনচ কৰি পেলোৱা হ'ল। সেনাবাহিনীৰ যিবোৰ সৈনিক গোটত বলচেভিকসকলৰ প্ৰাধান্য আছিল বুলি চৰকাৰে ভাবিলে, তেনে বহু গোট ভাঙি দিয়া হ'ল। শ্ৰমিকসকলৰ সশস্ত্ৰ গোট আৰু ৰেডগাৰ্ড ইউনিটবোৰৰ যিমানক পৰা যায় সেনাবাহিনীৰ সহায়ত নিৰস্ত্ৰ কৰা হ'ল। ৰাজধানী পেট্ৰোগ্ৰাডৰ লগতে সমগ্ৰ দেশৰ প্ৰধান নগৰ-চহৰবোৰত বলচেভিক নেতাসকলক গ্ৰেপ্তাৰ কৰিবলৈ পুলিচে বিচাৰিবলৈ আৰম্ভ কৰিলে। লেনিনকে ধৰি প্ৰধান

নেতাসকলক দখাচলতে ৫ জুলাইৰ বিক্ষোভ প্ৰদৰ্শনৰ সময়ৰ পৰাই গ্ৰেপ্তাৰ কৰিবলৈ বিচৰা হৈছিল। এতিয়া চৰকাৰৰ দমন আৰু ব্যাপক ধৰা-মেলা আৰম্ভ হোৱাত লেনিনকে ধৰি প্ৰধান নেতাসকলে আকৌ এবাৰ আত্মগোপন কৰিবলৈ আৰম্ভ কৰিলে।

লেনিনৰ জীৱনৰ শেষ আত্মগোপনৰ অধ্যায় আৰম্ভ হ'ল।

বলচেভিক দলে কিন্তু সেই সময়ত সঁচাকৈয়ে কোনোধৰণৰ অভ্যুত্থান বিচৰা নাছিল। সাংগঠনিকভাৱে শ্ৰমিকসকল তেতিয়াও প্ৰস্তুত হৈ উঠা নাই আৰু বলচেভিক দলেও চভিয়েটত সংখ্যাগৰিষ্ঠতা অৰ্জন কৰিব পৰা নাই। সেয়ে এনে পৰিস্থিতিত ক্ষমতা দখলৰ প্ৰচেষ্টাই বিপ্লৱৰ ক্ষতি কৰিব বুলিহে তেওঁলোকে ভাবিছিল। আনকি, আত্মগোপন কৰিবলগীয়া হোৱাৰ পাছতো, তেওঁলোকে জনতাক শান্ত কৰিবলৈহে চেষ্টা কৰিলে। তেওঁলোকে তেতিয়া সৈনিকসকলক নিজা নিজা শিবিৰলৈ আৰু শ্ৰমিকসকলক কাৰখানালৈ উভতি যাবলৈহে আহ্বান জনালে।

প্ৰতিবিপ্লৱৰ এই আক্ৰমণৰ সময়তে বিপ্লৱী শিবিৰক শক্তিশালী কৰি তুলিবলৈ ট্ৰট্স্কি, লুনাচাৰ্স্কি আৰু তেওঁলোকৰ প্ৰায় ৪০০০ অনুগামীয়ে বলচেভিক দলত যোগ দিলে।[৯] ইয়াৰ পাছতেই এই দুইজন নেতা আৰু লগতে মাডাম কলনটাইকে ধৰি আন কেবাজনো বলচেভিক নেতাক অস্থায়ী চৰকাৰে গ্ৰেপ্তাৰ কৰিলে। আনহাতে বুৰ্জোৱা আৰু সমাজবাদী প্ৰেছবো একাংশত অহৰহ লেনিন আৰু বলচেভিক দলৰ বিৰুদ্ধে নানান কুৎসাৰটনা চলিবই লাগিছে। অতিষ্ঠ হৈ লেনিনে চৰকাৰৰ ওচৰত ধৰা দি আদালতত বিচাৰৰ সময়ত ইয়াৰ উত্তৰ দিয়াৰ কথা চিন্তা কৰিলে। কিন্তু বলচেভিক দলৰ ষ্টেলিনকে ধৰি বাকীবোৰ নেতাই ইয়াৰ দুৰ্ঘোৰ বিৰোধিতা কৰিলে। তেওঁলোকে সংগতভাৱেই সন্দেহ কৰিছিল যে চৰকাৰৰ ওচৰত ধৰা দিলে লেনিনৰ প্ৰাণৰ সংশয় আছে। চৰকাৰ বা পেট্ৰোগ্ৰাড চভিয়েট কোনেও লেনিনৰ প্ৰাণৰ গেৰাণ্টি দিবলৈ সন্মত নহ'ল। ফলত বলচেভিক নেতাসকলৰ সিদ্ধান্ত অনুযায়ী লেনিনে আদালতৰ সন্মুখীন হোৱাটো বাদ দিলে। এঠাইৰ পৰা আনঠাইলৈ স্থান পৰিবৰ্তন কৰি থাকি তেওঁ আত্মগোপন কাল আৰম্ভ কৰিলে। ৰাজধানীৰ পৰা দূৰৰ ৰাজলিভ বোলা ঠাই এখনত এটা হ্ৰদৰ পাৰৰ খেৰৰ মেজিত লেনিন আৰু জিনোভিয়েভ আত্মগোপন কৰি লুকাই থাকিল। এজন বিশ্বস্ত দলীয় কৰ্মীয়ে তেওঁলোকক খাদ্য-পাতি, খবৰ কাগজ আদি যোগান দিয়াৰ উপৰিও বাহিৰৰ পৃথিৱীৰ লগত তেওঁলোকৰ সম্পৰ্ক বজাই ৰাখিলে।[10]

প্ৰতিবিপ্লৱ জোৰদাৰ হৈ পৰিল, আৰু ইয়াৰ লগে লগে ক্ষমতাৰ অন্যতম কেন্দ্ৰ হিচাপে গঢ়ি উঠা 'চভিয়েট' অনুষ্ঠানবোৰ দুৰ্বল হৈ পৰিল। আনকি

বুৰ্জোৱা দলবোৰে খোলাখুলিকৈ চভিয়েটবোৰ ভাঙি দিয়াৰ কথাহে ক'বলৈ আৰম্ভ কৰিলে। পেট্ৰোগ্ৰাডৰ সশস্ত্ৰ শ্ৰমিকসকলক নিৰস্ত্ৰ কৰিবলৈ যাওঁতে সাতজন কচাক সেনাৰ মৃত্যু হৈছিল। এই কচাকহঁতৰ শৱদেহ লৈ বুৰ্জোৱা দলবোৰে ৰাজধানীত এক শোভাযাত্ৰা বাহিৰ কৰিছিল। এই শোভাযাত্ৰাত জাৰ সমৰ্থক গোট, সাম্প্ৰদায়িক 'ব্লেক হাণ্ড্ৰেড 'গুণ্ডাবাহিনী' আৰু বুৰ্জোৱা কাডেট দলৰ লগতে মানচেভিক আৰু চচিয়েল বিভলিউচনেৰী নেতাসকলেও অংশগ্ৰহণ কৰিলে; বুৰ্জোৱাৰ ওচৰত, প্ৰতিবিপ্লৱী শক্তিৰ ওচৰত, তেওঁলোকৰ আত্মসমৰ্পণ প্ৰায় সম্পূৰ্ণ হৈ উঠিল।[11]

আনফালে ১৮ জুলাইৰ দিনা চৰকাৰে আগৰ সমগ্ৰ আদৰ্শাত্মক প্ৰতিশ্ৰুতি ভঙ্গ কৰি ফিনলেণ্ডৰ আত্মনিয়ন্ত্ৰণৰ অধিকাৰ খৰ্ব কৰিবলৈ ব্যৱস্থা ললে; সেইদিনা ফিনলেণ্ডৰ সংসদ 'ডায়েট' ভঙ্গ কৰি দিয়া হ'ল। চৰকাৰত থকা সমাজবাদী নেতাসকলে এই ক্ষেত্ৰতো কোনো বিৰোধিতা নকৰিলে। সেই একেদিনাই ৰুচ সেনাবাহিনীৰ পৰা বিপ্লৱ আৰু বলচেভিক চিন্তাধাৰাৰ কণকঠিয়া নিঃশেষ কৰি সেনাদলত নিয়ম-শৃংখলা ঘুৰাই আনিবলৈ জেনেৰেল কৰ্ণিলভক সেনাবাহিনীৰ সৰ্বাধিনায়ক হিচাপে নিযুক্ত কৰা হ'ল।

ৰাজপথত প্ৰতিবিপ্লৱীহঁতে বলচেভিক দলৰ ওপৰত প্ৰকাশ্যে আক্ৰমণ চলালে। গুণ্ডাবাহিনীয়ে বলচেভিক নেতাসকলক হত্যা কৰা আৰম্ভ কৰিলে। নীৰৱ দৰ্শক হিচাপে সমাজবাদী সংখ্যাগৰিষ্ঠ থকা অস্থায়ী চৰকাৰে ইয়াত সমৰ্থন জনালে।

দেশৰ পৰিৱৰ্তিত ৰাজনৈতিক পৰিস্থিতিত দলৰ কাৰ্যসূচী আৰু কৌশল সলনি কৰাটো প্ৰয়োজনীয় হৈ পৰিল। প্ৰতিবিপ্লৱৰ এই সন্ত্ৰাসঘন পৰিৱেশত আত্মগোপন কৰিবলৈ বাধ্য হোৱা বলচেভিক দলে সেয়ে এইবাৰ দলৰ ষণ্ঠ কংগ্ৰেছ বা মহাসভা অনুষ্ঠিত কৰিবলৈ আগবাঢ়িল। ইয়াৰ বাবে সমগ্ৰ দেশ জুৰি প্ৰস্তুতি আৰম্ভ হ'ল। আত্মগোপন কৰি থকা অৱস্থাৰ পৰাই লেনিনে চিঠিপত্ৰৰ সহায়েৰে দলৰ কেন্দ্ৰীয় সমিতিৰ লগত যোগাযোগ ৰক্ষা কৰি থাকিল। লেনিনে এইবাৰ বিপ্লৱৰ নতুন কৌশল নিৰ্ণয় কৰাৰ ওপৰত গুৰুত্ব দিলে। জুলাইৰ প্ৰতিবিপ্লৱৰ পাছত সৰ্বহাৰাৰ হাতলৈ ৰাজনৈতিক ক্ষমতা শান্তিপূৰ্ণ উপায়েৰে অনাৰ বাটবোৰ বন্ধ হৈ গ'ল, এতিয়া সশস্ত্ৰ বিপ্লৱ সংগঠিত কৰাৰ প্ৰশ্নটো জৰুৰী হৈ পৰিল। জুলাই মাহৰ ১০ তাৰিখে তেওঁ 'ৰাজনৈতিক পৰিস্থিতি' (**The Political Situation**) নামৰ এখন ৰাজনৈতিক দলিল প্ৰস্তুত কৰি উলিয়ালে। ইয়াত তেওঁ লেখিলে:

"চভিয়েটৰ হাতলৈ সম্পূৰ্ণ ক্ষমতা অনাৰ (**All power to the Soviets**) শ্লোগানটো আছিল বিপ্লৱক শান্তিপূৰ্ণ উপায়েৰে কিকশাই তোলাৰ শ্লোগান। এই কাম এপ্ৰিল, মে', জুন মাহ আনকি জুলাই মাহৰ ৫—৯ তাৰিখ পৰ্যন্ত, অৰ্থাৎ

যেতিয়ালৈকে দেশৰ সৰ্বময় ক্ষমতা সামৰিক একনায়কত্ববাদৰ হাতলৈ যোৱা নাছিল, তেতিয়ালৈকে সম্ভৱপৰ আছিল ; এই শ্লোগান আৰু এতিয়া শুদ্ধ শ্লোগান হৈ থকা নাই কিয়নো আজি দেশৰ পৰিস্থিতি সলনি হৈ গৈছে, ৰাজনৈতিক ক্ষমতা হস্তান্তৰিত হৈছে আৰু মানচেভিক আৰু চচিয়েল ৰিভলিউচনেৰীসকলে বিপ্লৱক সম্পূৰ্ণৰূপে বিশ্বাসঘাতকতা কৰিছে। এনে পৰিস্থিতিত আগপাছ নুগুণি কৰা কামকাজ, বিদ্ৰোহ, আংশিক প্ৰতিৰোধ আৰু প্ৰতিবিপ্লৱৰ বিৰুদ্ধে চলোৱা অকাৰ্যকৰী আকস্মিক আঘাত আদি কৌশলৰে কাম নিসিজে। এতিয়া আমাক কেৱলমাত্ৰ সহায় কৰিব যদি পৰিস্থিতি সম্পৰ্কে আমাৰ উপলব্ধি স্পষ্ট হয়, শ্ৰমিকশ্ৰেণীৰ অগ্ৰগামী বাহিনী হিচাপে আমি যদি কষ্টসহিষ্ণু আৰু দৃঢ়চেতা হ'ব পাৰো, সশস্ত্ৰ অভ্যুত্থানৰ বাবে শক্তি প্ৰস্তুত কৰিব পাৰো। অৱশ্যে এনে প্ৰচেষ্টাৰে ( সশস্ত্ৰ অভ্যুত্থানেৰে ) বিজয় লাভ কৰাটো বৰ্তমানৰ পৰিস্থিতিত যথেষ্ট টান, কিন্তু সিও সম্ভৱপৰ হ'ব যদি এই খেচিচতে উল্লেখ কৰা ধাৰা আৰু তথ্যবোৰ মিলি পৰে। আমি আমাৰ মনত এতিয়া কোনোধৰণৰ সাংবিধানিক আৰু প্ৰজাতান্ত্ৰিক ( ৰিপাব্লিকান ) আশাৰ মৰীচিকা পুহি ৰখাটো উচিত নহয়। শান্তিপূৰ্ণ পথ ( বিপ্লৱৰ ) সম্পৰ্কে ভ্ৰান্ত আশা আমি এতিয়া ৰাখিব নালাগে। আমি এতিয়া কোনোধৰণৰ খুচুৰা একুচন কৰিব নালাগে আৰু কচাক তথা ব্লেকহাণ্ড্ৰেড গুণ্ডা দলৰ কোনোধৰণৰ প্ৰৰোচনামূলক কামকাজৰ ওচৰত সেও হ'ব নালাগে। আমি আমাৰ সমগ্ৰ শক্তি গোটোই লওঁ আহক, ইয়াক নকৈ সংগঠিত কৰো আৰু বৰ্তমানৰ সংকটে যদি আমাক সুবিধা দিয়ে তেনেহ'লে সমগ্ৰ দেশজোৰা এক সশস্ত্ৰ গণ অভ্যুত্থান ঘটাবৰ বাবে সাজু হওঁহক। এক সশস্ত্ৰ অভ্যুত্থান নঘটোৱাকৈ বৰ্তমান কৃষক-সকলৰ হাতলৈ খেতিৰ মাটিৰ হস্তান্তৰকৰণ সম্ভৱপৰ নহয়, কিয়নো ক্ষমতা দখল কৰাৰ পাছত প্ৰতিবিপ্লৱীহঁতে জমিদাৰ, মাটিগিৰি শ্ৰেণীটোৰ লগত আজি সম্পূৰ্ণভাৱে ঐক্যবদ্ধ হৈ পৰিছে।

এই অভ্যুত্থানৰ একমাত্ৰ লক্ষ হ'ব পাৰে গৰীব খেতিয়কসকলৰ দ্বাৰা সমৰ্থিত সৰ্বহাৰা শ্ৰেণীৰ হাতলৈ ৰাজনৈতিক ক্ষমতা হস্তান্তৰ কৰা যাতে আমাৰ দলৰ কাৰ্যসূচী বাস্তৱত ৰূপায়িত কৰিব পৰা যায়।"[১২]

লেনিনে এইবাৰ বলচেভিক দলক নতুন ধৰণৰ সংগ্ৰামৰ বাবে প্ৰস্তুত কৰি তুলিলে। এতিয়া আৰু শান্তিপূৰ্ণ পথেৰে বিপ্লৱ ঘটোৱা, সমাজবাদৰ দিশত আগবঢ়াটো সম্ভৱপৰ নহ'ব। সেই সুযোগ জুলাইৰ প্ৰতিবিপ্লৱৰ পাছত শেষ হৈ গৈছে। এতিয়া কেৱলমাত্ৰ সশস্ত্ৰ অভ্যুত্থানৰ দ্বাৰা সৰ্বহাৰা শ্ৰেণীয়ে দেশৰ ৰাজনৈতিক ক্ষমতা কাঢ়ি লব লাগিব, সমাজবাদী বিপ্লৱ সংঘটিত কৰিব লাগিব। প্ৰতিবিপ্লৱৰ জৰিয়তে বুৰ্জোৱাহঁতে দেশৰ ক্ষমতা কবায়ত্ব কৰিছে, সামৰিক নেতাসকল আৰু অভিজাত জমিদাৰহঁতৰ লগত ঐক্যবদ্ধ হৈ সিহঁতে একপ্ৰকাৰ

সামৰিক একনায়কত্বৰ সূচনা কৰিছে। মানচেভিক আৰু চোচয়েল বিভলিউচনেৰী নেতৃত্বই এই জোটবন্ধনৰ লগত হাত মিলাবলৈ গৈ নিজে শক্তিহীন হৈ পৰিছে। তেওঁলোকৰ এই বিশ্বাসঘাতকতাই চভিয়েট অনুষ্ঠানবোৰকো চুইছেহি। এইবোৰত এতিয়াও তেওঁলোকেই সংখ্যাগৰিষ্ঠ হৈ থকাৰ বাবে চভিয়েটবোৰো অপ্রসাংগিক হৈ পৰিছে। এইবোৰ আৰু বিপ্লৱী জনতাৰ বিপ্লৱী সংগঠন হৈ থকা নাই বৰঞ্চ এইবোৰো কম-বেছি পৰিমাণে প্রতিবিপ্লৱৰ সহচৰহে হৈ পৰিছে। চভিয়েটবোৰৰ এনে পৰিস্থিতিৰ সলনি নোহোৱা পৰ্য্যন্ত, অর্থাৎ এইবোৰত বলচেভিক নিয়ন্ত্রণ কায়েম নোহোৱা পৰ্য্যন্ত, চভিয়েটৰ হাতলৈ ক্ষমতা হস্তান্তৰিত কৰিব লাগে বুলি দিয়া শ্লোগানৰো কোনো যুক্তি নাই। কিয়নো চভিয়েটৰ হাতলৈ ক্ষমতা আহিলেও এইবোৰে এতিয়া প্রতিবিপ্লৱৰ সহায়হে কৰিব। সেয়ে লেনিনে 'চভিয়েটৰ হাতলৈ সমগ্র ক্ষমতা' অনাৰ শ্লোগানটো উঠাই লবলৈ ক'লে। আৰু দলৰ কৰ্মীসকলক চভিয়েটৰ আগন্তুক নির্বাচনত সক্রিয় হৈ চভিয়েট নির্বাচনত সংখ্যাগৰিষ্ঠতা লাভ কৰিবলৈ ক'লে আৰু এনেদৰে আৰু ইয়াৰ লগে লগে সশস্ত্র অভ্যুত্থানৰ বাবে প্রস্তুতি চলাই যাবলৈ ক'লে।

বিপ্লৱৰ গতিপথে এক নতুন মোৰ ললে।

আনহাতে প্রতিবিপ্লৱী শিবিৰতো নিত্যনতুন সংকটে দেখা দিয়েই আছে। কেৰেনেস্কিয়ে তেওঁৰ মন্ত্রীসভাত কাডেট দলৰ অন্তর্ভুক্তিৰ বাবে অহৰহ চেষ্টা চলাই আছিল। কিন্তু কাডেট দলে বিপ্লৱীসকলৰ বিৰুদ্ধে অধিক কঠোৰ ব্যৱস্থা দাবী কৰি মন্ত্রীসভাত যোগদান দিবলৈ ৰাজী হোৱা নাছিল। এই প্রশ্নতে ২৩ তাৰিখৰ দিনা সেয়ে কেৰেনেস্কিয়ে পদত্যাগ কৰিলে। তেওঁ আৰু আন সমাজবাদী মন্ত্রীসকলে দৃঢ়ভাৱে বিশ্বাস কৰিছিল যে চৰকাৰত বুচ সম্পত্তিশালী শ্রেণীটোৱে ( বুচ বুর্জোৱাই ) যোগদান নকৰিলে এই চৰকাৰ কাৰ্য্যক্ষম হৈ নুঠিব আৰু দেশৰ সমস্যাবোৰ সমাধান কৰিব নোৱাৰিব। বলচেভিক বিপ্লৱৰ বিৰুদ্ধে ( তেওঁলোকৰ মতে ই আছিল নৈৰাজ্যবাদী ভাবুকি ) ৰাচিয়াৰ সকলো শ্রেণী ঐক্যবদ্ধভাৱে থিয় দিয়াটো প্রয়োজন।

কেৰেনেস্কিৰ পদত্যাগৰ লগে লগে শাসক গোষ্ঠীবোৰৰ মাজত হুলস্থুল লাগিল। চভিয়েটৰ ( শ্রমিক, সৈনিক আৰু কৃষক ) কাৰ্য্যকৰী সমিতিবোৰৰ বৈঠক আৰম্ভ হ'ল। এই বৈঠকে কেৰেনেস্কিক তেওঁ বিচৰা মতে মন্ত্রীসভা গঠন কৰি লবলৈ সম্পূর্ণ কর্তৃত্ব প্রদান কৰিলে। আনহাতে কাডেট দলেও অৱস্থা দেখি মন্ত্রীসভাত কেৰেনেস্কিৰ নির্বাচিত দুজন প্রতিনিধি তেওঁলোকৰ ফালৰ পৰা দিবলৈ সম্মত হ'ল। এনে অৱস্থাত আৰু মন্ত্রীসভাত যোগ নিদিওঁ নথওঁ কৰি থাকিলে ক'ৰবাত হিতে বিপৰীতহে হ'বগৈ। চৰকাৰৰ পতন ঘটিলে বিপ্লৱ আৰম্ভও হৈ যাব পাৰে। সেয়ে বুর্জোৱা, সমাজবাদী সকলোকে সামৰি কেৰেনেস্কিয়ে এইবাৰ নতুন মন্ত্রীসভা গঠন কৰিলে।

এই পৰিস্থিতিতেই জুলাই মাহৰ ২৭ তাৰিখে ৰুচ সমাজ-গণতান্ত্রিক শ্রমিক দল ( বলচেভিকৰ ) ষষ্ঠ মহাসভা বা কংগ্রেছ অনুষ্ঠিত হ'ল।

# ৬

## ৰাচিয়াত বুর্জোৱা উদাৰনৈতিক চিন্তাধাৰা আৰু ইয়াৰ পৰিণতি



● ৰাচিয়াত উদাৰনৈতিক চিন্তাধাৰাৰ বিকাশৰ ইতিহাস ● উদাৰনীতিবাদৰ দুৰ্বলতা ● মস্কো বিশ্ববিদ্যালয়ৰ উদাৰনৈতিক অধ্যাপক চক্ৰ ● অধ্যাপক কাভালোভস্কি আৰু ইতিহাস চৰ্চা ● অধ্যাপক য়ানথুল আৰু ৰাষ্ট্ৰকৃত সমাজবাদৰ দৰ্শন ● অধ্যাপক চুপৰভ আৰু অৰ্থনৈতিক বিশ্লেষণৰ আৰম্ভণি ● চেণ্ট পিটাৰ্চবাৰ্গৰ লিবাৰেল বুদ্ধিজীৱী চক্ৰ ● উদাৰনৈতিক চিন্তাধাৰাৰ বিভিন্ন ধাৰা ● উদাৰনৈতিক বুৰ্জোৱাৰ ৰাজনৈতিক সংগঠন কনষ্টিটিউচনেল ডেমক্ৰেট—কাডেট দল ● উদাৰনীতিবাদৰ ৰাজনৈতিক-সামাজিক ভূমিকা।

এই অধ্যায়টো লেখোতে সহায়কোৱা গ্রন্থপঞ্জী :


(১) Anikin, Andrei—Russian Thinkers—Essays on socio-economic thoughts in the 18th and 19th centuries, Progress Publishers. 1988 pp 195—207 & 69—87.

(২) Reed, John—Ten days that shock the world. Progress Publishers, Moscow.

(3) Dictionary of Philosophy, Progress Publishers, Moscow 1984.

ৰাচিয়াৰ লিবাৰেল চিন্তাধাৰাৰ বিকাশৰ কথা নজনাকৈ ৰুচ বিপ্লৱৰ ইতিহাস সম্পূৰ্ণ নহয়।

ঊনবিংশ শতিকাৰ আগভাগৰ পৰাই ৰাচিয়াত লিবাৰেল ৰাজনৈতিক আৰু সামাজিক ভাবাদৰ্শই শক্তিশালীভাৱে আত্মপ্ৰকাশ কৰে। ইয়াত দুটা প্ৰধান ধাৰাই বিকাশ লাভ কৰা দেখা যায়।

প্ৰথম পৰ্যায়ত এই লিবাৰেলিজম বা উদাৰনৈতিকতাবাদ অভিজাত সমাজৰ মাজত গঢ় লৈ উঠা বাবে ইয়াক অভিজাত উদাৰনৈতিকতাবাদো বোলা হয়। ৰাচিয়াৰ অভিজাতসকলেই আছিল ঊনবিংশ শতিকাৰ আগভাগত সমাজৰ উচ্চশিক্ষিত শ্ৰেণী আৰু সেয়ে স্বাভাৱিকতেই তেওঁলোকৰ মাজতেই এনে চিন্তাই প্ৰথমে পোখা মেলিছিল। পশ্চিমৰ বিভিন্ন সামাজিক, ৰাজনৈতিক আৰু দাৰ্শনিক চিন্তাৰ সংস্পৰ্শলৈ অহাৰ পাছত তেওঁলোকৰ মাজৰ এচামে নিজৰ দেশৰ সমাজখনক নকৈ চাবলৈ শিকিছিল। ৰাচিয়াৰ পশ্চাৎপদতা, দাৰিদ্ৰ্য আৰু নানান সমস্যাৰ কাৰণ অনুসন্ধান কৰিবলৈ গৈ তেওঁলোকে দেখিছিল যে এই সকলোবোৰৰ মূল হ'ল ৰাচিয়াত প্ৰচলিত অত্যাচাৰী ভূমিদাস (চাৰ্ফ) প্ৰথা। এই প্ৰথাই ব্যাপক কৃষক সমাজখনক শোষণ নিষ্পেষণৰে ৰিক্ত কৰি দেশৰ সৃষ্টিশীল সম্ভাৱনা আৰু প্ৰগতিৰ পথ ৰুদ্ধ কৰি তুলিছিল। সেয়ে প্ৰথমে তেওঁলোকে দেশত প্ৰচলিত এই চাৰ্ফ বা ভূমিদাস প্ৰথাৰ বিৰুদ্ধাচৰণ আৰম্ভ কৰে। এই বিষয়ে প্ৰথম খণ্ডৰ আলোচনাত ইতিমধ্যে বহু প্ৰসংগ আৰু ঘটনা আলচ কৰি অহা হৈছেই। কিন্তু ভূমিদাস প্ৰথাৰ বিলোপ সাধন কৰিবলৈ গৈ তেওঁলোকে দেখে যে এই দুৰ্বহ সামন্ত প্ৰথাৰ মূল ৰক্ষক হ'ল জাৰ স্বৈৰতন্ত্ৰ। ফলত স্বাভাৱিকতেই তেওঁলোকে স্বৈৰতন্ত্ৰৰ বিৰোধিতাও আৰম্ভ কৰিলে।

সমাজত বুৰ্জোৱা উপাদানবোৰ শক্তিশালী হৈ উঠাৰ লগে লগে উদাৰনৈতিকতাবাদৰ দ্বিতীয়টো পৰ্যায় আৰম্ভ হ'ল। ই হ'ল বুৰ্জোৱা উদাৰনৈতিকতাবাদৰ পৰ্যায়। এওঁলোকেও ভূমিদাস প্ৰথা আৰু জাৰ স্বৈৰতন্ত্ৰৰ বিৰোধিতা কৰি প্ৰথমে এক প্ৰকাৰ দয়ালু জাৰশাসন আৰু ক্ৰমে সাংবিধানিক ৰাজতন্ত্ৰৰ ফালে ঢাল খালে। পিছলৈ ক্ৰমে এওঁলোকে প্ৰজাতন্ত্ৰী শাসনব্যৱস্থাৰ প্ৰতি আকৰ্ষিত হ'ল। সামন্ততন্ত্ৰৰ অৱসানৰ লগতে সমাজত বুৰ্জোৱা গণতান্ত্ৰিক অনুষ্ঠান আৰু স্বাধীনতাবোৰ প্ৰতিষ্ঠাৰ বাবে এওঁলোকে কামকাজ আৰম্ভ কৰিলে।

প্ৰথম পৰ্যায়ৰ উদাৰনৈতিকতাবাদৰ পৰা ক্ৰমে এটা ধাৰা নাৰডনিক মতাদৰ্শ আৰু দ্বিতীয়টো পৰ্যায়ৰ পৰা বুৰ্জোৱা শ্ৰেণীৰ দল কাডেট পাৰ্টিৰ প্ৰতি ঢাল খাবলৈ আৰম্ভ কৰিলে।

বুৰ্জোৱা উদাৰনৈতিক চিন্তাধাৰাৰ যেতিয়ালৈকে সামন্তবাদ আৰু স্বৈৰতন্ত্ৰ-বিৰোধী ভূমিকা আছিল, তেতিয়ালৈকে ই প্ৰগতিশীল হৈয়েই আছিল। কিন্তু

জাৰতন্ত্ৰৰ উৎখাতৰ পাছত ই ক্ৰমে জনগণৰ বৈপ্লৱিক জাগৰণৰ বিৰুদ্ধাচাৰণ কৰি এক প্ৰতিক্ৰিয়াশীল মতাদৰ্শলৈ ৰূপান্তৰিত হয়গৈ।

এই বুৰ্জোৱা লিবাৰেলিজমৰ কেতবোৰ প্ৰধান দুৰ্বলতা আছিল। মূলতে ই সংস্কাৰধৰ্মী চিন্তা আছিল, কিন্তু সংস্কাৰৰ প্ৰশ্নতো ইয়াৰ প্ৰবক্তাসকলে সততে কৰ্তৃপক্ষৰ ওচৰত আত্মসমৰ্পণ কৰিছিল, আপোচ কৰিছিল। দোদুল্যমানতা তেওঁলোকৰ এক সাধাৰণ চৰিত্ৰ আছিল আৰু ইয়াৰ মূল কাৰণ আছিল জনগণৰ গণজাগৰণ আৰু বিপ্লৱী কামকাজ সম্পৰ্কে তেওঁলোকৰ মনৰ মাজত থকা সহজাত আশংকা আৰু অবিশ্বাস। উদাৰনৈতিকবাদে কেতিয়াও বিপ্লৱ নিবিচাৰে, প্ৰচলিত সমাজব্যৱস্থাটো ধ্বংস হৈ যোৱাটো নিবিচাৰে, তেওঁলোকে মাত্ৰ এই সমাজব্যৱস্থাৰ মাজত বিভিন্ন সংস্কাৰৰ জৰিয়তে জনগণৰ কিছু মঙ্গলসাধনৰ লগতে নিজৰ সামাজিক অৱস্থান টনকিয়াল কৰাটো বিচাৰে। যিকোনো বিপ্লৱী গণতান্ত্ৰিক ভাবাদৰ্শ আৰু সমাজবাদী চিন্তাক সেয়ে তেওঁলোকে বিৰোধিতা কৰে, আৰু যিকোনো বৈপ্লৱিক সংগ্ৰামী পথকে পৰিহাৰ কৰি চলে। এই উদাৰনৈতিক নেতাসকল আছিল বুৰ্জোৱা যুগৰ লোক—বুৰ্জোৱা শ্ৰেণী-স্বাৰ্থৰ প্ৰতিনিধি।

এওঁলোকে ৰাচিয়াৰ বুকুলৈ যি নতুন ভাবনা-চিন্তাৰ বীজ কঢ়িয়াই আনিছিল, সি কিন্তু ৰাচিয়াত বিপ্লৱী চেতনা বিকশিত হোৱাত প্ৰভূত সহায় কৰিছিল। এওঁলোক জাৰ স্বৈৰতন্ত্ৰৰ হাতত নিগৃহিতো হৈছিল। চৰকাৰে বহুতকে পদচ্যুত কৰিছিল, আটক কৰি ফাটেকলৈ পঠিয়াইছিল, নিৰ্বাসন দিছিল।

এই বুৰ্জোৱা লিবাৰেল চিন্তাধাৰা বিকাশৰ মূল ঘাটিবোৰ আছিল ৰাচিয়াৰ বিশ্ববিদ্যালয়সমূহ। ইয়াৰ অধ্যাপকসকলেই এনে চিন্তাধাৰাৰ প্ৰথম বাহক আছিল। মস্কো, চেণ্ট পিটাৰ্চবাৰ্গ, কাজান আদি বিশ্ববিদ্যালয় ছাত্ৰসমাজৰ বিভিন্ন বিপ্লৱী চিন্তাধাৰা আৰু লিবাৰেল ভাবাদৰ্শৰ কেন্দ্ৰবিন্দু হৈ পৰিছিল। বিশ্ববিদ্যালয়ৰ এই বুদ্ধিজীৱীসকলে এনেধৰণৰ ভাবনা-চিন্তাৰ লগতে নিজৰ কণ্টকৰ সামাজিক গৱেষণা, বিশ্লেষণ আৰু উদ্ভাৱনৰ জৰিয়তে সমগ্ৰ ৰাচিয়াৰ ভাবনা-চিন্তা আৰু সামাজিক চেতনাক আগবঢ়াই লৈ গৈছিল। নিজা নিজা বিষয়ত তেওঁলোকে প্ৰচুৰ মৌলিক অৱদানেৰে ৰাচিয়াক আন্তৰ্জাতিক ক্ষেত্ৰত এক সম্মানৰ আসন দিবলৈ সক্ষম হৈছিল।

আমি এনে কেইজনমান বুদ্ধিজীৱী আৰু তেওঁলোকৰ কামকাজ সম্পৰ্কে এইবাৰ এক চমু আলোচনা কৰোহঁক।

মস্কো বিশ্ববিদ্যালয়ত ১৮৪০-৫০ চনৰ পৰাই এচাম তৰুণ বুদ্ধিজীৱীৰ চেষ্টাত বুৰ্জোৱা উদাৰনৈতিক চিন্তাচৰ্চাই গা কৰি উঠে। সমাজ সংস্কাৰৰ পৃষ্ঠপোষকতা কৰাৰ লগে লগে তেওঁলোকে বিশ্ববিদ্যালয়ৰ ছাত্ৰসমাজৰ ওপৰত বিপ্লৱী কামকাজৰ বাবে বা সাধাৰণ ৰাজনৈতিক কামকাজৰ বাবে জাৰ চৰকাৰে

যোৱা নিৰ্বাচনকো বিৰোধিতা কৰা আৰম্ভ কৰে। জাৰতন্ত্ৰৰ প্ৰতিক্ৰিয়াৰ লেখকাৰ সময়বোৰতো তেওঁলোকে বিশ্ববিদ্যালয়বোৰকে প্ৰতিবাদৰ একমাত্ৰ কেন্দ্ৰ হিচাপে জীয়াই ৰাখে। মস্কো বিশ্ববিদ্যালয়ৰ এই বুদ্ধিজীৱীসকলৰ মাজত বিভিন্ন ধৰণৰ, বিভিন্ন পৰ্যায়ৰ জনপ্ৰিয়তাবাদী—পপুলিষ্ট ৰাজনৈতিক ভাবাদৰ্শয়ো গা কৰি উঠে। এনে বুদ্ধিজীৱীসকলৰ মাজৰ এজন প্ৰধান লোক আছিল আইভান. কে. ৰেৰণ্ট। তেওঁ জাৰ স্বৈৰতন্ত্ৰৰ বিৰোধিতা কৰিছিল আৰু ক্ৰমে ৰাওঁপন্থী উদাৰনৈতিকতাবাদৰ ফালে ঢাল খাইছিল। মাৰ্ক্সৰ চিন্তাধাৰাৰ আলোকতো তেওঁ কামকাজ আৰম্ভ কৰিছিল।

আন এজন প্ৰধান বুদ্ধিজীৱী আছিল ঐতিহাসিক কাভালোভস্কি। এওঁ ৰুচ ইতিহাস অধ্যয়ন আৰু প্ৰণয়নৰ ক্ষেত্ৰত গুৰুত্বপূৰ্ণ কামকাজ কৰিছিল। মস্কো বিশ্ববিদ্যালয়ৰ অতি জনপ্ৰিয় আৰু সম্মানিত এই অধ্যাপক গৰাকীয়ে ছাত্ৰসকলৰ মাজত ন ন সামাজিক ভাবাদৰ্শ, উদাৰনৈতিকতাবাদৰ দৰ্শন আৰু লগতে জাৰ স্বৈৰতন্ত্ৰৰ বিৰোধিতাৰ বীজ ৰোপণ কৰিছিল। ইয়াৰ বাবে তেওঁ চৰকাৰৰ চকুৰ কুটা দাঁতৰ শাল হৈ পৰিছিল। অৱশেষত জাৰ চৰকাৰৰ শিক্ষামন্ত্ৰীজনে নিজে তেওঁক বিশ্ববিদ্যালয়ৰ পৰা বৰ্খাস্ত কৰাৰ হুকুম দিছিল। বিশ্ববিদ্যালয়ৰ কৰ্তৃপক্ষই যেতিয়া তেওঁৰ অসামান্য মেধা আৰু গুৰুত্বপূৰ্ণ গৱেষণামূলক কামকাজৰ কথা কৈ মন্ত্ৰীজনক এই আদেশ পুনৰ বিবেচনা কৰিবলৈ প্ৰাৰ্থনা জনাইছিল, তেতিয়া শিক্ষামন্ত্ৰীয়ে উত্তৰ দিছিল, "বিশ্ববিদ্যালয়ৰ বিভাগবোৰত কোমলমতীয়া ল'ৰাহঁতৰ মূৰত বিপদজনক দুৰ্নীতিৰ ধাৰণা সুমুৱাই দিয়া অতি ক্ষুৰধাৰ মেধাৰ লোকতকৈ সদায় সাধাৰণ মেধাৰ প্ৰবক্তা থকাতো বেছি ভাল।" ইয়াৰ পাছতে শিক্ষামন্ত্ৰীয়ে কাভালোভস্কিক বৰ্খাস্ত কৰে।

আন এজন বিখ্যাত অধ্যাপক আছিল আইভান আইভানভিচ্ য়ানঝুল। তেওঁ এক নতুন চিন্তাধাৰা দাঙি ধৰিছিল, ই আছিল "ৰাষ্ট্ৰকৃত সমাজবাদৰ—State Socialism চিন্তা। এই চিন্তাধাৰা মতে ৰাষ্ট্ৰই নিজৰ ফালৰ পৰা বৃহৎ পৰিসৰৰ আৰু আমূল সংস্কাৰৰ কামকাজ আৰম্ভ কৰি প্ৰজাৰ দুখ-দুৰ্দশা উপশমৰ লগতে সামাজিক সমতাৰো সূচনা কৰিব পাৰে। এই উদ্দেশ্যৰেই তেওঁৰ উদ্যোগত ৰাচিয়াত পোনপ্ৰথমবাৰৰ বাবে চৰকাৰী কাৰখানা পৰিদৰ্শন সমিতি গঢ়ি উঠিছিল। সেই সময়ত ৰাচিয়াৰ কাৰখানা-বোৰত শ্ৰমিকসকলে অত্যন্ত অস্বাস্থ্যকৰ পৰিবেশত দিনে ১৫-১৭ ঘণ্টা পৰ্যন্ত কাম কৰিছিল। কিন্তু চৰকাৰী সমিতিৰ কামকাজত এহাতে কাৰখানা মালিক-সকলে প্ৰচণ্ড বাধা দিলে আৰু আনহাতে চৰকাৰী বিষয়াসকলেও দেখুৱালে চৰম উদাসীনতা। ফলত কাৰখানা সংস্কাৰৰ প্ৰথমটো প্ৰচেষ্টা আৰু ৰাষ্ট্ৰৰ দ্বাৰা সমাজবাদ প্ৰতিষ্ঠাৰ আশা কলিতে নিৰ্মূল হ'ল। এই বিফলতা সত্ত্বেও

কিন্তু চায়ানভৰ অৱদানৰ গুৰুত্ব নাইকিয়া হৈ নগ'ল। ৰাষ্ট্ৰৰ দ্বাৰা সমাজবাদ প্ৰতিষ্ঠাৰ তথ্য নিৰ্ণয় কৰিবলৈ যাওঁতে তেওঁ যি গৱেষণা আৰম্ভ কৰিছিল, সিয়েই ৰাচিয়াত আধুনিক অৰ্থনীতি বিজ্ঞানৰ ভেটি তৈয়াৰ কৰিছিল।

মস্কো বিশ্ববিদ্যালয়ৰ আন দুজন বিখ্যাত লিবাৰেল বুদ্ধিজীৱী আছিল চুপৰভ দ্বয়। এওঁলোক আছিল পিতা পুত্ৰ। পিতাক আলেকজেণ্ডাৰ আইভানভিচ্ চুপৰভ আছিল এজন অৰ্থনীতিবিদ। ৰাচিয়াৰ ৰেল ব্যৱস্থাৰ ওপৰত তেওঁৰ গৱেষণাৰ ফলস্বৰূপে অৰ্থনীতি বিজ্ঞানৰ এটা বিশেষ শাখা 'যাতায়াত অৰ্থনীতি'ৰ বুনিয়াদ গঢ় লৈ উঠিছিল। তেওঁৰ এই গৱেষণাৰ তথ্য কাৰ্ল মাৰ্ক্সেও তেওঁৰ বিখ্যাত 'কেপিটেল' গ্ৰন্থৰ দ্বিতীয় খণ্ডত ব্যাপকভাৱে ব্যৱহাৰ কৰিছিল। ৰাচিয়াত জাৰ আমোলত গ্ৰামীন সমাজৰ অৰ্থনৈতিক আৰু ৰাজনৈতিক পৰিচালনাৰ বাবে জেমস্টভ' বোলা যিবোৰ সংস্থা গঠিত হৈছিল, এইবোৰৰ অৰ্থনীতি, বিশেষকৈ পৰিসংখ্যাগত তথ্য সংগ্ৰহ আৰু ৰেকৰ্ডৰ এক সুন্দৰ ব্যৱস্থা চুপৰভৰ তত্বাৱধানতে গঢ় উঠিছিল। এই পৰিসংখ্যাগত তথ্যবোৰ ইমানেই গুৰুত্বপূৰ্ণ আছিল যে লেনিনে কৃষিসমস্যা সম্পৰ্কে লেখা নিজৰ প্ৰবন্ধবোৰত এই জেমস্টভ পৰিসংখ্যা বোৰকে ভিত্তি হিচাপে গ্ৰহণ কৰিছিল।

অধ্যাপক চুপৰভ নিজে কোনো বিপ্লৱী চিন্তাধাৰাৰ লোক নাছিল। কিন্তু তেওঁ আছিল এজন অত্যন্ত সৎ, কষ্টসহিষ্ণু আৰু ন্যায়নিষ্ঠ বুদ্ধিজীৱী। যিকোনো সামাজিক, ৰাজনৈতিক অন্যায়ৰ বিৰুদ্ধে তেওঁ মাত মাতিবলৈ ভয় নকৰিছিল। বিশ্ববিদ্যালয়ত চৰকাৰী কৰ্তৃপক্ষই ছাত্ৰসকলৰ ওপৰত চলোৱা নিৰ্যাতনৰ তেওঁ প্ৰতিবাদ কৰিছিল আৰু একেদৰেই তেওঁ প্ৰধানমন্ত্ৰী ষ্টোলিপিনৰ উদ্যোগত প্ৰচণ্ড দমননীতিৰে দেশৰ কৃষিত বুৰ্জোৱা সংস্কাৰ ঘটাব খোজা প্ৰচেষ্টাৰো কটু সমালোচনা কৰিছিল। এই সংস্কাৰৰ অন্তঃসাৰশূন্যতাৰ বিষয়ে তেওঁ বিভিন্ন পত্ৰ পত্ৰিকাত মুকলিকৈ লেখিছিল। তেওঁ এই সংস্কাৰক বিৰোধিতা কৰাৰ মূল কাৰণ আছিল যে ই ৰাচিয়াৰ গাওঁ অঞ্চলৰ সামূহিক কামকাজৰ সংগঠন স্বৰূপ কমিউন ব্যৱস্থা ভাঙি পেলাইছিল। এই দিশৰ পৰা তেওঁৰ চিন্তা সমাজবাদীসকলতকৈ ইউটোপিয়ান নাৰডনিক চিন্তাধাৰাৰ অধিক সগোত্ৰীয় আছিল। মাৰ্ক্সবাদ সম্পৰ্কে তেওঁৰ প্ৰচণ্ড আগ্ৰহ আৰু শ্ৰদ্ধা আছিল। কিন্তু মাৰ্ক্সবাদৰ বিপ্লৱী সাৰমৰ্ম তেওঁ বুজিব পৰা নাছিল। তেওঁ ইয়াক একপ্ৰকাৰ ট্ৰেড ইউনিয়নবাদৰ নিচিনা বস্তু বুলিহে ভাবিছিল। যি নহওক, নিজৰ প্ৰচণ্ড মেধা, সততা, সাহস আৰু গৱেষণাৰে এই লিবাৰেল বুদ্ধিজীৱীজনে ৰাচিয়াৰ উচ্চশিক্ষিত এটা প্ৰজন্মক অনুপ্ৰাণিত কৰি যাবলৈ সক্ষম হৈছিল।

তেওঁৰ পুত্ৰ, এওঁ চুপৰভো মস্কো বিশ্ববিদ্যালয়ৰ এজন আগশাৰীৰ বুদ্ধিজীৱী অধ্যাপক আছিল। তেওঁ মাৰ্ক্সবাদী চিন্তাক অধিক গভীৰভাৱে গ্ৰহণ কৰিছিল যদিও তেওঁ 'আইনী মাৰ্ক্সবাদ' আৰু যৌথিক কচৰতৰ ভিতৰতেই

পৰিলক্ষিত হৈ পৰিছিল। হয়তো এইক্ষেত্ৰত এই বুদ্ধিজীৱীসকলৰ শ্ৰেণীগত অৱস্থান আৰু উদাৰনৈতিক চিন্তাচৰ্চাৰ ধাৰাই মাৰ্ক্সবাদৰ বিপ্লৱী সত্তা গ্ৰহণ কৰাৰ বাটত প্ৰতিবন্ধক হৈ পৰিছিল।

মস্কো বিশ্ববিদ্যালয়ৰ দৰে ৰাজধানী ছেণ্ট পিটাৰ্চবাৰ্গ বিশ্ববিদ্যালয়তো এটা উদাৰনৈতিক বুদ্ধিজীৱী চক্ৰ গঢ়ি উঠিছিল। ইয়াতো কেবাজন অধ্যাপকেই আগভাগ লৈছিল। ৰাজধানীত থকাবাবেই বোধকৰো এই অধ্যাপকসকলৰ শাসক গোষ্ঠীৰ লগত প্ৰত্যক্ষ সম্বন্ধও আছিল। এওঁলোকৰ বেছিভাগেই বিভিন্ন সময়ত নানান ৰাজকীয় সমিতি, কমিচন আদিৰ সদস্য আছিল আৰু দেশৰ সম্মানিত 'একাডেমী'ৰো' সদস্য আছিল। তথাপিও এওঁলোকৰ মাজতো উদাৰনৈতিক চিন্তাধাৰাই বাৰুকৈয়ে গঢ় লৈ উঠিছিল। বেছিভাগ ক্ষেত্ৰত এওঁলোক অৱশ্যে চৰকাৰৰ বিশ্বস্ত লোক আছিল আৰু এওঁলোকৰ উদাৰনৈতিক চিন্তাচৰ্চাও চৰকাৰী পৰিসীমাৰ পৰা বৰ বেছি আগ নাবাঢ়িছিল। বুৰ্জোৱা গণতান্ত্ৰিক বিকাশক এওঁলোকে সমৰ্থন কৰিছিল আৰু বৃহৎ ভূস্বামীসকলৰ বৃহৎ খাত-পাম জমিদাৰীবোৰেও অত্যাধুনিক পদ্ধতিৰে পুঁজিবাদী কৃষিপাম গঢ়ি তোলাৰ জৰিয়তে দেশৰ উন্নতিৰ সপোন দেখিছিল। মস্কো বিশ্ববিদ্যালয়ৰ তুলনাত এওঁলোকৰ মাজত কৃষিবিপ্লৱ, কমিউন প্ৰীতি আৰু নাৰডনিক চিন্তাধাৰাৰ প্ৰাবল্য কম আছিল। এওঁলোক আছিল জাতেপাতে বুৰ্জোৱা অৰ্থনীতি আৰু মূল্যবোধৰ প্ৰবক্তা। অধ্যাপক ভ্লাদিমিৰ পাভলোভিচ্, অধ্যাপক বেজব্ৰাজভ্, লামনেস্কি, বেইটাৰ্ন আদি এনে বুদ্ধিজীৱী আছিল। ইয়াৰ বাহিৰেও কিয়েভ, কাজান আদি বিশ্ববিদ্যালয়তো বুদ্ধিজীৱীসকলৰ মাজত উদাৰনীতিবাদ শক্তিশালী হৈ উঠিছিল।

উদাৰনীতিবাদ সম্পূৰ্ণভাৱে আছিল এটা বুৰ্জোৱা মতাদৰ্শ। দেশৰ ব্যাপক ছাত্ৰসমাজ আৰু বুদ্ধিজীৱীসকলৰ মাজত স্বাভাৱিকতেই সামন্তবাদ আৰু স্বৈৰতন্ত্ৰ বিৰোধী এই দৰ্শন জনপ্ৰিয় হৈ উঠিছিল। নাৰডনিক চিন্তাচৰ্চাৰ লগত ইয়াৰ আপাত বিৰোধ থাকিলেও দুইটাৰ অৱস্থান কিছু কিছু প্ৰায়ত একাকাৰ হৈয়ো পৰিছিল। স্বাভাৱিকতেই পশ্চাৎপদ ৰাছিয়াৰ দুৰ্বল বুৰ্জোৱাৰ এই উদাৰনীতিবাদ বিপ্লৱী চিন্তাধাৰা আৰু শ্ৰমিক মতাদৰ্শ মাৰ্ক্সবাদৰ বিৰোধী আছিল। বিকাশৰ বিভিন্ন পৰ্যায়ত মাৰ্ক্সবাদীসকলে অৰ্থনীতিবাদী, আইনী মাৰ্ক্সবাদী আদি বিভিন্ন ৰূপত আত্মপ্ৰকাশ কৰা এনে উদাৰনৈতিক বুৰ্জোৱা চিন্তাধাৰাৰ বিৰুদ্ধে মতাদৰ্শগত সংগ্ৰাম কৰি আহিবলগীয়া হৈছিল।

উদাৰনৈতিকসকলৰ নিজৰ মাজতো বিভিন্ন ধাৰা আছিল। সকলোৱে সামন্তীয় ভূমিদাস প্ৰথা আৰু স্বৈৰতন্ত্ৰৰ অৱসান ঘটাই দেশৰ বুৰ্জোৱা বিকাশৰ বাট মুকলি হোৱাটো সাধাৰণভাৱে বিচাৰিছিল যদিও ইয়াৰ পন্থা সম্পৰ্কে প্ৰচুৰ মতবিৰোধ আছিল। এই বিৰোধ প্ৰকট হৈ পৰিছিল ৰাজতন্ত্ৰ সম্পৰ্কে

তেওঁলোকে পোষণ কৰা মতবাদৰ পৰা। সোঁপন্থী, লিবাৰেলসকলে জাৰৰ শাসন বজাই ৰাখি সিংহাসনৰ পৰা এলানি সংস্কাৰৰ সূত্ৰপাত ঘটাব বিচাৰিছিল। জাৰতন্ত্ৰক এওঁলোকে মূলতে বিৰোধিতা কৰা নাছিল, কেৱল বাঞ্ছা কৰিছিল এজন সজ্জন, দয়ালু, সংস্কাৰমুখী প্ৰগতিশীল জাৰৰ। এই গোটটো পাছলৈ গৈ ৰাজতন্ত্ৰবাদী, অক্টোবৰিষ্ট আদি বিভিন্ন সোঁপন্থী ৰাজনৈতিক গোটৰ লগত মিলি পৰিছিলগৈ।

আনহাতে বেছিভাগ উদাৰতন্ত্ৰীয়ে দেশত এক সাংবিধানিক ৰাজতন্ত্ৰৰ সমৰ্থন কৰিছিল। ইংলেণ্ডৰ আৰ্হিত, জাৰক কেন্দ্ৰ কৰিয়েই অথচ সাংবিধানিক বাধ্যবাধকতাৰ দ্বাৰা জাৰতন্ত্ৰৰ একচ্ছত্ৰী ক্ষমতা আৰু অৱস্থান নিয়ন্ত্ৰণ কৰি দেশত এক গণতান্ত্ৰিক শাসনব্যৱস্থা গঢ়ি তোলাৰ তেওঁলোক পক্ষপাতী আছিল। লিবাৰেলসকলৰ বেছিভাগৰ মনতেই এই ধাৰণা আটাইতকৈ শক্তিশালী আছিল। আৰু এওঁলোকৰ বেছিভাগেই প্ৰথমছোৱাত ৰুচ বুৰ্জোৱাৰ প্ৰধান ৰাজনৈতিক দল কাডেট ( কন্‌ষ্টিটিউচনেল ডেমক্ৰেট ) দলৰ লগত মিলি পৰিছিল। এওঁলোকৰ মাজতেই এটা ধাৰা আছিল যিটোক ৰেডিকেল উদাৰনৈতিক ধাৰা বুলি কোৱা হৈছিল। এওঁলোকে জাৰতন্ত্ৰৰ উৎখাত আৰু প্ৰজাতন্ত্ৰৰ প্ৰতিষ্ঠা বিচাৰিছিল। দেশৰ মূল-শিল্পউদ্যোগ আৰু বেংক ব্যৱস্থাৰ ৰাষ্ট্ৰীয়কৰণ দাবী কৰিছিল ( এই ব্যৱস্থাবোৰে দৰাচলতে বুৰ্জোৱা বিকাশৰ সহায়কহে হ'ব পাৰে যেনেদৰে হৈছে বৰ্তমান ভাৰতবৰ্ষত )। দেশত বিপ্লৱী পৰিস্থিতি বাঢ়ি অহাৰ লগে লগে ; সামন্তীয় জমিদাৰ, স্বৈৰতান্ত্ৰিক আমোলাতন্ত্ৰ আৰু জাৰ প্ৰশাসনৰ বিৰুদ্ধে জনতাৰ বিক্ষোভ বাঢ়ি অহাৰ লগে লগে কাডেট দলৰ মাজত এই ৰেডিকেল লিবাৰেলসকলৰ প্ৰাধান্য বাঢ়ি আহিছিল আৰু আগেয়ে সাংবিধানিক ৰাজতন্ত্ৰৰ প্ৰতি সমৰ্থন জনোৱা উদাৰনৈতিকসকলো প্ৰজাতন্ত্ৰী হৈ পৰিবলৈ আৰম্ভ কৰিছিল।

এইখিনিতে ৰাচিয়াৰ কনষ্টিটিউচনেল ডেমক্ৰেট দল, চমুকৈ কাডেট দলৰ বিষয়ে সামান্য আলোচনা কৰাটো ভাল হ'ব।

এই দল আছিল ৰাচিয়াৰ উদাৰনৈতিক বুৰ্জোৱা শ্ৰেণীৰ প্ৰধান ৰাজনৈতিক দল। ১৯০৫ চনত, প্ৰথম বিপ্লৱৰ পাছৰ সংস্কাৰত যেতিয়া ডুমাৰ নিৰ্বাচন পাতি ৰাজনৈতিক দলবোৰক প্ৰতিদ্বন্দ্বিতা কৰিবলৈ সুবিধা দিয়া হ'ল, তেতিয়াই এই দলটো গঠিত হয়। ৰুচ উদাৰনৈতিক শিবিৰত ৰাজতন্ত্ৰীৰ পৰা প্ৰজাতন্ত্ৰীলৈকে থকা সমগ্ৰ ৰাজনৈতিক মতবাদৰ লোকে এই দলৰ মাজত ঠাই পাইছিল। প্ৰথমছোৱাত সাংবিধানিক ৰাজতন্ত্ৰৰ সমৰ্থকসকলৰ প্ৰাধান্য আছিল যদিও বিপ্লৱী পৰিস্থিতিৰ বিকাশ হৈ অহাৰ লগে লগে দলৰ মাজত প্ৰজাতন্ত্ৰীসকলৰ শক্তি বাঢ়ি আহে ; অৱশ্যে শেষলৈকে বহুৱে সাংবিধানিক ৰাজতন্ত্ৰহে সমৰ্থন কৰিছিল।

কাডেট দলে প্ৰথম অস্থায়ী চৰকাৰত অংশগ্ৰহণ কৰে আৰু প্ৰথমৰ পৰাই সাম্ৰাজ্যবাদী প্ৰথম মহাসমৰত মিত্ৰশক্তিৰ যুদ্ধৰ লক্ষ্যৰ লগত নিজকে সাঙুৰি পেলায়। যুদ্ধৰ প্ৰশ্নটো লৈয়েই সম্ৰাজ্যবাদীসকলৰ লগত বিশেষকৈ বলচেভিক দলৰ লগত প্ৰচণ্ড বিৰোধ আৰম্ভ হয়। তেওঁলোকে আনকি মানচেভিক আৰু চচিয়েল ৰিভলিউচনেৰীসকলৰ শান্তি প্ৰস্তাৱৰো ঘোৰ বিৰোধিতা কৰিছিল। ৰুচ সেনাবাহিনীৰ কটকটীয়া শৃংখলা প্ৰৱৰ্তন তথা ৰাজনৈতিক কাম কাজ বন্ধ কৰা, শ্ৰমিক অশান্তি আৰু বিক্ষোভ কঠোৰ হাতেৰে দমন কৰা, গাঁও অঞ্চলত খেতিয়কৰ বিদ্ৰোহ দমন কৰা আৰু বিভিন্ন জাতিসত্তাৰ স্বায়ত্তশাসনৰ অধিকাৰৰ বিৰোধিতা কৰাৰ নীতি তেওঁলোকে গ্ৰহণ কৰিছিল। ৰুচ জাতীয়তাবাদ আছিল তেওঁলোকৰ এপাট প্ৰধান অস্ত্ৰ। জাতীয়তাবাদ আৰু দেশপ্ৰেমৰ দোহাই দিয়েই তেওঁলোকে এই নীতিবোৰৰ পৃষ্ঠপোষকতা কৰিছিল।

ফেব্ৰুৱাৰী গণতান্ত্ৰিক বিপ্লৱৰ আগৰ কালছোৱাত তেওঁলোকৰ গণতান্ত্ৰিক আৰু সংগ্ৰামী ভূমিকা বেছ শক্তিশালী আছিল। বিভিন্ন দোদুল্যমানতা সত্বেও তেওঁলোকে জাৰ স্বৈৰতন্ত্ৰৰ বিৰুদ্ধে সংগ্ৰামী ভূমিকা গ্ৰহণ কৰিছিল আৰু ইয়াৰ বাবে জাৰ প্ৰশাসনৰ হাতত কাডেট দলৰ নেতা আৰু কৰ্মীসকল প্ৰচণ্ডভাৱে নিগৃহীতো হৈছিল। কিন্তু গণতান্ত্ৰিক বিপ্লৱৰ বিজয়ৰ পাছত প্ৰথম অস্থায়ী চৰকাৰত অংশগ্ৰহণ কৰাৰ পাছৰ পৰাই স্বাভাৱিকতে এই দলে বুৰ্জোৱাৰ স্বাৰ্থৰ পক্ষে আৰু বিপ্লৱী জনগণৰ বিৰুদ্ধে এক প্ৰতিক্ৰিয়াশীল ৰাজনৈতিক অৱস্থান লবলৈ আৰম্ভ কৰে। আগতে কৈ অহা দলৰ নীতিবোৰতে এই কথা স্পষ্ট হৈ পৰে, আৰু অৱধাৰিতভাৱে দেশৰ বৈপ্লৱিক পৰিস্থিতি গভীৰ হৈ অহাৰ লগে লগে এই দল ক্ৰমে বিপ্লৱী জনগণৰ পৰা বিচ্ছিন্ন হৈ পৰিবলৈ আৰম্ভ কৰে, কমি আহে ইয়াৰ ভিত্তি আৰু অক্টোবৰ সমাজতান্ত্ৰিক বিপ্লৱৰ বিজয়ৰ পাছত ই সম্পূৰ্ণৰূপে সমাজবাদ বিৰোধী প্ৰতিক্ৰিয়াশীল ৰাজনৈতিক অৱস্থান গ্ৰহণ কৰেগৈ।

সেয়া অৱশ্যে অন্য এক অধ্যায়। তাৰ বিষয়ে আমি পাছত আলোচনা কৰিম।

এই উদাৰনৈতিক বুৰ্জোৱা বুদ্ধিজীৱীসকলৰ বিদ্যায়তনিক কৃতিত্ব আছিল চকুতলগা। প্ৰাকৃতিক বিজ্ঞান, জীৱবিজ্ঞান, ভূগোল, নৃতত্ত্ব, ইতিহাস, অৰ্থনীতিৰ বিভিন্ন দিশ আৰু ৰাজনৈতিক সামাজিক বিজ্ঞানৰ বিভিন্ন দিশ বিকশাই তোলাত তেওঁলোক সমৰ্থ হৈছিল আৰু এইবোৰ বিষয়ত ৰাচিয়াৰ প্ৰচেষ্টাক আন্তৰ্জাতিক খ্যাতি আৰু সম্মান দিয়াবলৈ সক্ষম হৈছিল। ৰাচিয়াত উচ্চশিক্ষাৰ বিকাশৰ লগতে সমাজ সচেতনতা বৃদ্ধি কৰাটো তেওঁলোকৰ গুৰুত্বপূৰ্ণ ভূমিকা আছিল। পৃথিবীৰ নতুন চিন্তাভাৱনা, আনকি মাৰ্ক্সবাদকো তেওঁলোকে

উৰ আহিছিল, স স ধাৰণাৰ অনুৰূপ ঘটাইছিল, মানুহৰ চিন্তাধাৰাৰ বিকাশ ঘটোৱাত আগভাগ লৈছিল আৰু বাচিছিল. বিশ্ববিদ্যালয়বোৰৰ জৰিয়তে এটা সম্পূৰ্ণ প্ৰজন্মক শিক্ষিত আৰু সচেতন কৰি তোলাৰ দায়িত্ব পালন কৰিছিল। ৰাজনীতি বিজ্ঞান, ৰাজনৈতিক চিন্তাধাৰা, বিশেষকৈ বুৰ্জোৱা গণতান্ত্ৰিক ধ্যান-ধাৰণাবোৰ তেওঁলোকে প্ৰতিষ্ঠা কৰিবলৈ সক্ষম হৈছিল আৰু এনেদৰেই দেশক সমাজ আৰু ৰাজনীতিত এক বিকাশশীল ভূমিকা গ্ৰহণ কৰিছিল। ফেব্ৰুৱাৰীৰ গণতান্ত্ৰিক বিপ্লৱৰ সময়লৈকে এওঁলোকৰ ৰাজনৈতিক ধ্যান-ধাৰণাৰ বহু কথাই জনগণে গ্ৰহণ কৰিছিল। যদিও মাৰ্ক্সবাদীসকলে এওঁলোকৰ যুদ্ধৰ প্ৰতি সমৰ্থনকে ধৰি বহু কামকাজৰ কটু সমালোচনা কৰিছিল, তথাপিও গণতান্ত্ৰিক বিপ্লৱৰ পৰ্যায়লৈকে লিবাৰেল চিন্তাৰ জনপ্ৰিয়তা কমা নাছিল। কিন্তু, ইয়াৰ পিছৰ সমাজবাদী বিপ্লৱৰ সংগ্ৰামৰ পৰ্যায়ত এওঁলোকৰ প্ৰতিক্ৰিয়াশীল ভূমিকা ক্ৰমে প্ৰকট হৈ পৰিবলৈ আৰম্ভ কৰে। তেওঁলোকৰ শ্ৰেণীভিত্তিক অৱস্থানৰ পৰা অৱশ্যে এয়েই আছিল স্বাভাৱিক।

উদাৰনীতিবাদৰ সীমাবদ্ধতা আৰু বিপদক এই ঘটনাই আমাক স্পষ্টকৈ দেখুৱাই দিয়ে।

# ৭

# আত্মগোপন অধ্যায়ৰ পৰা নেতৃত্বকাৰী শক্তিলৈ বলচেভিক দল ঃ বিপ্লৱৰ পূৰ্বাভাস



● বলচেভিক দলৰ ষষ্ঠ কংগ্ৰেছ ● বিপ্লৱৰ আদৰ্শাত্মক ভেটি প্ৰস্তুত ● কেৰেনেস্কিৰ সংকট ● সংকট সমাধানৰ বাবে মস্কোত সৰ্বোচ্চ ৰাজ্য অভিবৰ্তনৰ আহ্বান ● অভিবৰ্তনৰ বিৰুদ্ধে মস্কোত বিক্ষোভ ● চৰকাৰৰ ওপৰত বুৰ্জোৱা শ্ৰেণীৰ ভৰসা নাইকিয়া হ'ল ● সামৰিক একনায়কত্ব প্ৰতিষ্ঠাৰ ষড়যন্ত্ৰ ● কৰ্নিলভৰ বিদ্ৰোহ ● বলচেভিক আৰু বামপন্থী শক্তিবোৰৰ ৰাজনৈতিক উদ্যোগ গ্ৰহণ

(1) Thesis for the report on the political situation in Russia at the R.S.D.L.P. (B), 6th Congress. Excerpt from 'An Illustrated History of the Great Octobar Socialist Revolution.'—A Nanerkov. Progress Publishers. Moscow pp. 180
(2) Nanerkov, A.—(ibid), pp. 180.
(3) ibid, No. 1 pp. 179—81.
(4) Carr, E.H.—The Bolshevik Revolution. Pelican Books. London. Vol. I pp. 102
(5) ibid, pp. 102.
(6) opcit No. 2 p. 188.
(7) opcit No. 2 p. 189—90.
(8) opcit No. 2 p.
(9) Reed, John—Ten days that shock the world—Progress Publishers. Moscow 1987.

লুকোই চুৰকৈ এইবাৰ বলচেভিক দলৰ ষষ্ঠ মহাসভাৰ কাম আৰম্ভ হ'ল।

চৌদিশে তেতিয়া প্ৰতিক্ৰিয়াৰ ৰাজত্ব; বলচেভিক দলৰ ওপৰত অস্থায়ী চৰকাৰৰ নেতাসকল খংলহুত। লেনিন নিজে ফিনলেণ্ড সীমান্তত আত্মগোপন কৰি আছে; কেবাজনো নেতা কাৰাগাৰত। এনে পৰিস্থিতিত দলৰ কাৰ্যপন্থা ঠিক কৰিবৰ বাবে কংগ্ৰেছ পতাতো জৰুৰী হৈ উঠিল। পেট্ৰোগ্ৰাড নগৰীৰ শ্ৰমিকপ্ৰধান ভিবৰ্গ অঞ্চলৰ এটা পুৰণা গুদামঘৰৰ ভিতৰত, এন্ধাৰ-মুন্ধাৰ পৰিবেশত কংগ্ৰেছৰ কাম আৰম্ভ হ'ল। বাতৰি কাকতত কংগ্ৰেছৰ বিষয়ে ঘোষণা কৰা হ'ল যদিও কেতিয়া, ক'ত এই সভা আৰম্ভ হ'ব সেইবিষয়ে একো কোৱা নহ'ল। চৰকাৰী চোঁৰা-পুলিচৰ চকুত ফাকি দি বলচেভিক দলৰ প্ৰতিনিধিসকলে জুলাই মাহৰ ২৭ তাৰিখে মহাসভাৰ কামকাজ আৰম্ভ কৰিলে।

স্বাভাৱিকভাৱেই লেনিনে নিজে মহাসভাত যোগ দিবলৈ আহিব নোৱাৰিলে। তেওঁ আত্মগোপন কৰি থকা অৱস্থাৰ পৰাই সভাৰ সদস্য আৰু নেতাসকলৰ লগত চিঠিৰে যোগাযোগ ৰক্ষা কৰিবলৈ চেষ্টা কৰিলে। 'শ্লোগান সম্পৰ্কে' —'On Slogans' নামৰ এক পুস্তিকাত তেওঁ ৰাছিয়াৰ ৰাজনৈতিক পৰিস্থিতিৰ বিশ্লেষণ দাঙি ধৰি দলৰ ভৱিষ্যৎ কাৰ্যপন্থা সম্পৰ্কে এক সাধাৰণ ৰূপৰেখা দাঙি ধৰিলে। মহাসভাৰ পৰৱৰ্তী ৰাজনৈতিক কামকাজ লেনিনে দেখুওৱা পথেৰেই আগবাঢ়িল।

এই মহাসভাত মুঠ ১৫৭ জন ভোটাধিকাৰ থকা প্ৰতিনিধিয়ে যোগদান কৰিছিল। আৰু ১১০ জন পৰামৰ্শকাৰী প্ৰতিনিধিয়েও ইয়াত যোগদান কৰিছিল। এওঁলোকৰ অৱশ্যে ভোটাধিকাৰ নাছিল।

বলচেভিক দলৰ ষষ্ঠ কংগ্ৰেছ আৰম্ভ হোৱাৰ লগে লগে সমগ্ৰ বিৰোধী দলবোৰো সোচ্চাৰ হৈ উঠিল। বুৰ্জোৱা প্ৰেছ—বাতৰি কাকতবোৰত কংগ্ৰেছৰ বিৰুদ্ধে প্ৰচণ্ড আক্ৰমণ আৰম্ভ হ'ল। তেওঁলোকৰ মতামত আছিল যে এই কংগ্ৰেছখন এখন দেশবিৰোধী সন্মিলন, ই দেশৰ প্ৰতিষ্ঠিত কৰ্তৃত্বক উৎখাত কৰাৰ ষড়যন্ত্ৰত লিপ্ত হৈছে, সশস্ত্ৰ অভ্যুত্থানৰ পৃষ্ঠপোষকতা কৰিছে। এনে দেশদ্ৰোহী সভা ভংগ কৰি দিয়া উচিত বুলি বুৰ্জোৱা বাতৰি কাকতবোৰে আৰাও কৰিবলৈ ধৰিলে। কংগ্ৰেছৰ প্ৰতিনিধিসকলক গ্ৰেপ্তাৰ কৰিবৰ বাবে তেওঁলোকে দাবী জনালে। বুৰ্জোৱাহঁতৰ লগতে এইবাৰ তাল মিলালেহি তথাকথিত সমাজবাদী মানচেভিক মন্ত্ৰীসকলে। ২৮ জুলাইৰ দিনা তেওঁলোকে এক প্ৰস্তাৱযোগে অস্থায়ী চৰকাৰৰ আভ্যন্তৰীণ মন্ত্ৰীক দেশৰ স্বাৰ্থৰ পৰিপন্থী বুলি বিবেচনা কৰা যিকোনো সভা-সমিতি বা কংগ্ৰেছ ভংগ কৰি দিব পৰাৰ ক্ষমতা প্ৰদান কৰিলে। তেওঁলোকৰ মূল লক্ষ্য আছিল বলচেভিক দলৰ কংগ্ৰেছখন। কিন্তু, এনে আইনী ক্ষমতা লাভ কৰাৰ পাছতো চৰকাৰে অৱশ্যে তৎকালে কোনো ব্যৱস্থা লবলৈ সক্ষম নহ'ল।

আনহাতে কংগ্ৰেছৰ আলোচনা পুৰাদমে আৰম্ভ হ'ল। কংগ্ৰেছত প্ৰথমেই আলোচিত হ'ল লেনিনে আদালতৰ সন্মুখীন হোৱা নোহোৱাৰ বিষয়টো। দেশৰ প্ৰতিক্ৰিয়াশীল পৰিস্থিতিত যে ন্যায়বিচাৰ আৰু ব্যক্তিগত নিৰাপত্তা সম্ভৱ নহয়, সেইবিষয়ে কংগ্ৰেছৰ সদস্যসকল একমত হ'ল। তেওঁলোকে লেনিনে কোনোধৰণৰ আদালতত বিচাৰৰ সন্মুখীন হোৱাৰ বিৰোধিতা কৰিলে আৰু তেওঁৰ অনুপস্থিতিতো লেনিনক মহাসভাৰ চেয়াৰমেন হিচাপে নিৰ্বাচিত কৰিলে।

ইয়াৰ পিছত আছিল চভিয়েটৰ হাতলৈ ক্ষমতা হস্তান্তৰৰ প্ৰসংগটো। এইক্ষেত্ৰতো কংগ্ৰেছে লেনিনৰ বিশ্লেষণকেই গ্ৰহণ কৰিলে। দেশৰ ৰাজনৈতিক পৰিস্থিতিৰ বিশ্লেষণ কৰি আত্মগোপন কৰি থকা ঠাইৰ পৰা লেনিনে প্ৰস্তুত কৰি পঠোৱা দলিলসমূহৰ ওপৰতে আলোচনা চলিল। ইয়াত লেনিনে স্পষ্টকৈ কৈছিল যে 'চভিয়েটৰ হাতলৈ সম্পূৰ্ণ ক্ষমতা হস্তান্তৰ কৰাৰ বাবে আমাৰ দলে উত্থাপন কৰা শ্লোগানটো আছিল বিপ্লৱক শান্তিপূৰ্ণভাৱে আগবঢ়াই নিয়াৰ বাবে, শান্তিপূৰ্ণভাৱে বুৰ্জোৱাৰ হাতৰ পৰা শ্ৰমিক আৰু দৰিদ্ৰ খেতিয়কসকলৰ হাতলৈ ক্ষমতা হস্তান্তৰৰ বাবে আৰু পেটিবুৰ্জোৱা শ্ৰেণীৰ বিপ্লৱ সম্পৰ্কীয় দুৰাশা যাতে শান্তিপূৰ্ণভাৱেই বাদ দিব পৰা যায়, তাৰ বাবে দিয়া শ্লোগান।

বৰ্তমান কিন্তু বিপ্লৱৰ শান্তিপূৰ্ণ বিকাশ বা চভিয়েটৰ হাতলৈ শান্তিপূৰ্ণভাৱে ক্ষমতাৰ হস্তান্তৰ অসম্ভৱ হৈ পৰিছে, কাৰণ বাস্তৱিকতে আজি দেশৰ সকলো ক্ষমতা কাডেট দলৰ নেতৃত্বত বুৰ্জোৱাৰ দ্বাৰা সংগঠিত আৰু সমৰ্থনপুষ্ট সামৰিক একনায়কত্বৰ হাতলৈ গৈছে।

সেয়েহে বৰ্তমানৰ পৰিস্থিতিত 'প্ৰতিবিপ্লৱী বুৰ্জোৱাৰ একনায়কত্ব সম্পূৰ্ণভাৱে ধ্বংস কৰা' এই শ্লোগানটোহে অধিক সময়োচিত হয়। দুখীয়া খেতিয়কসকলৰ সমৰ্থন পালে সৰ্বহাৰা শ্ৰেণীয়েহে একমাত্ৰ এই কাম কৰিব পাৰে। আৰু এই কামেই হ'ল ৰুচ বিপ্লৱৰ তাৎকালিকভাৱে কৰিবলগীয়া আটাইতকৈ গুৰুত্বপূৰ্ণ কাম।'[1]

লেনিনে চভিয়েটৰ হাতলৈ সম্পূৰ্ণ ক্ষমতা এই শ্লোগানটো আঁতৰাই তাৰ ঠাইত 'প্ৰতিবিপ্লৱী বুৰ্জোৱাৰ একনায়কত্ব ধ্বংস কৰাৰ' শ্লোগান উত্থাপন কৰিলে। এই কাম কৰিবৰ বাবে দলক তেওঁ অতি সোনকালে প্ৰস্তুত হ'বলৈ ক'লে। শ্ৰমিকসকলক গাঁও আৰু চহৰৰ দুখীয়া শ্ৰেণীবোৰৰ লগত দৃঢ় মিত্ৰতা গঢ়ি তুলি এক সামৰিক সংঘৰ্ষৰ বাবে প্ৰস্তুত হ'বলৈ ক'লে। শান্তিপূৰ্ণভাৱে আগবঢ়াৰ পথ এতিয়া আৰু নাই, প্ৰতিক্ৰিয়াশীল বুৰ্জোৱাক উৎখাত কৰিব লাগিব সংঘৰ্ষৰ মাজেৰে। ইয়াৰ বাবে উপযুক্ত পৰিস্থিতিত প্ৰয়োজন মতে সশস্ত্ৰ অভ্যুত্থান ঘটোৱাৰ প্ৰয়োজন হ'ব। ৰাজনৈতিক দল এতিয়া এই কামৰ বাবে প্ৰস্তুত হ'বৰ হ'ল। বুৰ্জোৱাহঁতৰ প্ৰৰোচনাত শ্ৰমিক শ্ৰেণী আৰু ৰাজনৈতিক দলে যাতে

হুকুমবৰকৈ কোনোৰকমৰ অনুবৰ্ত্ত লিপ্ত নহ'বলৈ তাৰ বাবে তেওঁ সাৱধান কৰি দিলে। কিয়নো এনে অপৰিকল্পিত সংঘৰ্ষত বিদ্ৰোহী শক্তি ক্ষয় হ'ব আৰু বুৰ্জোৱাসকলহে বিজয়ী হ'ব। পৰিকল্পিতভাৱে সশস্ত্ৰ অভ্যুত্থানৰ দ্বাৰা ক্ষমতা দখল কৰিবলৈ প্ৰস্তুত হ'বৰ বাবে তেওঁ দলক আহ্বান জনালে।"

"বৰ্ত্তমান পৰিস্থিতিত সৰ্বহাৰাৰ স্বাৰ্থ উচিতভাৱে ৰক্ষা কৰিবৰ আটাইতকৈ উত্তম উপায় হ'ল এক নতুন বিপ্লৱৰ বাবে কষ্টসাধ্য, দীৰ্ঘম্যাদী, পৰিকল্পিত প্ৰস্তুতি হাতত লোৱাটো। এই প্ৰক্ৰিয়াৰ মাজেদি জনসাধাৰণে যি অভিজ্ঞতা সঞ্চয় কৰিব, সি তেওঁলোকক এনে বৈপ্লৱিক সংগ্ৰামৰ প্ৰয়োজনীয়তা উপলব্ধি কৰোৱাত সহায় কৰিব আৰু লগতে ই অস্থায়ী চৰকাৰৰ মুখাৰ আঁৰত লুকাই থকা সামৰিক একনায়কত্বৰ স্বৰূপো উদঙাই দিব।

সৰ্বহাৰাশ্ৰেণীৰ, বিশেষকৈ ৰাজধানী পেট্ৰোগ্ৰাডৰ সৰ্বহাৰাশ্ৰেণীৰ কৰ্তব্য হ'ব, নিজৰ সমগ্ৰ শক্তি সংহত কৰি, উন্নত দেশবোৰৰ সৰ্বহাৰাশ্ৰেণীৰ লগত মিত্ৰতাৰ পাশেৰে বান্ধখাই, দেশৰ ক্ষমতা দখল কৰা আৰু শান্তিস্থাপন তথা সমাজতান্ত্ৰিক পুনৰগঠনৰ কামত ইয়াক ব্যৱহাৰ কৰা।"—লেনিন।"

কংগ্ৰেছৰ প্ৰতিনিধিসকলে লেনিনৰ ইচ্ছা অনুসৰিয়েই 'চভিয়েটৰ হাতত সমগ্ৰ ক্ষমতা দানৰ শ্লোগানটো প্ৰত্যাহাৰ কৰে আৰু এক সমাজতান্ত্ৰিক বিপ্লৱ সংগঠিত কৰি বুৰ্জোৱাশ্ৰেণীৰ হাতৰ পৰা সমগ্ৰ ক্ষমতা নিজৰ হাতলৈ আনিবলৈ কাৰ্যপন্থা গ্ৰহণ কৰে। এক সশস্ত্ৰ অভ্যুত্থানৰ প্ৰস্তুতিৰ পৰিকল্পনা লোৱা হয়। এই সশস্ত্ৰ অভ্যুত্থান কিন্তু এমুঠি মানুহৰ ক্ষমতাদখলৰ অভ্যুত্থান বা ক্যু-ডেটা নহয়, দেশৰ অগণন জনতাৰ ব্যাপক জাগৰণৰ মাজেদিহে—এক গণ বৈপ্লৱিক উত্থানৰ মাজেদিহে বুৰ্জোৱাক উৎখাত কৰি ক্ষমতাদখলৰ প্ৰস্তুতি লোৱা হয়। আৰু, এই ক্ষমতা দখল কেৱলমাত্ৰ শাসন পৰিবৰ্ত্তনৰ বাবেই নহয়, ই হ'ব সমাজৰ বৈপ্লৱিক সমাজতান্ত্ৰিক ৰূপান্তৰৰ বাবেহে। অৰ্থাৎ দলে সক্ৰিয়ভাৱে সমাজতান্ত্ৰিক বিপ্লৱ সংগঠিত কৰাৰ কাৰ্যসূচী গ্ৰহণ কৰে।

সমাজতান্ত্ৰিক বিপ্লৱৰ কাৰ্যসূচী লৈ কংগ্ৰেছত অৱশ্যে বিতৰ্কও নোহোৱা নহয়। কিছুমানে এনে কাৰ্যসূচীৰ বিৰোধিতা কৰে। তেওঁ কয় যে সেই দিনা মাত্ৰ, ফেব্ৰুৱাৰী মাহত, জাৰতন্ত্ৰক উৎখাত কৰি গণতান্ত্ৰিক বিপ্লৱ সমাধা কৰা হৈছে। এতিয়াও দেশত গণতন্ত্ৰ প্ৰতিষ্ঠা সম্পূৰ্ণ হোৱা নাই। গতিকে এনে অৱস্থাত সমাজতান্ত্ৰিক বিপ্লৱৰ কথা কোৱাটো আগতীয়া আৰু অপৰিপক্ক কাম হৈছে। কিছুমানে মানচেভিকসকলৰ পুৰণা যুক্তিবোৰকেই পুনৰ দোহাৰিলে নতুন ৰূপত। মাৰ্ক্সে কৈছিল যে বুৰ্জোৱাই সামন্ততন্ত্ৰক উৎখাত কৰি গণতন্ত্ৰ প্ৰতিষ্ঠা কৰিব আৰু গণতন্ত্ৰ প্ৰতিষ্ঠা হোৱাৰ পাছতহে দেশ সমাজতান্ত্ৰিক বিপ্লৱৰ দিশত আগবাঢ়িব শ্ৰমিক শ্ৰেণীৰ নেতৃত্বত। এনে যুক্তিৰেই মানচেভিকসকলে বুৰ্জোৱা দলবোৰক সমৰ্থন আগবঢ়াইছিল। এতিয়া কিছুমানে সমৰ্থনক

কথা নক'লেও একেধৰণৰ যুক্তিকেই অৱতাৰণা কৰিলে।[4] এনেধৰণৰ বিতৰ্ক আৰু তাৰ ফলাফলৰ বিষয়ে আগতে উল্লেখ কৰি অহা হৈছেই। লেনিনৰ অবৰ্তমানত ষ্টেলিনে এইবাৰ কংগ্ৰেছত এনে মতবাদৰ ঘোৰ বিৰোধিতা কৰিলে। তেওঁ ক'লে যে ৰাছিয়াত পৰিস্থিতি এতিয়া সম্পূৰ্ণ সলনি হৈ গৈছে। ক্ষমতা দখলৰ পাছত বুৰ্জোৱাই গণতন্ত্ৰ প্ৰতিষ্ঠা কৰকচাৰি এতিয়া এক প্ৰতিবিপ্লৱী সামৰিক একনায়কত্ব গঢ়ি তুলিছে আৰু শ্ৰমিক শ্ৰেণী তথা অন্যান্য খাটিখোৱা মানুহৰ সংগঠনবোৰৰ বিপৰীতে প্ৰতি আক্ৰমণ আৰম্ভ কৰিছে। এতিয়া আৰু বুৰ্জোৱাই গণতন্ত্ৰ প্ৰতিষ্ঠা নকৰে, বৰঞ্চ বুৰ্জোৱা শ্ৰেণীক উৎখাত কৰাৰ যোগেদিহে গণতন্ত্ৰ প্ৰতিষ্ঠা সম্ভৱপৰ হ'ব। আৰু পশ্চিমীয়া উদ্যোগিক দেশবোৰৰ দৰে গণতান্ত্ৰিক বিপ্লৱ সম্পূৰ্ণ কৰি সমাজতন্ত্ৰৰ দিশলৈ আগবাঢ়িব পৰা নাযায়, বৰঞ্চ পশ্চাৎপদ ৰাছিয়াৰ শ্ৰমিকসকলেহে প্ৰথমে সমাজতান্ত্ৰিক বিপ্লৱ সম্পন্ন কৰি ইউৰোপৰ অন্য দেশবোৰক এইক্ষেত্ৰত নেতৃত্ব দিব। উদ্যোগিক দেশত প্ৰথমে সমাজ বিপ্লৱ সম্পন্ন হোৱালৈ ৰাছিয়াৰ শ্ৰমিক-শ্ৰেণী ৰৈ নাথাকে। ষ্টেলিনে এইক্ষেত্ৰত ট্ৰটস্কিয়ে ১৯০৬ চনতে আগবঢ়োৱা যুক্তি ব্যৱহাৰ কৰিলে। মাৰ্ক্সৰ সমাজবিকাশৰ সাধাৰণ সূত্ৰবোৰ যে ৰাছিয়াৰ বিশেষ পৰিস্থিতিত সৃজনশীলভাৱে ব্যৱহাৰ কৰিব লাগিব, আৰু এনে কৰোতে সাধাৰণ সূত্ৰবোৰ ইফাল সিফাল হ'ব, এই কথা কংগ্ৰেছে গ্ৰহণ কৰিলে।[5]

এই মহাসভাৰ লগে লগেই সমাজতান্ত্ৰিক বিপ্লৱৰ আদৰ্শগত ভিত্তিও প্ৰস্তুত হৈ পৰিল। বিপ্লৱৰ কাম দ্ৰুতভাৱে আগবাঢ়িল। মানচেভিকসকলৰ লগত থকা বহু সৰুসুৰা গোটেও এই মহাসভাতে আনুষ্ঠানিকভাৱে বলচেভিক গোটৰ লগত চামিল হৈ পৰিল। এই মহাসভাতেই এটা সমাজ গণতান্ত্ৰিক যুৱ সংগঠন গঠন কৰাৰো আনুষ্ঠানিক সিদ্ধান্ত লোৱা হ'ল। লগতে আগন্তুক বিপ্লৱত ট্ৰেড ইউনিয়নবোৰেও নিৰপেক্ষ হৈ নাথাকিব বুলি সিদ্ধান্ত লোৱা হ'ল। বহু সময়ত পেটিবুৰ্জোৱা নেতৃত্বাধীন ট্ৰেড ইউনিয়নবোৰে নিৰপেক্ষতা ঘোষণা কৰি স্থিতাৱস্থাৰেই সমৰ্থন কৰিছিল। এতিয়া আৰু কোনো নিৰপেক্ষ হৈ থাকিব নোৱাৰে। হয় বিপ্লৱী শিবিৰত, নহয় প্ৰতিক্ৰিয়াৰ লগত যোগদান কৰিব লাগিব। এতিয়া আৰু শান্তিপূৰ্ণ উপায়েৰে নহয়, সশস্ত্ৰভাৱে বিপ্লৱ আগবাঢ়িব। অভ্যুত্থানৰ জৰিয়তে সংঘটিত হ'ব সমাজতান্ত্ৰিক বিপ্লৱ। আগষ্ট মাহৰ ৩ তাৰিখৰ দিনা এই ঐতিহাসিক কংগ্ৰেছৰ সফল সামৰণি ঘটিল।

আনফালে কেৰেনেস্কিৰ অস্থায়ী চৰকাৰ এক প্ৰচণ্ড সংকটৰ সন্মুখীন হৈছে। কোনোক্ষেত্ৰতে চৰকাৰে দৃঢ় পদক্ষেপ লব পৰা নাই। দেশৰ চাৰিওফালে অশান্তি বাঢ়ি আহিছে। অশান্তি দমনত চৰকাৰ ব্যৰ্থ হোৱাৰ বাবে এহাতে বুৰ্জোৱাসকল জ্বলি উঠিছে, আনহাতে আকৌ চৰকাৰৰ জনবিৰোধী কামকাজ

আৰু অকৰ্মণ্যতাই সাধাৰণ মানুহ শ্ৰমিক, কৃষক, মস্কোৰ সৈনিক সকলোকে বিক্ষুব্ধ কৰি তুলিছে। এনে পৰিস্থিতিত চৰকাৰৰ প্ৰতি সমৰ্থন আদায় কৰিবৰ বাবে কেৰেনেস্কিয়ে মস্কোত দেশৰ সকলো শ্ৰেণীৰ প্ৰতিনিধিসকলক নিমন্ত্ৰণ কৰি আগষ্ট মাহৰ ১২-১৩ তাৰিখে এখন 'ষ্টেট কনফাৰেন্স—ৰাজ্যিক অভিবৰ্তন' আহ্বান কৰিলে। তেওঁ আশা কৰিছিল যে এনে এখন অভিবৰ্তন আহ্বান কৰি তেওঁ ৰাজনৈতিক উদ্যোগ নিজৰ হাতলৈ আনিব পাৰিব আৰু চৰকাৰৰ নীতিবোৰৰ প্ৰতি এনেদৰেই বাইজৰ সমৰ্থনো আদায় কৰিবলৈ সক্ষম হ'ব। দেশৰ সামৰিক বাহিনীৰ নেতাসকলৰো সমৰ্থন তেওঁ পাবলৈ সক্ষম হ'ব। ইতিমধ্যে সোঁপন্থী সামৰিক নেতা কিছুমানে চৰকাৰৰ ওপৰত নানাপ্ৰকাৰে হেঁচা প্ৰয়োগ কৰিবলৈ আৰম্ভ কৰিছেই। জুলাই মাহৰ প্ৰথম ভাগতেই ৰুচ সেনাবাহিনীৰ অধিনায়ক জেনেৰেল কৰ্ণিলভে চৰকাৰক তাঁৰবাৰ্তা দি জনাইছে যে সেনাবাহিনীত বিশৃংখলতা আৰু ভাঙোন ৰোধ কৰিবলৈ হ'লে তৎকালে কঠোৰ পদক্ষেপ লোৱাটো প্ৰয়োজন। তেওঁ কৰ্ট মাৰ্শাল বিচাৰ ব্যৱস্থা আৰু মৃত্যুদণ্ড দিয়াৰ ক্ষমতা দাবী কৰিছে। চৰকাৰে এই ক্ষেত্ৰত একো দৃঢ় সিদ্ধান্ত লব পৰা নাই, কিয়নো সমাজবাদী মন্ত্ৰীসকলে এনে ব্যৱস্থা সমৰ্থন কৰিবলৈ মান্তি হোৱা নাই। এসময়ত তেওঁলোকেই ইয়াৰ বিলোপ ঘটাইছিল। এতিয়া তেওঁলোকে ইয়াক সমৰ্থনো কৰিব পৰা নাই আৰু আনহাতে খোলাখুলিকৈ বুৰ্জোৱা সহকৰ্মীসকলৰ বিৰোধিতাও কৰিব পৰা নাই। এক উভয় সংকটৰ মাজত পৰি তেওঁলোক নিষ্ক্ৰিয় হৈ পৰিছে। বুৰ্জোৱাৰ লগত সহযোগিতা আৰু আত্মসমৰ্পণে তেওঁলোকক আজি নিবীৰ্য কৰি পেলাইছেহি।[8]

এনেবোৰ সংকটৰ সমাধান কৰিবৰ বাবে তেওঁলোকেও এইবাৰ মহোৎসাহেৰে ৰাজ্যিক অভিবৰ্তনৰ প্ৰস্তুতি চলালে।

বিভিন্ন শ্ৰেণীৰ বিভিন্ন ৰাজনৈতিক দল আৰু নানান সংগঠনক এই অভিবৰ্তনলৈ নিমন্ত্ৰণ জনোৱা হ'ল।

অভিবৰ্তনত যোগদান কৰা সংগঠনবোৰ আৰু সেইবোৰৰ সদস্যৰ সংখ্যা আছিল এনে ধৰণৰ ; তেতিয়ালৈ অনুষ্ঠিত হোৱা চাৰিওখন ডুমা বা পাৰ্লিয়ামেণ্টৰ সদস্যসকলৰ পৰা লোৱা হৈছিল ৪৮৮ জন প্ৰতিনিধি, ১০০ জন খেতিয়কৰ প্ৰতিনিধি ( মূলতে অৱস্থাপন্ন ধনী পুঁজিবাদী খেতিয়কৰ ), ১২৯ জন চভিয়েটৰ, নগৰ-চহৰবোৰৰ পৰা ১৫৭ জন, চিটি কাউন্সিলবোৰৰ পৰা ১৮ জন, জিলা পৰিষদবোৰৰ পৰা ১১৮ জন, ব্যৱসায়ী, উদ্যোগপতি আৰু বেংকাৰসকলৰ ১৫০ জন, বিজ্ঞানীৰ ৯৯ জন, বুদ্ধিজীবীৰ ৮৩ জন, সেনা আৰু নৌ বাহিনীৰ ১১৭ জন, ২৪ জন ধৰ্মযাজক, বিভিন্ন জনগোষ্ঠীৰ ৫৮ জন, সমবায় সমিতিবোৰৰ ৩১৩ জন আৰু সমাজৰ পেশাদাৰী শ্ৰেণীবোৰৰ ১৭৬ জন, প্ৰতিনিধি লোৱা হৈছিল। এই তালিকাখনৰ পৰা এইটো ওলাই পৰে যে সমাজৰ ৰক্ষণশীল,

বুর্জোৱা, ৰক্ষণশীল আৰু বিপ্লৱবিৰোধী দলবোৰৰ প্ৰতিনিধিসকলকহে চৰকাৰে এই অভিবৰ্তনলৈ নিমন্ত্ৰিত কৰিছিল।

দেশত অশান্তি দূৰ কৰিবৰ বাবে চৰকাৰে এই অভিবৰ্তনৰ, আঁচনিতে চভিয়েট আৰু সেনা সমিতিবোৰ ভংগ কৰাৰ, চভিয়েটৰ হাতৰ ক্ষমতা পৌৰসভা আৰু নিকায়বোৰৰ হাতলৈ অনাৰ, সকলোধৰণৰ সংস্কাৰমূলক পৰীক্ষা-নিৰীক্ষাৰ অন্ত পেলাই দেশত কেন্দ্ৰীভূত শাসন প্ৰতিষ্ঠা কৰা, মিত্ৰবাহিনীৰ লগ হৈ যুদ্ধ চলাই যোৱা আৰু মূলতে বলচেভিক দল আৰু বিপ্লৱীসকলক দমন কৰাৰ প্ৰচেষ্টা আৰম্ভ কৰাৰ আশা কৰিছিল। বিপ্লৱী শ্ৰমিকৰে খুন্দখাই থকা পেট্ৰোগ্ৰাড নগৰীত নাপাতি সেয়ে এই অভিবৰ্তন পতা হৈছিল মস্কোত। চৰকাৰে আশা কৰিছিল যে, ইয়াত বিপ্লৱীসকলে বিশেষ গণ্ডগোল কৰিব নোৱাৰিব। কিন্তু তেওঁলোকৰ আশা সফল নহ'ল। অভিবৰ্তনৰ দিনাই বলচেভিক দলে মস্কোত এক অভিবৰ্তন বিৰোধী প্ৰচণ্ড প্ৰচাৰ অভিযান আৰম্ভ কৰিলে। মস্কোৰ ট্ৰেড ইউনিয়নবোৰেও সেইদিনা এদিনীয়া ধৰ্মঘট আৰম্ভ কৰিলে। চাৰিলাখ লোক মস্কো মহানগৰীত সেইদিনা ধৰ্মঘটত চামিল হ'ল। চৰকাৰৰ বাধা সত্বেও, যাতায়াত, ৰেল ব্যৱস্থাত বাধা আৰোপ কৰা সত্বেও, অভিবৰ্তন স্থলৰ সন্মুখত প্ৰায় দহ হাজাৰ লোকে বিক্ষোভ প্ৰদৰ্শন কৰিলে। জনতাৰ এই বিৰোধিতাৰ সন্মুখত অভিবৰ্তনৰ পৰিকল্পনা সফল নহ'ল, চৰকাৰে ইয়াত বিশেষ সুবিধা কৰিব নোৱাৰিলে।

চৰকাৰৰ বিফলতা আৰু দোদুল্যমানতাৰ ফল বেলেগ হ'ল। ৰাচিয়াৰ বুৰ্জোৱা শ্ৰেণীয়েও এই চৰকাৰৰ ওপৰত ভৰসা কৰিবলৈ ভয় কৰা হ'ল। দেশৰ চৌদিশে বাঢ়ি অহা অশান্তি, সেনাবাহিনী আৰু ফ্ৰণ্টলাইনত দেখা দিয়া বিশৃংখল, জনতাৰ সংগ্ৰামী মনোভাব দেখি তেওঁলোকে ভাবিলে যে অতি সোনকালে পৰিস্থিতিৰ পৰিবৰ্তন ঘটাব নোৱাৰিলে দেশত ৰক্তক্ষয়ী বিপ্লৱ আসন্ন। এনে সম্ভাৱনা ৰোধ কৰিবৰ বাবে সেয়ে এইবাৰ তেওঁলোকৰ এচামে সামৰিক বাহিনীৰ সহায়ত ক্ষমতা দখলৰ চিন্তা কৰিবলৈ ধৰিলে। ৰুচ সেনাবাহিনীৰ অধিনায়ক কৰ্নিলভৰ লগত তেওঁলোকৰ যোগাযোগ আৰম্ভ হ'ল। মস্কোৰ এক বিৰাট শিল্পপতি আৰু সৰ্ব ৰুচ চেম্বাৰ অব কমাৰ্চৰ সভাপতিজনে 'জনসেৱকসকলৰ সন্মিলন' ( Conference of publio workers ) এখন সংগঠিত কৰি জেনেৰেল কৰ্নিলভলৈ দেশৰ এই পৰিস্থিতিত সক্ৰিয় ভূমিকা লবলৈ আহ্বান জনালে। সমগ্ৰ ৰাচিয়াই আজি আপোনাৰ মুখলৈকে চাই আছে—আশা আৰু বিশ্বাসেৰে ; এইবুলি তেওঁ কৰ্নিলভলৈ তাঁৰবাৰ্তা পঠালে।[7]

ইতিমধ্যে সামৰিক নেতাসকলেও ক্ষমতাদখলৰ বাবে সাজু হৈ উঠিল। মস্কোৰ ষ্টেট কনফাৰেন্সৰ দিনাই দৰাচলতে তেওঁলোকে এই পৰিকল্পনা কৰিছিল। ৰুচ জেনেৰেল ষ্টাফ আৰু ফ্ৰণ্টলাইনৰ কেবাজনো সামৰিক নেতাই

এই প্ৰবৃত্তি সম্পৰ্কে কৰাৰ পাছত জেনেৰেল কৰ্নিলভে নিজে প্ৰধানমন্ত্ৰী কেৰেনেস্কিৰ আগত তেনেও এক সামৰিক একনায়কত্ব প্ৰতিষ্ঠা কৰাৰ প্ৰস্তাৱ তুলি থাকিলে। কেৰেনেস্কিয়ে প্ৰথমে ভাবিছিল যে তেওঁহে এই সামৰিক একনায়কত্বৰ মুৰব্বী হ'ব। সেয়ে তেওঁ কৰ্নিলভৰ এই প্ৰস্তাৱত সমৰ্থন জনালে। কিন্তু, অচিৰেই তেওঁ গম পালে যে তেওঁক মুৰব্বী পতাৰ কোনো ইচ্ছা সামৰিক নেতাসকলৰ নাই। বৰঞ্চ জেনেৰেল কৰ্নিলভে নিজেইহে নেতা হ'বলৈ বিচাৰে।

এই কথা গম পায়েই ২৪ আগষ্টৰ দিনা কেৰেনেস্কিয়ে ঠাইতে বাগৰ সলালে। তেওঁ জেনেৰেল কৰ্নিলভ আৰু সামৰিক নেতাসকলক প্ৰতাৰক, বিশ্বাসঘাতক বুলি অভিহিত কৰি জনসাধাৰণক এনে সামৰিক ষড়যন্ত্ৰ প্ৰতিহত কৰিবলৈ এক সৰ্বাত্মক প্ৰতিৰক্ষা ব্যৱস্থা গঢ়ি তুলিবলৈ আহ্বান জনালে। কেৰেনেস্কিৰ এই ভূমিকা সম্পৰ্কে সেইসময়ৰ অত্যন্ত সোঁপন্থী বাতৰি কাকতবোৰেও মন্তব্য কৰিলে যে সামৰিক অভ্যুত্থানৰ এই প্ৰহসনৰ নাটকখন কৰ্নিলভ আৰু কেৰেনেস্কিৰ গোপন বুজাবুজিত বিজুতি ঘটাৰ বাবেহে অভিনীত হ'বলৈ পালে।[৪]

কৰ্নিলভে কিন্তু সঁচাকৈয়ে অভ্যুত্থানৰ চেষ্টা কৰিলে। ২২ চেপ্তেম্বৰৰ (৯ চেপ্তেম্বৰ—পুৰণা হিচাপ মতে) দিনা তেওঁ জেনেৰেল ক্ৰাইমভৰ নেতৃত্বত এদল বিশ্বাসী কছাক সেনাক পেট্ৰোগ্ৰাড নগৰীলৈ পঠিয়ালে। ৰাজধানীলৈ গৈ অস্থায়ী চৰকাৰৰ মন্ত্ৰীসকলক গ্ৰেপ্তাৰ কৰা, পেট্ৰোগ্ৰাড চভিয়েট ভাঙি দিয়া আৰু বলচেভিকসকলক দমন কৰিবলৈ এই সেনাদলক আজ্ঞা দিয়া হ'ল।

কথা বিষম দেখি অস্থায়ী চৰকাৰে সকলো বামপন্থী দলকে মহানগৰী আৰু চৰকাৰক ৰক্ষা কৰিবলৈ আহ্বান জনালে। কৰ্নিলভৰ বিদ্ৰোহ দমন কৰিবলৈ জনতাৰ সহায় বিচাৰিলে।

বামপন্থীসকল, বিশেষকৈ বলচেভিক দলে এটা ডাঙৰ সুবিধা পালে। কৰ্নিলভৰ বিদ্ৰোহ দমন কৰিবৰ বাবে তেওঁলোকে সক্ৰিয়ভাৱে জনসাধাৰণক, শ্ৰমিক শ্ৰেণীক সংগঠিত কৰিবলৈ আৰম্ভ কৰিলে। চভিয়েটৰ কেন্দ্ৰীয় কাৰ্যকৰী সমিতিয়েও জনগণক সামৰিক ষড়যন্ত্ৰ মষিমূৰ কৰিবলৈ আহ্বান জনালে। ট্ৰটস্কিকে ধৰি বলচেভিক নেতাসকলকো কাৰাগাৰৰ পৰা মুকলি কৰি দিয়া হ'ল এই সময়তেই ট্ৰটস্কি পেট্ৰোগ্ৰাড চভিয়েটৰ সভাপতি নিৰ্বাচিত হ'ল। মহানগৰীত প্ৰতিৰক্ষা ব্যৱস্থা গঢ়ি তোলাৰ ক্ষেত্ৰত এইবাৰ চভিয়েটে আগভাগ লবলৈ ধৰিলে।

বলচেভিক দলৰ মুকলিকৈ কাম-কাজ কৰাৰ এক সুবৰ্ণ সুযোগ আহিল। জুলাই মাহৰ গণ্ডগোলৰ পাছত, বিশেষকৈ যুদ্ধত ৰাচিয়াৰ পৰাজয়ৰ প্ৰেক্ষাপটত বুৰ্জোৱা দলবোৰে সুবিধা লৈ বলচেভিক দমন আৰম্ভ কৰিছিল। দেশৰ ৰাজনৈতিক উদ্যোগ প্ৰতিক্ৰিয়াশীলসকলৰ হাতলৈ গৈছিল। এতিয়া কৰ্নিলভ

বিদ্ৰোহ আৰম্ভ হোৱাত পৰিস্থিতি সলনি হ'বলৈ আৰম্ভ কৰে, ৰাজনৈতিক উদ্যোগ এইবাৰ বলচেভিক দলৰ হাতলৈ ঘূৰি আহিল। পেট্ৰোগ্ৰাড চভিয়েটৰ সদস্যসকল তেওঁলোকে এইবাৰ সক্ৰিয় হৈ উঠে। চভিয়েটে প্ৰথমেই জনসাধাৰণক সংগঠিত কৰি প্ৰতিৰক্ষা ব্যৱস্থা গঢ়ি তুলিলে। হাজাৰ হাজাৰ আবাল-বৃদ্ধ-বণিতাই নগৰৰ চৌদিশে বিদ্ৰোহী সেনাবোৰ সোমাব নোৱাৰাকৈ খাল খান্দিবলৈ, ৰাস্তাত বেৰিকেড বনাবলৈ আৰম্ভ কৰিলে। পেট্ৰোগ্ৰাড দুৰ্গৰ বিপ্লৱী সেনা-সকলৰ সম্পূৰ্ণ সমৰ্থন লাভ কৰিবলৈ তেওঁলোক সক্ষম হ'ল। কল-কাৰখানাৰ হাজাৰ হাজাৰ শ্ৰমিকক সক্ৰিয় কৰি তেওঁলোকৰ মাজত মুকলিকৈ অস্ত্ৰশস্ত্ৰ বিতৰণ কৰা হ'ল। সশস্ত্ৰ ৰেডগাৰ্ড বাহিনীবোৰ আকৌ গঢ়ি তোলা হ'ল আৰু চভিয়েট ভৱনৰ চৌদিশে এক নাগৰিক প্ৰতিৰক্ষা ব্যৱস্থা তৈয়াৰ কৰা হ'ল। অতি কম সময়ৰ ভিতৰতে এনেদৰেই পেট্ৰোগ্ৰাড চভিয়েটে এক শক্তিশালী সামৰিক আৰু ৰাজনৈতিক শক্তি হিচাপে আত্মপ্ৰকাশ কৰিবলৈ সক্ষম হয়।

আনহাতে কৰ্নিলভৰ কছাক সেনাসকল ৰাজধানীৰ কাষ পাইছেহি। পেট্ৰোগ্ৰাড চভিয়েটে এই সেনাসকলক লগ ধৰি কথাবাৰ্তা পাতিবৰ বাবে এটা সজাতি দল পঠিয়ালে। এই দলটোৱে কছাক সেনাসকলক লগ ধৰি আলাপ-আলোচনা আৰম্ভ কৰিলে আৰু অচিৰেই কছাকসকলৰ মন জয় কৰিবলৈ সক্ষম হ'ল। কছাক সেনাসকলে পেট্ৰোগ্ৰাড চভিয়েটৰ বিৰুদ্ধে যুদ্ধযাত্ৰা কৰিবলৈ অমান্তি হ'ল। এটাও গুলি নফুটাকৈয়ে কৰ্নিলভৰ সামৰিক ষড়যন্ত্ৰ ভেচ্‌ভেচিয়া হৈ পৰিল। চৰকাৰী বাহিনীয়ে কৰ্নিলভ, ডেনিকিনকে ধৰি তিনিজন আন বিদ্ৰোহী জেনেৰেলক গ্ৰেপ্তাৰ কৰিলে। জেনেৰেল ক্ৰাইমভে আত্মহত্যা কৰিলে। প্ৰতিক্ৰিয়াশীল সামৰিক ষড়যন্ত্ৰৰ অন্ত পৰিল।[৭]

এই সমগ্ৰ ঘটনাপ্ৰৱাহৰ মাজেৰে আটাইতকৈ শক্তিশালী ৰাজনৈতিক গোট হিচাপে এইবাৰ আত্মপ্ৰকাশ কৰিলে বলচেভিক দলে। এই দলৰ উদিত সূৰ্য্য এইবাৰ আৰু অস্ত নাযায়। দেশৰ সংকটঘন ৰাজনৈতিক পৰিস্থিতিত এই দলে এইবাৰ নেতৃত্বকাৰী ভূমিকা গ্ৰহণ কৰিব।

# ৮

## 'সমাজতান্ত্রিক বিপ্লৱৰ একাবেঁকা পথ'



● চৰকাৰৰ দমনমূলক প্ৰচেষ্টা আৰু জনতাৰ বিক্ষোভ। ● নৌ-বাহিনীত হত্যাকাণ্ড। ● ৰাছিয়াক প্ৰজাতন্ত্ৰ ঘোষণা। ● কেৰেনেস্কিৰ দ্বাৰা পাঁচজনীয়া ডাইৰেক্টৰেট গঠন। ● নৰমপন্থী সমাজবাদী দলবোৰৰ বুৰ্জোৱা কাডেট দলৰ লগত সম্মিলিত চৰকাৰ গঠনত অমান্তি। ● বুৰ্জোৱাৰ লগত সম্পৰ্ক ছিন্ন কৰিবলৈ সমাজতান্ত্ৰিক দলবোৰলৈ লেনিনৰ আহ্বান আৰু আপোচৰ প্ৰস্তাৱ। ● মানচেভিক আৰু চচিয়েল ৰিভলিউচনেৰী দল দুটাৰ মাজত ভাঙোনৰ সূত্ৰপাত। ● সৰ্ব-ৰাছিয়া ৰেল ধৰ্মঘট। ● দেশৰ চৌদিশে জনতাৰ অসন্তোষ আৰু বিক্ষোভ। ● মানচেভিক আৰু চচিয়েল ৰিভলিউচনেৰী দলৰ দ্বাৰা সৰ্ব-ৰুচ গণতান্ত্ৰিক সম্মিলনৰ আহ্বান। ● এই সম্মিলনত 'প্ৰভিজনেল কাউঞ্চিল অব ৰাছিয়ান ৰিপাব্লিক' প্ৰতিষ্ঠা আৰু বুৰ্জোৱাৰ লগত নীতি ভিত্তিক পুনৰ সহযোগিতাৰ সিদ্ধান্ত। ● কেৰেনেস্কিৰ নেতৃত্বত বুৰ্জোৱা আৰু সমাজবাদীৰ তৃতীয় অস্থায়ী সম্মিলিত চৰকাৰ গঠন। ● বলচেভিক দলৰ কাউঞ্চিলৰ পৰা অপসাৰণ। ● যুদ্ধ সম্পৰ্কে দেশজোৰা বিতৰ্ক আৰু শান্তিৰ বাবে হাহাকাৰ। ● কছাক সামৰিক ৰাজনৈতিক শক্তিৰ অভ্যুদয়। ● বিপ্লৱ আৰু সশস্ত্ৰ অভ্যুত্থানৰ অভিমুখে বলচেভিক দল।

টোকা আৰু প্ৰসংগ ঃ


(1) Nanerkov, A.—'An Illustrated History of the Great October Socialist Revolution. Progress Publishers, Moscow. p-188-89.

(2) Encyclopaedia Brittanica. William Benton & Co. Pb. Chicago. Vol. 19. p. 709.

(3) ibid. No-I. p—204.

(4) Carr, E.H.—The Bolshevik Revolution. Pelican Books, London.

(5) Lenin V. I.—"One of the fundamental questions of the Revolution." article published in 'Robochii Put' on Sept. 27. 1917. Quoted from. ibid No. I pp—218.

(6) Lenin, V.I.—ibid, ibid. p.—219.

(7) Reed, John—Ten Days that Shook the World. Progress Publishers Moscow. 1987 p.—40.

(8) ibid, (No-7). p—41.

(9) ibid, (No-7). p—40-41. চভিয়েটে নিজৰ তৰফৰ পৰা এখন নিৰ্দেশপত্ৰ 'নাকাজ' (৫নং) বাহিৰ কৰিছিল। যুদ্ধৰ লক্ষ্য সম্পৰ্কে আলোচনা আৰম্ভ কৰিলে ইয়াৰ সাৰশূন্যতা উদঙাই দি শান্তি স্থাপনৰ বাতাবৰণ তৈয়াৰ কৰিব পৰা যাব বুলি তেওঁলোকে ভাবিছিল। চৰকাৰে চভিয়েটৰ এনে কাম-কাজ আৰু নিৰ্দেশপত্ৰৰ ঘোৰ বিৰোধিতা কৰিছিল।

(10) ibid. No. 7, p. 41-42.

(11) ibid. No. 7, p. 43.

(12) ibid. No. 7, p. 44.

(13) ibid. No. 7, p. 45.

(14) ibid. No. I—p. 218-219.

দেশৰ বিপ্লৱী পৰিস্থিতিয়ে অৱধাৰিতভাৱে এতিয়া ঘটনা প্ৰবাহক নিয়ন্ত্ৰণ কৰিবলৈ আৰম্ভ কৰিলে। বিপ্লৱে এক নিজস্ব দুৰ্দমনীয় গতি ল'বলৈ ধৰিলে। বিৰোধী শ্ৰেণীবোৰে নিজৰ শ্ৰেণী অৱস্থানত স্পষ্টভাৱে ঠিয় দিবলৈ আৰম্ভ কৰিলে, আৰম্ভ হ'ল এইবোৰৰ মাজৰ সংঘৰ্ষ। আহিব লগীয়া গৃহযুদ্ধৰ ই আছিল যেন এক পূৰ্বাভাস।

কেৰেন্‌স্কি চৰকাৰে বলচেভিক দমনৰ বাবে আকৌ প্ৰস্তুতি ল'লে। সেনাবাহিনীৰ মাজত বিভিন্ন বলচেভিক বিৰোধী গোটবোৰ চৰকাৰী উদ্যোগত গঢ়ি তোলা হ'ল। স্বকট্ৰুপচ, ডেথ বেটালিয়ন, চেণ্ট জৰ্জ পদক (সেনাবাহিনীৰ এক সম্মানিত পুৰস্কাৰ) বিজেতাসকলৰ লীগ আদি বিভিন্ন নামত এই গোটবোৰ গঢ়ি উঠিল। ৰাজধানী পেট্ৰোগ্ৰাডতো 'প্ৰজাতন্ত্ৰী কেন্দ্ৰ', মিলিটেৰী লীগ আদি বিভিন্ন সামৰিক, অসামৰিক সংগঠন গঢ়ি উঠিল। বিপ্লৱ, শ্ৰমিকশ্ৰেণী আৰু বলচেভিক দলৰ বিৰোধিতাই আছিল এই সংগঠনবোৰৰ মূল কাম। এইবোৰ গঢ়ি তোলাৰ মাজেৰে ভৱিষ্যতৰ প্ৰতিবিপ্লৱী শ্বেতৰক্ষক বা হোৱাইট গাৰ্ডবোৰৰ সাংগঠনিক ভিত্তিও গঢ়ি উঠিল। সমগ্ৰ দেশজুৰি বুৰ্জোৱা আৰু বিপ্লৱবিৰোধীসকলৰ উদ্যোগত কাঠফুলা গজাদি এনে সংগঠনবোৰ গজি উঠিল আৰু ঠায়ে ঠায়ে বিপ্লৱীসকলৰ লগত সংঘৰ্ষৰো সূত্ৰপাত হ'বলৈ ধৰিলে।[1] কৰ্নিলভ বিদ্ৰোহৰ বিফলতাৰ পাছতো এই সংগঠনবোৰ নিষ্ক্ৰিয় হওক চাৰি অধিক সক্ৰিয় হৈ হে উঠিল।

চৰকাৰৰ তথা বুৰ্জোৱা শ্ৰেণীৰ এটা প্ৰধান লক্ষ্য আছিল বৃহৎ সেনাবাহিনীক ৰাজনৈতিক প্ৰভাৱৰ পৰা মুক্ত কৰা। ইতিমধ্যে 'সৈনিক সমিতি' আৰু সৈনিক চভিয়েট গঠনৰ জৰিয়তে বৃহৎ সেনাবাহিনীত দেশৰ সকলো ধৰণৰ ৰাজনৈতিক প্ৰৱণতাই সোমাই পৰিছে আৰু লাহে লাহে এইবোৰৰ মাজত বলচেভিক দলৰ প্ৰভাৱো বাঢ়ি আহিছে। বুৰ্জোৱা নেতাসকলে সেনাবাহিনীৰ ৰাজনৈতিক কাম-কাজ ৰোধ কৰিবৰ বাবে কঠোৰতম পন্থা লোৱাৰ পৃষ্ঠপোষকতা কৰিছিল। আনকি ইয়াৰ বাবে মৃত্যুদণ্ডৰ ব্যৱস্থা পুনৰ প্ৰৱৰ্তনৰ বাবেও দাবী জনাইছিল। তেওঁলোকে জানিছিল যে সেনাবাহিনীক এবাৰ ৰাজনৈতিক প্ৰভাৱৰ পৰা মুক্ত কৰি ল'ব পাৰিলে ইয়াক তেওঁলোকে বিপ্লৱ দমনৰ কামত লগাব পাৰিব। কিন্তু, দেশৰ পৰিস্থিতি তেতিয়া এনেদৰে সলনি হৈ গৈছে যে বুৰ্জোৱাৰ এই আশা সফল নহ'ল, বৰঞ্চ সেনাবাহিনীৰ মাজতো বুৰ্জোৱা বিৰোধী সংগ্ৰামে দানা বান্ধি উঠিল। ইয়াৰ প্ৰকাশ ঘটিল অফিচাৰসকলৰ বিৰুদ্ধে সাধাৰণ সৈনিকৰ বিক্ষোভত। প্ৰাচীন অভিজাত, ভূস্বামী, ধনীক বুৰ্জোৱা শ্ৰেণীৰ মাজৰ পৰা অহা বিষয়াসকলৰ বিৰুদ্ধে সাধাৰণ সেনা ঘৃণাত জ্বলি উঠিল। বাল্টিক নৌবহৰত এই ঘৃণাই নৃশংস হত্যাকাণ্ডৰ ৰূপ ল'লে। সাধাৰণ নাৱিকসকলে এডমিৰেল আৰু অন্যান্য বিষয়াসকলক কোবাই বা পানীত পেলাই দি হত্যা

কৰা আৰম্ভ কৰিলে।[৪] ফ্ৰণ্ট লাইনৰ সেনাসকলৰ মাজতো অশান্তি বাঢ়ি আহিল। খাদ্য, বস্ত্ৰ-পাতিৰ অভাৱ আৰু ট্ৰেন্স যুদ্ধৰ অপৰিসীম কষ্ট-ক্লেশে তেওঁলোকৰ নৈতিক বল ভাঙি পেলালে। দেখাত, ওপৰে ওপৰে শৃংখলা থকা যেন লাগিলেও ভিতৰি ভিতৰি সেনাবাহিনীত ভাঙোন বেয়াকৈ আৰম্ভ হৈ গ'ল। বহুঠাইত সৈনিকবোৰে নিজৰ নিজৰ গোট এৰি পলাই যাবলৈ আৰম্ভ কৰিলে।

এনে এক পৰিস্থিতিত, ১ চেপ্টেম্বৰৰ দিনা, আলেকজেণ্ডাৰ কেৰেনস্কিৰ চৰকাৰে ৰাচিয়াত জাৰতন্ত্ৰৰ আনুষ্ঠানিক অৱসান ঘটাই ৰাচিয়াক এখন প্ৰজাতন্ত্ৰ বুলি ঘোষণা কৰিলে।

ইতিমধ্যে অৱশ্যে কেৰেনস্কিয়ে জাৰ আৰু ৰাজ-পৰিয়ালৰ সদস্যসকলক ৰাজধানীৰ কাষৰ পৰা দূৰলৈ আঁতৰ কৰি পঠিয়াইছে যাতে সত্তকাই তেওঁলোকৰ কোনো বিপদ নহয়। কিন্তু, প্ৰজাতন্ত্ৰ ঘোষণা কৰাৰ পিছতো কেৰেনস্কি চৰকাৰৰ সংকট দূৰ নহ'ল, বৰঞ্চ বাঢ়িলহে। এইবাৰ কেৰেনস্কিয়ে ফৰাচী-বিপ্লৱৰ পাছত গঠন হোৱাৰ দৰে দেশৰ চৰকাৰী কাম-কাজ পৰিচালনা কৰিবৰ বাবে এখন পাঁচজনীয়া ডাইৰেক্টৰেট (ডিৰেকতোৰিয়াৰ) গঠন কৰিলে। দেশৰ সৰ্বময় কাৰ্যকৰী ক্ষমতা ইয়াৰ ওপৰত ন্যস্ত কৰা হ'ল। কেৰেনস্কিৰ বাহিৰে ইয়াৰ আন সদস্যসকল হ'ল যুদ্ধমন্ত্ৰী ভাৰখভস্কি, নৌমন্ত্ৰী ভাৰদেৰভস্কি, ডাক-তাঁৰ মন্ত্ৰী নিকিটিন আৰু বৈদেশিক মন্ত্ৰী টেৰেচেংকো।

থৰক-বৰক হৈ পৰা ৰাষ্ট্ৰ ব্যৱস্থাক শক্তিশালীভাৱে পুনৰ প্ৰতিষ্ঠা কৰিবৰ বাবে এই ডাইৰেক্টৰেট প্ৰতিষ্ঠা কৰা হৈছে বুলি ঘোষণা কৰা হ'ল।

প্ৰকৃততে সেইসময়লৈ মানচেভিক আৰু চ'চিয়েল ৰিভলিউচনেৰীসকলে কাডেট দলৰ লগত একেলগে মন্ত্ৰীসভাত থাকিবলৈ অমান্তি হৈছিল। কৰ্নিলভ বিদ্ৰোহৰ বিফলতাৰ পাছত কাডেট দল বুৰ্জোৱা প্ৰতিক্ৰিয়াৰ লগত ঘনিষ্ঠভাৱে চিহ্নিত হৈ পৰিল। এতিয়া আৰু সমাজবাদী দলবোৰে ইয়াৰ লগত খোলাখুলিকৈ কোনো ধৰণৰ সম্পৰ্ক ৰাখিব নোখোজে। সেয়ে তেওঁলোকে এতিয়া সম্মিলিত মন্ত্ৰীসভাত থাকিবলৈ অমান্তি হ'ল। কেৰেনস্কিয়ে এই পৰিস্থিতিত মন্ত্ৰীসভাখনকে উপেক্ষা কৰি প্ৰশাসনৰ বাবে পাঁচজনীয়া ডাইৰেক্টৰেটখন পাতি ল'লে। ইয়াৰ জৰিয়তে এইবাৰ প্ৰজাতন্ত্ৰৰ নামত আলেকজেণ্ডাৰ কেৰেনস্কিৰ ব্যক্তিগত একনায়কত্ব প্ৰতিষ্ঠা হ'ল।

ইতিমধ্যে সমগ্ৰ দেশ জুৰি চ'ভিয়েটবোৰৰ গাঁথনিতো প্ৰচণ্ড পৰিৱৰ্তন হৈছে। কৰ্নিলভ বিদ্ৰোহৰ বিৰুদ্ধে জনগণক সংগঠিত কৰি বলচেভিক দল ইতিমধ্যে প্ৰচণ্ড ক্ষমতাশালী হৈ পৰিছে। প্ৰতিদিনে, প্ৰতিঘণ্টাই এই দলৰ শক্তি বাঢ়ি আহিছে। দেশৰ বিভিন্ন অংশৰ চ'ভিয়েটবোৰতো নতুন নিৰ্বাচনৰ জৰিয়তে এই দলে সংখ্যাগৰিষ্ঠতা লাভ কৰিবলৈ আৰম্ভ কৰিছে। ৩১ আগষ্টৰ দিনা পেট্ৰোগ্ৰাড চ'ভিয়েটত পোন প্ৰথম বাৰৰ বাবে ২৭৯ বনাম ১১৫ ভোটৰ ব্যৱধানত বলচেভিক

ৰূপে উত্থাপন কৰা প্ৰস্তাৱ এটা গৃহীত হৈ যায়। এই প্ৰস্তাৱটোত প্ৰতিবিপ্লৱী ৰুজোৱাৰ লগত সহযোগিতা কৰা কামক গৰিহণা দিয়া হৈছিল। চভিয়েটবোৰত নিতৌ ন ন গোটে যোগদান কৰাৰ ফলত প্ৰায় প্ৰতিদিনেই ইয়াৰ গাঁথনি সলনি হৈ ছিল। কাৰ্যকৰী সমিতিখন একে থাকিলেও ইয়াৰ সদস্যসকল বেলেগ বেলেগ হৈছিল, ন ন লোক ইয়াত সোমাই পৰিছিল। এনেদৰে চাওঁতে চাওঁতে মস্কো, পেট্ৰোগ্ৰাড আদি প্ৰধান চভিয়েটবোৰত বলচেভিক সংখ্যা বাঢ়ি আহিছিল। আনহাতে আপোচকামী মানচেভিক আৰু চ'চিয়েল ৰিভলিউচনেৰী দলৰ সদস্য সংখ্যা কমি আহিছিল। অৱস্থা সময়ত এনেকুৱা হৈছিলগৈ যে এই দল দুটাৰ সদস্যবোৰে চভিয়েটৰ পৰা ইস্তফা দিব লগীয়া অৱস্থাও হৈছিলগৈ। ৯ চেপ্টেম্বৰলৈ ৰাজধানীৰ পেট্ৰোগ্ৰাড চভিয়েটত বলচেভিক দলৰ একক সদস্য সংখ্যা আনবোৰতকৈ বাঢ়ি গৈছিল।

এনে অৱস্থাত পুৰণা কাৰ্যকৰী সমিতিবোৰ ভংগ কৰি নতুনকৈ নিৰ্বাচন পাতিবলগীয়া পৰিস্থিতিৰ উদ্ভৱ হৈছিলগৈ। ২৫ চেপ্টেম্বৰৰ দিনা কাৰ্যকৰী সমিতিৰ নিৰ্বাচন অনুষ্ঠিত হয় পেট্ৰোগ্ৰাড চভিয়েটৰ। ইয়াৰ ৪০০ আসনৰ ভিতৰত বলচেভিক দলে ২৩০ খন আসন দখল কৰি সংখ্যাগৰিষ্ঠতা লাভ কৰে। মানচেভিক দলে ৫৪ খন আৰু চ'চিয়েল ৰিভলিউচনেৰী দলে ১০২ খন আসন লাভ কৰে। পেট্ৰোগ্ৰাড চভিয়েট এইবাৰ বলচেভিক দখললৈ আহে।

দেশৰ আন আন ঠাইতো একে ঘটনাৰে পুনৰাবৃত্তি ঘটে।

এইবাৰ লেনিনে পৰিৱৰ্তিত পৰিস্থিতিত দলৰ কাৰ্যপন্থা আৰু শ্লোগান আকৌ সলনি কৰাৰ প্ৰসংগ উত্থাপন কৰে। এতিয়া প্ৰায়বোৰ চভিয়েটতেই বলচেভিক দলৰ আধিপত্য, এতিয়া চভিয়েটৰ হাতলৈ ক্ষমতা অহা মানে দলৰ হাতলৈকে ক্ষমতা অহা। সেয়ে 'চভিয়েটৰ হাতত সমগ্ৰ ক্ষমতা' প্ৰদানৰ শ্লোগানটো পুনৰ প্ৰচলন কৰা হ'ল। দলে অস্থায়ী চৰকাৰক উৎখাত কৰি দেশৰ ক্ষমতা চভিয়েটৰ হাতলৈ আনিবৰ বাবে এইবাৰ তীব্ৰ প্ৰচাৰ চলালে আৰু দেশত এক বৈপ্লৱিক সংস্কাৰৰ কাৰ্যসূচী ল'বলৈ আহ্বান জনালে।

পৰিস্থিতিৰ এই নাটকীয় পৰিৱৰ্তনক লেনিনে এক দ্ৰুত আৰু মৌলিক পৰিৱৰ্তন বুলি অভিহিত কৰিলে।[৪] তেওঁ কৰ্নিলভ বিদ্ৰোহৰ বিফলতাৰ পাছতেই কৈছিল যে আকৌ এবাৰ, আকৌ এবাৰ শান্তিপূৰ্ণ উপায়েৰে চভিয়েটৰ হাতলৈ ক্ষমতা হস্তান্তৰিত কৰাৰ সুৰ্বণ সুযোগ আহি পৰিছে। এই শান্তিপূৰ্ণ বিপ্লৱৰ সুযোগৰ যদি সদ্ব্যৱহাৰ কৰা নাযায়, তেনেহ'লে পৰিস্থিতি অচিৰেই ৰক্তপাত আৰু গৃহযুদ্ধৰ ফালে ঢাল খাব। শ্ৰমিক শ্ৰেণীয়ে শান্তিপূৰ্ণভাৱে দেশৰ ক্ষমতা দখল কৰাৰ এয়েই সময়, এয়েই সুযোগ।

তেওঁ ঘোষণা কৰিছিল যে শ্ৰমিক শ্ৰেণীৰ হাতলৈ শান্তিপূৰ্ণ উপায়েৰে ক্ষমতা হস্তান্তৰ কৰাৰ স্বাৰ্থত বলচেভিক দলে মানচেভিক আৰু চ'চিয়েল ৰিভলিউচনেৰী

দলৰ লগত একাধবা, বুর্জোৱা আনকি আপোচ কৰিবলৈকো প্ৰস্তুত।[4] যদি এই দল দুটাই বুর্জোৱা দলবোৰৰ লগত সকলো সম্পর্ক ছিন্ন কৰে তেনেহ'লে বলচেভিক দলে মানচেভিক আৰু চ'চিয়েল ৰিভলিউচনেৰী দলৰ সম্মিলিত চৰকাৰ একনকো সম্পূর্ণ সমর্থন জনাব। এনে এখন চৰকাৰে প্ৰতিটো ৰাজনৈতিক দলে শান্তিপূর্ণভাৱে ৰাজনৈতিক প্ৰচাৰ কাৰ্য চলোৱাৰ অধিকাৰ দিব লাগিব আৰু অনতিপলমে দেশৰ সংবিধান প্ৰণয়নৰ বাবে সাংবিধানিক সভা আহ্বান কৰিব লাগিব। এনে কাম কৰিলে দেশৰ বিপ্লৱ শান্তিপূর্ণ পথেৰে সমাজবাদৰ দিশলৈ আগবাঢ়িব।

কিন্তু লেনিনৰ এই আহ্বানৰ প্ৰতি বাকী সমাজবাদী দলবোৰে তেতিয়া কাণসাৰ নিদিলে। আচৰিত কথা যে লেনিনে এই আহ্বান জনাইছিল চেপ্টেম্বৰ মাহৰ আগভাগতেই ঃ তেতিয়াও পেট্ৰোগ্ৰাড চভিয়েটত বলচেভিক দল সংখ্যা-গৰিষ্ঠ হোৱা নাই। লেনিনৰ এই প্ৰস্তাৱ বাকীবোৰে গ্ৰহণ নকৰাত শান্তিপূর্ণ-ভাৱে ক্ষমতা হস্তান্তৰৰ সুযোগ প্ৰতিদিনেই কমি আহিবলৈ ধৰিলে। মানচেভিক আৰু চ'চিয়েল ৰিভলিউচনেৰী দলে কাডেট দলৰ লগত চৰকাৰ গঠন কৰিবলৈ অমান্তি হ'লেও তেওঁলোকে কিন্তু কেৰেনেস্কিৰ ডিৰেক্টৰেট গঠনৰ প্ৰতি সমর্থন জনালে আৰু কেৰেনেস্কি একনায়কত্বক এনেদৰেই আইনী মৰ্য্যাদা প্ৰদান কৰিলে। চেপ্টেম্বৰৰ আৰম্ভণিতেই লোৱা লেনিনৰ এই শান্তি প্ৰচেষ্টা এই দলদুটাৰ আপোচ-কামিতাৰ ফলত ব্যর্থ হোৱাত দেশৰ পৰিস্থিতি অৱধাৰিতভাৱে সংঘৰ্ষৰফালে যাবলৈ ধৰিলে। এতিয়া ষষ্ঠ কংগ্ৰেছৰ সিদ্ধান্ত মতে সশস্ত্ৰ অভ্যুত্থানৰ জৰিয়তে ক্ষমতা দখলৰ বাবে বলচেভিক দল সাজু হ'বলৈ ধৰিলে।

বলচেভিক দলে সংখ্যাগৰিষ্ঠতা (চভিয়েটবোৰত) লাভ কৰাৰ পাছতো লেনিনে আকৌ এবাৰ শান্তিপূর্ণভাৱে ক্ষমতা দখলৰ ৰাজনৈতিক চেষ্টা চলাইছিল।

লেনিনৰ এই শেহতীয়া প্ৰচেষ্টাৰ কাৰণ আছিল বাকী দুটা দলৰ মাজত আৰম্ভ হোৱা দ্ৰুত বিভাজন।

মানচেভিক দলৰ ভিতৰত মাৰটভৰ নেতৃত্বৰ বামপন্থী অংশই বুর্জোৱাৰ লগত যিকোনো সম্মিলিত চৰকাৰ গঠনৰ বিৰোধিতা কৰিছিল আৰু দোদুল্য-মানতা বাদ দি দেশত সকলো বামপন্থী সমাজবাদী দলৰ এখন সংযুক্ত চৰকাৰ গঠনৰ পৃষ্ঠপোষকতা কৰিছিল। মাৰটভৰ এই বাওঁপন্থী গোটটো নিজৰ দলৰ মধ্যমপন্থী নেতাসকলৰ পৰা ক্ৰমে আঁতৰি আহিছিল আৰু বলচেভিক দলৰ ওচৰ চাপিছিল। নভয়াজিন (নতুন জীৱন) নামৰ কাকতখনক কেন্দ্ৰ কৰি গঢ়ি উঠা এই গোটটোৱে মানচেভিক দলৰ কেন্দ্ৰীয় কমিটিক মানি চলিবলৈ অমান্তি হৈছিল আৰু নিজা কেন্দ্ৰীয় কমিটি গঠন কৰিছিল। এই বিভাজনে বলচেভিক দলৰ স্থিতি আৰু শক্তিশালী কৰি তুলিছিল।

চ'চিয়েল বিভলিউচনেৰী দলৰ মাজতো দ্ৰুত বিভাজন হৈছিল। ইয়াতো বামপন্থী বিপ্লৱী গোট এটা গঢ়ি উঠিছিল (এই গোটটো পিছত মূল দলৰ পৰা ফাটি ওলাই গৈ লেফ্‌ট বা বাওঁ চ'চিয়েল বিভলিউচনেৰী দল গঠন কৰিছিল।) এই গোটটোৱেও নিজা কাকত, নিজা সংগঠন আদি গঢ়ি তুলিছিল। বাহিৰৰ গাঁও অঞ্চলত দেখা দিয়া তীব্ৰ শ্ৰেণীদ্বন্দ্বৰ ফলতেই এই বিভাজন ঘটিছিল। অভাৱ, অনাটন, আকাল আৰু ইয়াৰ ওপৰতে ফ্ৰন্ট লাইন ত্যাগ কৰি হাজাৰ হাজাৰ সৈনিক নিজৰ গাঁৱলৈ উভতি যোৱাত চৌদিশে অশান্তি বাঢ়িছিল। এই সৈনিক খেতিয়কসকল আৰু গাঁৱৰ দৰিদ্ৰ খেতিয়কহঁতে মাটিৰ দাবী উত্থাপন কৰিছিল। চৰকাৰত সোমাই আপোচৰ পথ লোৱা চ'চিয়েল বিভলিউচনেৰী দলৰ নেতাসকলে কৃষি আৰু ভূমিৰ প্ৰশ্নত কোনো নতুন পদক্ষেপ ল'ব নোৱৰাত এই দলৰ মাজত দ্ৰুতে গৰাখহনীয়া আৰম্ভ হয়। কৃষকসকলৰ এটা ডাঙৰ অংশ বলচেভিক দলৰ পক্ষলৈ আহিল। চভিয়েট নিৰ্বাচনবোৰত দলৰ সাফল্যৰ ইও এটা কাৰণ। এনে পৰিস্থিতিত দলৰ নেতৃত্বৰ বিৰুদ্ধে বিদ্ৰোহ কৰিয়েই বামপন্থী গোটটো ফাটি ওলাই আহিবলৈ আৰম্ভ কৰে আৰু কৃষি সংস্কাৰৰ জংগী কাৰ্যসূচী লৈ কৃষক-জনতাৰ এক বৃহৎ অংশৰ সমৰ্থন লাভ কৰিবলৈ সক্ষম হয়।

বলচেভিক আৰু চ'চিয়েল বিভলিউচনেৰী দলৰ এই বামপন্থী গোটদুটাৰ লগ হৈ আকৌ এবাৰ শান্তিপূৰ্ণ উপায়েৰে ক্ষমতা হস্তান্তৰৰ বাবে লেনিনে ৰাজনৈতিক উদ্যোগ আৰম্ভ কৰিলে। বুৰ্জোৱা ঐতিহাসিকসকলে সদায় বলচেভিকদলক ষড়যন্ত্ৰমূলকভাৱে হিংসাৰ সহায়েৰে ক্ষমতা দখল কৰা বুলি অভিযোগ কৰে। কিন্তু লেনিন আৰু এই দলে বাৰে বাৰে হিংসা পৰিহাৰ কৰি শান্তিপূৰ্ণ উপায়েৰে ক্ষমতা হস্তান্তৰৰ বাবেহে চেষ্টা কৰি আহিছিল। শেষলৈকেই তেওঁলোকে শান্তিপূৰ্ণভাৱে এই কাম সম্পন্ন কৰাৰ চেষ্টা কৰিছিল— সকলো সাংবিধানিক তথা আইনগত পন্থাৰ সহায় লৈছিল, প্ৰয়োজনত ৰাজকীয় ডুমাৰ পৰা আৰম্ভ কৰি চভিয়েটবোৰলৈকে নিৰ্বাচনত অৱতীৰ্ণ হৈছিল আৰু নিৰ্বাচনৰ জৰিয়তেই চভিয়েটত সংখ্যাগৰিষ্ঠতা লাভ কৰিছিল। আচৰিত কথা যে অক্টোবৰ সমাজতান্ত্ৰিক বিপ্লৱৰ ক্ষমতা হস্তান্তৰো মূলতঃ শান্তিপূৰ্ণ ভাৱেৰেই হৈছিল। নতুন চভিয়েট চৰকাৰক বিপ্লৱ বিৰোধীসকলে সশস্ত্ৰভাৱে বিৰোধিতা কৰাতহে আৰম্ভ হৈছিল গৃহযুদ্ধ।

সেয়া অৱশ্যে অন্য এক প্ৰসঙ্গ। ইয়াক আমি পাছত আলোচনা কৰিম।

কেৰেনেস্কিৰ চৰকাৰ ইতিমধ্যে প্ৰশাসন চলোৱাৰ কামত সম্পূৰ্ণৰূপে ব্যৰ্থ হৈ পৰিছে। নতুন ডিৰেক্টৰেটেও বিশেষ একো সুবিধা কৰিব পৰা নাই। চৰকাৰৰ নিৰ্দেশ কোনেও নমনা হ'ল, আনকি সেনাবাহিনীয়েও সৰ্বাধিনায়ক কেৰেনেস্কিৰ আদেশ মানিবলৈ অমান্তি হ'ল। কেৰেনেস্কিয়ে সেনাবাহিনীক ৰেডগাৰ্ড বাহিনীবোৰক নিৰস্ত্ৰ কৰিবলৈ আদেশ দিছিল, কিন্তু সেনাবাহিনীয়ে

এই আজ্ঞাৰ কাৰ্যকৰী নকৰিলে। চৰকাৰৰ কৰ্তৃত্ব প্ৰায় নাইকিয়া হোৱাৰ দৰে হ'লগৈ। আনহাতে তেতিয়াও মেনচেভিক আৰু চ'চিয়েল ৰিভলিউচনেৰীসকলৰ প্ৰাধান্য থকা শ্ৰমিক কৃষক আৰু সৈনিক চভিয়েটবোৰৰ কেন্দ্ৰীয় কাৰ্যনিৰ্বাহক সমিতিৰ মাজতো সমানে থকা-খুন্দা লাগিবলৈ ধৰিলে। এই সমিতিখনে কেৰেনেস্কিয়ে কৰ্নিলভ বিদ্ৰোহৰ সময়ত গঢ়ি উঠা নাগৰিকসকলৰ প্ৰতিৰক্ষাৰ বিৰোধী সমিতিবোৰ ভাঙি দিব খোজা কামৰ বিৰোধিতা কৰিলে। আনহাতে দোদুল্যমান এই সমিতিয়েই আকৌ কেৰেনেস্কিয়ে কেতবোৰ বিৰোধী বাতৰি কাকত বন্ধ কৰি দিব বিচৰাত সেনা পঠিয়াই অফিচবোৰ বন্ধ কৰাই দিয়ালে।

‘দেশৰ অৰ্থনৈতিক অৱস্থা বৰ শোচনীয় হৈ পৰিল। কল-কাৰখানাবোৰত উৎপাদন কমি আহিল, কেঁচামাল, ৰচদ আদিৰ নাটনি হোৱাত ফেক্টৰীবোৰ এটা এটাকৈ বন্ধ হৈ আহিবলৈ ধৰিলে। কয়লা, জ্বালানি সামগ্ৰী, কাঠ আদি চহৰবোৰত পাবলৈ নাইকিয়া হ'ল। ৰেল ব্যৱস্থা ভাগি পৰো পৰো অৱস্থা হ'ল। খাদ্য সামগ্ৰীৰ নাটনি হোৱাত ঠায়ে ঠায়ে বিক্ষোভ আৰু লুটপাতো আৰম্ভ হ'বলৈ ধৰিলে। বস্তু-বাহানিৰ দাম হুহুকৈ বাঢ়িবলৈ ধৰিলে। চৰকাৰে মূল্য বৃদ্ধিৰ মোকাবিলা কৰিবলৈ কাগজৰ টকা ছপাই বজাৰ ওপচাই দিলে। ‘কেৰেনেস্কি' ৰুবল নামে জনাজাত এই টকাবোৰ অচিৰেই মূল্যহীন হৈ পৰিল; এগাড়ী টকা লৈ গৈয়ো বজাৰৰ পৰা এমোনা বস্তু কিনি আনিব নোৱাৰা অৱস্থা হ'ল। অৰ্থনৈতিক বিশৃংখলতাই জাতীয় জীৱন কোঙা কৰি পেলালে।

ইয়াৰ মাজতে চেপ্টেম্বৰ মাহৰ ২৪-২৭ তাৰিখলৈ সমগ্ৰ ৰাছিয়া জুৰি ৰেল ধৰ্মঘট আৰম্ভ হ'ল। এই ধৰ্মঘটেই আছিল ৰাছিয়াৰ সেই কালছোৱাৰ আটাইতকৈ ডাঙৰ ৰাজনৈতিক-অৰ্থনৈতিক ধৰ্মঘট। গোটেই দেশ জুৰি ৰেল পৰিবহণ ব্যৱস্থা অচল হৈ পৰিল। চৰকাৰে জোৰকৈ এই ধৰ্মঘট ভাঙিবলৈ চেষ্টা কৰিছিল যদিও বিফল হ'ল। বিভিন্ন চভিয়েটবোৰে, শ্ৰমিক, সৈনিক আৰু কৃষক চভিয়েটে ধৰ্মঘটকাৰী ৰেলশ্ৰমিকসকলৰ প্ৰতি সমৰ্থন আগবঢ়ালে। এই প্ৰচণ্ড ধৰ্মঘটৰ সন্মুখত চৰকাৰে বহুত ৰেহাই ব্যৱস্থা ঘোষণা কৰিবলৈ বাধ্য হ'ল।

ধৰ্মঘটৰ মোকাবিলা কৰিবলৈ মালিকসকলে কাৰখানাবোৰ বন্ধ বা লক্-আউট ঘোষণা কৰিবলৈ ধৰিলে। বলচেভিকসকলে এই লক্ আউট ঘোষণাৰ বিৰুদ্ধে সংগ্ৰাম আৰম্ভ কৰিলে। ঠায়ে ঠায়ে বলচেভিক দলৰ নেতৃত্বত শ্ৰমিক-সকলে কাৰখানাবোৰকে দখল কৰি নিজে চলাবলৈ আৰম্ভ কৰিলে। দিনে দিনে এনে কাৰখানা দখলৰ ঘটনা বাঢ়ি আহিবলৈ ধৰিলে।

চেপ্টেম্বৰৰ শেষৰ ফাললৈ তেল উদ্যোগতো প্ৰচণ্ড ধৰ্মঘট আৰম্ভ হ'ল। বাকু তৈলক্ষেত্ৰত উৎপাদন বন্ধ হৈ পৰিল।

গাঁও অঞ্চলতো এই সময়তে আকৌ প্ৰচণ্ড বিক্ষোভ আৰম্ভ হ'ল। খেতিয়ক-সকলে মাটিৰ দাবীত আকৌ এবাৰ জমিদাৰসকলৰ খাত-পামবোৰ দখল

কৰিলে। জমিদাৰৰ প্ৰাসাদবোৰ ঠায়ে ঠায়ে জ্বলাই দি মাটি-বাৰীবোৰ দখল কৰি ল'লে। চৰকাৰে এই কৃষক-বিক্ষোভ কঠোৰ হাতেৰে দমন কৰাৰ চেষ্টা কৰিলে। বিদ্ৰোহী খেতিয়কসকলক কোৰ্ট মাৰ্শ্বাল ব্যৱস্থাৰ দ্বাৰা ঠাইতে শাস্তি প্ৰদান কৰা, সেনাবাহিনীৰ শাস্তিমূলক গোট পঠাই বিদ্ৰোহী খেতিয়কসকলক ধৰি কঠোৰ হাতেৰে দমন কৰাকে ধৰি সকলো ধৰণৰ ব্যৱস্থা হাতত ল'লে যদিও সফল নহ'ল। ৰাচিয়াৰ ব্যাপক গাঁও অঞ্চলতো চৰকাৰী কৰ্তৃত্ব নাইকিয়া হৈ পৰিল।

জাতিসত্তাবোৰৰ বিক্ষোভো এই সময়ত বাঢ়ি আহিল। ফিনলেণ্ড, বাল্টিক অঞ্চল, ইউক্ৰাইন, বাইলৰুচীয়া সকলোতে জাতীয় আত্মনিয়ন্ত্ৰণৰ বাবে জনতাৰ আন্দোলন আৰম্ভ হ'বলৈ ধৰিলে। তাচখণ্ডত জাতীয় চৰকাৰক উপেক্ষা কৰি অস্থায়ী বিপ্লৱী সমিতিও গঢ়ি তোলা হ'ল। সেনাবাহিনীতো চৰকাৰক অৱমাননা কৰা, চৰকাৰী নিৰ্দেশ পালন কৰিবলৈ অমান্তি হোৱাৰ ঘটনা দিনে দিনে বাঢ়ি আহিবলৈ ধৰিলে।

দেশৰ চৰকাৰৰ শাসন আৰু কৰ্তৃত্ব কমি অহাৰ এই অৱস্থাত সাম্ৰাজ্যবাদী হস্তক্ষেপৰ ঘটনাও বাঢ়ি আহিল। মিত্ৰ-বাহিনীৰ ৰাষ্ট্ৰদূতসকলে চৰকাৰৰ কাম-কাজত খোলাখুলিকৈ হাত দিবলৈ ধৰিলে। এহাতে আমেৰিকা আৰু জাপানে অস্থায়ী চৰকাৰক কোটি কোটি টকাৰ ঋণ দিবলৈ আৰম্ভ কৰিলে; আনহাতে বৃটিছ, ফৰাচী আৰু ইটালীয়ান ৰাষ্ট্ৰদূতকেজনে চৰকাৰক কঠোৰ হাতেৰে দেশৰ অশান্তি দমন কৰি, সামৰিক বাহিনীত শৃংখলা পুনৰ প্ৰবৰ্তন কৰি যুদ্ধ চলাই যাবলৈ অহৰহ হেঁচা দিবলৈ ধৰিলে। দেশৰ প্ৰাচীন অভিজাত-সকল আৰু বুৰ্জোৱা দলবোৰক তেওঁলোকে নানাভাৱেৰে সহায় কৰিবলৈ ধৰিলে। চৰকাৰী কাম-কাজত এনে নগ্ন সাম্ৰাজ্যবাদী হস্তক্ষেপে সমগ্ৰ ৰাচিয়াত প্ৰচণ্ড বিক্ষুব্ধিৰ জন্ম দিলে।

এক কথাত ক'বলৈ গ'লে ৰাচিয়াত কোনোধৰণৰ চৰকাৰ, কোনো কৰ্তৃপক্ষ নোহোৱাৰ নিচিনা অৱস্থা হ'লগৈ।

এনে অৱস্থাত মানচেভিক আৰু চ'চিয়েল বিভ্‌লিউচনেৰী দলৰ নেতাসকলে আকৌ এবাৰ আপোচৰ মাজেৰে দেশত চৰকাৰ গঠন কৰাৰ চেষ্টা চলালে। বুৰ্জোৱাৰ লগত মিত্ৰতা কৰাৰ মোহ তেওঁলোকে তেতিয়াও এৰিবলৈ পৰা নাই। দেশৰ ইমান বিপ্লৱমুখৰ পৰিস্থিতিতো তেওঁলোকৰ দোদুল্যমানতা নাইকিয়া হোৱা নাই। দৰাচলতে বিপ্লৱৰ ভয়ত—অজান কিবা এটা ঘটাৰ ভয়ত এই পেটিবুৰ্জোৱা নেতাসকল নিজেই সন্ত্ৰস্ত আছিল। সেই সময়ত শ্ৰমিক আৰু সৈনিক চভিয়েটৰ কেন্দ্ৰীয় কাৰ্যকৰী সমিতিত এই দল দুটাৰ প্ৰাধান্য তেতিয়াও অকুন্ন আছিল। ইতিমধ্যে প্ৰায়বোৰ চভিয়েটত বলচেভিক দলে সংখ্যাগৰিষ্ঠতা লাভ কৰিছে যদিও চভিয়েটবোৰৰ দ্বিতীয় কংগ্ৰেছ তেতিয়াও অনুষ্ঠিত নোহোৱাৰ বাবে কাৰ্যকৰী সমিতি পুৰণাকৈই কাম

চলাই আছে। এই সমিতিখনে বাৰে বাৰে নতুন চভিয়েটৰ কংগ্ৰেছ আহ্বান কৰিবলৈ ইচ্ছা কৰা নাছিল। বাৰে বাৰে সদস্যসকলে জোৰ কৰা সত্ত্বেও কেন্দ্ৰীয় সমিতিয়ে কংগ্ৰেছ আহ্বান কৰিবলৈ অমান্তি হৈছিল। এতিয়া এই কেন্দ্ৰীয় সমিতিয়ে কংগ্ৰেছৰ অধিবেশন আহ্বান নকৰি এখন সৰ্ব ৰাছিয়া গণতান্ত্ৰিক সম্মিলনহে আহ্বান কৰিলে। কেৰেনেস্কিৰ দলে এওঁলোকেও পৌৰসভা, জেমস্টভ, সমবায় সমিতিবোৰৰ পৰা বহু সংখ্যক সদস্যক নিমন্ত্ৰণ জনালে। মুঠ ১৫০০ সদস্যৰ ভিতৰত চভিয়েটবোৰক মাত্ৰ ২৩০ খন আসনহে দিয়া হ'ল। এনেদৰেই কেন্দ্ৰীয় সমিতিৰ নেতাসকলে বলচেভিকসকলক বাদ দি গণতান্ত্ৰিক সম্মিলনতো নিজৰ সংখ্যাগৰিষ্ঠতা বজায় ৰখাৰ চেষ্টা কৰিছিল।

লেনিনে বলচেভিক দলক এই সম্মিলন বৰ্জন কৰিবলৈ কৈছিল। কিন্তু লেনিন তেতিয়াও আত্মগোপন কৰিয়েই আছে। তেওঁৰ অবৰ্তমানত বলচেভিক দলৰ বাকী নেতাসকলে কিন্তু এই সম্মিলনত যোগ দিবলৈ স্থিৰ কৰিলে। এই সম্মিলনত মানচেভিক আৰু চ'চিয়েল ৰিভলিউচনেৰী দলৰ নেতাসকলৰ উদ্যোগত ৰুচ প্ৰজাতন্ত্ৰৰ এখন অস্থায়ী কাউন্সিল—'প্ৰভিজনেল কাউন্সিল অৱ ৰাছিয়ান ৰিপাব্লিক' গঠন কৰা হ'ল। এই কাউন্সিলখনে বিধায়িনী সভা গঠন নোহোৱা পৰ্যন্ত স্থায়ীভাৱে থাকিব আৰু চৰকাৰক বিভিন্ন কাম-কাজত দিহা-পৰামৰ্শ দিব বুলি স্থিৰ কৰা হ'ল। কিন্তু এই কাউন্সিলৰ পৰামৰ্শ চৰকাৰৰ বাবে বাধ্যতামূলক নহ'ব। ইয়াৰ পাছতে এই নেতাসকলে কাউন্সিল আৰু কেৰেনেস্কিৰ মাজত বুজাপৰা কৰি এখন নতুন মন্ত্ৰীসভা গঠন কৰিবলৈ আগবাঢ়িল। অচিৰেই তৃতীয় অস্থায়ী সংযুক্ত চৰকাৰ গঠন কৰা হ'ল। মানচেভিক আৰু চ'চিয়েল ৰিভলিউচনেৰী নেতাসকলে আকৌ এবাৰ বুৰ্জোৱাৰ লগত আপোচ কৰিলে।

লেনিনে প্ৰথমৰ পৰা কৈ আছিল যে এই গণতান্ত্ৰিক সম্মিলন পতাৰ সমগ্ৰ কাম-কাজ এক প্ৰকাৰ ভেকোভাওনাহে। বিপ্লৱী জনতাক প্ৰতাৰণা কৰিবলৈ, তেওঁলোকক বিপ্লৱৰ পথৰ পৰা ভ্ৰষ্ট কৰিবলৈ কৰা চেষ্টাৰ বাহিৰে ই আন একো নহয়। এনে কাম-কাজত বলচেভিক দলে যোগদান কৰি সময় নষ্ট কৰাতকৈ তেওঁলোকে জনগণক বিপ্লৱৰ বাবে সংগঠিত আৰু প্ৰস্তুত কৰি তোলাতহে আত্মনিয়োগ কৰাটো উচিত।

নতুন চৰকাৰ গঠন হ'ল যদিও পৰিস্থিতিৰ কোনো পৰিবৰ্তন নহ'ল। চৰকাৰে দেশত শাসন চলাবলৈ অপাৰগ হ'ল। প্ৰকৃতপক্ষে সেইসময়ত দেশৰ শাসকশ্ৰেণীবোৰে এহাতে পুৰণাধৰণে শাসন কৰাৰ অৱস্থা আৰু নাই আৰু আনহাতে শাসিত শ্ৰেণীবোৰেও বুজি উঠিছে যে আগৰ চাজ অহা ধৰণে আৰু জীয়াই থকাটো সম্ভৱপৰ নহয়। দেশত এনেদৰেই প্ৰস্তুত হৈ উঠিল বিপ্লৱৰ বাবে অনুকূল পৰিস্থিতি।

লেনিনে এই সময়ত ক'লে যে এতিয়া ৰাষ্ট্ৰক্ষমতাৰ প্ৰশ্নটোৱেই বিপ্লৱৰ কেন্দ্ৰীয় প্ৰশ্ন হিচাপে আত্মপ্ৰকাশ কৰিছে। বিপ্লৱ সফল কৰিবলৈ হ'লে বিপ্লৱৰ শ্ৰেণীবোৰে ৰাষ্ট্ৰৰ ক্ষমতা নিজৰ হাতলৈ প্ৰথমে আনি ল'বই লাগিব। ক্ষমতা অবিহনে বিপ্লৱ সফলকাম নহয়। বিপ্লৱৰ বাবেই ক্ষমতা দখল কৰাটো প্ৰয়োজন।

"প্ৰত্যেক বিপ্লৱৰ কেন্দ্ৰীয় প্ৰশ্নটো হ'ল নিসন্দেহে ৰাষ্ট্ৰক্ষমতাৰ প্ৰশ্নটো। কোন শ্ৰেণীৰ হাতত ক্ষমতা আছে সিয়েই সকলো কথা নিৰ্ণয় কৰে।"—লেনিন[5]।

"ক্ষমতাৰ প্ৰশ্নটো আমি উপেক্ষা কৰিব বা একাষৰীয়া কৰি ৰাখিব নোৱাৰো। কিয়নো এক বিপ্লৱৰ ফলাফল নিৰ্ণয় কৰাৰ ক্ষেত্ৰত ইয়েই হ'ল মূল প্ৰশ্ন। ইয়েই বিপ্লৱৰ আভ্যন্তৰীণ আৰু বৈদেশিক নীতিবোৰো নিৰ্ধাৰণ কৰে। এইটো সন্দেহাতীত কথা যে বৰ্তমানৰ বিপ্লৱে এই ক্ষমতাৰ প্ৰশ্নটোত হোঁহকা-পিছলা কৰি থাকিয়েই ইতিমধ্যে ছটা মূল্যবান মাহ নষ্ট কৰিছে। ক্ষমতাৰ প্ৰশ্নত এই হোঁহকা-পিছলা কৰাটো উদ্ভৱ হৈছে চ'চিয়েল ৰিভলিউচনেৰী আৰু মানচেভিকসকলৰ দোদুল্যমানতাৰ বাবেই। আৰু তেওঁলোকৰ এই দোদুল্যমানতাৰ কাৰণ হ'ল তেওঁলোকৰ পেটিবুৰ্জোৱা শ্ৰেণী অৱস্থান, আৰু পুঁজি আৰু শ্ৰমৰ মাজৰ সংগ্ৰামৰ প্ৰশ্নটোত তেওঁলোকৰ অৰ্থনৈতিক স্থিৰতাহীনতা।

বৰ্তমান এটা গুৰুত্বপূৰ্ণ প্ৰশ্ন হৈছে যে, যোৱা ঘটনাবহুল ছটা মাহত এই গণতান্ত্ৰিক পেটিবুৰ্জোৱাহঁতে কিবা শিক্ষা ল'ব পাৰিলেনে নাই। যদি পৰা নাই, তেনে বিপ্লৱ আজি বিপৰ্যয়ৰ পথত, আৰু এনে অৱস্থাত সৰ্বহাৰা-শ্ৰেণীৰ এক বিজয়ী অভ্যুত্থানেহে বিপ্লৱক ৰক্ষা কৰিব পাৰে।"—লেনিন।[6]

লেনিনক সেই সময়ত দলৰ ভিতৰে বাহিৰে বহুজনে কেৱলমাত্ৰ ক্ষমতা দখলৰ কথাটোৰ ওপৰত একমাত্ৰ গুৰুত্ব দিয়াৰ বাবে সমালোচনা কৰিছিল। তেওঁলোকৰ মতে কেৱল ক্ষমতা ক্ষমতা কৰি থকোতে দেশৰ আনবোৰ জ্বলন্ত সমস্যা, যেনে—খাদ্যৰ অভাৱ, শান্তি স্থাপন আৰু সাংবিধানিক সভা আহ্বান কৰা ইত্যাদিবোৰ তল পৰি যাব লাগিছে। লেনিনে ক'লে যে, এই সকলোবোৰ সমস্যাৰ সুস্থ সমাধানৰ বাবে ক্ষমতাৰ প্ৰশ্নটোৱেই মূল প্ৰশ্ন। সৰ্বহাৰাৰ হাতলৈ ৰাষ্ট্ৰক্ষমতা আনিব পাৰিলেহে দেশৰ সংখ্যাগৰিষ্ঠৰ হিতসাধনৰ স্বাৰ্থ আগত ৰাখি এইবোৰ সমাধা কৰিব পৰা যাব। বিপ্লৱ আৰু ৰাষ্ট্ৰক্ষমতা তথা ৰাষ্ট্ৰ আৰু শ্ৰেণীবোৰৰ মাজৰ জটিল আৰু গুৰুত্বপূৰ্ণ আন্তঃসম্পৰ্কৰ বিষয়ে পৰৱৰ্তী এটা অধ্যায়ত আমি কিছু সহজ তাত্ত্বিক আলোচনা কৰাৰ চেষ্টা কৰিম; বৰ্তমান আমি আকৌ ঘটনা প্ৰবাহৰ নিৰিক্ষণলৈ উভতি যাওঁ।

লেনিনৰ বিশ্লেষণৰ পাছত বলচেভিক দলে 'প্ৰভিজনেল কাউন্সিল অৰু ৰাচিয়ান ৰিপাব্লিকত' অংশগ্ৰহণ কৰিবলৈ অমান্তি হ'ল। বলচেভিক সদস্যসকলে

ইয়াৰ পদৰ পৰিত্যাগ কৰিলে। মানচেভিক আৰু চ'চিয়েল বিপ্লৱীসকলেৰী দলে বুৰ্জোৱা কাডেট দল আৰু কেৰেন্সিকৰ লগত যি নীতিগত মিত্ৰতাৰ কথা কৈ ন চৰকাৰ গঠন কৰিছে, তাক বলচেভিকসকলে বিপ্লৱী জনগণৰ প্ৰতি এক ভাওৰ প্ৰতাৰণা বুলি অভিহিত কৰিলে।

বলচেভিক দল ওলাই অহাৰ পাছতো কিন্তু কাউন্সিল আৰু চৰকাৰৰ মাজত সংকট দূৰ নহ'ল। কাডেট দলে প্ৰথমেই কেৰেন্সিকয়ে ৰাচিয়াক এখন প্ৰজাতন্ত্ৰ বুলি ঘোষণা কৰাৰ অধিকাৰ নাই বুলি ক'লে[7]: কাডেট দলৰ এটা ভাওৰ অংশৰ মনত তেতিয়াও জাৰক লৈ এখন সাংবিধানিক ৰাজতন্ত্ৰ প্ৰতিষ্ঠা কৰাৰ গোপন আকাংক্ষা আছিল। কাৰণ তেওঁলোকে ভাবিছিল যে এনে এক ব্যৱস্থাতে বৃহৎ বুৰ্জোৱা শ্ৰেণীটোৰ স্বাৰ্থ অধিক সুৰক্ষিত কৰি ৰাখিব পৰা যাব। তেওঁলোকে নতুন চৰকাৰে শিগ্ৰে চভিয়েটবোৰ ভংগ কৰি দিবৰ বাবে দাবী জনালে। কাডেট দলৰ মতে ৰাচিয়াই যুদ্ধ চলাই যাব লাগে। কাডেট দলৰ এনে নীতি নৰমপন্থী সমাজবাদীসকলেও আনকি তেতিয়া মানি ল'ব নোৱাৰিলে। মানচেভিক দলটোৰ বামপন্থী শিবিৰৰ নেতা মাৰটভেভো স্পষ্টকৈয়ে তৎক্ষণাৎ শান্তি স্থাপন কৰিব লাগে বুলি আহ্বান জনাই ক'লে যে সুবিধাজনক পৰিস্থিতি আহিলে শান্তি স্থাপন কৰিম বুলি বৈ থাকি তোমালোকে ৰাচিয়াৰ সামৰিক বাহিনীক ধ্বংস কৰিব বিচাৰিছা, তেতিয়া ৰাচিয়া বিভিন্ন সাম্ৰাজ্যবাদী শক্তি বোৰৰ হাতৰ পুতলা হৈ পৰিবগৈ...শান্তিস্থাপনৰ প্ৰশ্নটো তৎকালে উত্থাপিত হ'ব লাগে...তোমালোকে ৰাচিয়াৰ জনতাৰ ওপৰত বুৰ্জোৱা শ্ৰেণীৰ স্বাৰ্থ ৰক্ষা কৰা নীতিবোৰ জোৰকৈ জাপি দিব বিচাৰিছা...ইত্যাদি।[8] এনেধৰণৰ বাদানুবাদ আৰু থকাথুন্দাত নতুন চৰকাৰ অকামিলা হৈ পৰিল।

ইতিমধ্যে পৌৰিচত মিত্ৰশক্তিৰ দেশবোৰে যুদ্ধ আৰু শান্তিস্থাপন সম্পৰ্কে আলোচনা কৰিবলৈ এখন সন্মিলন ঘোষণা কৰিলে। ৰুচ চৰকাৰৰ তৰফৰ পৰা এই সন্মিলনলৈ দুজন প্ৰতিনিধি পঠোৱা হ'ল, কিন্তু চভিয়েটবোৰে এই দুজন প্ৰতিনিধিক নামানি নিজাকৈ স্কবিলিয়েভক প্ৰতিনিধি নিৰ্বাচিত কৰিলে আৰু তৎকালে শান্তিস্থাপনৰ বাবে পেৰিচ সন্মিলনত যুদ্ধৰ লক্ষ্য সম্পৰ্কে আলোচনা হ'ব লাগে বুলি দাবী জনালে।[9] কিন্তু, মিত্ৰ পক্ষই ঘোষণা কৰিলে যে এই সন্মিলনে যুদ্ধৰ লক্ষ্য বা শান্তিস্থাপন সম্পৰ্কে কোনো আলোচনা নকৰে বৰঞ্চ যুদ্ধখন কেনেদৰে আৰু ভালকৈ চলাব পৰা যায়, তাৰ বিষয়েহে পৰামৰ্শ কৰিব।[10] এই সন্মিলনখন অৱশেষত নহ'লগৈ যদিও ইয়াক লৈ আৰম্ভ হোৱা বিতৰ্কই ৰুচ ফ্ৰন্ট লাইনৰ সৈনিকসকলৰ মাজত গভীৰ প্ৰভাৱ পেলালে। জন ৰীডে সেইসময়ত নিজে ফ্ৰন্ট লাইনৰ অৱস্থা বৰ্ণনা কৰি লেখি গৈছে যে সৈনিকসকলে একবাক্যে যুদ্ধ বন্ধ কৰি শান্তি স্থাপনৰ বাবে চিঞৰি উঠিছিল। কিন্তু শাসকশ্ৰেণীবোৰে তেতিয়াও জাৰ্মান সামৰিকতন্ত্ৰক পৰাজিত

কৰি বিজয়ৰ সপোন দেখি আছিল।[11] এই যুদ্ধ আৰু শান্তিৰ প্ৰশ্নটোৱেই জনসাধাৰণ আৰু সৈনিকসকলক চৰকাৰৰ প্ৰতি বিতুষ্ট কৰি তোলালে—সাধাৰণ জনতাৰ দুখ-দুৰ্দশাক আওকাণ কৰি ধনীক শ্ৰেণীৰ স্বাৰ্থত যুদ্ধ চলাই যাব খোজা বুলি চৰকাৰৰ ওপৰত খাইজ ক্ষুণ্ণ হৈ পৰিল।

দেশৰ ৰাজনৈতিক পৰিস্থিতিৰ ওপৰত চৰকাৰৰ কোনোধৰণৰ নিয়ন্ত্ৰণ নাইকিয়া হৈ পৰিল।

এই সময়তেই ৰুচদেশৰ ৰাজনৈতিক আকাশত এক নতুন সামৰিক ৰাজনৈতিক গোট এটাই আত্মপ্ৰকাশ কৰিলে। এওঁলোক হ'ল কছাকসকল।[12]

কছাকসকল আছিল মধ্যযুগৰ পৰা ৰুচ সামন্তশোষণ সহ্য কৰিব নোৱাৰি ডন, ভল্‌গা নদী আৰু কুবান অঞ্চললৈ পলাই যোৱা ৰুচ ভূমিদাস খেতিয়কসকলৰ সতি-সন্ততি। এই অঞ্চলত তেওঁলোকে এখন বেলেগ সমাজ গঢ়ি তুলিছিল। জাৰসকলেও এই কছাকসকলক বহুখিনি সা-সুবিধা দি ভাৰাতীয়া বিশ্বাসী সেনা হিচাপে ব্যৱহাৰ কৰিছিল আৰু গীৰ্জা তথা ৰাজকীয় পৃষ্ঠপোষকতাৰে তেওঁলোকৰ মনত যুদ্ধ গৌৰৱৰ পৰম্পৰা তথা জাৰৰ প্ৰতি বিশ্বস্ততাৰ বীজ গভীৰভাৱে মনত সুমুৱাই দিছিল। মুখিয়াল সেনানায়কসকলক খাত-পাম, জমিদাৰী আদি দিয়াৰ মাজেৰে কছাক সমাজতো সামন্তীয় বান্ধোনবোৰ গঢ়ি তোলা হৈছিল যদিও জাৰ আমোলত এওঁলোকক খাতিৰো কৰা হৈছিল প্ৰচুৰ। দেশৰ কৃষক-শ্ৰমিক বিদ্ৰোহ দমন তথা যুদ্ধ-বাগৰত জাৰতন্ত্ৰই এই কছাকসকলক ব্যৱহাৰ কৰিছিল। কছাক সমাজৰ মাজত গঢ়ি উঠা জমিদাৰ অভিজাত শ্ৰেণীটোৱে এতিয়া কেন্দ্ৰীয় চৰকাৰ দুৰ্বল হৈপৰাত ৰাজনৈতিকভাৱে মূৰ দাঙি উঠিল। কৰ্নিলভ বিদ্ৰোহৰ লগত কালাডিন নামৰ এজন কছাক সেনাপতিও জড়িত আছিল। চৰকাৰে বিদ্ৰোহৰ পাছত তেওঁক বৰ্খাস্ত কৰাতো তেওঁ কাম এৰিবলৈ মান্তি নহ'ল, বৰঞ্চ তেওঁ বিৰাট কছাক সেনাবাহিনী লৈ উদ্ধতভাৱে চৰকাৰৰ নিৰ্দেশ অমান্যহে কৰিলে। তেওঁক কেৰেনেস্কি চৰকাৰে একো কৰিব নোৱাৰিলে। বৰঞ্চ চৰকাৰে তেওঁৰ লগত সদ্ভাব স্থাপন কৰিবলৈ কছাক এলেকাৰ চভিয়েটবোৰ ভংগ কৰি দিলে আৰু প্ৰতিক্ৰিয়াশীল কছাক জেনেৰেলসকলৰ উদ্যোগত গঠিত 'কাউন্সিল অব্ দি ইউনিয়ন অব কছাক আৰ্মি'জ'নামৰ সংগঠনটোক স্বীকৃতি প্ৰদান কৰিলে।

এই কাউন্সিলৰ এটা প্ৰতিনিধিদলে প্ৰধানমন্ত্ৰী কেৰেনেস্কিৰ ওচৰত জেনেৰেল কালাডিনৰ ওপৰত থকা সকলো অভিযোগ আঁতৰ গোচৰ তুলি ল'বলৈ আৰু চভিয়েটৰ ওচৰত সেও নহৈ এইবোৰক নিয়ন্ত্ৰণ কৰিবলৈ দাবী জনালে। কেৰেনেস্কিয়ে কেৱল তেওঁলোকৰ দাবী মানি লোৱাই নহয়, চভিয়েটবোৰ বৰ্তী থকাৰ বাবে দুখ প্ৰকাশহে কৰিলে।[13] কছাক নেতাসকল ইমান অবাধ্য হৈ উঠিল যে তেওঁলোকে খোলাখুলিকৈ বৃটিছ ৰাষ্ট্ৰদূতৰ লগত স্বাধীন দেশৰ

প্ৰতিক্ৰিয়াশীল দলে আলোচনা আৰম্ভ কৰিলে আৰু জেনেৰেল কৰ্নিলভে ৰাছিয়াত এক সামৰিক একনায়কত্ব প্ৰতিষ্ঠা কৰিবলৈ তেওঁৰ অধীনস্থ সৈন্য সমাৱেশ কৰি চহৰৰ ফালে আগবাঢ়িল। এইবোৰ অত্যন্ত কেন্দ্ৰীয় চৰকাৰৰ কৰ্তৃত্ব নাইকিয়া হৈ পৰিল। ৰক্ষণশীল, ধনতন্ত্ৰবাদ, সমাজবাদ বিৰোধী এই অভিজাত কাহাক সামৰিক নেতাসকলক বৃহৎ বণিক আৰু উদ্যোগপতিসকলে সাদৰেৰে টকা-পইচা দি সকলো ফালৰ পৰা সহায় কৰিবলৈ ধৰিলে।

ৰাছিয়াৰ দক্ষিণ অংশৰ এক বৃহৎ অঞ্চল এনেদৰেই অস্থায়ী চৰকাৰৰ দিনতে প্ৰতিক্ৰিয়া আৰু ভৱিষ্যতে বিপ্লববিৰোধী শক্তিবোৰৰ সামৰিক ঘাটি হিচাপে গঢ় লৈ উঠিবলৈ ধৰিলে।

এই আটাইবোৰ ঘটনাই ৰাছিয়াৰ সামাজিক আৰু ৰাজনৈতিক পৰিস্থিতিক সম্পূৰ্ণভাৱে স্থিৰতাহীন আৰু অনিশ্চিত কৰি পেলালে।

এনে পৰিস্থিতিতে এইবাৰ লেনিনে ক'লে যে আৰু অপেক্ষা কৰিব নোৱাৰি। বিপ্লৱৰ জয়মাল্য লাভ কৰিবলৈ হ'লে বিপ্লৱীসকলে এতিয়াই সংগ্ৰামত জঁপিয়াই পৰিব লাগিব, তৎকালে দেশৰ ক্ষমতা দখল কৰিব লাগিব। প্ৰয়োজন হ'লে সশস্ত্ৰ অভ্যুত্থান ঘটায়ো এই কাম সম্পন্ন কৰিব লাগিব। আপোচ আৰু দোদুল্যমানতাক সহ্য কৰি থকাৰ সময় শেষ হৈছে। "মধ্যম কোনো পন্থা আৰু নাই, এতিয়া পলম কৰি থকাটো অসম্ভৱ, বিপ্লৱ নহ'লে শেষ হৈ যাব ধৰিছে,"—লেনিন।[14] এতিয়া সৰ্বহাৰা শ্ৰেণীয়ে উদ্যোগ লৈ ক্ষমতা দখল কৰি বিপ্লৱক ৰক্ষা আৰু বিকশিত কৰি তুলিব লাগিব।

লেনিনৰ নেতৃত্বত এইবাৰ ৰাছিয়াৰ আটাইতকৈ সংগঠিত, শৃংখলাবদ্ধ, তাত্ত্বিকভাৱে আগবঢ়া শ্ৰমিকশ্ৰেণীৰ ৰাজনৈতিক দল বলচেভিক পাৰ্টিয়ে ক্ষমতা দখলৰ দিশত আগবাঢ়িবলৈ আৰম্ভ কৰিলে। বিপ্লৱৰ পাঞ্চজন্য বাজি উঠিল।

# ৯

## 'ৰাষ্ট্ৰ আৰু বিপ্লৱ'
## সমাজবাদী বিপ্লৱৰ তাত্ত্বিক বুনিয়াদ নিৰ্মাণ



ৰাষ্ট্ৰৰ ধাৰণা সম্পৰ্কে ঐতিহাসিক আলোচনা ● টমাচ মুৰৰ 'ইউটোপিয়াত' সমাজবাদী দেশৰ ধাৰণা ● মজেছ হেচ আৰু ৰাষ্ট্ৰসম্পৰ্কে বস্তুবাদী চিন্তাধাৰাৰ সূত্ৰপাত ● ৰুচ সমাজতান্ত্ৰিক বিপ্লৱৰ প্ৰাক্কালত 'ৰাষ্ট্ৰৰ'. ভূমিকা ● ৰাষ্ট্ৰসম্পৰ্কে মাৰ্ক্সবাদী ধাৰণা ● 'ৰাষ্ট্ৰ' নিজে নিজে লোপ পোৱাৰ সম্পৰ্কে বিতৰ্ক ● দুই-ধৰণৰ ৰাষ্ট্ৰ—বুৰ্জোৱা আৰু সৰ্বহাৰা ● 'ৰাষ্ট্ৰ' ব্যৱস্থাৰ উৎখাত আৰু বিপ্লৱৰ ভূমিকা ● ৰাষ্ট্ৰ, কৰ্তৃত্ববাদ আৰু নৈৰাজ্যবাদী ধ্যানধাৰণা ● ৰুচ বিপ্লৱত সৰ্বহাৰা শ্ৰেণীৰ আশু কৰ্তব্য।

টোকা আৰু প্ৰসংগ ঃ


(1) Sharma, R.S.—"Origin of the State in India. D. D. Kosambi Memorial lectures (1987). Depertment of History, University of Bombay Publications. 1989.

(2) Carr, E.H.—The Bolshevik Revolution. Pelican Books. Vol-I. p. 238.

(3) Dictionary of Philosophy—Progress Publishers, Moscow. p.—238.

(4) Durrant, will and Ariel. 'The Age of Napoleon,' Simon & Schuslev, Newyork.

(5) Opcit No. 2—p—238.

(6) F. Engels—'The origin of the Family, Private property and the State.' Marx and Engels—Selected works. Moscow Vol-III. 1973. p.—326-27. উদ্ধৃতিৰ মুকলি অনুবাদ—লেখকৰ।

(7) Lenin, V.I. ; 'The State and Revolution—The Marxist Theory of the State and the Tasks of the Proletariat in the Revolution.—Progress Publishers, Moscow, 1981. p.—11.

(8) Opcit. No. 7. p.-12.

(9) F. Engels, quoted. by Lenin. in opcit. No. 7. p.—14.

(10) Opcit No.-7. p-17.

(11) Opcit No-7. p.-17.

(12) Opcit No-7. p.-18.

(13) Opcit No-6. মুকলি অনুবাদ লেখকৰ।

(14) Marx & Engels.—'Selected Works' Vol-I. Moscow. 1973 p.—118—126.

(15) F. Eagels—Marx & Engels. 'Selected Works' Vol-II. Moscow 1973. p—377-78.

মানৱ সমাজৰ বিকাশৰ ঐতিহাসিক প্ৰক্ৰিয়াৰ মাজেৰে যি 'ৰাষ্ট্ৰ' গঢ়ি উঠিল, সি যে মূলতে এক দমনমূলক ব্যৱস্থাহে সেই বিষয়ে অতি প্ৰাচীন কালৰ পৰাই প্ৰায়বিলাক প্ৰধান দাৰ্শনিকেই একমত। অথচ তেওঁলোকে এই কথাও স্পষ্টকৈ কৈছিল যে দমনমূলক আৰু প্ৰাকৃতিক নিয়ম বিৰুদ্ধ হ'লেও ৰাষ্ট্ৰৰ অস্তিত্ব মানৱ সমাজত অপৰিহাৰ্য।

প্ৰাচীন দাৰ্শনিকসকলে ভাবিছিল যে সামান্য সুবিধা পালেই মানুহৰ চৰিত্ৰৰ অসামাজিক আৰু বেয়া গুণবোৰে মূৰ দাঙি উঠে আৰু সামাজিক জীৱনৰ শৃংখলাত ব্যাঘাত জন্মায়। 'মানুহ মূলতেই বেয়া' এনে ধাৰণাও দুৰ্লভ নাছিল। গতিকে সমাজত মানুহৰ এই বেয়া বিপুবোৰ দমন কৰি শান্তি আৰু শৃংখলা ৰক্ষা কৰিবলৈ এক দমনমূলক ব্যৱস্থাৰ প্ৰয়োজন বুলি ভবা হৈছিল। এনে কামৰ দায়িত্ব ন্যস্ত কৰা হৈছিল ৰাষ্ট্ৰৰ ওপৰত। ৰাষ্ট্ৰৰ প্ৰয়োজনীয়তা এনেদৰে স্বীকাৰ কৰি লোৱাৰ পাছত ৰাষ্ট্ৰৰ প্ৰতিটো নিৰ্দেশ বিনা প্ৰতিবাদে সকলোকে পালন কৰিবলৈ কোৱা হৈছিল। ৰাষ্ট্ৰ আৰু ইয়াৰ পৰিচালনাৰ মুৰব্বীৰ (যি বেছিভাগ ক্ষেত্ৰতে ৰজা বা সম্ৰাট আছিল) ওপৰত সেয়ে নৈতিক শক্তিৰ মহিমা আৰোপ কৰা হৈছিল—আৰু সময়ত ৰাষ্ট্ৰ, ৰাষ্ট্ৰপ্ৰধান আৰু ইয়াৰ নীতি নিৰ্দেশনাৰ ওপৰত ঐশ্বৰিক মহত্বৰ গৰিমাও সানি দিয়া হৈছিল। সততেই ভুলপ্ৰৱণ ব্যক্তিক সততা, শৃংখলা আৰু নৈতিকতাৰ পথত ৰাখিবৰ বাবে ৰাষ্ট্ৰক কৰ্তৃত্ব দিয়া হৈছিল। আৰু এনেদৰেই ৰাষ্ট্ৰ পৰিচালনাৰ দায়িত্বত থকা শাসকগোষ্ঠীবোৰে জনগণৰ জীৱনৰ ওপৰত কৰ্তৃত্ব চলোৱাৰ নৈতিক তথা সময়ত আধ্যাত্মিক অধিকাৰো লাভ কৰিছিল।

কৌটিল্যৰ অৰ্থশাস্ত্ৰই হওক বা খ্ৰীষ্টান ধৰ্মদৰ্শনেই হওক, সকলোতে ৰাষ্ট্ৰ সম্পৰ্কে এনে ধাৰণাকেই দেখিবলৈ পোৱা যায়।[1] অৱশ্যে,তেতিয়াও ৰাষ্ট্ৰক অস্বাভাৱিক এটা বস্তু বুলি অভিহিত কৰা হোৱা নাছিল। ঐশ্বৰিক আৰু নৈতিক মহত্ব প্ৰদান কৰা দমনমূলক এই ব্যৱস্থাটোক তেতিয়ালৈকে প্ৰয়োজনীয় আৰু স্বাভাৱিক বুলিয়েই গণ্য কৰা হৈছিল। ৰেণেছাঁ আৰু ৰিফৰ্মেচনৰ যুগৰ পৰাহে ৰাষ্ট্ৰৰ ভূমিকা সম্পৰ্কে দাৰ্শনিকসকলে নানা তৰহৰ প্ৰশ্ন তুলিবলৈ আৰম্ভ কৰে।

টমাচ মূৰেই (১৪৭৮—১৫৩৫) বোধকৰো প্ৰথম দাৰ্শনিক যি ৰাষ্ট্ৰৰ আধুনিক ব্যাখ্যা কৰিবলৈ চেষ্টা কৰে। 'ইউটোপিয়া' নামৰ গ্ৰন্থত তেওঁ কৈছিল যে ৰাষ্ট্ৰ হ'ল ধনী শ্ৰেণীয়ে নিজৰ স্বাৰ্থ ৰক্ষা কৰিবৰ বাবে বনাই ৰখা এটা ব্যৱস্থাহে।[2] টমাচ মূৰ এটা সময়ত ইংলেণ্ডৰ লৰ্ড চেঞ্চেলৰো আছিল। তেওঁ সেই সময়ৰ ইংলেণ্ডৰ সামাজিক ৰাজনৈতিক পৰিস্থিতি আৰু ব্যক্তিগত সম্পত্তিৰ ব্যৱস্থাটোক কটু সমালোচনা কৰিছিল। তেওঁ ইউটোপিয়া নামৰ কাল্পনিক এখন দেশৰ কথা বৰ্ণনা কৰিছিল য'ত নাগৰিকসকলে এক প্ৰকৃত গণতান্ত্ৰিক শাসন-ব্যৱস্থাৰ অধীনত বাস কৰিছিল, সকলো সমান আছিল, দিনত মাত্ৰ ছঘণ্টাহে

কাম কৰিছিল, বাকী সময়খিনি কলা আৰু বিজ্ঞানৰ চৰ্চা কৰিছিল, শাৰিৰীক আৰু মানসিক পৰিশ্ৰমৰ মৰ্যাদা সমান আছিল, যি দেশত ব্যক্তিগত সম্পত্তিৰ ঠাইত সকলো সম্পত্তি ৰাজহুৱা আছিল; য'ত ৰাষ্ট্ৰৰ দমনমূলক অৱস্থান নাছিল। ইয়াতে তেওঁ প্ৰথমবাৰৰ বাবে উৎপাদনৰ সমাজিকৰণ আৰু ইয়াৰ লগত শ্ৰমৰ কমিউনিষ্ট সংগঠন আৰু বিতৰণ ব্যৱস্থাৰ সুসমন্বয় সাধন কৰি দেখুৱাইছিল। তেওঁৰ এই সপোন ৰাজ্যৰ বৰ্ণনাৰ পৰা ইউটোপিয়ান সমাজবাদী ধাৰণাৰ জন্ম বুলি কোৱা হয়।[3]

ফৰাচী বিপ্লৱৰ অন্যতম চিন্তানায়ক জ্যাঁ জেকচ্ ৰুচোৱেও ৰাষ্ট্ৰক মানৱ সমাজৰ এক অস্বাভাৱিক পৰ্যায় বুলি বৰ্ণনা কৰিছিল।[4] নৈৰাজ্যবাদীসকলৰ গুৰু বুলি খ্যাত উইলিয়াম গডউইনেও (১৮৫৬—১৯৩৬) ব্যক্তিগত সম্পত্তি, বিবাহ আৰু ৰাষ্ট্ৰক যুক্তি আৰু স্বাভাৱিক নিয়মৰ পৰিপন্থী বুলি বৰ্ণনা কৰিছিল। তেওঁ ব্যক্তিগত সম্পত্তি আৰু ৰাষ্ট্ৰ ব্যৱস্থাৰ ক্ষমতাৰ বিলুপ্তি সাধনৰ পৃষ্ঠপোষকতা কৰিছিল। চৰকাৰৰ প্ৰহসনকো তেওঁ অন্ত পেলোৱাৰ কথা কৈছিল। ইউটোপিয়ান সমাজবাদী স্বপ্নক দিঠকত পৰিণত কৰিবলৈ তেওঁ নৈৰাজ্যবাদী হিংসাৰ পথৰ কথা কৈছিল।

ৰাষ্ট্ৰ ব্যৱস্থাৰ বিৰুদ্ধে এই প্ৰাথমিক চিন্তা-ভাৱনাবোৰ যদি কাৰ্যকৰী বা বৈজ্ঞানিক নাছিল যদিও ৰাষ্ট্ৰ ব্যৱস্থাৰ প্ৰকৃত সামাজিক ভূমিকা আৰু চৰিত্ৰ উন্মোচন কৰাত এই ধাৰণাবোৰ অত্যন্ত গুৰুত্বপূৰ্ণ আছিল। ইয়াৰ পিছৰ ইউটোপিয়ান সমাজবাদী চাম বেনে—চেইণ্ট চাইমন, ৰবাৰ্ট আৱেন, প্ৰাউড হ'ন আদিয়েও ব্যাপক বিচাৰ বিশ্লেষণেৰে দেখুৱাই দিলে যে ৰাষ্ট্ৰ ব্যৱস্থা কেৱলমাত্ৰ এক দমনমূলক আৰু বেয়া ব্যৱস্থাই মাত্ৰ নহয়, ইমানদিনে দাৰ্শনিকসকলে কৈ অহা বা ভাবি অহাৰ দৰে ই মানৱ সমাজত শৃংখলা ৰক্ষা কৰিবৰ বাবে এক প্ৰয়োজনীয় ব্যৱস্থাও নহয়। ৰাষ্ট্ৰ ব্যৱস্থাক তেওঁলোকে উৎপাদক আৰু উপ-ভোক্তাৰ এক সুসমন্বিত ব্যৱস্থা গঢ়ি তোলাৰ জৰিয়তে অপসাৰণ কৰা উচিত বুলি ক'লে। ৰাষ্ট্ৰ আৰু ইয়াৰ ভূমিকা সম্পৰ্কে আধুনিক সমাজবাদী চিন্তাচেতনাৰ উন্মেষৰ এয়ে আৰম্ভণি বুলি অভিহিত কৰিবলে।

কিন্তু ভৱিষ্যতৰ মানৱ-সমাজত ৰাষ্ট্ৰৰ অৱস্থিতি আৰু ভূমিকা কেনে হ'ব তথা কেনে হোৱা উচিত সেই বিষয়ে প্ৰথমে আলোচনা আৰম্ভ কৰে মজেছ হেছ (১৮৪০) নামৰ জাৰ্মান দাৰ্শনিক এজনে। তেওঁ কয় যে যিমান দিন পৃথিৱীত ৰাষ্ট্ৰ-ব্যৱস্থা বাহাল থাকিব, সিমান দিনেই শাসক আৰু শাসিতৰ অস্তিত্ব থাকিব। সমাজৰ বাস্তৱ বিকাশৰ এটা পৰ্যায়ত এনে পৰিস্থিতি, এনে দিন এসময়ত আহিব, যি সময়ত ৰাষ্ট্ৰৰ দমনমূলক যান্ত্ৰিক ব্যৱস্থাৰ প্ৰয়োজন নাইকিয়া হৈ পৰিব আৰু ই নিজেই নিজক ধ্বংস কৰি পেলাব। ৰাষ্ট্ৰ সম্পৰ্কে মাৰ্ক্সবাদী ভাৱনাবোৰ ইয়েই সূত্ৰপাত বুলি ক'ব পাৰি।

কিন্তু মাৰ্ক্স আৰু এংগেলছে যেতিয়া এই সূত্ৰটোক ইমান লঘুভাৱে গ্ৰহণ কৰা নাছিল। তেওঁলোকে ইয়াক বিতংকৈ তুলিধৰিছিল। কেনেকৈ ৰাষ্ট্ৰ ক্ৰমান্বয়ে এসময়ত নাইকিয়া হ'বগে পাৰে, তাৰ বিজ্ঞানসন্মত ব্যাখ্যা তেওঁলোকে আগ-বঢ়াইছিল। (এই বিষয়ে আমি খণ্ডৰ পিছত আলোচনা কৰিবলৈ যত্ন কৰিম)। এতিয়া লেনিনে সমাজতান্ত্ৰিক বিপ্লৱৰ প্ৰাক্কালত আটাইবোৰ বিপ্লৱক আগবঢ়াই নিয়াৰ তাগিদাত, মাৰ্ক্সৰ তাত্ত্বিক শিকনি আকৌ এবাৰ তুলি ধৰাৰ প্ৰয়োজন অনুভৱ কৰিলে। 'ৰাষ্ট্ৰ' আৰু ইয়াৰ চৰিত্ৰ সম্পৰ্কে সমাজতান্ত্ৰিক শিবিৰৰ মাজত যথেষ্ট বিতৰ্ক আৰু ভুল বুজাবুজি আছিল। এইবোৰ আঁতৰ কৰিব নোৱাৰিলে বিপ্লৱকো আগবঢ়াই নিব নোৱাৰি। লেনিনে সেয়ে সেইবাবে আত্ম-গোপনৰ কালছোৱাত ৰাষ্ট্ৰসম্পৰ্কে তাত্ত্বিক লেখনি আৰম্ভ কৰে।

সমাজতান্ত্ৰিক বিপ্লৱৰ প্ৰত্যুষত 'ৰাষ্ট্ৰ'ৰ প্ৰশ্নটো অতি গুৰুত্বপূৰ্ণ হৈ দেখা দিয়ে। কিয়নো মানচেভিক আৰু চ'চিয়েল ডিমোক্ৰেটচনেৰীসকলকে ধৰি আন বহুত সমাজবাদীয়ে সেই সময়ত সংযুক্ত চৰকাৰত সোমাই পৰাৰ জৰিয়তে ৰাচিয়াৰ প্ৰচলিত ৰাষ্ট্ৰযন্ত্ৰটোক লৈয়েই জনতাৰ কাম কৰাৰ সপোন দেখিছিল—আৰু সংস্কাৰৰ জৰিয়তে সমাজক আগবঢ়াই নিয়াৰ আগতে কাম-কাজ আৰম্ভ কৰিছিল। বুৰ্জোৱা কাডেট দলৰ লগ লাগি বুৰ্জোৱা ৰাষ্ট্ৰযন্ত্ৰটোক তেওঁলোকে ব্যৱহাৰ কৰিব বিচাৰিছিল। অকল ৰাচিয়াতে নহয়, ইউৰোপৰ বিভিন্ন দেশতো সমাজবাদীসকল একেধৰণৰ বিভ্ৰান্তিত ভুগিছিল। প্ৰথম মহাসমৰৰ সময়ত নিজ নিজ দেশৰ বুৰ্জোৱা চৰকাৰ আৰু ৰাষ্ট্ৰযন্ত্ৰৰ অংশীদাৰ হৈ পৰা এনে বহুতো সমাজবাদী দেশ সাম্ৰাজ্যবাদী যুদ্ধৰো সমৰ্থক হৈ পৰিছিল (তেওঁলোকৰ এনে কাৰ্যৰ বাবেই দ্বিতীয় আন্তৰ্জাতিকৰ সমাজবাদী ঐক্যৰ পতন ঘটিছিল)। এওঁলোকৰ বহুতে নিজৰ কাম-কাজৰ বাবে মাৰ্ক্স, এংগেলছৰ মূল সূত্ৰসমূহৰ অপব্যাখ্যা আৰম্ভ কৰিছিল। প্ৰচলিত বুৰ্জোৱা ৰাষ্ট্ৰযন্ত্ৰৰ প্ৰতি তেওঁলোকৰ এই প্ৰীতি সমাজতান্ত্ৰিক বিপ্লৱৰ বাটত এটা ডাঙৰ প্ৰতিবন্ধক হৈ পৰিছিল। এই পৰিস্থিতিত মাৰ্ক্সৰ ৰাষ্ট্ৰ সম্পৰ্কে মূল সূত্ৰসমূহ পুনৰ পৰীক্ষা কৰাটো প্ৰয়োজন হৈ পৰিছিল।

ৰাষ্ট্ৰ সম্পৰ্কে মাৰ্ক্সবাদী চিন্তাধাৰাটো কেনেকুৱা ?

ৰাষ্ট্ৰ হ'ল শ্ৰেণীসমাজৰ সৃষ্ট এটা বস্তু। শ্ৰেণীসমাজত বিভিন্ন সামাজিক শ্ৰেণীবোৰৰ মাজৰ সমাধান কৰিব নোৱাৰা শ্ৰেণী দ্বন্দ্ববোৰৰ ফলতেই ৰাষ্ট্ৰৰ সৃষ্টি হয়। সমাজৰ শাসকশ্ৰেণীবোৰে বাকীসকলক দমন আৰু নিয়ন্ত্ৰণ কৰিবৰ বাবেই ৰাষ্ট্ৰযন্ত্ৰটোৰ সৃষ্টি কৰি লয়। এংগেলছে এই সম্পৰ্কে সুন্দৰ ব্যাখ্যা আগবঢ়াইছে।

ৰাষ্ট্ৰ তেনে সমাজৰ ওপৰত বাহিৰৰ পৰা জাপি দিয়া কোনো এক শক্তি নহয়। বৰঞ্চ বিকাশৰ এক বিশেষ পৰ্যায়ত ই সমাজৰে সৃষ্ট এটা বস্তু; ই এই

কথাকেই প্ৰতীয়মান কৰে যে এই সমাজখন নিজৰ জালতে এক সমাধানহীন দ্বন্দ্বত আবদ্ধ হৈ পৰিছে, এই সমাজ এনে মিলাব নোৱাৰা বিৰোধী শিবিৰত ভাগভাগ হৈ পৰিছে যে ই ইয়াক নাইকিয়া কৰিবলৈ শক্তিহীন। "কিন্তু এই বিৰোধবোৰ, সংঘৰ্ষমান অৰ্থনৈতিক স্বাৰ্থৰ শ্ৰেণীবোৰে যাতে, ফলহীন সংগ্ৰামেৰে নিজক আৰু সমাজক চাৰখাৰ নকৰে, তাৰবাবে এনে 'শক্তি' সৃষ্টি কৰাটো প্ৰয়োজনীয় হৈ পৰিল যি শক্তিক আপাত দৃষ্টিত সমাজৰ ওপৰত থকা যেন লাগে আৰু যি এই সংঘৰ্ষবোৰ কমাই এইবোৰক 'নিয়মতান্ত্ৰিকতাৰ' সীমাৰ মাজত আবদ্ধ কৰি ৰাখিব পাৰে। আৰু সমাজৰ গৰ্ভৰ পৰাই উৎপত্তি হোৱা এই 'শক্তি' যে কিন্তু নিজকে সমাজৰ উৰ্দ্ধত প্ৰতিষ্ঠা কৰে, আৰু, এনেদৰেই নিজকে সমাজৰ পৰা ক্ৰমে অধিকভাৱে বিচ্ছিন্ন কৰি পেলায়। এই শক্তিয়েই হ'ল ৰাষ্ট্ৰ—ষ্টেট।"—ফ্ৰেডেৰিখ্ এঞ্জেল্‌চ।[6]

এখন সমাজত ৰাষ্ট্ৰৰ অৱস্থিতিয়ে ইয়াকে প্ৰমাণ কৰে যে সেইখন সমাজত বিভিন্ন শ্ৰেণীবোৰৰ মাজৰ সংঘৰ্ষ বা বিৰোধ মিলাব নোৱাৰা পৰ্যায় পাইছেগৈ আৰু সেয়েহে 'ৰাষ্ট্ৰ' বোলা বস্তুটো আছে। পেটিবুৰ্জোৱা আৰু নৰমপন্থী সমাজবাদীসকলৰ বহুতেই ভুল কৰে যে ৰাষ্ট্ৰৰ কাম হ'ল সমাজ এখনৰ শ্ৰেণী-বোৰক মিলোৱাটো, সমাধান কৰাটো। কিন্তু ৰাষ্ট্ৰই প্ৰকৃততে শাসকশ্ৰেণীৰ পক্ষলৈ এই দ্বন্দ্ববোৰক দমনহে কৰে, সমাধান নকৰে। বহু সমাজবাদীয়ে এই ভুল কৰাৰ বাবে 'ৰাষ্ট্ৰক' মানৱ সমাজৰ বাবে এটা অপৰিহাৰ্য বস্তু বুলি ভাবে। সমাজবাদী বিপ্লৱৰ প্ৰাক্কালত ৰাচিয়াৰ মানচেভিক আৰু চ'চিয়েল ৰিভলিউচনেৰী সকলেও এই একেটা ভুলকেই কৰিছিল। কেতিয়াবা জানিশুনিও তেওঁলোকে—মাৰ্ক্সবাদৰ অপব্যাখ্যা কৰিছিল। তেওঁলোকে অস্থায়ী চৰকাৰত অংশগ্ৰহণ কৰাটোৰ সপক্ষেও যুক্তি থাৰা কৰিছিল যে যিহেতু ৰাষ্ট্ৰ প্ৰয়োজনীয় বস্তু সেই গতিকে প্ৰচলিত ৰাষ্ট্ৰযন্ত্ৰৰ ভিতৰতে চৰকাৰত অংশগ্ৰহণ কৰাটোও দৰকাৰ। এনেদৰেই সমাজত সংস্কাৰৰ কাৰ্যসূচী (বিপ্লৱৰ নহয়) গ্ৰহণ কৰাৰো তেওঁলোকে পৃষ্ঠপোষকতা কৰিছিল। ৰাষ্ট্ৰসম্পৰ্কে এনে ভুল ধাৰণা আৰু কাম-কাজবোৰ নাইকিয়া কৰিবৰ বাবেই লেনিনে এতিয়া আকৌ মাৰ্ক্সবাদী সূত্ৰ সম্পৰ্কে তাত্ত্বিক সংগ্ৰামত নামিব লগীয়া হৈছিল। তেওঁ সোঁৱৰাই দিলে যে মাৰ্ক্সৰ মতে ৰাষ্ট্ৰ শ্ৰেণীশাসনৰ এক হাতিয়াৰহে, শ্ৰেণীদ্বন্দ্ব সমাধানৰ আহিলা নহয়। এটা শ্ৰেণীৰ দ্বাৰা আন শ্ৰেণীক দমন কৰিবলৈহে ইয়াক ব্যৱহাৰ কৰা হয়। ৰাষ্ট্ৰৰ জৰিয়তে সমাজত নিয়মতান্ত্ৰিকতা বজায় ৰাখি, শ্ৰেণীবোৰৰ মাজৰ দ্বন্দ্ব নিয়ন্ত্ৰণত ৰাখি শোষণচক্ৰটো সচল কৰি দিয়া হয়।[7]

কিন্তু, ৰাষ্ট্ৰই শ্ৰেণী শাসনটো কেনেকৈ বজাই ৰাখে ইয়াৰ অন্তৰ্নিহিত শক্তি ক'ত থাকে?

ৰাষ্ট্ৰৰ প্ৰধান শক্তি নিহিত থাকে ইয়াৰ হাতত থকা বিভিন্ন দমনমূলক ব্যৱস্থাবোৰৰ মাজত। দমনেই হ'ল ইয়াৰ প্ৰধান কাম। ৰাষ্ট্ৰৰ হাতৰ দমনমূলক ব্যৱস্থাবোৰ হ'ল 'সশস্ত্ৰ মানুহৰ বিশেষ সংগঠন—যাৰ হাতত, যাৰ অধীনত জেল, কাৰাগাৰ আদি থাকে।'[8] আৰু, এইবোৰ ব্যৱস্থাৰ জৰিয়তেই ৰাষ্ট্ৰই এফালে শাসকশ্ৰেণীৰ স্বাৰ্থ ৰক্ষা কৰে আৰু বাকীবোৰ শ্ৰেণীক দমন কৰি সমাজত নিয়ম শৃংখলা বজায় ৰাখে। 'সশস্ত্ৰ মানুহৰ বিশেষ সংগঠন'বোৰেই হ'ল সমাজৰ শান্তিৰক্ষক পুলিচ, মিলিটাৰী, কৰ্ট-কাছাৰী আদি। ৰাষ্ট্ৰই শাসকশ্ৰেণীৰ স্বাৰ্থ এনেদৰেই সশস্ত্ৰভাৱে ৰক্ষা কৰে আৰু ইয়াৰ বিৰোধিতা কৰাসকলক প্ৰয়োজন সাপেক্ষে সশস্ত্ৰভাৱে দমন কৰে।

ৰাষ্ট্ৰৰ আন এটা প্ৰধান কাম হ'ল অবদমিত শ্ৰেণীবোৰৰ ওপৰত চলা শোষণ ব্যৱস্থা চলাই ৰখাটো। এই কাম কৰিবলৈ ৰাষ্ট্ৰৰ হাতত থাকে ইয়াৰ বিৰাট আমোলাবাহিনী। এই আমোলাসকলে ৰাষ্ট্ৰ ব্যৱস্থাৰ অধীনত প্ৰশাসন চলোৱাৰ আৰু কৰ-কাটল লগোৱা তথা তোলাৰ ক্ষমতা লাভ কৰে। এই ক্ষমতা লাভ কৰাৰ পিছত সমাজৰ অংশস্বৰূপ এই বিষয়াকুলে কিন্তু সমাজৰ ওপৰত অৱস্থান কৰে।[9] পুঁজিবাদৰ যুগত বেপাৰী, উদ্যোগপতি আৰু বুৰ্জোৱাসকলে এই বিষয়াকুলৰ লগত দুৰ্নীতিৰ সূতে নাগপাশেৰে বান্ধ খাই শোষণৰ সম্পৰ্কবোৰ অটুট ৰাখে। পুঁজিবাদৰ যুগত পুঁজিবাদী ৰাষ্ট্ৰই এই আটাইবোৰ কামৰ বাবে এক সুকীয়া মুখা পৰিধান কৰে—নতুন কৌশল লয়। এনে কৌশল দাস বা সামন্ত যুগত ৰাষ্ট্ৰৰ হাতত নাছিল। কিনো এই কৌশল? শুনিবলৈ আচৰিত হ'লেও ই হ'ল সংসদীয় গণতন্ত্ৰ আৰু সাৰ্বজনীন প্ৰাপ্তবয়স্ক ভোটাধিকাৰ।

"এখন গণতান্ত্ৰিক প্ৰজাতন্ত্ৰই হ'ল পুঁজিবাদৰ বাবে আটাইতকৈ উত্তম ৰাজনৈতিক পথাৰ। আৰু এবাৰ যদি পুঁজিয়ে এই মুখাখন ভালদৰে পাই যায়, ই ইয়াৰ ক্ষমতা ইমান দৃঢ়ভাৱে, ইমান গভীৰভাৱে স্থাপন কৰে যে এখন বুৰ্জোৱা গণতান্ত্ৰিক প্ৰজাতন্ত্ৰত কোনো ব্যক্তি, ৰাজনৈতিক দল বা কোনো অনুষ্ঠানৰ পৰিবৰ্তনেও ইয়াক টলাব নোৱাৰে।" —লেনিন[10]

আৰু সাৰ্বজনীন ভোটাধিকাৰ?

লেনিনৰ মতে পেটিবুৰ্জোৱা গণতান্ত্ৰিক তথা বহু সমাজগণতান্ত্ৰিকসকলে সাধাৰণ মানুহৰ মনত সাৰ্বজনীন ভোটাধিকাৰৰ আচল চৰিত্ৰ সম্পৰ্কে ভুলকৈ আশাজালৰ সৃষ্টি কৰে। 'তেওঁলোকে এই কথা নিজেও বিশ্বাস কৰে আৰু মানুহৰ মনতো এই ভুল ধাৰণা সুমুৱাই দিয়ে যে সাৰ্বজনীন ভোটাধিকাৰৰ জৰিয়তে 'আজিৰ দিনৰ ৰাষ্ট্ৰতো' খাটিখোৱা অধিকাংশ সংখ্যক মানুহৰ ইচ্ছাক প্ৰতিফলিত কৰা আৰু ইয়াক বাস্তবায়িত কৰাটো সম্ভৱপৰ হয়।'[11]

যদি ৰাষ্ট্ৰৰ চৰিত্ৰ এনেকুৱা হয়, তেনেহ'লে মাৰ্ক্স, এংগেলছে [illegible] ৰাষ্ট্ৰটো নিজে নিজে মানুহৰ—সমাজৰ পৰা নাইকিয়া হৈ যোৱাৰ কি কথা কয়

তাৰ তাৎপৰ্য কি ? 'কেনেকৈনো ৰাষ্ট্ৰ মৰে অস্বাভাৱিক, পৰজীৱী আৰু দমনমূলক বস্তু এটা মানৱ সমাজৰ পৰা নাইকিয়া হ'ব পাৰে।' এনে হোৱাটো সম্ভৱপৰনে ?

লেনিন আৰু মাৰ্ক্সবাদীসকলে এই জটিল প্ৰশ্নটোৰ উত্তৰ দিবলগীয়া হৈছিল। এই প্ৰশ্নটোৰ লগতে বিপ্লৱৰ প্ৰশ্নটোও গভীৰভাৱে জড়িত হৈ আছিল আৰু এই প্ৰশ্নটোতে সমাজ গণতান্ত্ৰিক শিবিৰৰ মাজত আটাইতকৈ বেছি মতবিৰোধ আৰু ভুল বুজাবুজি আছিল। মানচেভিক শিবিৰে কৈছিল যে যদি ৰাষ্ট্ৰখন নিজে নিজে নাইকিয়া হয়েই তেনেহ'লে বিপ্লৱ কৰি ৰাষ্ট্ৰব্যৱস্থা ধ্বংস কৰাৰেই বা প্ৰয়োজনীয়তা ক'ত ? নিৰ্বাচনৰ জৰিয়তে ৰাষ্ট্ৰব্যৱস্থাৰ চাবি-কাঠি কব্জাস্থ কৰি ল'লেই দেখোন ইয়াৰ সহায়ত কাম কৰিব পৰা যায়। আৰু এসময়ত তো এই ব্যৱস্থাটো সমাজৰ পৰা নিজে নিজে নাইকিয়া হৈ যাবই।

কিন্তু মাৰ্ক্সীয় বা লেনিনৰ সূত্ৰ বা চিন্তা এনেধৰণৰ নাছিল।

তেওঁলোকৰ মতে ৰাষ্ট্ৰ হ'ল দুইধৰণৰ।

প্ৰথম বিধ হ'ল প্ৰচলিত বুৰ্জোৱা ৰাষ্ট্ৰ। পুঁজিবাদী সমাজৰ শ্ৰেণীবিৰোধ দমন কৰি বুৰ্জোৱা শ্ৰেণীৰ স্বাৰ্থ ৰক্ষা কৰিবলৈ যি বুৰ্জোৱা ৰাষ্ট্ৰব্যৱস্থা গঢ়ি উঠে, সেই ৰাষ্ট্ৰব্যৱস্থা কেতিয়াও নিজে নিজে নাইকিয়া হৈ নাযায়। এই ৰাষ্ট্ৰব্যৱস্থাক বিপ্লৱী শ্ৰমিকশ্ৰেণীয়ে ধ্বংস কৰিব লাগে।

বিপ্লৱৰ জৰিয়তে সৰ্বহাৰা শ্ৰেণীয়ে ৰাষ্ট্ৰক্ষমতা দখল কৰে আৰু ইয়াৰ পিছতেই বুৰ্জোৱা ৰাষ্ট্ৰব্যৱস্থাৰ সমগ্ৰ ব্যৱস্থাবোৰৰ সৈতে ইয়াক ধ্বংস কৰে।

"শ্ৰমিক শ্ৰেণীয়ে ৰাষ্ট্ৰক্ষমতা দখল কৰি গোম প্ৰথমে দেশৰ উৎপাদনৰ সমলবোৰ ৰাষ্ট্ৰৰ সম্পত্তিলৈ ৰূপান্তৰিত কৰে।"

এই প্ৰক্ৰিয়াৰ দ্বাৰা সমাজত বুৰ্জোৱা ৰাষ্ট্ৰব্যৱস্থাই নহয়, সমাজৰ শ্ৰেণীবোৰো নাইকিয়া হৈ যায়, শেষ হয় শ্ৰেণী বিদ্বেষ আৰু সৰ্বহাৰাশ্ৰেণীৰো স্বকীয়া অস্তিত্বও নোহোৱা হয়। এই সমগ্ৰ প্ৰক্ৰিয়াটোৰ এক সুন্দৰ বৰ্ণনা এঙ্গেলছে এনেদৰে দিছিল।

"যেতিয়া সমাজত দমন কৰি ৰাখিবলগীয়া সামাজিক শ্ৰেণীবোৰ নাথাকিব, যেতিয়া সমাজত এটা শ্ৰেণীৰ আনটো শ্ৰেণীৰ ওপৰত চলোৱা শাসন নাথাকিব, যেতিয়া বৰ্তমানৰ নৈৰাজ্যবাদী উৎপাদন ব্যৱস্থাৰ ফলত উদ্ভৱ হোৱা জীয়াই থকাৰ সংগ্ৰাম নাথাকিব, আৰু ইয়াৰ ফলত সমাজত জন্মপোৱা সংঘৰ্ষ আৰু হিংসা আঁতৰ কৰিব পৰা যাব, তেতিয়া কাকো নিয়ন্ত্ৰণ আৰু দমন কৰাটো প্ৰয়োজনো নহ'ব, আৰু তেতিয়া সদ্যহতে এনেবোৰ কাম কৰি থকা 'ৰাষ্ট্ৰ শক্তি' প্ৰয়োজনো নাথাকিব। যিটো প্ৰথম কামৰ দ্বাৰা ৰাষ্ট্ৰ সমগ্ৰ সমাজৰ প্ৰকৃত প্ৰতিনিধি হিচাপে থিয় হোৱা যেন লাগিব—সি হ'ল উৎপাদনৰ আহিলাসমূহক সমাজৰ সম্পত্তিলৈ পৰিণত কৰাটো। আৰু ইয়েই ৰাষ্ট্ৰ হিচাপে ইয়াৰ শেষৰ

কিন্তু ইয়াৰ বুৰ্জোৱা ৰাষ্ট্ৰৰ লগত আটাইতকৈ ডাঙৰ গুণগত পাৰ্থক্যটো হ'ল যে বুৰ্জোৱা ৰাষ্ট্ৰৰ দৰে ই সমাজত শ্ৰেণী বৈষম্যবোৰ দমাই ৰাখি বুৰ্জোৱা শ্ৰেণীৰ স্বাৰ্থ ৰক্ষা নকৰে। শোষণৰ প্ৰক্ৰিয়া অব্যাহত নাৰাখে। বৰং উৎপাদনৰ সমলবোৰ সামাজিকীকৰণৰ জৰিয়তে সমাজত শ্ৰেণীবোৰো নাইকিয়া কৰি পেলায়। সমাজত তেতিয়া বুৰ্জোৱাও নাথাকে, সৰ্বহাৰাও নাথাকেগৈ; শোষকো নাথাকে, নাথাকে শোষিতও। এই শ্ৰেণীহীন সমাজখনত মানুহে মানুহক দমাই ৰাখিবৰ বাবে সুকীয়া ব্যৱস্থাৰ অস্তিত্ব আৰু নালাগে। ফলত ৰাষ্ট্ৰ নিজে হৈ পৰে অদৰকাৰী আৰু সময়ত ই নাইকিয়া হৈ যায়গৈ।

অৰ্থাৎ বুৰ্জোৱা ৰাষ্ট্ৰক ধ্বংস কৰা হয় বিপ্লৱেৰে। আৰু বিপ্লৱৰ মাজেৰে সৰ্বহাৰাই যি ৰাষ্ট্ৰ প্ৰতিষ্ঠা কৰে—সমাজৰ বৈপ্লৱিক পৰিৱৰ্তনৰ বাবে, এই ৰাষ্ট্ৰৰ প্ৰয়োজন সময়ত নাইকিয়া হৈ যায়। ইয়াক ধ্বংস কৰা নহয়, ই নিজে নিজে নাইকিয়া হয়। এংগেলচে (মাৰ্ক্সে) ৰাষ্ট্ৰ নিজে নিজে নাইকিয়া হোৱাৰ কথা কওঁতে বুৰ্জোৱা ৰাষ্ট্ৰৰ কথা কোৱা নাই, কৈছে বিপ্লৱত সৰ্বহাৰাই প্ৰতিষ্ঠা কৰা এই নতুন দ্বিতীয়বিধ ৰাষ্ট্ৰৰ কথাহে।

এই মাৰ্ক্সবাদী দৰ্শনৰ পাৰ্থক্য মানচেভিক আৰু চ'চিয়েল ডিমক্ৰেটসকলেৰী জোটে মিহলাই পেলোৱাৰ বাবে লেনিনে 'ৰাষ্ট্ৰ আৰু বিপ্লৱ' লেখনিৰ বিতৰ্কৰ জৰিয়তে বিপ্লৱৰ সহায়ত বুৰ্জোৱা ৰাষ্ট্ৰ ধ্বংস কৰাৰ প্ৰয়োজনীয়তা পুনৰ তাত্ত্বিকভাৱে প্ৰতিষ্ঠা কৰিবলগীয়া হয়।

নৈৰাজ্যবাদীসকলে বিশ্বাস কৰিছিল যে সকলো ধৰণৰ ৰাষ্ট্ৰ ব্যৱস্থাই ধ্বংস কৰি পেলাব লাগে। মানৱ সমাজত ৰাষ্ট্ৰৰ দৰে অস্বাভাৱিক বস্তু এটা থাকিবলৈ দিয়াৰ কোনো মানে নাই। বুৰ্জোৱা ৰাষ্ট্ৰতো বাদেই, বিপ্লৱৰ কালছোৱাত সৰ্বহাৰাক শাসকশ্ৰেণী হিচাপে সংগঠিত কৰি যি নতুন ৰাষ্ট্ৰব্যৱস্থা বা সৰ্বহাৰাৰ একনায়কত্ব গঢ়ি তোলাৰ কথা মাৰ্ক্সবাদীসকলে কয় তাকো তেওঁলোকে ঘোৰ বিৰোধিতা কৰিছিল। নৈৰাজ্যবাদীসকলৰ এনেধৰণৰ চিন্তা সৰ্বহাৰা বিপ্লৱক জয়যুক্ত কৰা আৰু বিকশাই তোলাৰ ক্ষেত্ৰত এটা ডাঙৰ বাধা আছিল। এনে চিন্তাধাৰাৰ বিপৰীতেও লেনিনে সংগ্ৰাম কৰিব লগীয়া হৈছিল। সকলো ধৰণৰ কৰ্তৃত্বক ধ্বংস কৰিব বিচৰা, ৰাষ্ট্ৰব্যৱস্থাটোক চিৰতৰে নাইকিয়া কৰিব খোজা আৰু সৰ্বহাৰাৰ একনায়কত্বক নাকচ কৰা নৈৰাজ্যবাদী ধ্যান ধাৰণাৰ বিপৰীতে এংগেলচে কৈছিল, "এই ভদ্ৰলোকসকলে (নৈৰাজ্যবাদীসকলে) কেতিয়াবা বাৰু বিপ্লৱ কি বস্তু দেখিছেনে? বিপ্লৱ নিজেই হৈছে আটাইতকৈ কৰ্তৃত্বমূলক বস্তু। বিপ্লৱ হৈছে এনে এটা কাম য'ত জনতাৰ একাংশই বন্দুক, বেয়নেট, কামানৰ সহায়েৰে, অৰ্থাৎ এই আটাইবোৰ চৰম কৰ্তৃত্বমূলক উপায়েৰে, নিজৰ ইচ্ছা আনৰ ওপৰত জাপি দিয়ে। আৰু বিজয়ী পক্ষই নিজৰ শাসন আৰু

কর্তৃত্ব বজায় ৰাখিবৰ বাবে ইয়াৰ হাতত থকা সশস্ত্ৰ শক্তিয়ে প্ৰতিক্ৰিয়াশীল-হঁতৰ মনত জন্ম দিয়া সন্ত্ৰাস বজায় ৰাখিব লাগিব।"[15] নৈৰাজ্যবাদীসকলে সকলোধৰণৰ কর্তৃত্ববাদৰ বিৰোধিতা কৰাৰ জৰিয়তে সমাজবাদী বিপ্লৱত সর্বহাৰা একনায়কত্বৰ ধাৰণাৰো বিৰোধিতা কৰিছিল। বহু সমাজবাদীৰ মাজতো এনেধৰণৰ নৈৰাজ্যবাদী ধ্যান-ধাৰণা দুর্লভ নাছিল। ফলত, বিপ্লৱৰ প্ৰস্তুতিপর্বত 'ৰাষ্ট্ৰৰ' ধাৰণা, বুর্জোৱা ৰাষ্ট্ৰব্যৱস্থা ধ্বংস কৰাৰ প্ৰয়োজনীয়তা আৰু বিপ্লৱৰ পাছত সর্বহাৰা শ্ৰেণীক শাসকশ্ৰেণী হিচাপে সংগঠিত কৰি এক সুকীয়া ধৰণৰ ৰাষ্ট্ৰৰ, যি ৰাষ্ট্ৰই উৎপাদনৰ আহিলাৰ সম্পূর্ণ সামাজিকীকৰণৰ জৰিয়তে সমাজত শ্ৰেণীশাসনৰ অৱসান ঘটাই এটা সময়ত নিজেও লয় পাবঙে, তাৰ প্ৰয়োজনীয়তা প্ৰতিপন্ন কৰাটো দৰকাৰ হৈ পৰিছিল।

এই তাত্ত্বিক কাম-কাজৰ প্ৰায়োগিক দিশ সম্পর্কে লেনিনে সর্বহাৰাশ্ৰেণীৰ অগ্ৰণী বাহিনী বলচেভিক দলৰ নেতৃত্বত আচিৰেই সমাজবাদী বিপ্লৱৰ কার্যসূচী হাতত লোৱাৰ কথা তুলি ধৰিছিল। বহু বলচেভিকদলে সকলোধৰণৰ মোহ আৰু সুবিধাবাদ ত্যাগ কৰি সশস্ত্ৰভাৱে বুর্জোৱা ৰাষ্ট্ৰ তথা অস্থায়ী চৰকাৰক উৎখাত কৰাৰ তাত্ত্বিক ভিত্তিভূমি এইবাৰ প্ৰস্তুত হৈ পৰিল।

# ১০

## অনিশ্চিত যুগৰ সাহিত্য ঃ কবি আলেকজেণ্ডাৰ ব্লকৰ কাব্য



● বিপ্লৱৰ প্ৰত্যুষৰ সাহিত্য জগত। ● অৱক্ষয়ৰ যুগ আৰু যৌনাশ্ৰয়ী সাহিত্যৰ পৰীক্ষা নিৰীক্ষা। ● সামাজিক হতাশা আৰু সাহিত্যত মৃত্যুপ্ৰীতি। ● প্ৰথম নবেল পুৰস্কাৰপ্ৰাপ্ত ৰুচ লেখক আইভান বুনিন (১৮৭০—১৯৫৩)। ● কুপ্ৰিন আৰু আন্দ্ৰেয়েভ। ● প্ৰতীকবাদৰ জন্ম আৰু আন্দ্ৰে বেলী। ● প্ৰতীকবাদৰ বিকাশ আৰু আলেকজেণ্ডাৰ ব্লক। ● ব্লকৰ বিতৰ্কিত 'বাৰজন' কবিতা আৰু প্ৰতীকবাদৰ মৃত্যু।

টীকা আর প্রসংগ ঃ


(1) Haldar, Gopal—Rus Sahityar Ruprekha ( Bengali ) A Mukharjee and Company Pvt-Ltd. Calcutta, 1966.

(2) Anikin, Andrei—"Russian Thinkers" Essays on Socio-Economic thought in the 18th and 19th Century. Progress Publishers. Moscow, 1988.

(3) Orlov, Vladimer—'Hamayun'. The life of Alexander Blok. Progress Publishers. Moscow, 1978.

বিপ্লৱৰ প্ৰত্যুষত সাহিত্যৰ জগতখনো আছিল এখন অস্থিৰ জগত, বহল সমাজৰ এক বাস্তৱ প্ৰতিফলন। বিভিন্ন ভাব, বিভিন্ন আদৰ্শৰ সংঘাতৰ এক কোলাহলময় দুনিয়া। এহাতে মক্সিম গৰ্কীৰ নেতৃত্বত আৰম্ভ হৈছে বাস্তৱবাদী বিপ্লৱী সাহিত্য, আনহাতে বুৰ্জোৱা শিবিৰত গভীৰ অৱক্ষয়ৰ সুস্পষ্ট নিদৰ্শন প্ৰকট হৈ উঠিছে এই শ্ৰেণীৰ সাহিত্য, শিল্পত। এহাতে নতুন সৃষ্টিৰ সপোন আৰু নতুন পৃথিৱীৰ আশাৰ উন্মাদনাৰ অংকুৰে ভুমুকি মাৰিছে, আনহাতে প্ৰেৰণাৰহিত সাহিত্যৰ মূলনীতি অৱৰুদ্ধ হৈ বিকৃতকামিতাৰ পথত অগ্ৰসৰ হৈছে। আৰু এই টনা-আজোৰাৰ মাজেদিয়েই বিভিন্ন পৰীক্ষা-নিৰীক্ষা চলিছে। ভুমুকি মাৰিছে প্ৰতীকবাদ, ভবিষ্যবাদ আদি নানান ধাৰাই।

বুৰ্জোৱা সাহিত্যৰ অৱক্ষয়ে জন্ম দিয়ে যৌনাশ্ৰয়ী সাহিত্যৰ এটা পংকিল সুঁতি। সময়ত, বিপ্লৱৰ আগলৈ, এই সুঁতিটো কেনে-কোটোকাৰে বাঢ়ি আহি সাহিত্যৰ সমগ্ৰ জগতখনকেই প্লাৱিত কৰি পেলোৱাৰ উপক্ৰম কৰিছে। মানুহৰ বিভিন্ন যৌনজ সমস্যাৰ অৱলোকনেৰে এই ধাৰাটোৰ জন্ম হয়। ইয়াৰ অন্তৰালৰ চিন্তা আছিল যে কামনা আৰু যৌনজ অভিজ্ঞতাৰ মাজেদিয়েই মানৱ জীৱনৰ বহুতো সত্য বুজি পোৱাটো সম্ভৱপৰ। এনে চিন্তাক আলম্ব কৰিয়েই অবৈধ প্ৰেম, ব্যভিচাৰ, ভ্ৰষ্টাচাৰ আৰু সম্ভোগ সুখক লৈ বিভিন্ন লেখা-মেলাৰ পৰীক্ষা চলিল। সময়ত এনে লেখা-মেলা আৰু অশ্লীল সাহিত্যৰ মাজৰ পাৰ্থক্যৰ সীমাৰেখাডালো মনিব নোৱৰা হৈ পৰিলগৈ। যৌন অভিজ্ঞতাৰ মাজেৰে জীৱনৰ উপলব্ধিৰ কামনা হৈ পৰিল এই ধাৰাৰ মূলমন্ত্ৰ। কাম্নেস্কি, আৰ্তজীবচেভ্‌ আছিল এনে সুঁতিৰ প্ৰধান লেখক। বহুপৰিমাণে এই ধাৰা আছিল ৰুচ সমাজত প্ৰচলিত কঠোৰ নৈতিক বান্ধোন, গীৰ্জাৰ নৈতিক অনুশাসন আৰু তলষ্টয় আদিৰ দ্বাৰা প্ৰচাৰিত নৱ নৈতিকতাবাদী চিন্তাধাৰাৰ বিৰুদ্ধে একপ্ৰকাৰ সাহিত্যিক বিদ্ৰোহ। মানৱ জীৱনৰ এক স্বাভাৱিক অনুভূতিক কৃত্ৰিম নৈতিকতাৰ অনুশাসনেৰে জোৰকৈ অৱদমিত কৰি ৰাখিব বিচৰাৰ বিৰুদ্ধে এক প্ৰতিবাদ। কিন্তু, এই ধাৰাই প্ৰেম আৰু দেহজ মিলনৰ মধুৰতাক সাহিত্যিক সুষমাৰে মহিমাময় কৰাৰ বিপৰীতে বেছিভাগ ক্ষেত্ৰত ইয়াক নিচক কামনা আৰু বিকৃতিৰ পৰ্যায়লৈহে অৱনমিত কৰি পেলাইছিল।

এই ধাৰাৰ অনুসৰণেৰে মানুহৰ 'মৃত্যুক' লৈ বিভিন্ন চিন্তা-চৰ্চা আৰু বিশেষকৈ মৃত্যু কামনাৰ লেখনিও ৰুচ সাহিত্যৰ মাজত বাঢ়ি আহিবলৈ ধৰে। সমাজৰ লিবাৰেল বুদ্ধিজীৱীসকলৰ মাজত বিপ্লৱৰ প্ৰত্যুষকালত হতাশাৰ ছাঁয়া গাঢ়হৈ নামি আহে। 'লিবাৰেল চিন্তাধাৰা' বা উদাৰনৈতিকতাৰ ৰাজনৈতিক সীমাবদ্ধতা, অসম্পূৰ্ণতা আৰু বিফলতাই এই হতাশাৰ মূল কাৰণ আছিল। সমাজক পৰিবৰ্তন কৰাটো দূৰৰেই কথা, [illegible] [illegible] আগবাঢ়ি যোৱাৰ ক্ষেত্ৰতো ৰাছিয়াৰ ৰাজনৈতিক প্ৰেক্ষাপটত ৰুচ উদাৰনৈতিক ৰাজনৈতিক

চিন্তাধাৰা সোচনীয়ভাৱে বিকৃত হৈছিল ; অৱশ্যে কেৱল সেয়ে নহয়, উদাৰ নীতিবাদ ৰুচৰ বিপ্লৱ আৰু পৰিবৰ্তন বিৰোধী শিবিৰৰ অংশীদাৰ হৈ পৰিছিল। প্ৰবাসী বুৰ্জোৱা শিবিৰৰ ৰাজনৈতিক দল কাডেট পাৰ্টিৰো অৱস্থা আছিল একেকুৱাই। এনে বিপৰ্যয়ে জন্ম দিয়া হতাশাই এচাম সাহিত্যিকৰ মাজত 'মৃত্যুপ্ৰীতিৰ' জন্ম দিয়াটো অকণো আচৰিত নহয়। এনে ধৰণৰ এজন প্ৰধান লেখক আছিল 'আইভান বুনিন' (১৮৭০—১৯৫৩)। তেওঁৱেই আছিল নোবেল পুৰস্কাৰ বিজেতা প্ৰথম ৰুচ লেখক (১৯৩৩ চন)। বুনিন আছিল এজন অসাধাৰণ ৰুচ লেখক। গাঁও অঞ্চলৰ ছবি অঁকাত তেওঁ সিদ্ধহস্ত। ৰাচিয়াৰ বিশাল আৰু বৈচিত্ৰ্যময় গাঁৱলীয়া জীৱনক তেওঁ অপূৰ্ব ধৰণে চিত্ৰিত কৰিছিল। কিন্তু, তেওঁৰ সমগ্ৰ লেখনি জুৰি বিৰাজ কৰিছে এক গভীৰ বিষাদ আৰু অৱক্ষয়ৰ ছবি। নতুন ৰাচিয়াৰ জন্মক্ষণত তেওঁ দেখিছে তেওঁৰ চিনাকি গ্ৰাম্যাঞ্চলত অনা অশুভ নতুন নতুন পৰিবৰ্তন, দেখিছে নিজৰ সমগোত্ৰীয় শোষক ধনী শ্ৰেণীটোৰ, যাৰ মাজত তেওঁ নিজকে আত্মিকভাৱে চিনাক্ত কৰিব পাৰে, এক দ্ৰুত অৱক্ষয়। দেখিছে প্ৰাচীন মূল্যবোধৰ গৰাখহনীয়া। বিপ্লৱৰ চোৱে চোৱে বহুতাই যোৱাৰ গাঁৱত প্ৰাচীন সম্পৰ্কবোৰৰ ভাগি-ছিগি পৰাৰ খেতিয়কৰ শ্ৰেণীটো আলবাটত ওলাই আহিব ধৰিছে। এনেবোৰ ঘটনাই লেখকক বিমৰ্ষ কৰি তুলিছে। 'নতুন' অনিশ্চিত হ'লেও, ইয়াৰ প্ৰত্যাশাত আহ্লাদিত হোৱাৰ পৰিবৰ্তে পুৰাতন সমাজখন বিলীন হৈ যাব খোজা ঘটনাত তেওঁ বিষন্ন হৈ পৰিছে। জীৱন আৰু সমাজ সম্পৰ্কে লেখক হিচাপে বুনিনৰ এই দৃষ্টিভংগী কিন্তু মূলতেই এটা ৰাজনৈতিক মতবাদ—লিবাৰেলিজমৰ দৃষ্টিভংগীৰেই প্ৰতিচ্ছবি। লেখকৰ ৰাজনৈতিক অৱস্থানৰ পৰা বিচ্ছিন্ন কৰি চালে এই বিষন্নতাৰ মূল কাৰণসমূহ উপলব্ধি কৰিব পৰা নাযায়। অপূৰ্ব কলা নৈপুণ্য সত্বেও বুনিনৰ সাহিত্য কৰ্ম মূলতেই বিষন্নতাৰ বাহক আৰু অমোঘ মৃত্যুৰ দীঘল ছাঁৰে ছায়াময়। প্ৰথম যৌৱনৰ উন্মেষৰ পাছত বুনিনৰ বহুতো চৰিত্ৰই যেতিয়াই প্ৰথম সহজ প্ৰেমৰ সোৱাদ পায় তেতিয়া গ্লানিত ভুগি আত্মহত্যা কৰে। বুনিনৰ জীৱন দৰ্শন এনে ব্যক্তিপ্ৰয়ী বিষন্নতা আৰু নৈতিকতাৰ দ্বন্দ্বৰে ভাৰাক্ৰান্ত।

বুনিন মূলতেই সমাজবাদ বিৰোধী। বিপ্লৱৰ মাজেৰে নৱজীৱনৰ উন্মেষ ঘটাটো দেখিবলৈ অপাৰগ হোৱা লেখক সেয়ে প্ৰাচীন সমাজৰ ধ্বংসৰ প্ৰক্ৰিয়া প্ৰত্যক্ষ কৰি শিহৰি উঠে। সমাজতান্ত্ৰিক বিপ্লৱৰ পাছত তেওঁ দেশত্যাগো কৰিছিল, কিন্তু জীৱনৰ শেষলৈ তেওঁ দেশৰ পৰা আঁতৰি থাকিব নোৱাৰিলে। ১৯৫৫ চনত তেওঁ দেশলৈ আকৌ উভতি আহিল। চোভিয়েট বিৰোধী লেখক হ'লেও বুনিনৰ সাহিত্য প্ৰতিভা আৰু ঐতিহ্য আজি ৰাচিয়াত স্বীকৃত আৰু সমাদৃত।

এই ধাৰাৰ অন্যান্য প্ৰধান লেখকসকলৰ ভিতৰত কুপ্ৰিন্ আৰু আণ্ড্ৰেয়েভ মুখ্য। এওঁলোকৰ লেখনিৰ মাজেদিও উন্মত্ততা, হতাশা আৰু ভয়ৰ সমাহাৰেৰে মৃত্যুতেই অৱক্ষয়ৰ ছবিখনেই পৰিস্ফুট হৈ ওলাই আছে। প্ৰতীকবাদী ধাৰাৰ আবিৰ্ভাৱও হয় এওঁলোকৰ মাজেদিয়েই। অৱশ্যে তেতিয়াই ই ইয়াৰ পৰৱৰ্তী জটিল পৰিপূৰ্ণতা লাভ কৰিছিল বুলি ক'ব নোৱাৰি। এই ধৰণৰ লেখাৰ মাজত পৰম্পৰাৰ বিৰুদ্ধে বিদ্ৰোহৰ বীজো সময়ে সময়ে দেখিবলৈ পোৱা যায় যদিও দেশৰ সামাজিক ৰাজনৈতিক পৰিস্থিতিৰ প্ৰেক্ষাপটত এনে বিদ্ৰোহ অৰ্থহীন আছিল। মানুহৰ জীৱন আৰু সমাজ পৰিৱৰ্তনৰ দিশটো ই সম্প্ৰসাৰিত নহয়, গতিকে স্বাভাৱিকতেই ই নিৰৰ্থক আৰু হতাশাপূৰ্ণ।

ইয়াৰ পিছৰ পৰ্যায়ত ৰুচ সাহিত্যত প্ৰতীকবাদী ধাৰাৰ প্ৰবলতা দেখিবলৈ পোৱা যায়। ১৯০২—১২ চনলৈকে এই দশকটোকে প্ৰতীকবাদী দশক বুলি অভিহিত কৰিব পাৰি যদিও শেষৰ কাললৈ অৱশ্যে এই ধাৰা দুৰ্বল হৈ পৰিছিল। এই ধাৰাটো অৱশ্যে ৰাচিয়াৰ নিজস্ব নহয়, বৰঞ্চ ইউৰোপতহে ইয়াৰ আৱিৰ্ভাৱ। কিন্তু ৰাচিয়াত এই ধাৰাই ৰুচ চাৰিত্ৰিক বৈশিষ্ট্য আৰু গভীৰ আধ্যাত্মবাদেৰে পুষ্ট হৈ এক নিজস্ব গতি লাভ কৰে। কেৱল সাহিত্যই নহয়, সংস্কৃতিৰ সকলো দিশতে সেইসময়ত প্ৰতীকবাদৰ বানপানী আৰম্ভ হয়। নাটকত মেয়াৰহোল্ড, চিত্ৰশিল্পত ৰৰিখ্ আদিয়েও এই ধাৰা সাৰ্থকভাৱে প্ৰয়োগ কৰে। মঞ্চকলা, অভিনয়, গীত, কবিতা সকলোতে প্ৰতীকৰ ব্যৱহাৰ আৰম্ভ হয়।

আন্দ্ৰে বেলীক (১৮৮০—১৯৩৪) এই প্ৰতীকবাদী সাহিত্যধাৰাৰ এজন প্ৰধান কাণ্ডাৰী বুলি ক'ব পাৰি। দুৰন্ত প্ৰতিভাবান এই ব্যক্তিজনেই ৰুচ সাহিত্যত এই ধাৰাক প্ৰতিষ্ঠা কৰে। ৰাজনৈতিক মতাদৰ্শৰ দিশৰ পৰা তেওঁ আছিল অত্যন্ত দোদুল্যমান, এটা মতবাদৰ পৰা আন এটালৈ তেওঁ জঁপিয়াই ফুৰিছিল। হয়তো এই চিত্ত চাঞ্চল্য আছিল ৰুচ বৌদ্ধিক জীৱনৰ আন্দোলিত পৰিস্থিতিৰেই ফল। এসময়ত তেওঁ আছিল স্লাভ জাত্যাভিমানৰ প্ৰৱক্তা, এসময়ত জনবাদী বিপ্লৱী-দাৰ্শনিক, কেতিয়াবা হয় প্ৰতীকবাদী, ভৱিষ্যবাদী বা ফিউচাৰিষ্ট ; সময়ত নিজকে মাৰ্ক্সবাদী বুলিও তেওঁ ঘোষণা কৰিছে। প্ৰতীকী চিন্তাধাৰা ক্ৰমে ৰহস্যবাদ, বিদ্ৰোহৰ ভাৱাদৰ্শ আৰু সকলোৰে খিচিৰিত সময়ত নিজে এক দুৰ্বোধ্য সাধক হৈ পৰিলগৈ। প্ৰতীকে যেতিয়া সমাজ বাস্তৱতাৰ সত্যক চেৰাই যায় তেতিয়া প্ৰতীক নিজেই অকামিলা হৈ পৰে। যি নহওঁক, এইবাৰ আমি ৰাচিয়াৰ এই বিশিষ্ট ধাৰাৰ শ্ৰেষ্ঠ সাহিত্যিকজনৰ বিষয়ে সামান্য আলোচনা কৰোহঁক।

ৰাচিয়াৰ শ্ৰেষ্ঠ পাঁচজন কবিৰ এখন সংকলন হ'লে এই যুগৰ যিজন কবিৰ নাম ল'ব লাগিব তেওঁ হ'ল আলেকজেণ্ডাৰ ব্লক। [illegible], চিত্ৰ-[illegible] সেই

জটিল যুগৰ অন্যতম মাজৰ শ্ৰেষ্ঠ প্ৰতিভা, ৰুচ প্ৰতীকীকাব্যৰ উজ্জ্বলতম জ্যোতিষ্ক হ'ল ব্লক। চেণ্ট পিটাৰ্চবাৰ্গ বিশ্ববিদ্যালয়ত ব্লকৰ দেউতাক আছিল এজন সন্মানিত অধ্যাপক। মাকৰ ফালেও আছিল এক প্ৰাচীন সংস্কৃতিবান বৌদ্ধিক পৰম্পৰা। সুৰুৰে পৰা ব্লকৰ ওপৰত আদৰ্শবাদৰ এক গভীৰ পৰম্পৰাৰ প্ৰভাৱ আছিল।

অতি কম বয়সতেই ব্লকৰ কাব্যচৰ্চা আৰম্ভ হয়। প্ৰথম সৃষ্টি আছিল নিজৰ পৰিয়ালক কেন্দ্ৰ কৰি লেখা এমুঠি প্ৰেমৰ কবিতা। কিন্তু এই কবিতাবোৰ সাধাৰণ প্ৰেমৰ কবিতাৰ দৰে নাছিল; ৰহস্যময় কুঁৱলীৰ আৱৰণেৰে আবৰা মধুৰ অথচ অতীন্দ্ৰিয় প্ৰেমস্পৰ্শেৰে আপ্লুত এই কবিতাবোৰে অতি কম সময়ৰ ভিতৰতেই সমগ্ৰ ৰাছিয়াকে মুগ্ধ কৰি তুলিছিল। এই ধৰণৰ কুহেলিকাময় ছায়াঘন পথত কিন্তু কবি ব্লক বেছি দিন থকা নাছিল। ইয়াৰ পিছৰ পৰ্যায়ৰ কবিতাবোৰত ৰাছিয়াৰ বাস্তৱ জীৱনৰ অসংখ্য খণ্ডচিত্ৰই আহি ভুমুকি মাৰিলেহি; সাধাৰণ মানুহৰ জীৱন, কল-কাৰখানা, নগৰৰ বেশ্যাপল্লীৰ কাহিনী সকলোবোৰ তেওঁৰ কাব্যসৃষ্টিৰ সমল হৈ পৰিল।

ব্লকৰ কাব্যৰ আৰু এটা গুণ আছিল মাতৃভূমি ৰাছিয়াৰ প্ৰতি এক দুৰ্নিবাৰ আকৰ্ষণ। ৰাছিয়াই সত্য—ৰাছিয়াই জীৱন, এনেধৰণৰ কথা তেওঁ বাৰম্বাৰ উত্থাপন কৰিছিল। ৰুচ স্বাভিমানৰ স্ফূৰ্তি এটাও তেওঁৰ কাব্যত প্ৰচ্ছন্নভাৱে দেখিবলৈ পোৱা গৈছিল। স্বেচ্ছানিৰ্বাসিত কবি সেয়ে আকৌ উভতি আহিছিল নিজৰ দেশলৈ। তেওঁৰ লেখনিত প্ৰকাশ পাইছিল ৰাছিয়াৰ এক অদ্ভুত ৰূপ—প্ৰেমময়, বিষাদচ্ছন্ন, মৃত্যুৰ এক ঐন্দ্ৰজালিক গৰিমাৰে মহত্বময় ৰাছিয়াৰ ৰূপ—জটিল প্ৰতীকৰ মাজেদি তেওঁ উদ্‌ঘাটন কৰিছিল মানৱজীৱনৰ উন্মত্ত আৰু বিভৎস ৰূপবোৰবো।

ব্লক আছিল এক জটিল জীৱনাদৰ্শৰ জটিল কবি। হয়তো তেওঁৰ জটিল সমসাময়িকৰে প্ৰতিবিম্ব আছিল তেওঁ আৰু তেওঁৰ কাব্য। ব্লক বিপ্লৱৰ প্ৰত্যক্ষ কবি, সেই যুগৰ অনিশ্চয়তা, বিক্ষোভ, উন্মাদনা সকলোবোৰেই তেওঁৰ জীৱন আৰু কবিতাৰ মাজেৰে মূৰ্ত। এক জটিল কালৰ তেওঁ ভাষ্যকাৰ। ব্লকৰ প্ৰকৃত সামাজিক ভূমিকা সেয়ে তেওঁৰ যুগৰ প্ৰেক্ষাপটৰ পৰা বিচ্ছিন্ন কৰি বুজিব নোৱাৰি। কবিৰ অন্তৰৰ বিশাল জগতখন সময়ৰ প্ৰতিধ্বনিৰে গমগমাই উঠিছিল—কবিৰ অন্তৰৰ মাজেদি পাৰ হৈ গৈছিল সকলো জাগতিক ধুমুহা, সকলো বিপৰ্যয়, তেওঁৰ যুগৰ জটিল আৰু আন্দোলিত সমগ্ৰ বিশ্বাস আৰু হতাশা; কবিৰ আত্মাই আছিল এই আটাইবোৰ ধৰি ৰখাৰ বাবে আটাইতকৈ সংবেদনশীল আধাৰ—ইতিহাসৰ পথাৰৰ সামান্যতম পৰিবৰ্তনকো প্ৰতিবিম্বিত কৰিব পৰা দাপোণ। আৰু এয়ে আছিল কবি আলেকজেণ্ডাৰ ব্লক।

প্ৰাচীন ৰুচ ৰূপকথাত হয়তো সাধাৰণ মানুহৰ মুখাবয়ৱ থকা এটা ভবিষ্যত-

দশী চৰাইৰ কথা আছে। ব্লকেও এই চৰাইটোক লৈ ৰুচ আত্মাৰ প্ৰতীকী ব্যঞ্জনাৰে কবিতা লেখিছে। বিপ্লৱৰ আৰম্ভণিতেই ব্লকে বিপ্লৱক সাদৰ অভ্যৰ্থনা জনাইছে, অথচ বিপ্লৱৰ বিশেষ কিছুমান ৰূপ তেওঁৰ বাবে মুঠেই গ্ৰহণযোগ্য নাছিল। বিপ্লৱৰ বহুত কথাৰ তেওঁ বিৰোধিতাও কৰিছিল, বহু ঘটনাই তেওঁক কৰিছিল মৰ্মাহত। অথচ বিপ্লৱৰ প্ৰতি তেওঁৰ আকৰ্ষণো আছিল। তেওঁৰ প্ৰতীকী ধাৰাৰে বিপ্লৱৰ সময়ত সৃষ্টি কৰিলে এক অদ্ভুত কবিতা, কবিতাটোৰ নাম 'বাৰজন'। ৰাচিয়াৰ চেণ্ট পিটাৰ্চবাৰ্গ মহানগৰীত যিশুখ্ৰীষ্টৰ পুনৰ আবিৰ্ভাৱ ঘটিছে—লগত আছে প্ৰভুৰ মহিমা প্ৰচাৰ কৰা বাৰজন সু-খবৰবাহী শিষ্য। কিন্তু শিষ্যকেইজন ৰূপান্তৰিত হৈছে কবিৰ প্ৰতীকী ব্যঞ্জনাত একো একোজন লালফৌজৰ সৈনিকলৈ। আৰু এই সৈনিকসকলে ৰাজপথত চলাইছে এক ধ্বংস যজ্ঞ-হত্যা-ধ্বংস আৰু লুণ্ঠনৰ প্ৰচণ্ড উল্লাসেৰে তেওঁলোক আগবাঢ়িছে ৰাজপথেদি আৰু এওঁলোকৰ নেতৃত্বত আছে স্বয়ং যিশুখ্ৰীষ্ট। এই কবিতা প্ৰকাশৰ লগে লগে গণ্ডগোল আৰম্ভ হৈ গ'ল। কি অৰ্থ ইয়াৰ? প্ৰতীকৰ সহায়েৰে কি ক'ব বিচাৰিছে কবিয়ে? জনবিপ্লৱ আৰু প্ৰাচীন সমাজৰ ধ্বংসৰ মাজেদি ৰাচিয়াৰ নৱজন্মৰ এয়া কি প্ৰতীকী ভাষ্য? নে এয়া বিপ্লৱৰ বিৰোধিতা —কদৰ্যতাৰ প্ৰকাশ। কাব্যগুণৰ সুষমাৰে মহিমামণ্ডিত এই কবিতাই সকলোৰে বিবেকক জোকাৰি গৈছিল।

কিন্তু ব্লকৰ জীৱন কালতেই প্ৰতীকবাদৰ জোৱাৰত ভাটা পৰিছিল। প্ৰতীকবাদ নিজেই এক দুৰ্বোধ্য শিল্পচৰ্চাত পৰ্যবাসিত হৈছিল। ইয়েই হয়তো আছিল ইয়াৰ স্বাভাৱিক পৰিণতি। বিপ্লৱৰ কঠোৰ যুগত হয়তো প্ৰতীকবাদৰ মায়াজাল অচল। সমাজবাস্তৱৰ পৰা বিচ্ছিন্ন হৈ পৰা যিকোনো সাহিত্যিক কাৰুশিল্প ক্ৰমে অচল আৰু অপ্ৰয়োজনীয়ও হৈ পৰে। প্ৰতীকবাদৰো সেয়ে হ'ল। বাস্তৱবাদী চভিয়েট লেখকসকলে আজি ব্লকৰ প্ৰতীকবাদক মানি নল'লেও কিন্তু তেওঁৰ কাব্য প্ৰতিভাক যুগজয়ী ঐতিহ্য হিছাপে গ্ৰহণ কৰে। বিপ্লৱৰ প্ৰত্যুষত, সেই অশান্ত, অনিশ্চিত কালৰ ভাষ্যকাৰ এই মহান কবিগৰাকীয়ে ৰুচ সাহিত্যকেই যে অৱক্ষয়ৰ মাজত এক নতুন প্ৰাণবন্তুতা দিছিল তেনে নহয়, তেওঁ ৰাচিয়া আৰু পৃথিৱীৰ সমগ্ৰ এটা প্ৰজন্মকে অনুপ্ৰাণিত কৰিবলৈ সক্ষম হৈছিল। ব্লক হয়তো আছিল মানৱ-সমাজৰ ঐতিহাসিক আৰু বৈপ্লৱিক বিকাশৰ এটা নিৰ্দিষ্ট পৰ্যায়ৰ শ্ৰেষ্ঠতম ফচল।

# ১১

## 'আখৰা'



● লেনিনৰ প্ৰত্যাৱৰ্তন ● প্ৰতিবিপ্লৱৰ কুচ-কাৱাজ ● বলচেভিক দলৰ কেন্দ্ৰীয় সমিতিৰ সভাত সশস্ত্ৰ অভ্যুত্থানৰ প্ৰস্তাৱ গ্ৰহণ ● প্ৰস্তাৱৰ বিৰোধিতা ● সাতজনীয়া পলিটব্যুৰ' গঠন ● পেট্ৰোগ্ৰাড চভিয়েটৰ দ্বাৰা বৈপ্লৱিক সামৰিক সমিতি গঠন আৰু অভ্যুত্থানৰ প্ৰস্তুতিৰ সূত্ৰপাত ● সৰ্ব ৰুচ চভিয়েটৰ দ্বিতীয় কংগ্ৰেছৰ প্ৰসংগ আৰু ইয়াৰ বিৰোধিতা ● কংগ্ৰেছৰ অধিৱেশনক কেন্দ্ৰ কৰি ৰাচিয়াত জাগৰণৰ সূচনা ● ১৬ অক্টোবৰৰ বলচেভিক দলৰ কেন্দ্ৰীয় সমিতিৰ বৰ্ধিত অধিৱেশন ● মাৰ্ক্সবাদ আৰু সশস্ত্ৰ অভ্যুত্থানৰ প্ৰশ্ন ঃ লেনিনৰ ব্যাখ্যা ● ৰাজধানীত সশস্ত্ৰ অভ্যুত্থানৰ পৰিকল্পনাৰ ৰূপৰেখা ● বলচেভিক দলত ৰাজনৈতিক সংকট আৰু কামানেভৰ পদত্যাগ।

**টীকা আৰু প্ৰসঙ্গ ঃ**

(1) Carr, E. H.—The Bolshevik Revolution. Pelican Books, London. Vol. I

(2) লেনিন প্ৰকৃততে কোনদিনা ঘূৰি আহিছিল সেই বিষয়ে বেলেগ বেলেগ মত আছে। কিছুমানৰ মতে ৬।৭ তাৰিখে আৰু কিছুৰ মতে ৯ তাৰিখে তেওঁ আহিছিল। Nanerkov, A. 'An Illustrated History of the Great October Socialist Revolution. Progress Publishers, Moscow. p. 222-23.

(3) Reed, John—Ten Days that Shock the World. Progress Publishers, Moscow. 1987, p. 45-46.

(4) ibid, p. 58.

(5) Resolution on armed uprising adopted by R.S.D.L.P. (B) Central committee. opcit no. 2. p. 226

(6) Opcit No. I. p. 105। চভিয়েট সূত্ৰৰ পৰা প্ৰকাশিত বহু গুৰুত্বপূৰ্ণ ইতিহাসত আনকি গ্লাচনষ্টৰ পাছত প্ৰকাশিত বহুকেইখন ইতিহাসতো এই প্ৰথম পলিটব্যুৰৰ সদস্যসকলৰ তালিকাত ট্ৰটস্কিৰ নামটো নাই। বহুতত হয়তো প্ৰসংগটো এৰাই যোৱা হৈছে। এনে ধৰণৰ কাম ঐতিহাসিক সত্যৰ একপ্ৰকাৰ মিথ্যা উপস্থাপন যি ইতিহাসৰ বিশ্বাসযোগ্যতা সম্পৰ্কেই সন্দেহৰ সৃষ্টি কৰে।

(7) Opcit No. I, p. 47.

(8) Opcit No. I, p. 47.

(9) V.I. Lenin, Quoted from Opcit. No. I. p. 106.

(10) Lenin VI. Marxism and insurrection. Collected Works. Vol. 26.

(11) Lenin V.I. Collected Works. Moscow. Vol. 26. p. 179-180.

অক্টোবৰ মাহত পালেহি। ৰাচিয়াৰ বিপ্লৱ আহি এক গুৰুত্বপূৰ্ণ আলি-আলোচনাত ঠিৰ হ'লহি।

এক অনিশ্চিত পৰিস্থিতিৰ সৃষ্টি হ'ল। হয় এতিয়া সমাজক বিপ্লৱীসকলে সমাজতন্ত্ৰৰ দিশত নেতৃত্ব দি লৈ যাব, নহ'লে পুনৰ বুৰ্জোৱাৰ প্ৰতিপত্তি প্ৰতিষ্ঠা হ'ব আৰু তাৰ লগে লগে শেষ হ'ব বিপ্লৱৰ সম্ভাৱনা। এনে সময়ত লেনিনে আৰু দূৰ বিদেশত আত্মগোপন কৰি থাকিব নোৱাৰিলে। তেওঁ ৰাজধানী পেট্ৰোগ্ৰাডলৈ ঘূৰি আহিবলৈ স্থিৰ কৰিলে।

আত্মগোপন কৰি থকা অৱস্থাৰ পৰাই তেওঁ বলচেভিক দলৰ নেতাসকলক অতি সোনকালে সশস্ত্ৰ অভ্যুত্থান সংঘটিত কৰাৰ প্ৰয়োজনীয়তাৰ কথা জনাই এই দিশত তৎপৰ হ'বলৈ বাৰে বাৰে সকিয়াই দিছিল। 'ৰাষ্ট্ৰ আৰু বিপ্লৱ' কিতাপৰ জৰিয়তে তেওঁ অভ্যুত্থান ঘটোৱাৰ তাত্ত্বিক ভিত্তিত প্ৰস্তুত কৰি উলিয়াইছিল ( এই কিতাপ অৱশ্যে তেতিয়াই প্ৰকাশ হোৱা নাছিল ) আৰু ইয়াৰ সাৰাংশ চিঠি যোগে বলচেভিক নেতাসকলক জনাইছিল। কিন্তু ৰাচিয়াৰ বলচেভিক নেতা-সকলে সশস্ত্ৰ অভ্যুত্থানৰ দিশত বিশেষ আগবাঢ়িব তেতিয়াও পৰা নাছিল। একপ্ৰকাৰ জড়তাই যেন তেওঁলোকক আচ্ছন্ন কৰি পেলাইছিল। লেনিনে ইয়াৰ বাবে তেওঁলোকক মৃদু ভৰ্ৎসনাও নকৰাকৈ থকা নাছিল। কিন্তু তথাপিও এই দিশত কাম-কাজ আগবঢ়া নাছিল।[1] সেয়ে আত্মগোপন অৱস্থান এৰি তেওঁ নিজেই ঘূৰি অহাৰ সিদ্ধান্ত ল'লে।

অক্টোবৰ মাহলৈ ৰাজধানীত অস্থায়ী চৰকাৰৰ প্ৰশাসনিক ব্যৱস্থা কিন্তু ভাগি পৰাৰ দৰে হৈছে। চৰকাৰে শাসন চলাব পৰা নাই। নানা তৰহৰ অন্তৰ্দ্বন্দ্ব আৰু লগতে জনতাৰ লগত প্ৰতিদিনে বাঢ়ি অহা দূৰত্বই সেই অস্থিৰ কালত চৰকাৰক অকামিলা কৰি পেলাইছে। ৰাজধানীতেই আইন-শৃংখলাৰ দ্ৰুত অৱনতি ঘটিছে। যাতায়াত, টেলিফোন-টেলিগ্ৰাফ আদিৰ যোগাযোগ আৰু বিদ্যুৎ যোগান সকলোবোৰ ভাগি পৰিছে। সন্ধ্যা ৬টা বজাৰ পাছত দুটামান চৰকাৰী ঘৰৰ বাহিৰে ক'তো বিজুলি নাথাকে। কেৰাচিন আৰু মমবাতিও ক'লাবজাৰত চৰা দামতহে পোৱা যায়। চৌদিশে আন্ধাৰ হৈ থাকে। সন্ধ্যা লগাৰ পাছত ডকাইত আৰু গুণ্ডাৰ ভয়ত কোনো লোকেই বাটলৈ নোলায়। এনে এক পৰিস্থিতিত, অক্টোবৰৰ প্ৰথম সপ্তাহৰ এক শীতল আবেলি[2] ৰাজধানীৰ উদং বাটেদি দুজন মানুহক গৈ থকা দেখা গ'ল। তাৰে এজন দাড়ি-গোঁফ নোহোৱা অতি সাধাৰণ শ্ৰমিক যেন লগা লোক, গাঁৱৰ কোনো ধৰ্মযাজক বুলিও মানুহে তেওঁক ভুল কৰিব পাৰে। তেওঁলোক ফিনলেণ্ডৰ পৰা আহি পাইছেহি। বন্ধু ৰেল ড্ৰাইভাৰ এজনে ৰেল ইঞ্জিনৰ কেবিনত লুকুৱাই তেওঁলোকক সীমান্ত পাৰ কৰাই আনিছে। ৰাজধানীৰ উডেলনায়াৰ ৰেলষ্টেচনত নামি খৰধৰকৈ বাটেদি আহি থকা ব্যক্তি দুজনৰ এজন হ'ল ছদ্মবেশত লেনিন

আৰু তেওঁৰ সহকৰ্মী কেন্দ্ৰীয় সমিতিৰ বাৰ্তাবাহক আইনো ৰাজহা। আগেয়ে ঠিক কৰি থোৱা মতে তেওঁলোকে ৰাজধানীৰ ১/৯২ চাৰ্ভ ৰাজকাৱা স্ট্ৰীটৰ শ্ৰমিকসকলে বাসকৰা এটা ঘৰলৈ গ'ল। তাত লেনিনৰ বান্ধৱী মাৰ্গেৰিটা কফানভাৰ ফ্লেটত লেনিন গোপনে থকাৰ বন্দবস্ত হৈছিল।

লেনিন উভতি আহিল।

বিপ্লৱৰ প্ৰস্তুতিৰ বাবে লগে লগে বলচেভিক দলত নতুন কৰ্ম তৎপৰতা আৰম্ভ হৈ গ'ল।

১০ অক্টোবৰৰ দিনা ৰাজধানীত বলচেভিক দলৰ কেন্দ্ৰীয় কমিটিৰ এখন ঐতিহাসিক বৈঠক আহ্বান কৰা হ'ল। এই বৈঠকত আলোচনাৰ বাবে এটাই বিষয় ৰখা হ'ল, সেইটো হ'ল সশস্ত্ৰ অভ্যুত্থান।

আনহাতে প্ৰতিবিপ্লৱী শক্তিবোৰো ক্ৰমে সক্ৰিয় হৈ উঠিছে। কিছুমান নেতাই খোলাখুলিকৈ বিদ্ৰোহীসকলক ধ্বংস কৰিব লাগে বুলি দাবী কৰিছে, আকৌ কিছুমানে এক সোঁপন্থী একনায়কত্বৰ কথা কৈছে। ইতিমধ্যে কৰ্নিলভৰ বিদ্ৰোহৰ বিচাৰৰ সময় ওচৰ চাপি আহিছে। বুৰ্জোৱা বাৰ্তাৰ কাকতবোৰে এইবাৰ খোলাখুলিকৈ জেনেৰেল কৰ্নিলভক এজন ৰাচিয়াৰ শ্ৰেষ্ঠ দেশপ্ৰেমিক নেতা বুলি অভিহিত কৰি তেওঁক সমৰ্থন কৰিবলৈ ধৰিলে। কচাক জেনেৰেল কালাডিনে দক্ষিণ ৰাচিয়াৰ ডন অঞ্চলত ইতিমধ্যেই এটা প্ৰতিবিপ্লৱী ঘাটি গঢ়ি তুলিবলৈ আৰম্ভ কৰা আৰু ৰাজধানীলৈ কচাক সেনাৰ দল পঠোৱাৰ কথা উল্লেখ কৰি আহিছো; প্ৰতিক্ৰিয়াশীল বুৰ্জোৱাই'তে এইবাৰ প্ৰধানমন্ত্ৰী কেৰেনেস্কিক জেনেৰেল কৰ্নিলভ আৰু কালাডিনৰ লগ লাগি এক সোঁপন্থী একনায়কত্ব প্ৰতিষ্ঠা কৰি বলচেভিকহ'তক নিশ্চিহ্ন কৰিবৰ বাবে আহ্বান জনালে।[8] এওঁলোকৰ এই সৰৱ চিৎকাৰৰ বিপৰীতে বিপ্লৱী শিবিৰতো একতা আৰু দৃঢ়তা দিনে দিনে বাঢ়ি আহিল। অস্থায়ী চৰকাৰ এই দোমোজাৰ মাজত পৰি নিষ্ক্ৰিয় হৈ পৰিল— বুৰ্জোৱা সৰ্বহাৰা সকলোৱে চৰকাৰক অকৰ্মণ্য বুলি গালি পাৰিবলৈ ধৰিলে।

ইতিমধ্যে ৰিগা উপসাগৰত জাৰ্মান নৌবহৰৰ লগত ৰুচ নৌবাহিনীৰ এক প্ৰচণ্ড সংঘৰ্ষ হৈ যায়। এই ঘটনাৰ চেলু লৈ চৰকাৰৰ মাজত পেট্ৰোগ্ৰাড নগৰ জাৰ্মান সেনাৰ হাতত বিপদাপন্ন হৈ উঠিছে বুলি দেশৰ ৰাজধানী পেট্ৰোগ্ৰাডৰ পৰা মস্কোলৈ লৈ যোৱাৰ চেষ্টা এটা আৰম্ভ হ'ল। বুৰ্জোৱা শ্ৰেণীয়ে খোলা-খুলিকৈয়ে ক'বলৈ ধৰিলে বিপ্লৱীৰ ঘাটি হৈ পৰা এই চহৰ পৰিত্যাগ কৰি মস্কোলৈ যোৱাই ভাল—জাৰ্মান সেনাই আহি বলচেভিকহ'তক এশিকনি দিয়কহি। বুৰ্জোৱা আৰু চৰকাৰৰ এনে ষড়যন্ত্ৰৰ বিৰুদ্ধে বলচেভিক আৰু অন্যান্য বিপ্লৱী দলবোৰ সৰৱ হৈ উঠিল। দেশৰ ৰাজধানীখনকে বিদেশীৰ হাতত বিক্ৰী কৰিব খুজোৱা বুলি তেওঁলোকে অস্থায়ী চৰকাৰ আৰু বুৰ্জোৱা দলবোৰক দোষাৰোপ কৰিলে। দেশৰ সকলোফালে চৰকাৰ বিৰোধী মনোভাব তীব্ৰ হৈ উঠিল।

অস্থায়ী চৰকাৰেও ৰুসতে নাম থৈ উত্তাতৈয়াকৈ ৰাজধানী এৰি যোৱাৰ কোনো পৰিকল্পনা নাই বুলি ঘোষণা কৰিবলৈ বাধ্য হ'ল। কিন্তু, চৰকাৰৰ এই কথাত ৰাইজ পতিয়ন যাওঁক চাৰি মিছা কথা কোৱাৰ বাবে চৰকাৰৰ ওপৰত জ্বলিহে উঠিল। সাংবাদিক জন ৰীডে এই পৰিস্থিতিৰ কথা সুন্দৰভাৱে বৰ্ণাই গৈছে।

"এটা দুৰ্বল অকামিলা চৰকাৰ আৰু দেশৰ বিপ্লৱী জনসাধাৰণৰ মাজত কেতিয়াবা এনে একোটাহুঁত পৰিস্থিতিৰ সৃষ্টি হয়, যেতিয়া কৰ্তৃপক্ষৰ প্ৰতিটো কামেই জনতাৰ বিৰাট খং তোলে আৰু আনহাতে যিকোনো কাম কৰিবলৈ অমান্তি হ'লেও মানুহৰ মনত চৰকাৰৰ বিৰুদ্ধে ঘৃণা আৰু অশ্ৰদ্ধা জাগি উঠে।

পেট্ৰোগ্ৰাড পৰিত্যাগৰ প্ৰস্তাৱত জনগণৰ মাজত বিৰোধিতাৰ প্ৰবল ধুমুহা উঠিছিল। কিন্তু চৰকাৰৰ তেনে কোনো অভিপ্ৰায় নাই বুলি প্ৰধানমন্ত্ৰী কেৰেনেস্কিয়ে প্ৰকাশ্যে বিবৃতি দিয়াত চৌদিশে মানুহৰ ব্যঙ্গ-বিদ্ৰূপ আৰু অৱজ্ঞাসূচক ধ্বনীয়ে কাণত তাল মাৰিছিল।"[4]

আনফালে প্ৰায় একে সময়তে বলচেভিক দলৰ কেন্দ্ৰীয় সমিতিৰ বৈঠক আৰম্ভ হ'ল। এই বৈঠকত লেনিনে তৎক্ষণাৎ সশস্ত্ৰ বিপ্লৱৰ কাৰ্যসূচী ল'বলৈ প্ৰস্তাৱ দাঙি ধৰিলে। আন্তৰ্জাতিক আৰু দেশীয় পৰিস্থিতি ব্যাখ্যা কৰি তেওঁ দেখুৱালে যে অভ্যুত্থানৰ বাবে সময় উত্তম হৈ উঠিছে। এই সময়তে স্পষ্টকৈ কিবা এটা পদক্ষেপ ল'ব নোৱাৰিলে আৰু হয়তো এনে সুবিধা পুনৰায় কেতিয়াও হাতলৈ ঘূৰি নাহে। কেন্দ্ৰীয় সমিতিৰ বৈঠকত এই প্ৰশ্নটো লৈ বহুসময় ধৰি বিতৰ্ক হ'লেও অৱশেষত সংখ্যাগৰিষ্ঠ সদস্যই ইয়াৰ প্ৰতি সমৰ্থন জনালে। বলচেভিক দলৰ এই প্ৰস্তাৱটোত কোৱা হৈছিল যে, কেন্দ্ৰীয় সমিতিয়ে ৰুচ বিপ্লৱৰ আন্তৰ্জাতিক স্থিতি সম্পৰ্কে উপলব্ধি কৰিছে, বিশেষকৈ জাৰ্মান নৌবহৰত হোৱা বিদ্ৰোহক তেওঁলোকে ইউৰোপত আন্তৰ্জাতিক সমাজবাদী বিপ্লৱৰ পূৰ্বধ্বনি বুলি গণ্য কৰিছে। ৰুচ বিপ্লৱক ধ্বংস কৰিবলৈ সাম্ৰাজ্যবাদে যে বিশ্ব শান্তিক বিঘ্নিত কৰি তুলিছে সেই কথাও উপলব্ধি কৰিছে। দেশৰ সামৰিক পৰিস্থিতিৰ বিষয়েও দলে নজৰ ৰাখিছে, অস্থায়ী চৰকাৰে আৰু ৰুচ বুৰ্জোৱাই পেট্ৰোগ্ৰাড নগৰী জাৰ্মানীৰ হাতত সোধাই দিয়াৰ ষড়যন্ত্ৰই এই সামৰিক পৰিস্থিতিৰ এটা গুৰুত্বপূৰ্ণ দিশ। ইয়াৰ লগতে দলে এই কথাটোও লক্ষ্য কৰিছে যে সৰ্বহাৰাৰ দলে (বলচেভিক দলে) বেছিভাগ চভিয়েটতে আজি সংখ্যাগৰিষ্ঠতা অৰ্জন কৰিবলৈ সক্ষম হৈছে; দেশত হোৱা কৃষক বিদ্ৰোহবোৰ তথা বলচেভিক দলৰ ওপৰত জনগণৰ বাঢ়ি অহা আস্থা আৰু শেহত আৰু এটা কৰ্নিলভ বিদ্ৰোহৰ পূৰ্বাভাসে (পেট্ৰোগ্ৰাডৰ পৰা সেনা আঁতৰাই ভাত কচাক বাহিনী নিয়োগ কৰা, কচাকৰ দ্বাৰা মিনাস্ক নগৰী ঘেৰি লোৱাই) এই কথাকেই সূচনা কৰিছে যে তৎকালে এক সশস্ত্ৰ অভ্যুত্থান ঘটোৱাৰ সময় উপস্থিত হৈছে।

যিহেতু এক সশস্ত্ৰ অভ্যুত্থান অপৰিহাৰ্য হৈ উঠিছে, আৰু ইয়াৰ বাবে উপযুক্ত ক্ষণ আহি উপস্থিত হৈছে, সেয়ে কেন্দ্ৰীয় সমিতিয়ে দলৰ সকলো সংগঠনক এনেধৰণে চিন্তা কৰিবলৈ আৰু এই সংক্ৰান্ত কাম কৰিবলৈ নিৰ্দেশ জাৰী কৰিছে।[5] বলচেভিক দলে এইবাৰ সশস্ত্ৰ অভ্যুত্থানৰ বাবে বিধিবদ্ধভাৱে সিদ্ধান্ত গ্ৰহণ কৰিলে। এই সিদ্ধান্ত কিন্তু সকলোৱে সমৰ্থন কৰা নাছিল। ঝিনভিয়েভ আৰু কামানেভে ইয়াৰ বিৰুদ্ধে ভোটদান কৰিছিল। ষ্টেলিন, ট্ৰটস্কি, মাডাম কলনটাই আদিয়ে ইয়াক সমৰ্থন কৰিছিল।

ইয়াৰ পিছতে কেন্দ্ৰীয় সমিতিয়ে বিপ্লৱৰ ৰাজনৈতিক নেতৃত্ব প্ৰদান কৰিবৰ বাবে লেনিনৰ নেতৃত্বত এখন ৭ জনীয়া পলিটব্যুৰ গঠন কৰিলে। ইয়াৰ বাকী ৬ জন সদস্য আছিল ট্ৰটস্কি, ষ্টেলিন, ঝিনভিয়েভ, কামানেভ, চকল্নিকভ আৰু বুবনভ।[6] সশস্ত্ৰ অভ্যুত্থানৰ বিৰোধিতা কৰা দুই নেতা কামানেভ আৰু ঝিনভিয়েভৰো অন্তৰ্ভুক্তি আছিল গুৰুত্বপূৰ্ণ।

ইয়াৰ পিছদিনাই কিন্তু ৰাজনৈতিক সংকট আৰম্ভ হ'ল। কামানেভ আৰু ঝিনভিয়েভে দেশৰ প্ৰায়বোৰ বলচেভিক সংগঠনলৈ দিয়া এখন চিঠিত সশস্ত্ৰ অভ্যুত্থানৰ বাবে লোৱা সিদ্ধান্তৰ বিৰোধিতা কৰিলে। তেওঁলোকে ক'লে, ৰাছিয়াৰ জনগণ এতিয়াও এনে এক সশস্ত্ৰ অভ্যুত্থানৰ বাবে প্ৰস্তুত হৈ উঠা নাই। গতিকে এতিয়াই এনে সিদ্ধান্ত লোৱাটো অপ'ইতা কাম হৈছে। অন্ততঃ এই গুৰুত্বপূৰ্ণ সিদ্ধান্ত ল'বলৈ হ'লে আগন্তুক চভিয়েটৰ সৰ্বৰুচীয় দ্বিতীয় কংগ্ৰেছলৈকে অপেক্ষা কৰাটো উচিত আছিল।

সৰ্বৰুচ চভিয়েটৰ দ্বিতীয় কংগ্ৰেছৰ প্ৰশ্নটো ইতিমধ্যে শাসকগোষ্ঠী আৰু বিপ্লৱী শিবিৰ দুইপক্ষৰ বাবে গুৰুত্বপূৰ্ণ হৈ উঠিছে। চভিয়েটৰ প্ৰথমখন কংগ্ৰেছত যিখন কাৰ্যকৰী সমিতি নিৰ্বাচিত হৈছিল তাত মানচেভিক আৰু চ'চিয়েল ৰিভলিউচনেৰী দলৰ সংখ্যাগৰিষ্ঠতা আছিল। এই কাৰ্যকৰী সমিতিখনেই এতিয়ালৈকে কাম চলাই আছিল আৰু ইয়াৰ সহায়তেই দুইটা দলে মিলি দেশৰ ৰাজনীতি তথা অস্থায়ী চৰকাৰত নিজৰ প্ৰভাৱ খটুৱাই আহিছিল। ইতিমধ্যে চভিয়েটৰ দ্বিতীয় কংগ্ৰেছ পতাৰ সময় হৈ গৈছে, কিন্তু কাৰ্যকৰী সমিতিয়ে কংগ্ৰেছৰ অধিবেশন আহ্বান কৰিব নিবিচাৰে। কিয়নো ইতিমধ্যে দেশৰ প্ৰায়বোৰ চভিয়েটতে বলচেভিক দলে সংখ্যাগৰিষ্ঠতা লাভ কৰিছে। কংগ্ৰেছৰ অধিবেশনলৈ সেয়ে এই দলৰ সৰহ সংখ্যক প্ৰতিনিধি আহিব আৰু এই দলে স্বাভাৱিকতেই কাৰ্যকৰী সমিতিখনো দখল কৰি ল'ব। মানচেভিক আৰু চ'চিয়েল ৰিভলিউচনেৰী দলৰ একাধিপত্যতা শেষ হ'ব। ইতিমধ্যে কংগ্ৰেছৰ বাবে প্ৰতিনিধি নিৰ্বাচনৰ প্ৰক্ৰিয়া আৰম্ভ হৈ গৈছেই।

পুৰণা কাৰ্যকৰী সমিতিয়ে এই চভিয়েটৰ দ্বিতীয় কংগ্ৰেছৰ অধিবেশনৰ ঘোৰ বিৰোধিতা আৰম্ভ কৰিলে। তেওঁলোকে ক'লে যে অতি কম দিনৰ

ভিতৰতেই সাংবিধানিক সভা ( কনষ্টিটিউৱেণ্ট এচেম্বলী ) আহ্বান কৰা হ'বই, দেশৰ বিষয়ে সকলোধৰণৰ সিদ্ধান্ত ল'বৰ বাবে এই সভাই যিহেতু সৰ্বোচ্চ অনুষ্ঠান, গতিকে এতিয়া আৰু চভিয়েটৰ কংগ্ৰেছ এখন পতাৰ কোনো যুক্তিযুক্ততা নাই। মুৰ্জোৱা দলবোৰেও ইয়াৰ লগত সুৰ মিলালে। অস্থায়ী চৰকাৰেও দ্বিতীয় কংগ্ৰেছ পতাৰ ঘোৰ বিৰোধিতা কৰিলে। মানচেভিক আৰু চ'চিয়েল বিভ্লিউচনেৰী দলৰ প্ৰাধান্য থকা বিভিন্ন ডাঙৰ ডাঙৰ শ্ৰমিক ইউনিয়নৰ কেন্দ্ৰীয় কাৰ্যনিৰ্বাহকবোৰেও ইয়াৰ বিৰোধিতা আৰম্ভ কৰিলে। আনকি এওঁলোকৰ প্ৰাধান্য থকা সেনাবাহিনী আৰু নৌবহৰৰ কেন্দ্ৰীয় সমিতিয়েও কংগ্ৰেছৰ বিৰোধিতা কৰিলে। ঠায়ে ঠায়ে মানুহ পঠিয়াই প্ৰতিনিধি নিৰ্বাচনৰ প্ৰক্ৰিয়া বন্ধ কৰিবলৈ বা পিছুৱাবলৈ চেষ্টা কৰা হ'ল। চভিয়েটৰ কংগ্ৰেছ অনুষ্ঠিত হোৱাৰ সম্ভাৱনা নাই বুলি জোৰ প্ৰচাৰ চলোৱা হ'ল যাতে বিভ্ৰান্তি হয়। আনকি ঠায়ে ঠায়ে বিভিন্ন সংগঠনৰ তৰফৰ পৰা, বিভিন্ন জনসভা পাতি কংগ্ৰেছ অনুষ্ঠিত কৰাৰ বিপৰীত প্ৰস্তাৱ গ্ৰহণ কৰা হ'ল।[7] আনহাতে বলচেভিক দলে চভিয়েটৰ এই কংগ্ৰেছ তাৰ নিৰ্ধাৰিত দিন মতে অনুষ্ঠিত কৰিবৰ বাবে জোৰদাৰ প্ৰচাৰ অভিযান চলাবলৈ ধৰিলে। জনগণেও এই কংগ্ৰেছ অনুষ্ঠিত হোৱাটো বিচাৰিছিল স্বাভাৱিকতে। এই বিষয়ে সাংবাদিক জন ৰীডে লেখি গৈছে যে,

—"কোনো কোনো ঠাইত নিয়মিতভাৱে চভিয়েটৰ কংগ্ৰেছৰ বাবে প্ৰতিনিধি নিৰ্বাচনত বাধা পাই সাধাৰণ ৰাইজে ঘৰুৱা ধৰণে আংশিক সভা পাতি নিজৰ ভিতৰৰে কোনো এজনক প্ৰতিনিধি নিৰ্বাচিত কৰি পেট্ৰোগ্ৰাডলৈ পঠিয়াবলৈ আৰম্ভ কৰিলে। আন ক'ৰবাত তেওঁলোকে নিৰ্বাচনত বাধা দিয়া পুৰণা সমিতিবোৰকে ভাঙি নিজাববীয়াকৈ নতুন সমিতি গঠন কৰিলে।...সদৌ ৰুচ চভিয়েটসমূহৰ দ্বিতীয় কংগ্ৰেছ অনুষ্ঠিত কৰাটো এক স্বতঃস্ফূৰ্ত গণ আন্দোলনৰ জৰিয়তেহে সম্ভৱ হৈছিল।[8]

কামানেভ আৰু ঝিনভিয়েভেও এই কংগ্ৰেছ অনুষ্ঠিত নোহোৱালৈকে সশস্ত্ৰ অভ্যুত্থানৰ প্ৰশ্নটো মুলতুৱী ৰাখিব বিচাৰিছিল, তেওঁলোকে তেতিয়াও জনসমৰ্থনৰ বিষয়ে সংশয়মুক্ত হ'ব পৰা নাছিল। কিন্তু লেনিনে বাৰে বাৰে কৈছিল যে জনগণৰ সমৰ্থন এই মুহূৰ্ততেই আটাইতকৈ বেছি পোৱা যাব। ১১ অক্টোবৰৰ দিনা দেশৰ উত্তৰ অঞ্চলৰ শ্ৰমিক আৰু সৈনিক প্ৰতিনিধিৰ চভিয়েটবোৰৰ এখন মহাসভাত বিভিন্ন প্ৰতিনিধিসকলৰ বক্তব্যৰ পৰা এই কথা স্পষ্ট হৈ উঠিছিল যে এতিয়া আৰু দেশত জুলাই মাহৰ নিচিনা অৱস্থা নাই। এতিয়া দেশৰ ক্ষমতা অকৰ্মণ্য চৰকাৰৰ হাতৰ পৰা চভিয়েটবোৰৰ হাতলৈ আনিব লাগে বুলি জনতাৰ প্ৰতিনিধিসকলৰ পৰাই জোৰদাৰ দাবী উঠিছে। এই মহাসভাতো দেশৰ ক্ষমতা চভিয়েটলৈ আনিব লাগে বুলি প্ৰস্তাৱ লোৱা হ'ল। মুখ্যালয় মানচেভিক প্ৰতিনিধিসকল মহাসভাৰ পৰা ওলাই যাবলৈ বাধ্য হ'ল।

অৱশ্যে এই কথা ঠিক যে বলচেভিক দলৰ মাজৰ এটা ভাওৰ অংশৰ মনত তেতিয়াও সশস্ত্ৰ অভ্যুত্থানৰ বিষয়ে নানা ধৰণৰ সন্দেহ আৰু সংশয় আছিল। ঝিনভিয়েভ আৰু কামানেভে কেন্দ্ৰীয় সমিতিত ইয়াকেই ব্যক্ত কৰিছিল মাত্ৰ। দলৰ মাজৰ পৰা এই দোদুল্যমানতা আঁতৰ কৰিবৰ বাবে বলচেভিক দলে ১৫ তাৰিখে পাৰ্টি সমিতিৰ এখন গোপন সভা আৰু ১৬ তাৰিখে কেন্দ্ৰীয় সমিতিৰ এখন বৰ্ধিত সভা আহ্বান কৰিলে। ইতিমধ্যে দলে পেট্ৰোগ্ৰাড চভিয়েটৰ উদ্যোগত বিপ্লৱৰ কাম-কাজ পৰিচালনা কৰিবৰ বাবে এখন সামৰিক বৈপ্লৱিক সমিতি গঠন কৰিছে। ট্ৰটস্কিৰ নেতৃত্বত পেট্ৰোগ্ৰাড নগৰীৰ উপকণ্ঠৰ স্মলনি ইনষ্টিটিউটত এই সমিতিয়ে ইতিমধ্যে কাম-কাজ আৰম্ভ কৰিছে। এই সামৰিক বৈপ্লৱিক সমিতি মূলতে গঠন কৰা হৈছিল ৰাজধানীৰ প্ৰতিৰক্ষা ব্যৱস্থা আৰু সামৰিক পৰিস্থিতি নিয়ন্ত্ৰণ কৰিবলৈ। ৰাজধানীৰ পৰা দুৰ্গৰ বিপ্লৱী সৈনিকসকলক চৰকাৰে যাতে আনঠাইলৈ উলিয়াই লৈ যাব নোৱাৰে তাৰ বাবে এই সমিতিয়ে ব্যৱস্থা লৈছিল। ইয়াৰে অনুসংগ হিচাপে সমিতিয়ে নগৰৰ অস্ত্ৰ-সস্ত্ৰৰ ভাণ্ডাৰ তথা খাৰ-বাৰুদৰ ভঁৰালৰ তালিকা কৰিছিল আৰু নগৰখনত কয়লা, জ্বালানি আৰু খাদ্যবস্তু কি পৰিমাণে ক'ত আছে তাক নিৰ্ণয় কৰিছিল। এই কামবোৰেৰেই সশস্ত্ৰ অভ্যুত্থানৰ প্ৰস্তুতি আৰম্ভ কৰা হৈছিল। বিপ্লৱৰ কালছোৱাত এই সমিতিয়েই কাম-কাজ পৰিচালনা কৰাৰ ক্ষেত্ৰত আটাইতকৈ সক্ৰিয় আছিল।

১৬ অক্টোবৰৰ কেন্দ্ৰীয় সমিতিৰ বৰ্ধিত সভাত লেনিনে আকৌ এবাৰ ঝিনভিয়েভ আৰু কামানেভৰ বিৰোধিতাৰ উত্তৰ দিব লগীয়া হ'ল। দলৰ বাকী সদস্যসকলৰ বাবেও তেওঁ তৎকালিকভাৱে সশস্ত্ৰ অভ্যুত্থান সংগঠিত কৰাৰ প্ৰয়োজনীয়তা আকৌ এবাৰ দোহাৰিলে। তেওঁ ক'লে যে বিপ্লৱৰ বাবে সময় উপস্থিত হৈছে। এই সময়ত সৰ্বহাৰাসকলে যে কেৱল মাত্ৰ ক্ষমতা দখল কৰিবলৈহে সক্ষম হ'ব তেনে নহয়, তেওঁলোকে এই পৰিস্থিতিত ক্ষমতা ধৰি ৰাখিবলৈকো সফলকাম হ'ব। লেনিনৰ চিন্তাধাৰা আছিল এনে ধৰণৰ—

"অৱস্থা এতিয়া একেবাৰে স্পষ্ট: হয় এক কৰ্নিলভৰ দৰে একনায়কত্ব নাইবা সৰ্বহাৰা আৰু গৰীব খেতিয়কসকলৰ একনায়কত্ব। আমি সদায় জনতাৰ মনোভাবৰ ওপৰত নিৰ্ভৰশীল হ'ব নোৱাৰো কিয়নো এনে মনোভাব সলনি হৈ থাকিব পাৰে আৰু ই এটা নিশ্চয়তাহীন বস্তুও। আমি বিপ্লৱ সম্পৰ্কে বাস্তৱ পৰিস্থিতিৰ মূল্যায়নৰ ওপৰতহে নিৰ্ভৰ কৰিব লাগিব। জনতাই এবাৰ বলচেভিকসকলৰ ওপৰত নিজৰ আস্থা স্থাপন কৰিছে। এতিয়া তেওঁলোকক এই বিশ্বাস কথাৰে নহয় কামেৰে দেখুৱাবলৈ ক'ব লাগে।"[9]

বিপ্লৱৰ প্ৰক্ৰিয়া এবাৰ আৰম্ভ হৈ গ'লেই যে ই জনগণৰ আস্থা অৰ্জন কৰিব, ৰাইজে যে ইয়াত সক্ৰিয়ভাৱে অংশগ্ৰহণ কৰিব সেই বিষয়ে লেনিন নিসন্দেহ

আছিল। তেওঁৰ এই বিশ্বাস কিন্তু কোনো মনোগত ধাৰণাৰ ফচল নহয়, বৰঞ্চ পাৰিপাৰ্শ্বিতিৰ অধ্যয়নৰ ওপৰত ভিত্তি কৰিছে তেওঁ এনে কথা কৈছিল। বিপ্লৱী অভ্যুত্থানত বিজয়ৰ বাবে লেনিনে মাৰ্ক্সবাদী সূত্ৰৰ ওপৰত ভিত্তি কৰি তিনিটা চৰ্ত আছে বুলি উল্লেখ কৰিছিল।

প্ৰথম চৰ্ত হ'ল গণ অভ্যুত্থানত বিজয় লাভৰ বাবে কোনো ধৰণৰ ষড়যন্ত্ৰ-মূলক কাম-কাজৰ ওপৰত নিৰ্ভৰ কৰিলে নহ'ব (ব্লেংকবাদীসকলে ষড়যন্ত্ৰৰ ওপৰত গুৰুত্ব দিছিল), আনকি কোনো এটা ৰাজনৈতিক দলো অকলে অভ্যুত্থানৰ বাবে পৰ্যাপ্ত নহয়, বৰঞ্চ বিপ্লৱীসকলে বিজয়লাভৰ বাবে সমাজৰ আটাইতকৈ অগ্ৰগামী শ্ৰেণীটোৰ ওপৰত নিৰ্ভৰ কৰিব লাগিব (এই ক্ষেত্ৰত শ্ৰমিক আৰু গৰীব কৃষক শ্ৰেণী)। কিন্তু অকল ইয়ো পৰ্যাপ্ত নহয়, ইয়াৰ লগতে—

বিপ্লৱীসকলে বিজয়ৰ বাবে জনজাগৰণৰ ওপৰত নিৰ্ভৰ কৰিব লাগিব। জনতা জাগি নুঠিলে কোনো ধৰণৰ বিপ্লৱ বা ক্ষমতাদখল সম্ভৱ নহ'ব।

তৃতীয়তে, বিপ্লৱীসকলে আটাইতকৈ সুবিধাজনক সময়ৰ কথাটো মনত ৰাখিব লাগিব। বিজয় লাভৰ বাবে বিপ্লৱীসকলে সেই মুহূৰ্তত সক্ৰিয় হৈ উঠিব লাগিব, যি সময়ত জনসাধাৰণৰ বৈপ্লৱিক চেতনা একেবাৰে তুঙ্গত থাকে, আৰু যি সময়ত বিপ্লৱৰ শত্ৰু তথা ইয়াৰ দোদুল্যমান আৰু অস্থিৰ মিত্ৰসকলৰ মাজতো হেঁচকা-পিছলা ভাব তথা অনৈক্য শীৰ্ষত থাকে।[10]

ৰাচিয়াৰ পাৰিপাৰ্শ্বিতি অধ্যয়ন আৰু বিশ্লেষণ কৰি লেনিনে দেখুৱাইছিল যে এনে সময় আহি পৰিছে। অকল যে সেইদিনাৰ সভাতহে তেওঁ এই ব্যাখ্যা আগবঢ়াইছিল তেনে নহয়, আত্মগোপন কৰি থকা অৱস্থাতে তেওঁ মাৰ্ক্সবাদ আৰু অভ্যুত্থান নামৰ চিঠিৰ জৰিয়তে এই বিশ্লেষণ কেন্দ্ৰীয় সমিতিৰ ওচৰত দাঙি ধৰিছিল। ১৬ তাৰিখৰ গুৰুত্বপূৰ্ণ সভাত তেওঁ এই একেখিনি কথাকেই আকৌ তুলি ধৰিলে।

তেওঁ ক'লে যে সশস্ত্ৰ অভ্যুত্থান হ'ল একপ্ৰকাৰ বিশেষ ধৰণৰ ৰাজনৈতিক সংগ্ৰামহে মাথোন। উপযুক্ত সময়ত বিপ্লৱীসকলে ৰাজনৈতিক সংগ্ৰামৰ এই বিশেষ ৰূপটো গ্ৰহণ কৰে। এই বিশেষ সংগ্ৰামৰ কেতবোৰ নিজস্ব নিয়ম আছে যিবোৰ বিপ্লৱীসকলে গভীৰ মনোযোগেৰে উপলব্ধি কৰিব লাগে আৰু পালন কৰিব লাগে। সশস্ত্ৰ অভ্যুত্থান এটা কলাৰ দৰে সূক্ষ্ম বস্তু। ইয়াক আয়ত্ত কৰিবলৈ বহুপৰ হ'ব লাগে। অভ্যুত্থানৰ মূল নিয়মখিনি লেনিনে এনেধৰণে একাদিক্ৰমে সূত্ৰবদ্ধ কৰিছিল।

(১) সশস্ত্ৰ অভ্যুত্থান লৈ কেতিয়াও খেলা কৰিব নাপায়। এই কথা বুজি উঠিব লাগিব যে এবাৰ আৰম্ভ কৰিলে ইয়াক সম্পূৰ্ণ কৰিব পাৰিব লাগিব। (অৰ্থাৎ আন ভাষাত ক'বলৈ গ'লে সম্পূৰ্ণ বিজয়ৰ বাবে বাস্তৱ চৰ্তসমূহ

নৱকাটেকে বা গঢ়ি নুঠালেকে এনে ধৰণৰ সশস্ত্র অভ্যুত্থান কেতিয়াও আৰম্ভ কৰা উচিত নহয়, কিয়নো অভ্যুত্থানত বিপ্লৱীসকলে যদি সশস্ত্রভাৱে শত্রুপক্ষক দমন কৰিবলৈ সক্ষম নহয়, তেতিয়াহ'লে শত্রুৱে বিপ্লৱী শিবিৰক কিন্তু সম্পূৰ্ণ-ভাৱে ধ্বংস কৰি পেলাব ; কোনো ধৰণৰ দয়া-মায়া নেদেখুৱাই । )

(২) গুৰুত্বপূৰ্ণ নিৰ্ধাৰিত স্থান আৰু সময়ত বিপ্লৱীসকলে শত্রুতকৈ বহু বেছি শক্তিশালী সামৰিক বাহিনী গোট খুৱাবলৈ সক্ষম হ'ব লাগিব, নহ'লে শত্রুপক্ষই, যাৰ প্রস্তুতি আৰু সংগঠন সদায়েই বেছি শক্তিশালী, বিপ্লৱী অভ্যুত্থানকাৰীসকলক নিশ্চিহ্ন কৰি পেলাব। ( বিপ্লৱীসকলৰ মুঠ সেনাবল বা সংখ্যা শত্রুতকৈ বেছি হ'ব লাগিব, কথাটো এনেকুৱা বাধ্যক নহয়। যি মুহূৰ্তত, যি ঠাইত বিপ্লৱীসকলে অভ্যুত্থান আৰম্ভ কৰিব—সেই ঠাই আৰু সেই সময়ত শত্রুপক্ষক তৎক্ষণাৎ সামৰিকভাৱে নিষ্ক্রিয় কৰি পেলাব পৰাকৈ বিপ্লৱী-সকলে এক শক্তিশালী সামৰিক শক্তি সমাবেশিত কৰিব পাৰিব লাগিব। )

(৩) এবাৰ অভ্যুত্থান আৰম্ভ হৈ যোৱাৰ লগে লগে বিপ্লৱীসকলে প্রচণ্ড আত্মপ্রত্যয় আৰু দৃঢ়তাৰে আগবাঢ়িব লাগিব। আৰু প্রত্যেক পৰিস্থিতিতেই, প্রতি সময়তেই উদ্যোগ নিজৰ হাতত ৰাখি আক্রমণ অব্যাহত ৰাখিব পাৰিব লাগিব। প্রতিৰক্ষাত্মক অৱস্থান গ্রহণেই প্রতিটো বৈপ্লৱিক সশস্ত্র অভ্যুত্থানৰ বিফলতাৰ কাৰণ হৈ আহিছে।

(৪) বিপ্লৱীসকলে শত্রুৰ ওপৰত আকস্মিকভাৱে জাপিয়াই পৰি আচৰিত কৰি দিব লাগিব আৰু শত্রুৰ শক্তি ঠায়ে ঠায়ে বিভক্ত হৈ থাকোতেই আক্রমণ আৰম্ভ কৰিব লাগিব।

(৫) প্রত্যেক দিনাই, যিমানেই সামান্য নহওক কিয়, সফলতা অৰ্জন কৰিবলৈ চেষ্টা কৰিব লাগিব ( আনকি সৰু চহৰৰ ক্ষেত্রত প্রতি ঘণ্টাত সফলতা বিচাৰিব লাগিব ) আৰু যি কোনো মূল্যৰ বিনিময়ত হ'লেও শত্রুতকৈ 'নৈতিক শ্রেষ্ঠতা' বজায় ৰাখিব পাৰিব লাগিব।[11]

লেনিনৰ এই বিশ্লেষণৰ অন্তত তেওঁৰ নেতৃত্বত বলচেভিক দলৰ নেতাসকলে পেট্রোগ্রাড চভিয়েটৰ সামৰিক বৈপ্লৱিক সমিতিৰ জৰিয়তে ৰাজধানীত সশস্ত্র অভ্যুত্থান ঘটোৱাৰ এক গোপন পৰিকল্পনা প্রস্তুত কৰি উলিয়াইছিল। এই পৰিকল্পনা যদিও দলৰ বৈঠকত আলোচনা কৰা হোৱা নাছিল তথাপিও ইয়াৰ বহল ৰূপৰেখাৰ বিষয়ে প্রায়বোৰ নেতাই জানিছিল। এই পৰিকল্পনা অনুযায়ী অভ্যুত্থানৰ দিনা এক প্রচণ্ড সমাবেশিত সামৰিক শক্তিৰে ৰাজধানী পেট্রোগ্রাডৰ ওপৰত তিনিটা দিশৰ পৰা আক্রমণ আৰম্ভ কৰা হ'ব। নগৰৰ সশস্ত্র ৰেডগাৰ্ড-সকল, পেট্রোগ্রাড দুৰ্গৰ বিপ্লৱী সৈনিকসকল, ফিনলেণ্ড আৰু অন্যান্য ঠাইৰ বিপ্লৱী সেনাবাহিনীবোৰ আৰু নেভা নদীয়েদি উজাই অহা বাল্টিক নৌবহৰৰ

যুদ্ধ জাহাজৰ যুদ্ধৰ্ষ নাবিকসকলক লৈ সেইদিনা ৰাজধানীত এক বিৰাট সামৰিক শক্তি সমাবেশিত কৰা হ'ব। ইয়াৰ লগত যোগ দিব নগৰৰ সশস্ত্ৰ শ্ৰমিকসকলে। এই প্ৰচণ্ড সামৰিক শক্তিয়ে চৰকাৰ পক্ষৰ সেনাবাহিনীক নিষ্ক্ৰিয় কৰিব, অস্থায়ী চৰকাৰক উৎখাত কৰিব আৰু তৎকালে টেলিফোন আৰু টেলিগ্ৰাফ অফিচ, ৰেলষ্টেচন আৰু নেভা নদীৰ ওপৰত থকা দলংবোৰ নিয়ন্ত্ৰণ কৰিব। এনেদৰে সমগ্ৰ ৰাজধানীখন দখল কৰি এই সেনাবাহিনীয়ে বিপ্লৱৰ প্ৰথম পৰ্যায়ৰ সূচনা কৰিব।

সশস্ত্ৰ অভ্যুত্থানৰ ৰোমাণ্টিক কল্পনা সহজ, কিন্তু, লেনিনৰ দ্বাৰা নিৰ্দেশিত পথেদি ইয়াক সংগঠিত কৰাৰ কথা-বাৰ্তাই অলপ ধতুৰা মানুহৰ হৃদয় কঁপাই দিয়াটো আচৰিত নহয়। বিপ্লৱৰ ওপৰত দৃঢ় বিশ্বাস নাথাকিলে দোদুল্যমানতাৰ চিকাৰ হোৱাটো অতি সাধাৰণ কথা। বলচেভিক দলৰ ১৬ অক্টোবৰৰ দিনা হোৱা কেন্দ্ৰীয় সমিতিৰ বৰ্ধিত সভাই অৱশেষত দীঘলীয়া আলোচনা আৰু বিতৰ্কৰ অন্তত সশস্ত্ৰ অভ্যুত্থানৰ প্ৰস্তাৱ গ্ৰহণ কৰিলে। কিন্তু এই প্ৰস্তাৱ গ্ৰহণ সৰ্বসম্মতিক্ৰমে হোৱা নাছিল। কামানেভ আৰু ঝিনভিয়েভে তেতিয়াও এই প্ৰস্তাৱৰ বিৰুদ্ধে ভোট দিলে। আন চাৰিজন সদস্যও ভোটদানৰ পৰা বিৰত থাকিল। দলৰ মাজতে যে বহুত শংকা, সংশয় তেতিয়াও ৰৈ গৈছিল, ইয়েই আছিল তাৰ প্ৰমাণ।

এই সভাত প্ৰস্তাৱ গ্ৰহণৰ পিছতেই কামানেভে কেন্দ্ৰীয় সমিতিৰ পৰা পদত্যাগ কৰিলে আৰু ১৮ তাৰিখৰ দিনা তেওঁৰ আৰু ঝিনভিয়েভৰ স্বাক্ষৰ সম্বলিত এখন পত্ৰ এখন পাৰ্টিৰ বাহিৰৰ বামপন্থী কাকতত প্ৰকাশ কৰিলে। এই চিঠিত তেওঁলোকে সশস্ত্ৰ অভ্যুত্থানৰ সিদ্ধান্তৰ বিৰোধিতা কৰিলে। তেওঁলোকৰ এই কাম দলীয় গোপনীয়তা আৰু অনুশাসনৰ বিৰুদ্ধে এটা ডাঙৰ প্ৰত্যাহ্বান আছিল। দলৰ এনে এটা গোপন গুৰুত্বপূৰ্ণ সিদ্ধান্ত ৰাজহুৱাকৈ প্ৰকাশ কৰি দি তেওঁলোকে বিপ্লৱৰ ডাঙৰ ক্ষতি কৰিবলৈ আগবাঢ়িছিল। অস্থায়ী বুৰ্জোৱা চৰকাৰে এই সম্ভেদ পোৱাৰ লগে লগে যদি বিপ্লৱী শক্তিৰ ওপৰত আক্ৰমণ আৰম্ভ কৰিলেহেঁতেন তেতিয়াহ'লে সমগ্ৰ পৰিকল্পনাই থানবান হৈ গ'লহেঁতেন। নিজৰ অকৰ্মণ্যতাৰ বাবেই কেৰেনেস্কি চৰকাৰে অৱশ্যে এনে কোনো পদক্ষেপ ল'বলৈ সক্ষম নহ'ল। লেনিনে তেওঁলোকৰ এনে কামক বিশ্বাসঘাটকতা বুলি আখ্যা দিলে আৰু দুইজনকে শীঘ্ৰে দলৰ পৰা বহিষ্কাৰ কৰিব লাগে বুলি দাবী জনালে।

পৰিস্থিতি চম্ভালিবলৈ ট্ৰট্‌স্কিয়ে ৰাজহুৱাভাৱে ঘোষণা কৰিলে যে বলচেভিক দলে সশস্ত্ৰ অভ্যুত্থানৰ কোনো সিদ্ধান্ত লোৱা নাই। আচৰিত কথা যে কামানেভ আৰু ঝিনভিয়েভেও ৰাজহুৱাভাৱে ট্ৰট্‌স্কিৰ ঘোষণাৰ সমৰ্থন কৰিলে। অস্থায়ী চৰকাৰেও আচৰিত ধৰণে বিষয়টোত সিমান গুৰুত্ব

নিদিলে। আনফালে ট্রট্‌স্কিৰ নেতৃত্বত বিপ্লৱী সামৰিক সমিতিয়ে অভ্যুত্থানৰ প্ৰস্তুতি খৰতকীয়া কৰি তুলিলে। বাহিৰত পৰিস্থিতি দেখাত শান্ত হৈ থাকিলেও দলৰ ভিতৰত অৱস্থা কিন্তু উত্তপ্ত হৈ থাকিল। লেনিনৰ অনুপস্থিতিত বহা কেন্দ্ৰীয় সমিতিৰ সভাই অৱশেষত কামানেভৰ পদত্যাগ পত্ৰ গ্ৰহণ কৰিলে আৰু দুইজনকে ভৱিষ্যতে কোনো ধৰণৰ বিবৃতি প্ৰকাশ নকৰিবলৈ নিৰ্দেশ দিলে।

অভ্যুত্থানৰ আগমুহূৰ্তত বলচেভিক দলৰ মাজত আৰম্ভ হোৱা ৰাজনৈতিক সংকট অৱশেষত শাম কাটিল। দলে ঐক্যবদ্ধভাৱে অভ্যুত্থানৰ প্ৰস্তুতি আৰম্ভ কৰিলে। এতিয়া কেৱলমাত্ৰ অভ্যুত্থানৰ বিশেষ দিনটো নিৰ্ধাৰণ কৰিবলৈ বাকী থাকিল।

# ১২

## বিপ্লৱৰ বাটত



● বলচেভিক দলৰ প্ৰস্তুতি ● অস্থায়ী চৰকাৰৰ প্ৰস্তুতি ● চভিয়েটৰ দ্বিতীয় কংগ্ৰেছৰ প্ৰস্তুতি ● কচাক শোভাযাত্ৰাৰ প্ৰসংগ ● বিপ্লৱৰ শিবিৰ বিভাজন আৰম্ভ ● বিপ্লৱৰ প্ৰত্যুষত ৰাজধানী পেট্ৰোগ্ৰাড ● শেষ ৰক্ষাৰ বাবে সংস্কাৰৰ প্ৰস্তাৱ ● নিৰ্ধাৰিত দিনৰ আগদিনাই সামৰিক অভ্যুত্থান আৰম্ভ কৰিবৰ বাবে বলচেভিক দলৰ কেন্দ্ৰীয় কমিটিলৈ লেনিনৰ চিঠি ● লেনিনৰ আত্মগোপন অধ্যায়ৰ অৱসান ● বিপ্লৱৰ প্ৰক্ৰিয়াৰ আৰম্ভণি ● বিপ্লৱৰ বিজয়যাত্ৰা আৰম্ভ ● পেট্ৰোগ্ৰাড চভিয়েটৰ বিশেষ সভা ● সৰ্ব ৰুচ চভিয়েটৰ দ্বিতীয় কংগ্ৰেছ আৰম্ভ ● বিপ্লৱী বাহিনীৰদ্বাৰা শীত প্ৰাসাদ দখল ● ক্ষমতাৰ প্ৰশ্ন—অস্থায়ী চৰকাৰৰ আনুষ্ঠানিক উৎখাত আৰু কংগ্ৰেছৰ দ্বাৰা ক্ষমতা দখল।

টীকা আৰু প্ৰসঙ্গ ঃ

(1) Lenin, a biography—Progress Publishers, Moscow. p. 272.

(2) Reed, John—Ten days that Shock the World. Progress Publishers, Moscow. 1987. p. 54.

(3) ibid, p. 60.

(4) ibid, p. 66.

(5) ibid, p. 56-57. জন ৰীডে দিয়া বৰ্ণনাৰ ওপৰত ভিত্তি কৰি।

(6) Opcit No. I p. 273.

(7) Opcit No. 2 p. 67.

(8) Nanerkov, A.—An Illustrated History of the Great October Socialist Revolution. Progress Publishers. 1987. p. 243-244.

(9) Lenin, V.I.—Collected Works. Vol—26. p. 234-235.

(10) Opcit No. 2. p. 75.

(11) Opcit No. 9. p. 236—239.

(12) Opcit No. 2. p. 90-91.

(13) Opcit No. 2. p 92.

(14) বামপন্থী চ'চিয়েল ৰিভলিউচনেৰী দল ( Left Social Revolutionary ).

(15) Opcit No. 2. p. 105-106.

(16) ibid, p. 106.

(17) ibid, p. 96—101.

সশস্ত্ৰ অভ্যুত্থানৰ সৰ্বাত্মক প্ৰস্তুতি আৰম্ভ হৈ গ'ল।

অকল ৰাজধানী পেট্ৰোগ্ৰাডতেই নহয়, কেন্দ্ৰীয় সমিতিৰ সিদ্ধান্তৰ পিছত দেশৰ চৌদিশে বলচেভিক দলৰ নেতৃত্বত প্ৰস্তুতি চলিল। বিভিন্ন নগৰ-চহৰত ৰাজধানীৰ দৰে বৈপ্লৱিক সামৰিক সমিতিবোৰ গঢ়ি তোলা হ'ল আৰু এই সমিতিবোৰে শ্ৰমিকসকলক সশস্ত্ৰ কৰা, স্থানীয় সেনাবাহিনীৰ গোটবোৰক প্ৰস্তুত কৰাকে ধৰি অভ্যুত্থানৰ বাবে প্ৰয়োজনীয় যা-যোগাৰ আৰম্ভ কৰিলে। এই কামবোৰ কিন্তু গোপনে, ষড়যন্ত্ৰমূলকভাৱে হোৱা নাছিল, অভ্যুত্থানৰ সময় তথা মূল পৰিকল্পনা গোপন আছিল, কিন্তু বৈপ্লৱিক সামৰিক সমিতি গঠনকে ধৰি আন কাম-কাজবোৰ মুকলিকৈয়ে চলিছিল।

লেনিনে প্ৰথমৰ পৰাই আগন্তুক অভ্যুত্থানত যাতে শ্ৰমিক শ্ৰেণীৰ সশস্ত্ৰ অংশগ্ৰহণ ব্যাপক কৰি তুলিব পাৰি তাৰ বাবে গুৰুত্ব দিছিল। শ্ৰেণী হিচাপে শ্ৰমিকসকলক তেওঁ বিপ্লৱৰ নেতৃত্বকাৰী শক্তি হিচাপে প্ৰতিষ্ঠা কৰিব বিচাৰিছিল আৰু অভ্যুত্থানৰ সাফল্যৰ বাবে ইয়াক তেওঁ এটা প্ৰধান চৰ্ত হিচাপে চিহ্নিত কৰিছিল। সেয়ে শ্ৰমিকসকলৰ মাজৰ পৰা ৰেডগাৰ্ড (লাল ৰক্ষী) বাহিনী গঢ়ি তোলা আৰু ইয়াৰ নেতাসকলক নিৰ্বাচিত কৰাত নিজে উদ্যোগ লৈছিল। এই ক্ষেত্ৰত নায়কসকলৰ সামৰিক দক্ষতা, পথযুদ্ধৰ নিপুণতা তথা অভিজ্ঞতা, অস্ত্ৰ-শস্ত্ৰ আৰু সাংগঠনিক সামৰ্থ্যৰ বিচাৰ কৰিহে নিযুক্তি দিয়া হৈছিল।[1] ৰাজধানী পেট্ৰোগ্ৰাডৰ প্ৰতিটো এলেকা, প্ৰতিটো ডাঙৰ কাৰখানাত ৰেডগাৰ্ড বাহিনীবোৰক সুসজ্জিত কৰি কুচকাৱাজ কৰাই প্ৰস্তুত কৰা হৈছিল।

এই প্ৰস্তুতিৰ বিপৰীতে অস্থায়ী চৰকাৰৰ নেতৃত্বত জোৰদাৰ প্ৰস্তুতি আৰম্ভ হ'ল। সাম্ভাব্য বলচেভিক অভ্যুত্থানক বিৰোধিতা কৰিবৰ বাবে চৰকাৰে নিজৰ বিশ্বস্ত সেনা সামন্ত আনি ৰাজধানীত গোট খুৱাবলৈ ধৰিলে। অকল এয়ে নহয়, মানচেভিক আৰু চ'চিয়েল ৰিভলিউচনেৰী নেতাসকলে তেওঁলোকৰ নিয়ন্ত্ৰণত থকা চভিয়েটৰ কাৰ্যকৰী সমিতিৰ দ্বাৰা আগন্তুক চভিয়েটৰ কংগ্ৰেছ ২০ তাৰিখৰ পৰা ২৫ তাৰিখলৈ পিছুৱাই দিলে। এনেদৰে কংগ্ৰেছৰ অধিবেশন পিছুৱাই দিয়াৰ জৰিয়তে তেওঁলোকে বলচেভিক দলৰ পৰিকল্পনা খান্‌বান্ কৰি দিব পৰা যাব বুলি ভাবিছিল। তেওঁলোকে অনুমান কৰি লৈছিল যে কংগ্ৰেছৰ অধিবেশনৰ সময়তেই বলচেভিক দলে সামৰিক অভ্যুত্থান আৰম্ভ কৰিব। এনেদৰে কংগ্ৰেছ পিছুৱাই তেওঁলোকে সেয়ে বলচেভিক উদ্যোগক দমন কৰিবৰ বাবে অস্থায়ী চৰকাৰকো সময় উলিয়াই দিবলৈকো চেষ্টা কৰিছিল। আগন্তুক চভিয়েটৰ দ্বিতীয় কংগ্ৰেছৰ অধিবেশনখন নহ'বও পাৰে বুলি নানা তৰহৰ উৰা বাতৰিও উলিওৱা হ'ল। ইয়াৰ আগৰ অধ্যায়তো অস্থায়ী চৰকাৰ তথা মানচেভিক, চ'চিয়েল ৰিভলিউচনেৰীসকলে কংগ্ৰেছ অধিবেশনৰ বিৰোধিতা কৰি অহাৰ কথা কৈ অহাই হৈছে। কিন্তু, ইতিমধ্যে দেশৰ চৌদিশে এই কংগ্ৰেছক

লৈ এক গণজাগৰণৰ সূচনা হৈছে, কিছুমান প্ৰতিনিধি ইতিমধ্যেই আঁহি ওলাবলৈ আৰম্ভ কৰিছেই। এটা কথা ক্ৰমে স্পষ্ট হৈ পৰিল যে কংগ্ৰেছ নপতাকৈ থাকিব পৰা নাযায়। এইবাৰ মানচেভিক আৰু চ'চিয়েল বিভলিউচনেৰীসকলে ততাতৈয়াকৈ তেওঁলোকৰ আঞ্চলিক সমিতিবোৰক যিমান পাৰি সিমান কংগ্ৰেছৰ বাবে নিজৰ দলৰ তথা নৰমপন্থী সমাজবাদী প্ৰতিনিধি নিৰ্বাচিত কৰিবলৈ জৰুৰী খবৰ পঠিয়াবলৈ ধৰিলে।[2] আনফালে তেওঁলোকৰ প্ৰভাৱাধীন কৃষক চভিয়েটবো এখন জৰুৰী মহাসভা আহ্বান কৰা হ'ল যাতে বলচেভিকসকলৰ নেতৃত্বত শ্ৰমিক আৰু সৈনিকসকলৰ চভিয়েটৰ কংগ্ৰেছত লোৱা যিকোনো ধৰণৰ কাম-কাজৰ ৰাজনৈতিক মোকাবিলা কৰিব পৰা যায় (ঐ)।

সামৰিকভাৱেও অভ্যুত্থানৰ মোকাবিলা কৰিবলৈ অস্থায়ী চৰকাৰে উদ্যোগ ল'লে। ৰাজধানীৰ জেনেৰেল ষ্টাফৰ প্ৰধান কাৰ্যালয়ত বিশ্বাসী কচাক আৰু গাৰ্ড ৰেজিমেণ্ট, ডেথ বেটেলিয়নৰ (মৃত্যু বাহিনী) নাৰী সেনাবোৰ, আৰু জাৰ আমোলৰ অৱস্থাপন্ন লোকৰ সতি-সন্ততিবোৰেৰে গঠিত য়াঙ্কাৰ বা সামৰিক স্কুলৰ কেডেট আৰু বিষয়াসকলক গোট খুওৱা হ'ল, পেট্ৰোগ্ৰাড দুৰ্গৰ বৰ্ম'সহিত যানবোৰৰ একাংশ সামৰিক বিষয়াসকলৰ নেতৃত্বত থুপ খুওৱা হ'ল। চৌদিশৰ পৰা গোট খুওৱা এই সেনাসকলে অস্থায়ী চৰকাৰ, কাউঞ্চিল অৱ ৰিপাব্লিক (কেৰেনেস্কিয়ে বনাই লোৱা এক সদন) আৰু শীত প্ৰাসাদ ৰক্ষাৰ ব্যৱস্থা গঢ়ি তোলা হ'ল।

আনফালে পেট্ৰোগ্ৰাড চভিয়েটৰ সভাপতি ট্ৰট্স্কিৰ আদেশত চৰকাৰী ৰাইফল ফেক্টৰীয়ে বহু হাজাৰ ৰাইফল নগৰৰ শ্ৰমিকসকলৰ হাতত তুলি দিলে।

বিপ্লৱৰ শিবিৰ বিভাজনৰ কামো দ্ৰুতভাৱে আগবাঢ়িল। প্ৰত্যক্ষ আৰু অপ্ৰত্যক্ষ শক্তি পৰীক্ষাৰ কুচকাৱাজো আৰম্ভ হ'ল।

অক্টোবৰৰ ২২ তাৰিখে পেট্ৰোগ্ৰাড চভিয়েটৰ উদ্যোগত সমগ্ৰ নগৰীতে সংগঠন আৰু প্ৰেছৰ বাবে পুঁজি সংগ্ৰহৰ অজুহাতত ব্যাপক জনসভা আৰু সমাবেশৰ পৰিকল্পনা লোৱা হৈছিল। শ্ৰমিকসকলৰ শক্তি প্ৰদৰ্শনেই ইয়াৰ মূল উদ্দেশ্য আছিল। হঠাৎ ঘোষণা কৰা হ'ল যে সেই দিনাই কচাক সেনাসকলৰ এক ধৰ্মীয় শোভাযাত্ৰাও বাহিৰ কৰা হ'ব। নাপোলিয়ন বোনাপাৰ্টৰ মস্কো অভিযান বিফল হোৱাৰ এই দিনটোত ধৰ্মীয় তথা ঐশ্বৰিক মহিমা আৰোপ কৰি এক ব্যাপক শোভাযাত্ৰা আয়োজন কৰা হ'ল। অস্থায়ী চৰকাৰ তথা বিপ্লৱবিৰোধীসকলে এনেদৰেই নিজৰো শক্তি প্ৰদৰ্শনৰ চেষ্টা কৰিছিল। পৰিস্থিতি উত্তেজনাময় হৈ উঠিল—গৃহযুদ্ধ আৰম্ভ হওঁ হওঁ অৱস্থা হ'লহি। পেট্ৰোগ্ৰাড চভিয়েটৰ তৰফৰ পৰা লৰালৰিকৈ কচাক সেনাসকলক উদ্দেশ্য কৰি এখন প্ৰচাৰ-পত্ৰ উলিওৱা হ'ল। এই প্ৰচাৰ-পত্ৰত স্পষ্টকৈ কোৱা হ'ল যে কচাক সেনাসকলক শাসক-শোষকসকলে, সুবিধাভোগী জেনেৰেল, বৃহৎ বেংকাৰ আনকি কচাক সামৰিক

নেতাসকলে পেট্ৰোগ্ৰাডৰ বিপ্লৱী জনতাৰ বিৰুদ্ধে উচটাই তুলিবলৈ চেষ্টা কৰিছে। তেওঁলোকৰ লক্ষ্য হ'ল পেট্ৰোগ্ৰাড চভিয়েট আৰু বিপ্লৱক ধ্বংস কৰা। আগন্তুক ধৰ্মীয় শোভাযাত্ৰাত কাকো যোগদান কৰাৰ পৰা চভিয়েটে বিৰত নকৰে কাৰণ ইয়াত যোগদান কৰা নকৰাটো প্ৰত্যেক ব্যক্তিৰ নিজৰ বিচাৰ-বিবেচনা আৰু বিবেকৰ কথা বুলি চভিয়েটে গণ্য কৰে। কিন্তু ইয়াৰ লগত চভিয়েটে দ্ব্যৰ্থহীন ভাষাত ক'লে যে—"হে কচাকসকল, আমি ইয়াৰ দ্বাৰা আপোনালোকক সাৱধান কৰি দিব বিচাৰিছো যে এই ধৰ্মীয় শোভাযাত্ৰাৰ চেলু লৈ, আপোনালোকৰ 'কালাডিন' সকলে যাতে আপোনালোকক শ্ৰমিকসকলৰ বিৰুদ্ধে, সৈনিকসকলৰ বিৰুদ্ধে উচটাই তুলিব নোৱাৰে।"

অৱশেষত কচাক সেনাসকলৰ ধৰ্মীয় শোভাযাত্ৰাৰ পৰিকল্পনা বন্ধ হ'ল। এক ডাঙৰ সংঘৰ্ষৰ সম্ভাৱনাৰ ওৰ পৰিল।

আনফালে পেট্ৰোগ্ৰাডৰ সামৰিক কমাণ্ডাৰে তেওঁৰ অধীনৰ সেনাসকলক একমাত্ৰ অস্থায়ী চৰকাৰৰ সকলো আদেশ আখৰে আখৰে পালন কৰিবলৈ নিৰ্দেশ জাৰি কৰিলে। লগতে তেওঁ সেনাবাহিনীৰ যেনেকৈ ৰাজনৈতিক প্ৰচাৰকাৰ্য চলাবলৈ অহা প্ৰতিজন লোকক তৎকালে গ্ৰেপ্তাৰ কৰি কৰ্তৃপক্ষৰ হাতত জমা দিবলৈ আৰু সামৰিক অভ্যুত্থান ঘটোৱা যিকোনো প্ৰচেষ্টাকে কঠোৰভাৱে দমন কৰিবলৈ আদেশ জাৰি কৰিলে।

এই পেট্ৰোগ্ৰাড দুৰ্গত প্ৰায় ৬০,০০০ সেনা আছিল আৰু ইয়াৰ বেছি ভাগেই আছিল বলচেভিক দলৰ সমৰ্থক। সেয়ে অস্থায়ী চৰকাৰে বাৰে বাৰে এই দুৰ্গৰ সেনাসকলক ৰণাঙ্গনলৈ আঁতৰাই পঠাই তেওঁলোকৰ ঠাইত বিশ্বাসী কচাক আৰু আন সেনা আনিবলৈ চেষ্টা কৰিছিল। এটা কথা ঠিক আছিল যে বিপ্লৱ বা অভ্যুত্থানৰ যিকোনো প্ৰচেষ্টাতে এই সেনাবাহিনীৰ সমৰ্থন, সহযোগ অপৰিহাৰ্য আছিল। এই সেনাবাহিনীয়েই ফেব্ৰুৱাৰী গণতান্ত্ৰিক বিপ্লৱ সফলকাম কৰাত গুৰুত্বপূৰ্ণ ভূমিকা গ্ৰহণ কৰিছিল আৰু এওঁলোকেই প্ৰথমে সৈনিক চভিয়েটো গঠন কৰিছিল। কৰ্নিলভ বিদ্ৰোহৰ প্ৰচেষ্টাও এওঁলোকেই বিফল কৰিছিল। অস্থায়ী চৰকাৰে ৰাজধানী পেট্ৰোগ্ৰাডৰ পৰা মস্কোলৈ আঁতৰাই নিবৰ বাবে আৰম্ভ কৰা প্ৰচেষ্টা এওঁলোকৰ বাবেই বিফল হৈছিল। চৰকাৰে বাৰে বাৰে এওঁলোকক যুদ্ধক্ষেত্ৰলৈ পঠাব খোজোতে বাৰে বাৰেই যাবলৈ তেওঁলোক অমান্তি হৈছিল। পেট্ৰোগ্ৰাড চভিয়েট তথা চভিয়েট অনুষ্ঠানৰ মূল সমৰ্থক শক্তি আছিল এই বিপ্লৱী সেনাবাহিনী। বিপ্লৱৰ আগমুহূৰ্তত ট্ৰট্স্কিৰ নেতৃত্বত গঠিত হোৱা বৈপ্লৱিক সামৰিক সমিতিৰো মেৰুদণ্ড আছিল এওঁলোকেই। এতিয়া অস্থায়ী চৰকাৰে এই বাহিনীটোক সশস্ত্ৰ অভ্যুত্থানৰ যিকোনো প্ৰচেষ্টা ধ্বংস কৰিবৰ বাবে আদেশ দিয়াত ৩১ অক্টোবৰৰ দিনা পেট্ৰোগ্ৰাড ৰেজিমেণ্টৰ সেনাসকলৰ এখন প্ৰতিনিধি সভাই সিদ্ধান্ত ল'লে, "পেট্ৰোগ্ৰাড দুৰ্গই অস্থায়ী

চৰকাৰক আৰু স্বীকৃতি নিদিয়ে। পেট্ৰোগ্ৰাড চভিয়েটেই হ'ল আমাৰ চৰকাৰ আমি এভিয়াৰ পৰা কেৱল সামৰিক বৈপ্লৱিক সমিতিৰ জৰিয়তে দিয়া পেট্ৰোগ্ৰাড চভিয়েটৰ নিৰ্দেশহে পালন কৰিম।"[৪]

এই ঘটনাৰ লগে লগে সামৰিক শিবিৰ বিভাজনৰো প্ৰথম পৰ্ব সমাধা হ'ল। অভ্যুত্থানীসকলে ৰাজধানীৰ প্ৰধান সামৰিক শক্তিক নিজৰ ফাললৈ আনিবলৈ সক্ষম হ'ল। চৰকাৰ আৰু বুৰ্জোৱাসকলে এই সেনাসকলক আঁতৰাই পঠাবলৈ বা আগন্তুক বিপ্লৱত নিৰপেক্ষ কৰি ৰাখিব বিচৰাৰ সমগ্ৰ কৌশল ব্যৰ্থ হ'ল।

অভ্যুত্থানৰ প্ৰক্ৰিয়া এনেদৰেই সৰু-ভাঙৰ ঘটনাৰ মাজেৰে অমোঘ গতিৰে আগবাঢ়িবলৈ ধৰিলে।

এইবাৰ আমি মাজতে বিপ্লৱৰ আগৰ নগৰীৰ সাধাৰণ অৱস্থা কেনে আছিল তাৰ উমান ল'বলৈ চেষ্টা কৰো।

সাংবাদিক জন ৰীডে সেই সময়ৰ ৰাজধানীৰ এক চাক্ষুস বিৱৰণ তেওঁৰ কিতাপ 'পৃথিৱী কঁপোৱা দহ দিন'ত (ঐ) সুন্দৰভাৱে লিপিবদ্ধ কৰি গৈছে। ৰাজধানীত সেই সময়ত নানান আচহুৱা দৃশ্য দেখা গৈছিল। এহাতে কল-কাৰখানাবোৰত শ্ৰমিক সংগঠনবোৰৰ সভাত উত্তপ্ত ৰাজনৈতিক বাদানুবাদ হৈছে, ৰেডগাৰ্ডসকলে কাৰখানাই কাৰখানাই অস্ত্ৰ-শস্ত্ৰলৈ কুচকাৱাজ কৰিছে, আনহাতে আকৌ নগৰৰ ক্লাব, জুৱাৰ আড্ডাবোৰত বেহিছাপী আমোদৰ নিজৰা বৈছে। কুৰি হাজাৰ ৰুবল পৰ্যন্ত বাজি ধৰিছে মানুহে। আলিবাটত খবৰৰ বাবে উদ্‌গ্ৰীৱ জনতাই বাতৰি কাকত বেচা হকাৰক পিছে পিছে খেদি ফুৰিছে, আকৌ আন্ধাৰ আৰু বিশৃংখলতাৰ সুযোগ লৈ ৰাজপথত গুণ্ডামি, ডকাইতিৰ সংখ্যা বাঢ়ি আহিছে। খাদ্যবস্তুৰ নাটনি আৰম্ভ হৈছে আৰু ৰুটিৰ দোকানৰ সন্মুখত দীঘলীয়া শাৰী পাতি বৈ থকা মাইকী মানুহবোৰৰ মাজত কোনো অচিনাকি লোকে আহি ফুচফুচাই কৈছেহি যে নগৰৰ ইহুদীবোৰে সকলো খাদ্যবস্তু লুকুৱাই পেলাইছে বা জনতাই ভোকত থকাৰ সময়ত চভিয়েটৰ নেতাসকলে বিলাসী জীৱন-যাপন কৰিছে। আলি দোমোজাত জকমকীয়া কাপোৰ পিন্ধি বেশ্যা-বোৰেও দেহৰ বেহা মেলিছেহি। আনফালে আকৌ পেট্ৰোগ্ৰাড চভিয়েটৰ নিৰৱচ্ছিন্ন বৈঠক বহিছে স্মলনিত, জাকে জাকে মানুহে ইয়াত অংশগ্ৰহণ কৰিছে। ৰাজতন্ত্ৰী ষড়যন্ত্ৰ, চোৰাংচোৱাৰে ভৰি পৰিছে আৰু এই আটাইবোৰৰ মাজেৰে, প্ৰচণ্ড উৎকণ্ঠা, আশা আৰু আশংকাৰ মাজেৰে সমগ্ৰ নগৰীখনেই যেন কিবা এটা, কিবা এটা অনিশ্চিত দিশৰফালে আগবাঢ়ি গৈ আছে।[৫]

চৰকাৰী নেতাসকলেও ভালদৰে বুজি উঠিছে যে জনতা এইবাৰ জাগি উঠিছে - এইবাৰ শেষৰ এজাত। তেওঁলোকেও পৰিস্থিতি নিজৰ বশলৈ আনিবৰ বাবে ততাতৈয়াকৈ কেতবোৰ সিদ্ধান্ত ল'বলৈ চেষ্টা কৰিছে। ২১ অক্টোবৰৰ দিনা চৰকাৰৰ এখন বুটীয়া আয়োগ আৰু কাউন্সিল অৱ বিপাব্লিকে ভুমি আৰু

শান্তি সম্পৰ্কে দুখন আইনৰ খচৰা প্ৰস্তুত কৰি উলিয়াইছে। এখন আইন অনুসৰি দেশৰ গ্ৰামাঞ্চলৰ প্ৰধান সমস্যা ভূমিৰ সমস্যা নিষ্পত্তি কৰিবৰ বাবে খেতিয়কৰ হাতত অস্থায়ীভাৱে মাটি দিয়াৰ প্ৰস্তাৱ লোৱা হৈছে, আনখনৰ মতে শান্তি স্থাপনৰ বাবে জৰুৰী ভিত্তিত বৈদেশিক নীতি লোৱাৰ ঘোষণা কৰা হৈছে। কিন্তু ইমান দেৰিকৈ গ্ৰহণ কৰা এনে আধা দুখৰীয়া প্ৰস্তাৱে কাকো সন্তুষ্ট কৰিব নোৱাৰিলেই, বৰঞ্চ সকলোৱে ইয়াক ব্যঙ্গ বিদ্ৰূপহে কৰিবলৈ ধৰিলে। ইয়াৰ পাছদিনাই কেৰেনেস্কিয়ে সেনাবাহিনীত মৃত্যুদণ্ড দিয়াৰ প্ৰথা উঠাই দিয়া হৈছে বুলি ঘোষণা কৰিলে। কিন্তু, তেতিয়ালৈ মৃত্যুদণ্ডৰ ভয় দেখুৱাই সেনাবাহিনীৰ মাজত শৃংখলা বজায় ৰখা বা সেনাৰ বাধ্যতা আদায় কৰাৰ বাস্তৱিক পৰিস্থিতিয়েই নাইকিয়া হৈছেগৈ। চৰকাৰী মন্ত্ৰীসকলে ইখনৰ পিছত সিখনকৈ আদেশ, অধ্যাদেশ জাৰি কৰিছে, ন ন সমিতি বনাইছে, কিন্তু তেওঁলোকৰ এই সমগ্ৰ কাম কাকতত আদেশটো লেখাৰ লগে লগেই বাস্তৱিকতে অন্তও পৰিছে।

আনফালে বিপ্লৱ বা সামৰিক অভ্যুত্থান কোনদিনা আৰম্ভ কৰা হ'ব সেই বিষয়টো লৈ বিপ্লৱী শিবিৰত গুণাগঠা আৰম্ভ হৈ গৈছে। লেনিনে এই প্ৰশ্নটোৰ ওপৰত নিজে সৰ্বাধিক গুৰুত্ব দিছে। সঠিক সময়ত অভ্যুত্থান আৰম্ভ কৰিব নোৱাৰিলে ডাঙৰ বিপদ ঘটিব পাৰে—তাৰ বিষয়ে তেওঁ সদায় সতৰ্ক আছিল। কোন সময়ত এনে প্ৰচেষ্টা আৰম্ভ কৰা উচিত সেই বিষয়ে তেওঁ বহু আগৰ পৰাই বিস্তাৰিতভাৱে আলোচনা কৰিছিল (পূৰ্ববৰ্তী অধ্যায়ত এই বিষয়ে কৈ অহা হৈছে)। লেনিনে এতিয়া ক'লে যে সৰ্ব ৰুচ চভিয়েটবোৰৰ দ্বিতীয় কংগ্ৰেছৰ অধিবেশন আৰম্ভ হোৱাৰ ঠিক আগে আগে অভ্যুত্থান আৰম্ভ কৰা উচিত। শত্ৰুপক্ষই আশা কৰি আছে যে বলচেভিক দলে কংগ্ৰেছৰ অধিবেশনতেই এই অভ্যুত্থান আৰম্ভ কৰিব। গতিকে তেওঁলোকে আশা কৰাৰ আগতেই এই কাম আৰম্ভ কৰিব লাগে।[৩] বলচেভিক নেতাসকলে সেইমতেই তেওঁলোকৰ প্ৰস্তুতি চলাই গৈছিল।

লেনিনে এটা কথাত গুৰুত্ব দিছিল যে ৰাজধানী পেট্ৰোগ্ৰাডত হোৱা এই সশস্ত্ৰ অভ্যুত্থানৰ এটা সৰ্ব ৰাছিয়া জোৰা ভিত্তি থাকিব লাগিব। আৰু সৰ্ব ৰুচ চভিয়েটবোৰৰ দ্বিতীয় কংগ্ৰেছহে এই অভ্যুত্থানক এনে এটা ভিত্তি প্ৰদান কৰিবলৈ সক্ষম হ'ব। গতিকে অভ্যুত্থানৰ ক্ষণৰ কংগ্ৰেছ অধিবেশনৰ লগত এটা প্ৰত্যক্ষ নিকট সম্পৰ্ক থাকিবই লাগিব। আনহাতে কংগ্ৰেছৰ কাম পুৰাদমে আৰম্ভ হৈ যোৱাৰ পিছত অভ্যুত্থান আৰম্ভ কৰিব নোৱাৰি, কাৰণ ইমান সৰহ সংখ্যক প্ৰতিনিধিৰ বিশাল এক মহাসভাই কেতিয়াও তাৎকালিকভাৱে সিদ্ধান্ত ল'ব নোৱাৰে। অভ্যুত্থানৰ সিদ্ধান্তটো কংগ্ৰেছত বিতৰ্কৰ বাবে এৰি দিলে এই বিতৰ্কৰ সহজে অন্ত নপৰিব। সেয়ে কংগ্ৰেছৰ আগমুহূৰ্তত, ই সম্পূৰ্ণকৈ

সংগঠিত হোৱাৰ আগতেই অভ্যুত্থান আৰম্ভ কৰি ক্ষমতা দখল কৰিব লাগিব যাতে কংগ্ৰেছৰ প্ৰতিনিধিসকলক ক'ব পৰা যায়—সোৱা এয়া দেশৰ ক্ষমতা তোমাৰ, আৰু কি কৰা কৰা।'

এই পৰিকল্পনাতে আমি লেনিনৰ বিচক্ষণতা আৰু বাস্তৱ বুদ্ধিৰ স্পষ্ট পৰিচয় পাওঁহক।

এনেতে হঠাৎ পৰিস্থিতি সলনি হ'বলৈ ধৰিলে। ২৪ তাৰিখৰ দিনা পুৱাৰে পৰা স্মলনি ইন্‌ষ্টিটিউটত সামৰিক বৈপ্লৱিক সমিতিৰ নিৰবচ্ছিন্ন বৈঠক আৰম্ভ হৈ গৈছে। বিপ্লৱ আৰু অভ্যুত্থান পৰিচালনাৰ কাম-কাজ আগবাঢ়িছে। ৰাতিপুৱাৰ পৰা একেঠাইতে বলচেভিক দলৰ কেন্দ্ৰীয় সমিতিৰ বৈঠকো আৰম্ভ হৈছে। ইয়াত কেন্দ্ৰীয় সমিতিৰ বিভিন্নজন সদস্যকে বিভিন্ন দায়িত্ব ভগাই দিয়া হৈছে। লেনিন এই বৈঠকত উপস্থিত নাছিল, তেওঁ তেতিয়াও আত্মগোপন কৰিয়েই আছিল। ইতিমধ্যে কেৰেনেস্কিৰ চৰকাৰে লেনিনক গ্ৰেপ্তাৰ কৰিবৰ বাবে জৰুৰী ফটোৱা জাৰি কৰিলে। কেন্দ্ৰীয় সমিতিয়ে ডাৰজ্‌লভক অস্থায়ী চৰকাৰৰ ওপৰত নজৰ ৰাখিবলৈ, বুবনভক ৰেল যাতায়াত ব্যৱস্থা, স্বাৰ্বিনস্কিক ডাকতাঁৰ বিভাগ আৰু মিলয়ুটিনক খাদ্য যোগান ব্যৱস্থাৰ ওপৰত নিয়ন্ত্ৰণ কায়েম কৰিবলৈ দায়িত্ব দিলে। আগন্তুক কংগ্ৰেছ অধিবেশনত বিভিন্ন সমস্যাৰ ওপৰত নীতি প্ৰস্তুত কৰিবৰ বাবেও দায়িত্ব দিয়া হ'ল বিভিন্নজনক। ভূমিসমস্যা, যুদ্ধ আৰু শান্তি তথা ক্ষমতাৰ প্ৰশ্নটোৰ ওপৰত দলিল প্ৰস্তুত কৰিব লেনিনে; শ্ৰমিক নিয়ন্ত্ৰণ প্ৰতিষ্ঠাৰ সম্পৰ্কে মিলয়ুটিনে আৰু জাতিসমস্যাৰ ওপৰত দলিল ৰাখিব ষ্টেলিনে। কংগ্ৰেছত এই দলিলসমূহ গৃহীত কৰিবৰ বাবে উত্থাপন কৰা হ'ব। আনহাতে সামৰিক বৈপ্লৱিক সমিতিয়ে এক আদেশৰ জৰিয়তে (১নং আদেশ) পেট্ৰোগ্ৰাড দুৰ্গ, নগৰৰ সমগ্ৰ ৰেডগাৰ্ড বাহিনী আৰু বাল্টিক নৌবহৰৰ সেনাসকলক সম্পূৰ্ণভাৱে সাজু হৈ থাকি পৰৱৰ্তী আদেশৰ বাবে অপেক্ষা কৰিবলৈ জনাই দিলে।

আনফালে অস্থায়ী চৰকাৰৰ সেনাবোৰেও শীত প্ৰাসাদকে ধৰি নগৰৰ বিভিন্ন ঠাইত প্ৰতিৰক্ষা ব্যৱস্থা গঢ়ি তুলিবলৈ আৰম্ভ কৰিলে। নগৰৰ বিভিন্ন অংশৰ বিপ্লৱী সেনাসকলৰ মাজত যোগাযোগ বিচ্ছিন্ন কৰি পেলাবৰ বাবে তেওঁলোকে পৌৰসভাৰ অভিযন্তাসকলৰ লগ লাগি নেভা নদীৰ ওপৰৰ দলংবোৰ উঠাই দিবলৈ চেষ্টা কৰিলে (এই দলংবোৰ দুইমূৰৰ পৰা মাজতে দাঙি তুলি থ'ব পৰা গৈছিল)। দলঙৰ পহৰাত থকা ৰেডগাৰ্ডবোৰৰ লগত ইয়াৰ ফলত সংঘৰ্ষ আৰম্ভ হৈ গ'ল।

সেইদিনা আছিল ২৪ তাৰিখ, ২৪ অক্টোবৰ। পাছদিনা ২৫ অক্টোবৰৰ দিনা চোভিয়েটবোৰৰ দ্বিতীয় মহাসভা আৰম্ভ হ'ব। সেইদিনাই ক্ষমতা দখলৰ কথা আছিল। কিন্তু ২৪ তাৰিখে দেখিয়া লেনিনে আত্মগোপন কৰি থকা

অৱস্থাতে এই কথাবোৰ গম পালে, বিশেষকৈ অস্থায়ী চৰকাৰে সংগঠিতভাৱে বিৰোধিতা আৰম্ভ কৰাৰ বাতৰি পালে আৰু যেতিয়া তেওঁ শুনিলে যে পেট্ৰোগ্ৰাড চভিয়েটৰ সভাপতি ট্ৰটস্কিয়ে তেতিয়াও আগৰ পৰিকল্পনা মতে ২৫ তাৰিখেহে অভ্যুত্থান আৰম্ভ কৰাৰ কথা ভাবি আছে, পৰিৱৰ্তিত পৰিস্থিতিত অন্য কথা চিন্তা কৰা নাই, তেতিয়া তেওঁ আৰু বৈ থাকিব নোৱাৰিলে। তেওঁ গোপনীয়তা ত্যাগ কৰি নিজে সক্ৰিয় হৈ উঠিল। প্ৰথমে তেওঁ দলৰ কেন্দ্ৰীয় সমিতিলৈ তৎকালে অভ্যুত্থান আৰম্ভ কৰিব লাগে বুলি কৈ এখন চিঠি লেখিলে। ২৫ তাৰিখে নহয়, তেতিয়ালৈ বহু পলম হৈ যাব পাৰে; এতিয়াই, আজি ২৪ তাৰিখেই অস্থায়ী চৰকাৰক উৎখাত কৰি ক্ষমতা দখল কৰিব লাগে। তেওঁৰ এই চিঠিখনৰ অংশ বিশেষৰ অনুবাদ তলত দিয়া হ'ল।

"কমৰেড সকল,

২৪ তাৰিখৰ সন্ধ্যা মই এই চিঠিখন লেখিছো। পৰিস্থিতি অত্যন্ত জৰুৰী হৈ পৰিছে। বাস্তৱিকতে এই কথা এতিয়া সম্পূৰ্ণ স্পষ্ট হৈ পৰিছে যে অভ্যুত্থানৰ ক্ষেত্ৰত পলম কৰিলে ভাওৰ বিপদ হ'ব।

মোৰ সমগ্ৰ শক্তিৰে মই কমৰেডসকলক এই কথাটো ক'ব খুজিছো যে সকলো এতিয়া এডাল সূতাত ওলমি থকাৰ দৰে অৱস্থাত আছে। আমি এতিয়া এনে কিছুমান সমস্যাৰ সন্মুখীন হৈছো যিবোৰক সভা-সমিতি বা কংগ্ৰেছৰ দ্বাৰা (আনকি চভিয়েটৰ কংগ্ৰেছৰ দ্বাৰাও) সমাধান কৰা নাযায়, বৰঞ্চ এইবোৰ একমাত্ৰ জনতাৰ দ্বাৰা, গণ-উদ্যোগ আৰু সশস্ত্ৰ জনতাৰ সংগ্ৰামৰ দ্বাৰাহে সমাধান কৰিব পৰা যাব।

বুৰ্জোৱাৰ আক্ৰমণে···আমাক দেখুৱাই দিছে যে আমি আৰু পলম কৰাটো উচিত নহয়। আমি যিকোনো প্ৰকাৰে আজি সন্ধ্যাতে, আজি নিশাৰ ভিতৰতে চৰকাৰক গ্ৰেপ্তাৰ কৰিব লাগিব (প্ৰথমে আমি চৰকাৰক ৰক্ষণাবেক্ষণ দি থকা অফিচাৰ কেডেটসকলক, যদি তেওঁলোকে বাধা দিয়ে, নিৰস্ত্ৰ কৰিব লাগিব। ইত্যাদি— )।

আমি অপেক্ষা কৰাটো উচিত নহ'ব, আমি সকলো হেৰুৱাব পাৰো।

তাৎকালিকভাৱে ক্ষমতা দখল কৰাটোৱেই হ'ব কাৰ্নিস্কী চৰকাৰৰ পৰা জনতাৰ প্ৰতিৰক্ষাৰ একমাত্ৰ উপায় (কংগ্ৰেছৰ প্ৰতিৰক্ষা নহয়, জনতাৰ— শ্ৰমিক, সৈনিকসকল আৰু সেনাবাহিনীৰ প্ৰতিৰক্ষাৰ উপায়)···।

ক্ষমতা দখলৰ কামটো কোনে কৰিব লাগে ?

কোনে কৰা উচিত এই কথাটো বৰ্তমান গুৰুত্বপূৰ্ণ নহয়। এতিয়া সামৰিক বৈপ্লৱিক সমিতি বা তেনে আন কোনো অনুষ্ঠানে ক্ষমতা দখল কৰক; আৰু এনে অনুষ্ঠানে এই কথাও ঘোষণা কৰিব যে ই একমাত্ৰ সেই প্ৰকৃত প্ৰতিনিধিসকলৰ হাতলৈ ক্ষমতা এৰি দিব যি জনগণৰ স্বাৰ্থক ৰক্ষা কৰে, সেনা-

সকলৰ স্বাৰ্থক ৰক্ষা কৰে ( তাৎকালিকভাৱে শান্তিৰ প্ৰস্তাৱ দি ), কৃষিজীৱ-সকলৰ স্বাৰ্থক ৰক্ষা কৰে ( তৎক্ষণাৎ সমগ্ৰ মাটি কাঢ়ি লৈ আৰু ব্যক্তিগত সম্পত্তিৰ বিলোপ সাধন কৰি ), ভোকাতুৰ জনতাৰ স্বাৰ্থ যি ৰক্ষা কৰে।

প্ৰতিখন জিলা, প্ৰতিটো ৰেজিমেণ্ট, প্ৰতিটো বাহিনীয়ে যাতে তৎকালে সাজু হয় আৰু তেওঁলোকে যাতে সামৰিক বৈপ্লৱিক সমিতি আৰু বলচেভিক দলৰ কেন্দ্ৰীয় সমিতিলৈ নিজৰ প্ৰতিনিধি পঠিয়াই দাবী তোলে যে কোনো পৰিস্থিতিতে যাতে কেৰেনেস্কি আৰু কোওৰ হাতত ২৫ তাৰিখলৈ ক্ষমতা এৰি নথয়। এই বিষয়টো আজি সন্ধিয়া, আজি নিশাৰ ভিতৰতে নিষ্পত্তি কৰিব লাগে।

ইতিহাসে তেনে বিপ্লৱীক কেতিয়াও ক্ষমা নকৰে যি হেঁাচুকা-পিছলা কৰে, যি আজি নিশ্চিতভাৱে বিজয়ী হ'ব পাৰে ( আৰু আজি তেওঁলোক নিশ্চিতভাৱে বিজয়ী হ'বই ), অথচ অহা কালিলৈ তেওঁলোকে বহুত কিছুৰেই হেৰুৱাব পাৰে, বৰাচলতে সকলোখিনিয়েই হেৰুৱাব পাৰে।

আজি যদি আমি ক্ষমতা দখল কৰো তেনে আমি চভিয়েটৰ বিৰোধিতা কৰাটো নুবুজাব, বৰঞ্চ তেওঁলোকৰ হৈ হে আমি ক্ষমতা দখল কৰিম।

এটা অভ্যুত্থানৰ কামেই হ'ল ক্ষমতা দখল কৰা ; ক্ষমতা দখল কৰাৰ পাছতহে ইয়াৰ ৰাজনৈতিক লক্ষ্য পৰিস্ফুট হৈ উঠিব।

২৫ অক্টোবৰৰ অনিশ্চিত ভোটদানৰ বাবে ( চভিয়েটৰ ) বৈ থকাটো এটা ডাঙৰ বিপদ হ'ব⋯। জনতাৰ এইটো অধিকাৰ আৰু কৰ্তব্যও যে এনে প্ৰশ্নবোৰ ভোটৰ জৰিয়তে নহয়, শক্তি প্ৰয়োগৰ জৰিয়তে সমাধান কৰাৰ ; বিপ্লৱৰ সংকটজনক ক্ষণত, জনতাৰ এইটো অধিকাৰ আৰু কৰ্তব্যও যে তেওঁলোকে তেওঁলোকৰ প্ৰতিনিধিমূলক, আনকি শ্ৰেষ্ঠ প্ৰতিনিধিসকলকো নিৰ্দেশ দিব পাৰে, তেওঁলোকৰ বাবে অপেক্ষা নকৰিবও পাৰে।

বিপ্লৱৰ ইতিহাসে এইটো প্ৰমাণ কৰি গৈছে। বিপ্লৱীসকলৰ এইটো এটা ডাঙৰ অপৰাধ হ'ব যদি তেওঁলোকে এই সকলো জানিও এই সুযোগটো হাতৰ পৰা সৰকি যাবলৈ দিয়ে যে বিপ্লৱৰ সুৰক্ষা, শান্তিৰ প্ৰস্তাৱ, পেট্ৰোগ্ৰাডৰ সুৰক্ষা, দুৰ্ভিক্ষৰ কৰাল গ্ৰাসৰ পৰা ৰক্ষা, আৰু সকলো খেতিৰ মাটি খেতিয়কৰ হাতলৈ হস্তান্তৰ কৰাৰ প্ৰশ্নবোৰ তেওঁলোকৰ ওপৰতে নিৰ্ভৰ কৰিছে।

চৰকাৰটো থৰকবৰক হৈ পৰিছে, এই মুহূৰ্তত্তে সকলো কাতি কৰি ইয়াক মৰণ-মাৰ শোধাব লাগে।

পলম কৰিলেই সৰ্বনাশ হ'ব।"

লেনিনে তেওঁৰ বান্ধৱী ফফানভাৰ হাতত এই চিঠিখন কেন্দ্ৰীয় সমিতিলৈ পঠিয়ালে। তেওঁ স্মলনিৰ বিপ্লৱৰ কেন্দ্ৰলৈ আহিবলৈ কেন্দ্ৰীয় সমিতিৰ অনুমতি বিচাৰিলে। কিন্তু, কেন্দ্ৰীয় সমিতিৰ অনুমতি পৈ পোৱাৰ আগতেই অধৈৰ্য

হৈ তেওঁ নিজেই সংগী এজনক লৈ স্মলনি অভিমুখে ৰাওনা হৈছিল। ইতিমধ্যে মুক্তিবাহিনী আহি স্মলনি পালেহি। বাটত পুলিচে তেওঁলোকক অধিকাৰ কেডেটসকলৰ পহৰাদাৰী গোটে ৰখাইছিল, কিন্তু, ছদ্মবেশত থকা লেনিনক চিনিব নোৱাৰি তেওঁলোকে এৰি দিছিল। অৱশেষত তেওঁ আহি অভ্যুত্থানৰ প্ৰাণকেন্দ্ৰ স্মলনি পালেহি। আৰু লগে লগেই অভ্যুত্থানৰ কৰ্মকাণ্ডই এক নতুন গতিবেগ ল'বলৈ আৰম্ভ কৰিলে।

লেনিনৰ আত্মগোপন কালৰ অন্ত পৰিল।

অভ্যুত্থান এইবাৰ আৰম্ভ হ'ল।

লেনিন আহি স্মলনি পোৱাৰ বাৰ্তাৰ প্ৰচাৰ হোৱাৰ লগে লগে চাৰিওফালে খদমদম লাগি পৰিল। ইতিমধ্যে স্মলনি ইনষ্টিটিউটত বৈপ্লৱিক সামৰিক সমিতিৰ নিৰৱচ্ছিন্ন বৈঠক বহি আছে, বলচেভিক দলৰ কেন্দ্ৰীয় সমিতিয়েও খতিখনে নোহোৱাকৈ বিভিন্ন প্ৰশ্ন আৰু সমস্যাবোৰ আলোচনা কৰিছে, সিদ্ধান্ত লৈছে, অভ্যুত্থানৰ বিভিন্ন দিশ পৰিচালনাৰ বাবে বনাই দিয়া নেতৃত্বকাৰী গোটবোৰে সুকীয়া সুকীয়া কোঠাৰ পৰা কাম-কাজ পৰিচালনা কৰিবলৈ আৰম্ভ কৰিছে, আনফালে সৰ্ব ৰুচ চভিয়েটৰ দ্বিতীয় কংগ্ৰেছৰ বাবে ৰাছিয়াৰ বিভিন্ন প্ৰান্তৰ পৰা প্ৰতিনিধিসকল আহিয়েই আছে। জাকে জাকে শ্ৰমিক, সেনা আৰু নাগৰিকে আহি সামৰিক বৈপ্লৱিক সমিতিৰ ওচৰত নিজৰ সমৰ্থন জনাইছেহি; স্মলনিৰ চৌদিশে কটকটীয়া সুৰক্ষা ব্যৱস্থা গঢ়ি তোলা হৈছে। ভৱনৰ মহলে চোতালত সামৰিক যান, মটৰগাড়ী আৰু চাইকেল লৈ জুমে জুমে সেনা আৰু ৰেডগাৰ্ডবোৰে আদেশৰ অপেক্ষাত ৰৈ আছে। লেনিন আহি পোৱাৰ কিছু সময়ৰ ভিতৰতেই জাকে জাকে বাৰ্তাবাহকে ৰাজধানীৰ বিভিন্ন কাৰখানা, জিলা আৰু সামৰিক গোটৰ ওচৰলৈ তৎকালে অভ্যুত্থান আৰম্ভ কৰাৰ আদেশ কঢ়িয়াই লৈ যাবলৈ আৰম্ভ কৰিলে।

অভ্যুত্থানৰ প্ৰক্ৰিয়া সঁচাকৈয়ে ২৪ অক্টোবৰৰ নিশা, চভিয়েটৰ কংগ্ৰেছ অনুষ্ঠিত হোৱাৰ আগদিনাই পূৰ্ণগতিত আৰম্ভ হৈ গ'ল।

বিপ্লৱ আৰম্ভ হোৱাৰ (২৪ অক্টোবৰ নিশা) আগদিনা আৰু আগৰাতিত অস্থায়ী চৰকাৰেও বিপ্লৱৰ প্ৰক্ৰিয়াক বাধা দিবৰ বাবে এলানি ৰাজনৈতিক আৰু সামৰিক ব্যৱস্থা গ্ৰহণ কৰিছিল। ২৪ তাৰিখৰ পুৱাতেই তেওঁলোকে বহুকেইখন বিপ্লৱী কাকত বন্ধ কৰি দিয়াৰ কথা ঘোষণা কৰিছিল। সেইদিনাই পুৱাবেলা চৰকাৰে বনাই লোৱা কাউন্সিল অব ৰিপাব্লিকৰ অধিৱেশনত প্ৰধানমন্ত্ৰী কেৰেনেস্কিয়ে এক দীঘলীয়া আবেগপ্ৰৱণ ভাষণ দিছিল। তেওঁ দেশৰ সমগ্ৰ দুৰ্দশাৰ বাবে বলচেভিক দল আৰু লেনিনক জগৰীয়া কৰি কৈছিল যে বলচেভিক দলৰ কাৰ্যকলাপে দেশৰ গণতান্ত্ৰিক চৰকাৰকেই কেৱল বিপদাপন্ন কৰা নাই, তেওঁলোকে ৰাছিয়াৰ সীমান্তও জাৰ্মান শত্ৰুসেনাৰ বাবে মুকলি কৰি দিছে। এই দলৰ কাম-কাজ বিশ্বাসঘাতকতা আৰু দেশদ্ৰোহিতাৰ বাহিৰে আন একো নহয়।

লোন চৰকাৰে এই দেশ-দ্ৰোহীহঁতক তৎকালে গ্ৰেপ্তাৰ কৰাৰ পৰামৰ্শ দিও ; এনে কাম কৰিবই লাগিব। বলচেভিক দলে এক সামৰিক অভ্যুত্থানৰ পৰিকল্পনা কৰা বুলি তেওঁ অভিযোগ কৰি কয় যে ই জনসাধাৰণক গণতান্ত্ৰিক চৰকাৰৰ বিৰুদ্ধে উচটোৱাৰ, সাংবিধানিক সভাক বানচাল কৰাৰ এক কৌশলহে মাথোন।

কিন্তু কেৰেনেস্কিৰ ভাষণৰ পাছতো চৰকাৰী কাউন্সিলত বামপন্থীসকলে উত্থাপন কৰা এক প্ৰস্তাৱহে গৃহীত হয়।[10] নিজে তৈয়াৰ কৰি লোৱা কাউন্সিলতেই কেৰেনেস্কিৰ পৰাজয় হয়। তেওঁৰ ভূমি নীতি, শান্তি প্ৰস্তাৱ সকলো অকামিলা হৈ পৰে।

আনফালে অভ্যুত্থানৰ ঘটনাৱলী দ্ৰুতভাৱে আগবাঢ়িবলৈ ধৰে।

২৫ অক্টোবৰৰ দিনা ৰাতিপুৱা ১টা বাজি ২৫ মিনিট যাওঁতে ৰেডগাৰ্ড, সেনা আৰু নাৱিকসকলৰ এটা বিপ্লৱী বাহিনীয়ে প্ৰথমে ৰাজধানীৰ প্ৰধান ডাকঘৰটো দখল কৰি লয়।

পুৱা ২টা বজাত তেওঁলোকে ৰেলষ্টেচনবোৰ কবায়ত্ত কৰে। ৩টা বজাত টেলিগ্ৰাফ আৰু টেলিফোন অফিচ দখল কৰাৰ কাম আৰম্ভ হয় আৰু পুৱা ৭টাত এই কাম সমাধা কৰি অস্থায়ী চৰকাৰৰ সমগ্ৰ টেলিফোন যোগাযোগ কাটি দিয়া হয়। চাৰে তিনিটা বজাত শীত প্ৰাসাদৰ কাষত বাল্টিক নৌবহৰৰ প্ৰধান যুদ্ধ জাহাজ 'আৰোৰাই' আহি লংগৰ পেলায় আৰু ইয়াৰ বিধ্বংসী কামানবোৰ অস্থায়ী চৰকাৰৰ কেন্দ্ৰ শীত প্ৰাসাদৰ ফালে টোৱাই ৰাখে। লগে লগে বিপ্লৱী নাৱিকসকলকো দলে দলে ৰাজধানীলৈ অনা কাম আৰম্ভ হয়। পুৱা ৬টা বজাৰ ভিতৰত বিপ্লৱী নাৱিকসকলে ষ্টেট বেংক আৰু মূল বাতৰি কাকতৰ অফিচবোৰ দখল কৰি লয়।[11] এটা এটাকৈ ৰাজধানীৰ প্ৰধান প্ৰধান এলেকাবোৰ বিপ্লৱী সেনা, নাৱিক আৰু ৰেডগাৰ্ডসকলৰ দখললৈ আহে। পুৱালৈ শীত প্ৰাসাদৰ বাহিৰে প্ৰায় সমগ্ৰ নগৰখনৰ ওপৰতেই বিপ্লৱীসকলৰ নিয়ন্ত্ৰণ কায়েম হয়।

এই সময়চোৱাত বলচেভিক দলৰ কেন্দ্ৰীয় সমিতিয়ে নতুন বৈপ্লৱিক চৰকাৰ গঠন—কাউন্সিল অব্ পিপলচ কমিচাৰ গঠনৰ প্ৰাৰম্ভিক কাম-কাজ আৰম্ভ কৰে আৰু লেনিনে দেশৰ সৰ্বময় ৰাজনৈতিক ক্ষমতা অস্থায়ী চৰকাৰৰ হাতৰ পৰা পেট্ৰোগ্ৰাড চভিয়েটৰ দ্বাৰা গঠিত সামৰিক বৈপ্লৱিক সমিতিৰ হাতলৈ যোৱা বুলি 'ৰাচিয়াৰ জনগণলৈ এক আপীল' নামৰ ঘোষণা-পত্ৰ প্ৰস্তুত কৰে।

সেইদিনাই পুৱা ১০ বজাত প্ৰধানমন্ত্ৰী কেৰেনেস্কিয়ে ফ্ৰণ্ট লাইনৰ বিশ্বাসী সেনাসকলক লগধৰাৰ অজুহাতত ৰাজধানীৰ পৰা পলায়ন কৰে। আৰু প্ৰায় লগে লগে ৰুচ ইতিহাসৰ মঞ্চৰ পৰাও কেৰেনেস্কি নাইকিয়া হৈ যায়। ইয়াৰ এঘণ্টা পাছতেই বিপ্লৱী সেনাসকলে প্ৰিভিজনেল কাউন্সিল অব ৰাচিয়ান ৰিপাব্লিকৰ অধিবেশন বহা মাৰিনস্কি প্ৰাসাদটোও দখল কৰি লয়।

এতিয়া একমাত্ৰ বাকী থাকিল অস্থায়ী চৰকাৰৰ কেন্দ্ৰবিন্দু শীত প্ৰাসাদ দখল কৰিবলৈ।

২৫ তাৰিখে আবেলি ২টা বাজি ২৫ মিনিটত স্মলনি ইনষ্টিটিউটৰ সভাগৃহত পেট্ৰোগ্ৰাড চভিয়েটৰ এখন বিশেষ সভা আৰম্ভ হয়। এই সভাত লেনিনেও যোগ দিয়ে। সেইদিনা ৰাতিপুৱা সামৰিক বৈপ্লৱিক সমিতিৰ তৰফৰ পৰা 'ৰাচিয়াৰ জনসাধাৰণলৈ দিয়া এক আপীল'ত লেনিনে কয়, "অস্থায়ী চৰকাৰক ক্ষমতাচ্যুত কৰা হৈছে। ৰাষ্ট্ৰ ক্ষমতা পেট্ৰোগ্ৰাড চভিয়েটৰ এক অংশ সামৰিক বৈপ্লৱিক সমিতিৰ হাতলৈ গৈছে।" 'শ্ৰমিক আৰু সৈনিক' নামৰ বলচেভিক কাকতখনত প্ৰথমে এই আপীল প্ৰকাশিত হয়। লগে লগেই টেলিগ্ৰাফৰ যোগেদি সমগ্ৰ ৰাচিয়া জুৰি এই খবৰ বিয়পি পৰে। পেট্ৰোগ্ৰাড চভিয়েটৰ বিশেষ সভাতো তুমুল হৰ্ষধ্বনিৰ মাজেৰে লেনিনে তেওঁৰ বক্তব্য আৰম্ভ কৰে। তেওঁ কয়, "বলচেভিকসকলে ইমানদিন প্ৰয়োজন বুলি কৈ অহা শ্ৰমিক-কৃষকৰ বিপ্লৱ আজি সম্পন্ন হ'ল। আজিৰ পৰা ৰাচিয়াৰ ইতিহাসৰ এটা সুকীয়া পৰ্যায় আৰম্ভ হৈছে। আৰু এই তৃতীয় বৃহৎ বিপ্লৱ সমাজবাদৰ বিজয়ৰ যোগেদি সম্পন্ন হ'ব। বিশ্বজোৰা সমাজবাদী বিপ্লৱ দীৰ্ঘজীৱি হওঁক।"[11]

লেনিন আৰু বলচেভিকসকলে আশা কৰিছিল যে ৰাচিয়াৰ প্ৰথমে ইউৰোপত আৰু তাৰ পিছত সমগ্ৰ বিশ্বজুৰি এক সমাজবাদী বিপ্লৱৰ ঢৌ আৰম্ভ কৰিব। কিন্তু বাস্তৱক্ষেত্ৰত সি হৈ নুঠিলগৈ। সেয়া অৱশ্যে সুকীয়া এক অধ্যায়। পেট্ৰোগ্ৰাড চভিয়েটৰ এই বিশেষ সভাতো মানচেভিক আৰু অন্যান্য বিৰোধী-সকলে এই অভ্যুত্থানৰ বিৰোধিতা কৰিছিল। কিন্তু, তেতিয়ালৈ অভ্যুত্থানৰ আমোঘ গতি আৰম্ভ হৈ গৈছে।

নিশা ১০টা ৪০-ত সৰ্ব বৃহৎ চভিয়েটৰ দ্বিতীয় কংগ্ৰেছৰ অধিবেশন আৰম্ভ হ'ল। কংগ্ৰেছৰ আৰম্ভণিত ৬৪৯ জন প্ৰতিনিধি আহি উপস্থিত হ'লহি। আগদিনালৈকে যথেষ্ট সংখ্যক প্ৰতিনিধি আহি পাবহিনে নাপায়হি সেই কথা লৈয়েই সন্দেহ আছিল। ৪০০ জন প্ৰতিনিধি হ'লেহে কংগ্ৰেছৰ থূল গঠিত হয়। অস্থায়ী চৰকাৰ আৰু মানচেভিক তথা চ'চিয়েল বিভলিউচনেৰী দলৰ বিৰোধিতাৰ বাবে ইমানখিনি প্ৰতিনিধি আহি পাবহিনে নাপায়হি সেই বিষয়েই দুঃচিন্তা হৈছিল। কংগ্ৰেছৰ আৰম্ভণিত দেখা গ'ল যে ৬৪৯ জন প্ৰতিনিধিৰ ভিতৰত বলচেভিক দলৰ প্ৰতিনিধি আছিল ৩৯০ জন। চ'চিয়েল বিভলিউচনেৰী দলৰ ১৬০ জন আৰু মানচেভিক দলৰ ৭২ জন প্ৰতিনিধিও এই কংগ্ৰেছলৈ নিৰ্বাচিত হৈ আহিছিল। কিন্তু এওঁলোকৰ ভিতৰতো বহুসংখ্যক প্ৰতিনিধিয়ে বলচেভিক দলৰ কাৰ্যসূচী আৰু সশস্ত্ৰ অভ্যুত্থানক সমৰ্থন কৰিছিল। বিপ্লৱবিৰোধী সোপন্থী সমাজ গণতান্ত্ৰিক সকল আৰম্ভণিৰ পৰাই সংখ্যালঘিষ্ঠ হৈ পৰিছিল আৰু এটা সময়ত তেওঁলোকে কংগ্ৰেছৰ অধিবেশন ত্যাগ কৰি ওলাই গৈছিল।

কংগ্ৰেছৰ অধিৱেশন আৰম্ভ হোৱাৰ আগতেই বিপ্লৱী সেনাসকলে শীত প্ৰাসাদ চৌদিশৰ পৰা ঘেৰি লৈছিল। কিন্তু প্ৰাসাদৰ চৌহদৰ নাৰী বাহিনীৰ সেনাবোৰ থকাৰ বাবে তেওঁলোকে বহুসময় আক্ৰমণ চলোৱা নাছিল। ৰেডগাৰ্ড আৰু বিপ্লৱী সেনাসকলে প্ৰাসাদ আগুৰি ধৰিছিল। নেভা নৈৰ জেটিত ৰুদ্ধ জাহাজ 'আৰোৰা'ৰ কামানবোৰ আৰু পিটাৰ পল দুৰ্গৰ বৰটোপবোৰো প্ৰাসাদৰ ফালে টোৱাই ৰখা হৈছিল। আক্ৰমণৰ আদেশৰ অপেক্ষাত ৰৈ আছিল বিপ্লৱী সৈনিক, শ্ৰমিক, ৰেডগাৰ্ড আৰু নাৱিকসকল।

আনফালে কংগ্ৰেছৰ অধিবেশন আৰম্ভ কৰাৰ সময় আহিল। পুৰণা কাৰ্যকৰী সমিতিয়ে (প্ৰথম কংগ্ৰেছত এই কাৰ্যকৰী সমিতি গঠিত হৈছিল) অৱশেষত সভাকক্ষত সভাপতি মণ্ডলীৰ আসনত বহিল। মানচেভিক, চ'চিয়েল ৰিভলিউচনেৰী আৰু অন্যান্য নৰমপন্থী সমাজবাদী নেতাসকলেৰে এই সমিতি গঠিত হৈছিল। ফেব্ৰুৱাৰী গণতান্ত্ৰিক বিপ্লৱৰ পাছৰ পৰা বুৰ্জোৱাৰ লগত নানা ধৰণৰ আপোচ আৰু এৰাধৰাৰ মাজেৰে এওঁলোকেই দেশৰ গতি নিৰ্ধাৰণ কৰি আহিছিল, দ্বিতীয় কংগ্ৰেছখনো (যি কংগ্ৰেছে এওঁলোকৰ ক্ষমতাৰ অৱসান ঘটাব) এওঁলোকেই আহ্বান কৰিছিল—কৰিবলৈ বাধ্য হৈছিল। দ্বিতীয় কংগ্ৰেছৰ আৰম্ভণিৰ দিনা এই সমিতিৰ তিনিজন বিশিষ্ট নেতা কিন্তু অনুপস্থিত, কেৰেনেস্কিয়ে ফ্ৰণ্টলাইনলৈ পলাই গৈছে; চখেইদজে আৰু চেৰেটেলিও নাই, বাকী দান, গোৎজ, লিবেৰ, বোগ্‌ডানভ আদি নেতাসকল বহি আছে। দানে অৱশেষত আৰম্ভণি ভাষণ দিবলৈ উঠিল; তেওঁ এই অধিৱেশন বুচ ইতিহাসৰ এক অত্যন্ত অস্বাভাৱিক পৰিস্থিতিত সংঘটিত হৈছে বুলি কৈ কংগ্ৰেছ আৰম্ভ হোৱাৰ সময়তে তেওঁৰ দলৰ নেতাসকলে শীতপ্ৰাসাদত বিপ্লৱক ৰক্ষা কৰিবলৈকে গোলাবৰ্ষণৰ সন্মুখীন হোৱা বুলি ক'লে। চৌদিশে আৰম্ভ হোৱা গণ্ডগোলৰ মাজতে তেওঁ কংগ্ৰেছ অধিৱেশনৰ আৰম্ভণি ঘোষণা কৰিলে। সেইদিনা আছিল ২৫ অক্টোবৰ (নতুন হিচাপ মতে ৭ নৱেম্বৰ), সময় নিশা ১০টা বাজি চল্লিছ মিনিট।

কংগ্ৰেছৰ প্ৰথম কাম হ'ল অধিৱেশন পৰিচালনা কৰিবৰ বাবে এক নতুন সভাপতিমণ্ডলী গঠন কৰা। বলচেভিক দলৰ পৰা দাবী তোলা হ'ল যে প্ৰতিটো দলে নিজৰ নিজৰ সদস্য সংখ্যাৰ সমানুপাতিক ভিত্তিত সভাপতি মণ্ডলীত স্থান পোৱা উচিত। মানচেভিক আৰু অন্যান্য গোটবোৰে ইয়াৰ বিৰোধিতা কৰিলে যদিও সমানুপাতিক প্ৰতিনিধিত্বৰ প্ৰস্তাৱেই গৃহীত হ'ল। সেইমতে বলচেভিক দলৰ ১৪ জন, মানচেভিক ৩ জন, চ'চিয়েল ৰিভলিউচনেৰী দলৰ ৭ জন আৰু মেক্সিম গৰ্কীৰ আন্তৰ্জাতিকতাবাদী গোটৰ ১ জন আৰু ইউক্ৰেনীয় প্ৰতিনিধিসকলৰ এজনেৰে সভাপতিমণ্ডলী গঠিত হ'ল। বলচেভিক দলৰ পৰা ট্ৰটস্কী, কামানেভ, নগিন, লুনাচাৰস্কি, মাডাম কলনটাই আদি

নেতাসকল নিৰ্বাচিত হ'ল। মাত্ৰ চাৰিমাহ আগতে আত্মগোপন কৰিবলৈ বাধ্যহোৱা এই বলচেভিক নেতাসকল এতিয়া এক গণজাগৰণৰ প্ৰবল জোৱাৰৰ সোঁত আহি দেশৰ ক্ষমতাৰ সৰ্বোচ্চ শিখৰত সংখ্যাগৰিষ্ঠ হৈ অৱস্থান কৰিলেহি আৰু ভাগ্যৰ পৰিহাসত তেওঁলোকৰ বিৰোধীসকল হৈ পৰিল সংখ্যালঘু।

নতুন সভাপতি মণ্ডলীয়ে আসন গ্ৰহণ কৰাৰ লগে লগে পুৰণা কাৰ্যকৰী সমিতিৰ কাম শেষ হ'ল। তেওঁলোক মঞ্চৰ পৰা নামি আহিল। ইমান দিনে কংগ্ৰেছ নপতাকৈ থাকি এই কাৰ্যকৰী সমিতিয়ে ক্ষমতাত কামোৰ মাৰি ধৰি আছিল, এতিয়া তেওঁলোক জনজাগৰণৰ সোঁত আঁতৰি পৰিবলৈ বাধ্য হ'ল। সুবিধাবাদ আৰু দুৰ্বলতাৰ লগত আপোচৰ ৰাজনীতিৰ এটা অধ্যায়ৰ অন্ত পৰিল। ইয়াৰ পিছতো চ'চিয়েল ৰিভলিউচনেৰী, মানচেভিক আৰু আন্তৰ্জাতিকতাবাদী মানচেভিক দলে সভাপতি মণ্ডলীত যোগ দিবলৈ অমান্তি হ'ল। বলচেভিক দলেই বাকীসকলক লৈ সভা পৰিচালনাৰ কাম আৰম্ভ কৰিব লগীয়া হ'ল।

সভাপতি মণ্ডলীৰ হৈ কামানেভে ঘোষণা কৰিলে যে কংগ্ৰেছে প্ৰথমে তিনটা প্ৰধান বিষয় লৈ আলোচনা কৰিব, সেইকেইটা হ'ল ৰাতিয়াত নকৈ ক্ষমতাৰ সংগঠন, যুদ্ধ আৰু শান্তিৰ প্ৰস্তাৱ আৰু সাংবিধানিক সভা অনুষ্ঠিত কৰাৰ বিষয়। এই ঘোষণাৰ লগে লগে, বিশেষকৈ ক্ষমতাৰ প্ৰশ্নটো লৈ চৌদিশে গণ্ডগোল লাগি পৰিল। এনে সময়তে বাহিৰত শুনা গ'ল গোলাবৰ্ষণৰ গুৰুগম্ভীৰ শব্দ। বাহিৰত শীতপ্ৰাসাদ দখলৰ যুদ্ধ আৰম্ভ হৈ গৈছে। যুদ্ধ-জাহাজ অৰোৰাৰ পৰা প্ৰাসাদৰ ওপৰত আক্ৰমণ চলোৱাৰ ইঙ্গিত হিচাপে এজাই তোপ মৰা হৈছে, পিটাৰপল দুৰ্গৰ পৰাও আৰম্ভ হৈছে গোলাবৰ্ষণ। ৰেডগাৰ্ড-সকলৰ লগতে সৈনিক আৰু নাৱিকসকলে প্ৰাসাদৰ ওপৰত আক্ৰমণ আৰম্ভ কৰিছে।

কংগ্ৰেছৰ অধিবেশনত পৰিস্থিতি উত্তপ্ত হৈ উঠিল। কংগ্ৰেছ চলি থকা অৱস্থাত, দেশৰ ক্ষমতাৰ সংগঠনৰ প্ৰশ্নটো ই আলোচনা কৰিবলৈ পোৱাৰ আগতেই বলচেভিক দলে যুদ্ধ আৰম্ভ কৰি ক্ষমতাৰ প্ৰশ্নটো চক্ৰান্ত কৰি এক সামৰিক অভ্যুত্থানৰ জৰিয়তে সমাধান কৰিবলৈ লৈছে বুলি অভিযোগ তোলা হ'ল। মাৰটভে ঘোষণা কৰিলে যে ইয়াৰ ফলত দেশত গৃহযুদ্ধ আৰম্ভ হ'ব, প্ৰতিক্ৰিয়া আৰু প্ৰতিবিপ্লৱে মূৰ দাঙি উঠিব আৰু দেশৰ সংবিধান ৰচনা কৰিবৰ বাবে সাংবিধানিক সভা আহ্বান কৰাৰ প্ৰক্ৰিয়াটোৱেই বাধাগ্ৰস্ত হৈ পৰিব। গতিকে এতিয়া ক্ষমতাৰ পুনৰ্গঠনৰ প্ৰশ্নটো নহয়, কংগ্ৰেছে জৰুৰী-ভাৱে এই সংকটৰ এক শান্তিপূৰ্ণ সমাধানৰ বাটহে বিচাৰি উলিয়াব লাগে, গৃহযুদ্ধ বন্ধ কৰাৰ কথাহে চিন্তা কৰিব লাগে[13]। বামপন্থী চ'চিয়েল ৰিভলিউচনেৰী গোটটোৱে[14] ধৰি অন্যান্য বহুতে এই কথাত সমৰ্থন জনায়। কংগ্ৰেছেও এই বিষয়ত আলোচনা কৰাৰ সিদ্ধান্ত লয়।

সেনাবাহিনীৰ বিষয়াসকলৰ মাজৰ পৰা কংগ্ৰেছলৈ নিৰ্বাচিত হৈ অহা প্ৰতিনিধিসকলেও সামৰিক অভ্যুত্থানৰ জৰিয়তে ক্ষমতা দখলৰ ঘোৰ বিৰোধিতা কৰে। এওঁলোক মূলতে মানচেভিক বা চ'চিয়েল ৰিভলিউচনেৰী গোটৰ সদস্য আছিল। তেওঁলোকে বলচেভিক দলৰ এই প্ৰচেষ্টাত নিজৰ নিজৰ দল চামিল নহয় বুলি ঘোষণা কৰি কয় যে সামৰিক বাহিনীয়ে এই কংগ্ৰেছৰ ক্ষমতাৰ প্ৰশ্নটো মীমাংসা কৰিবৰ বাবে কোনো কৰ্তৃত্ব নাই বুলি গণ্য কৰে। বিপ্লৱক (তেওঁলোকে বুৰ্জোৱা গণতান্ত্ৰিক ফেব্ৰুৱাৰী বিপ্লৱক বুজাইছে) ৰক্ষা কৰিবৰ বাবে সকলো গণতান্ত্ৰিক বিপ্লৱী দলকে একগোট হ'বলৈ কৈ এই সৈনিক প্ৰতি-নিধিসকলে সকলো সেনাবাহিনীৰ লোকক কংগ্ৰেছৰ অধিবেশন ত্যাগ কৰিবৰ বাবে আহ্বান জনায়।

এনেধৰণৰ বিৰোধিতাই কংগ্ৰেছৰ প্ৰতিনিধিসকলক কিছুদূৰ বিমোৰত নেপেলোৱাও নহয়। বহুতৰে মনত সংশয় হ'বলৈ আৰম্ভ কৰে যে সঁচাকৈয়ে সামৰিক অভ্যুত্থানৰ জৰিয়তে ক্ষমতা দখলৰ প্ৰচেষ্টা উচিত হৈছে জানো? ই এক হঠকাৰী কাম হৈছে নেকি? এই অভ্যুত্থানক সমৰ্থন কৰি তেওঁলোক দেশৰ ব্যাপক জনতাৰ পৰা বিচ্ছিন্ন হৈ পৰিবলৈ আৰম্ভ কৰা নাইতো? ৰাছিয়াৰ জনসাধাৰণে তেওঁলোকক সমৰ্থন নকৰিব নেকি? কংগ্ৰেছৰ প্ৰত্যক্ষদৰ্শীৰ ৰিপ'ৰ্ট লেখা সাংবাদিক জন ৰীডে বৰ্ণনা কৰিছে যে এনে অৱস্থাত এজন সাধাৰণ সৈনিকৰ ভাষণে সমগ্ৰ পৰিস্থিতি ঘূৰাই দিলে। তেওঁ ঘোষণা কৰিলে যে সেনাবাহিনীৰ প্ৰকৃত মতামতক বিষয়া প্ৰতিনিধিসকলে প্ৰতিনিধিত্ব নকৰে, সাধাৰণ সৈনিকসকলে বিচাৰিছে যুদ্ধৰ অৱসান। আৰু এনে কাম সুবিধাবাদী, আপোচকামীসকলৰ দ্বাৰা নহ'ব, ইয়াৰ বাবে চভিয়েটৰ হাতলৈ ৰাষ্ট্ৰক্ষমতা আনিবই লাগিব। ট্ৰেঞ্চত থকা সাধাৰণ সৈনিকসকলে ইয়াকেই আশা কৰে। সৈনিক জনৰ সাধাৰণ উদাত্ত আহ্বানে প্ৰতিনিধিসকলক প্ৰত্যয় নিয়ালে যে হাজাৰ হাজাৰ সেনাই তেওঁলোকক, চভিয়েট চৰকাৰক সমৰ্থন দি যাব—আপোচকামী ৰাজনৈতিক দলবোৰে যিয়েই নকওক লাগে।

মানচেভিক দলৰ ফালৰ পৰা প্ৰস্তাৱ তোলা হ'ল যে দেশৰ সমগ্ৰ বৰ্গৰ সমৰ্থনেৰে বৰ্তমানৰ সংকট সমাধানৰ বাবে তৎকালে অস্থায়ী চৰকাৰৰ লগত এখন নতুন মন্ত্ৰীসভা গঠন কৰিবলৈ আলাপ আলোচনা আৰম্ভ কৰিব লাগে। কিন্তু, এনে প্ৰস্তাৱৰ প্ৰতি স্বাভাৱিকতেই সেই সময়ত কোনোধৰণৰ সমৰ্থন লাভ কৰিবলৈ তেওঁলোক সমৰ্থ নহ'ল। বলচেভিক দলক পেট্ৰোগ্ৰাড চভিয়েটৰ লগত মিলি ষড়যন্ত্ৰমূলকভাৱে চৰকাৰ গঠনৰ চেষ্টা কৰা বুলি দোষাৰোপ কৰি মানচেভিক দলে কংগ্ৰেছৰ অধিবেশন ত্যাগ কৰাৰ কথা ঘোষণা কৰিলে। চ'চিয়েল ৰিভলিউচনেৰী দলৰ সোঁপন্থী অংশটোৱেও কংগ্ৰেছ অধিবেশন ত্যাগৰ ঘোষণা কৰিলে। 'বাণ্ড' বা ইহুদী চ'চিয়েল ডেমক্ৰেট দলেও একে ঘোষণাই

কৰিলে। ট্ৰট্‌স্কিয়ে ঘোষণা কৰিলে যে আপোচকামী সমাজবাদীসকল বাৰ খুজিলে যাওঁক, ইতিহাসে তেওঁলোকক আৱৰ্জনা স্তূপতহে নিক্ষেপ কৰিব।

এটাৰ পাছত এটাকৈ এনেদৰে ৰাজনৈতিক দলবোৰ কংগ্ৰেছৰ পৰা আঁতৰি যাবলৈ আৰম্ভ কৰাৰ লগে লগে এটা কথা স্পষ্ট হৈ পৰিল যে বিপ্লৱ পৰিচালনাৰ গুৰুদায়িত্ব বলচেভিকসকলে প্ৰায় অকলেই বহন কৰিব লাগিব। তেওঁলোকৰ লগত এতিয়া আছেগৈ মাত্ৰ দোদুল্যমান বামপন্থী চ'চিয়েল ৰিভলিউচনেৰী সকলহে। ইয়াৰ পিছত কিন্তু ক্ৰমান্বয়ে বিভিন্ন সৈনিক সংগঠনৰ পৰা অহা প্ৰতিনিধিসকল উঠিল। প্ৰচাক্কোৰ্য়ে চেলো, চাইকেল বাহিনীৰ পৰা নিৰ্বাচিত সৈনিক প্ৰতিনিধিসকলে এজনৰ পিছত এজনকৈ উঠি চভিয়েটৰ প্ৰতি নিজৰ সমৰ্থন ব্যক্ত কৰিলে। এনেদৰে বিপ্লৱীসকলৰ শক্তি চাওঁতে চাওঁতে বাঢ়ি আহিল। মানচেভিক আন্তৰ্জাতিকতাবাদী গোটটোৱে শেষবাৰৰ বাবে সংকটৰ শান্তিপূৰ্ণ সমাধান আৰু গৃহযুদ্ধ বন্ধ কৰিবৰ বাবে এখন সমিতি গঠনৰ প্ৰস্তাৱ ৰাখিলে। কিন্তু সাধাৰণ প্ৰতিনিধিসকলে চিঞৰি উঠিল যে প্ৰতিক্ৰিয়াশীল ব্যক্তিৰ ওপৰত সম্পূৰ্ণ বিজয় লাভৰ জৰিয়তেহে এতিয়া শান্তিস্থাপন সম্ভৱপৰ হ'ব। ফলত এই গোটটোৱেও কংগ্ৰেছ ত্যাগ কৰি ওলাই গ'ল।

কংগ্ৰেছত এইবাৰ ক্ষমতাৰ প্ৰশ্নটোত ভোট গ্ৰহণৰ বাবে এক প্ৰস্তাৱ ৰখা হ'ল। শ্ৰমিক, সৈনিক আৰু কৃষকসকলক উদ্দেশ্য কৰি লেখা এই বলচেভিক প্ৰস্তাৱত কোৱা হৈছিল,

"শ্ৰমিক আৰু সৈনিক প্ৰতিনিধিৰ দ্বিতীয় সদো ৰুচ চভিয়েটৰ কংগ্ৰেছ আৰম্ভ হৈছে। দেশৰ বেছিভাগ চভিয়েটকেই ই প্ৰতিনিধিত্ব কৰিছে। ইয়াত কৃষক চভিয়েটবোৰৰ ভালেমান প্ৰতিনিধিও আছে। দেশৰ সংখ্যাগৰিষ্ঠ শ্ৰমিক, সৈনিক আৰু কৃষকসকলৰ আকাংক্ষা অনুসৰি পেট্ৰোগ্ৰাডৰ শ্ৰমিক তথা সৈনিকসকলৰ বিজয়ী অভ্যুত্থানৰ জৰিয়তে দেশৰ সমগ্ৰ ক্ষমতা এই কংগ্ৰেছে গ্ৰহণ কৰিছে।

অস্থায়ী চৰকাৰক ক্ষমতাচ্যুত কৰা হৈছে। ইয়াৰ সৰহভাগ সদস্যকে গ্ৰেপ্তাৰ কৰা হৈছে।

চভিয়েট কৰ্তৃপক্ষই অনতিপলমে সকলো জাতিলৈকে এক গণতান্ত্ৰিক শান্তিৰ আৰু সকলো ৰণাঙ্গনতেই তৎকালে যুদ্ধ বন্ধ কৰাৰ প্ৰস্তাৱ আগবঢ়াব। দেশৰ সকলো জমিদাৰী, মঠ-মন্দিৰ আৰু ৰাজকীয় মাটি ভূমি সমিতিবোৰৰ হাতলৈ বিনামূল্যে হস্তান্তৰিত কৰা হ'ব, সেনাবাহিনীৰ পূৰ্ণ গণতান্ত্ৰিককৰণৰ জৰিয়তে সেনাসকলৰ অধিকাৰ সুনিশ্চিত কৰা হ'ব, উৎপাদনৰ ওপৰত প্ৰতিষ্ঠা কৰা হ'ব শ্ৰমিকৰ নিয়ন্ত্ৰণ আৰু নিৰ্দিষ্ট তাৰিখ মতেই সাংবিধানিক সভা অনুষ্ঠিত কৰা হ'ব, নগৰত খাদ্য আৰু গাঁও অঞ্চলত নিত্যব্যৱহাৰ্য বস্তুৰ সৰবৰাহ সুনিশ্চিত কৰা হ'ব আৰু ৰাচিয়াৰ সমগ্ৰ জাতিৰ বাবে প্ৰকৃত আত্মনিয়ন্ত্ৰণৰ অধিকাৰ নিশ্চিত কৰা হ'ব।

সকলো ঠাইতে স্থানীয় ক্ষমতা সেই ঠাইৰ শ্ৰমিক, সৈনিক আৰু কৃষক প্ৰতিনিধিৰ চভিয়েটৰ হাতলৈ যাব। এই সিদ্ধান্ত কংগ্ৰেছে গ্ৰহণ কৰিছে।..."[15]

সৈনিকসকলক সতৰ্ক থাকিবলৈ আহ্বান জনাই কংগ্ৰেছে সাম্ৰাজ্যবাদী চক্ৰান্ত প্ৰতিহত কৰিবৰ বাবে তেওঁলোকক দায়িত্ব অৰ্পণ কৰে। লগতে দেশৰ ধনীশ্ৰেণীৰ সম্পদ অধিগ্ৰহণৰ জৰিয়তে ফ্ৰন্টৰ সেনাসকল তথা তেওঁলোকৰ পৰিয়ালবৰ্গৰ সমগ্ৰ অভাৱ-অভিযোগ পূৰণ কৰাৰ প্ৰতিশ্ৰুতি দিয়া হয়। কৰ্ণিলভ, কেৰেনেস্কি, কালাডিন আদি নেতাসকলে পেট্ৰোগ্ৰাড আক্ৰমণৰ যি ষড়যন্ত্ৰ আৰম্ভ কৰিছে তাক সক্ৰিয়ভাৱে প্ৰতিৰোধ কৰিবলৈকো আহ্বান জনোৱা হয়। ৰেল শ্ৰমিকসকলক কেৰেনেস্কিৰ সেনাবাহক সমগ্ৰ ৰেলগাড়ী ৰাখি দিবলৈ আপীল কৰা হয়। শেষত কোৱা হয়

"শ্ৰমিক, সৈনিক আৰু চৰকাৰী কৰ্মচাৰীসকল! বিপ্লৱ আৰু গণতান্ত্ৰিক শান্তিৰ ভৱিষ্যৎ আপোনালোকৰ হাততেই!

বিপ্লৱ দীৰ্ঘজীৱী হওক!"[16]

বিপুল ভোটেৰে এই ঘোষণাপত্ৰ গ্ৰহণ কৰাৰ জৰিয়তে চভিয়েটৰ দ্বিতীয় কংগ্ৰেছে দেশৰ সৰ্বময় ক্ষমতা অস্থায়ী চৰকাৰৰ পৰা নিজৰ হাতত গ্ৰহণ কৰিলে। দৰাচলতে কংগ্ৰেছে একো কৰিব লগা নহ'লেই। বলচেভিক দলে পেট্ৰোগ্ৰাড চভিয়েটৰ সহায়ত ইয়াৰ সামৰিক বৈপ্লৱিক সমিতিৰ জৰিয়তে সশস্ত্ৰ অভ্যুত্থানেৰে ক্ষমতা দখল কৰি তাক সৰ্ব ৰুচ চভিয়েটৰ দ্বিতীয় কংগ্ৰেছৰ হাতত অৰ্পণ কৰিলে। আৰু, অতৰ্কিতে পোৱা এই ক্ষমতা কংগ্ৰেছেও গ্ৰহণ কৰিলে। ইতিমধ্যে অস্থায়ী চৰকাৰৰ কেন্দ্ৰ শীত প্ৰাসাদৰ পতন ঘটিছে। বিপ্লৱী ৰেডগাৰ্ড, সৈনিক আৰু নাৱিকসকলে প্ৰায় বিনা ৰক্তপাতেৰে প্ৰাসাদৰক্ষী য়ুংকাৰ আৰু ডেথ বেটেলিয়নৰ নাৰী বাহিনীক নিৰস্ত্ৰ কৰি প্ৰাসাদ অধিকাৰ কৰি লৈছে আৰু চৰকাৰী মন্ত্ৰীসকলক গ্ৰেপ্তাৰ কৰিছে। আত্মসমৰ্পণ কৰা য়ুংকাৰ সেনাসকলৰ সকলোটিকে চভিয়েট চৰকাৰৰ বিৰুদ্ধে অস্ত্ৰ নধৰো বুলি মৌখিক প্ৰতিশ্ৰুতি আদায় কৰাৰ পাছত এৰি দিয়া হৈছে। নাৰী বাহিনীৰ সেনাবোৰক সুৰক্ষিতভাৱে তেওঁলোকৰ শিবিৰলৈ পঠাই দিয়া হৈছে। প্ৰাসাদ দখলৰ প্ৰথমছোৱা কালত সেনা আৰু ৰেডগাৰ্ডসকলে ব'ত যি বস্তু নিজৰ বাবে লৈছিল সকলো শৃংখলাবদ্ধভাৱে ওভতাই দিয়া হৈছে। বিশাল শীত প্ৰাসাদ বিশেষ ক্ষয়-ক্ষতি নোহোৱাকৈয়ে জনতাৰ দখললৈ আহিছে আৰু বিপ্লৱী জনতাই ইয়াৰ ৰক্ষণাবেক্ষণৰ বাবে এইবাৰ নিজে ব্যৱস্থা লৈছে।[17]

বিপ্লৱৰ এটা পৰ্বৰ যৱনিকা পৰিল।

দেশৰ ক্ষমতা বিপ্লৱীসকলে দখল কৰিলে। খুব সহজ ভাৱে, প্ৰায় বিনা

ৰক্তপাতেৰেই তেওঁলোকে ক্ষমতা দখল কৰিবলৈ সক্ষম হ'ল। ৰাজধানী পেট্ৰোগ্ৰাড এতিয়া বিপ্লৱীসকলৰ হাতত। কিন্তু, সমগ্ৰ বিশাল ৰাচিয়া তেতিয়াও কৰায়ত্ত কৰিবলৈ বাকী আছে। পাৰিবনে? এমুঠি বলচেভিক আৰু ৰাচিয়াৰ জাগ্ৰত জনতাই পাৰিবনে এই কাম কৰিব, বুৰ্জোৱা আৰু বিৰোধীসকলৰ অৱশ্যম্ভাবী প্ৰতিৰোধ আৰু প্ৰতি আক্ৰমণৰ সন্মুখত এই ক্ষমতা ৰক্ষা কৰিব পাৰিবনে? ২৫ অক্টোবৰৰ (নতুন হিছাপ মতে ৭ নৱেম্বৰ) দিনা ৰাচিয়াৰ বিপ্লৱীসকলৰ সন্মুখত এই প্ৰশ্নটোৱেই আটাইতকৈ জৰুৰী প্ৰশ্ন হিচাপে দেখা দিলে।

# ১৩

## প্ৰতিবিপ্লৱৰ ব্যুহ ৰচনা



● পেট্ৰোগ্ৰাড পৌৰ ভূমাত বিপ্লৱ বিৰোধী শক্তিবোৰৰ সমাবেশ ● জনগণৰ সুৰক্ষা সমিতি—কমিটি অব পাব্লিক চেফটি গঠন ● পৰিত্ৰাণ সমিতি—কমিটি অব চালভেচন গঠন ● সংযুক্ত সমাজবাদী চৰকাৰ গঠনৰ ধাৰণা আৰু ৰেলশ্ৰমিক ইউনিয়নৰ ভূমিকা ● 'ৰুচ ভায়ে ৰুচ ভাইক হত্যা নকৰে' শ্লোগান আৰু নিৰপেক্ষতাৰ আহ্বান ● বলচেভিক বিৰোধী অপপ্ৰচাৰৰ আৰম্ভ ● জেনেৰেল কালাডিনৰ নেতৃত্বত কচাক বিদ্ৰোহৰ সূচনা ● বৃটেইন আৰু ফ্ৰান্সৰ দ্বাৰা পৌৰ ভূমাক ৰাচিয়াৰ বৈধ চৰকাৰ বুলি স্বীকৃতি : সাম্ৰাজ্যবাদী হস্তক্ষেপ নীতিৰ সূচনা ● ৰাজধানী পেট্ৰোগ্ৰাড অভিমুখে কেৰেনেস্কিৰ সশস্ত্ৰ অভিযান আৰু গেট্‌চিনা দুৰ্গ অধিকাৰ ● সেনাবাহিনীৰ সমৰ্থনৰ বাবে ৰাজনৈতিক সংগ্ৰামৰ ৰেহৰূপ ● বিপ্লৱত যোগদান নে নিৰপেক্ষতা অবলম্বন ? ● আকৌ কৃষক ! ৰাচিয়াৰ খেতিয়ক কাৰফলীয়া হ'ব ? ● প্ৰতিবিপ্লৱৰ অগ্ৰগতি।

টীকা আর প্রসংগ ঃ


(1) Reed, John. Ten Days that Shook the World. Progress Publishers, Moscow. p. 81—88.

(2) ibid.

(3) ibid.

(4) ibid.

(5) ibid, p.—141.

(6) ibid, p.—141-142.

(7) ibid.


অন্যান্য সূত্র ঃ


(1) Nanerkov, Albert—The Illustrated History of the Great October Socialist Revolution. Progress Publishers, Moscow.

(2) Encyclopedia Brittanica.

কংগ্ৰেছৰ অধিবেশন চলি থকা অৱস্থাত, শীতপ্ৰাসাদ বিপ্লৱী সেনাবাহিনীয়ে অৱৰোধ কৰি থকাৰ সময়ত বেছিভাগ মানচেভিক আৰু চ'চিয়েল ৰিভলিউচনেৰী নেতাই কংগ্ৰেছ ত্যাগ কৰি ওলাই আহিছিল। এতিয়া তেওঁলোকৰ লগ লাগিলহি পেট্ৰোগ্ৰাডত নগৰৰ পৌৰসভাৰ একাংশ বুদ্ধিজীৱী আৰু কেডেট নেতাই। সকলোৱে শোভাযাত্ৰা কৰি নগৰৰ মেয়ৰক লৈ শীতপ্ৰাসাদ অভিমুখে আগবাঢ়িল। প্ৰাসাদত অৱৰুদ্ধ হৈ আছিল অস্থায়ী চৰকাৰৰ মন্ত্ৰীসকল। কিন্তু বিপ্লৱী সৈনিকহঁতে তেওঁলোকক প্ৰাসাদৰ কাষলৈ আগবাঢ়িব নিদিলে। গোটেই দলটোৱে এইবাৰ মেয়ৰ ছিকাইদাৰৰ নেতৃত্বত আগবাঢ়িল পৌৰ ভৱনলৈ। তাতে বহি তেওঁলোক সকলোৱে দেশ ৰক্ষাৰ পৰিকল্পনা কৰিবলৈ ঠিৰাং কৰিলে।

পেট্ৰোগ্ৰাড পৌৰসভা (ইয়াক চিটি ডুমাও বোলা হৈছিল) আছিল এক মুক্ত নিৰ্বাচনেৰে গঠিত সংস্থা। ইয়াত বলচেভিক দলকে ধৰি সকলোবোৰ ৰাজনৈতিক দল আৰু গোটেই প্ৰতিনিধি আছিল, আৰু আছিল ইয়াত বহুতো মধ্যবিত্ত চহৰীয়া বুদ্ধিজীৱী। ফেব্ৰুৱাৰী গণতান্ত্ৰিক বিপ্লৱৰ পাছতে নিৰ্বাচিত হোৱা এই পৌৰসভাত স্বাভাৱিকতেই মানচেভিক আৰু চ'চিয়েল ৰিভলিউচনেৰী দলৰ সংখ্যাধিক্যতা আছিল। কেডেট দলৰ প্ৰতিনিধিও আছিল বহুত। এতিয়া, এই সকলোৱে মিলি পৌৰসভাকে বিপ্লৱ বিৰোধী, বলচেভিক বিৰোধী এক কেন্দ্ৰীয় সংগঠন হিচাপে গঢ়ি তুলিবলৈ আৰম্ভ কৰিলে।[1]

বিদ্ৰোহ আৰম্ভ হোৱাৰ লগে লগেই, অক্টোবৰ মাহৰ ২৪ তাৰিখৰ দিনাৰ পৰাই এই প্ৰক্ৰিয়া আৰম্ভ হৈ গৈছিল।

ফৰাচী বিপ্লৱৰ আৰ্হিত এই পৌৰসভাৰ নেতাসকলে 'কমিটি অব পাব্লিক চেফটি'—জনগণৰ সুৰক্ষা সমিতি গঠন কৰিলে আৰু ইয়াক চভিয়েটৰ কংগ্ৰেছৰ বিৰোধী আৰু সমান্তৰাল সংগঠন হিচাপে গঢ় দিবলৈ আৰম্ভ কৰিলে। প্ৰথম কংগ্ৰেছৰ পুৰণা ভঙা কাৰ্যকৰী সমিতিৰ সদস্যসকলো আহি ইয়াত যোগ দিলেহি। দ্বিতীয় কংগ্ৰেছত সভাপতি মণ্ডলীৰ নিৰ্বাচন হোৱাৰ লগে লগে এওঁলোকৰ কাৰ্যকাল শেষ হৈছিল। কিন্তু, তথাপিও জুৰে এৰিবলেও পকাটিয়ে মেৰাৰ দৰে তেওঁলোকে দাবী কৰিলে যে দ্বিতীয় চভিয়েটৰ কংগ্ৰেছখন এখন অবৈধ কংগ্ৰেছ—কিয়নো বলচেভিক দলে ইয়াক দখল কৰি লৈছে—আৰু, বাকী-বোৰ সমাজবাদী দলে ইয়াক বৰ্জন কৰিছে; গতিকে প্ৰথম কংগ্ৰেছে গঠন কৰা কাৰ্যকৰী সমিতিখনেই (অৰ্থাৎ তেওঁলোক) এতিয়াও বৈধ সমিতি হৈ আছে। চ'চিয়েল ৰিভলিউচনেৰী দলৰ দ্বাৰা নিয়ন্ত্ৰিত খেতিয়ক চভিয়েটৰ কাৰ্যকৰী সমিতিৰ নেতাসকলেও ইয়াত যোগ দিলেহি। ইতিমধ্যে এই দল আৰু খেতিয়ক চভিয়েটৰ মাজৰ বাওঁপন্থী গোটটো ফাটি ওলাই আহিছে যদিও কাৰ্যকৰী সমিতিক ধৰি নেতৃত্বকাৰী সংগঠনবোৰ তেতিয়াও সোঁপন্থীসকলৰ হাততেই আছে।

চ'চিয়েল ৰিভলিউচনেৰী আৰু মানচেভিক দলৰ সেনাবাহিনীৰ মাজতো নিজৰ সংগঠন আছিল। মূলতেই তলৰ পৰ্যায়ৰ বিষয়াসকলেৰে গঠিত এই 'আৰ্মি আৰু ফ্লিট কমিটি'ৰ সদস্যসকলেও আহি পোৰসভাৰ লগ লাগিলহি। কংগ্ৰেছৰ অধিৱেশনলৈ নিৰ্বাচিত হোৱা এওঁলোকৰ শ্ৰমিক প্ৰতিনিধিসকলৰো কিছুমান ওলাই আহিল। কাউন্সিল অৱ ট্ৰেড ইউনিয়নৰ নেতাসকলো আহিল। কেৰেনেস্কিয়ে বনাই যোৱা কাউন্সিল অৱ ৰিপাব্লিকৰ নেতাহঁতো আহি পোৰসভাৰ এই কমিটি অৱ পাব্লিক চেফ্‌টিত সোমাই পৰিলহি। চাওঁতে চাওঁতে পোৰ প্ৰশাসনক ঘেৰি এক ব্যাপক বলচেভিক্ আৰু বিপ্লৱ বিৰোধী সংগঠন গঢ় লৈ উঠিবলৈ আৰম্ভ কৰিলে। ৰাজধানীৰ বুৰ্জোৱাহঁতেও ইয়াৰ চৌদিশে আহি ভিৰ কৰিলেহি।

পীতপ্ৰাসাদ দখল নকৰালৈকে অস্থায়ী চৰকাৰ তথা পোৰ ডুমাৰ নেতাসকলৰ ৰাছিয়াৰ বিভিন্ন অংশৰ লগত যোগাযোগ আছিল। আনকি টেলিফোন আৰু টেলিগ্ৰাফ অফিচ দখল কৰাৰ পাছতো বলচেভিকসকলে পোৰ ডুমাৰ যোগাযোগ কাটি দিয়া নাছিল। ফলত অকল ৰাজধানীতেই নহয়, ৰাছিয়াৰ আন আন নগৰ চহৰতো বিপ্লৱ-বিৰোধী 'কমিটি অৱ পাব্লিক চেফটি' নামৰ সংগঠনবোৰ গঢ়লৈ উঠিবলৈ আৰম্ভ কৰিছিল।

২৫ তাৰিখৰ দিনাই মেয়ৰৰ পৰামৰ্শত দেশৰ সকলো বলচেভিক বিৰোধী শক্তিক একত্ৰিত কৰিবৰ বাবে এই কমিটি অৱ পাব্লিক চেফ্‌টি নামৰ সংগঠনটো আৰু ব্যাপক কৰি গঢ়ি তুলিবলৈ সিদ্ধান্ত লোৱা হ'ল। এই মৰ্মে এক নতুন সংগঠন—'কমিটি অৱ চাল্‌ভেচন অৱ কাণ্ট্ৰি এণ্ড ৰিভলিউচন'—দেশ আৰু বিপ্লৱৰ পৰিত্ৰাণ সমিতি গঠন কৰা হ'ল। এই সমিতিয়ে পোৰ ডুমাৰ ভৱনৰ পৰাই তৎকালে নিজৰ কাম আৰম্ভ কৰিলে।[৩]

এই সমিতিৰ প্ৰাক্তন মন্ত্ৰী আৰু কেডেট দলৰ নেতা সকলেও আহি যোগ দিলেহি। এওঁলোক সকলোৱে মিলি এইবাৰ চভিয়েটৰ দ্বিতীয় কংগ্ৰেছক অবৈধ বুলি ঘোষণা কৰিলে। 'পৰিত্ৰাণ সমিতিয়ে' পোৰ ডুমা ভৱনত নিৰৱচ্ছিন্নভাৱে কাম কৰি যোৱাৰ সিদ্ধান্ত ল'লে—দিনে নিশাই, এই সমিতিৰ বৈঠক বহি থাকিব। ৰাছিয়াৰ বিভিন্ন নগৰতো ইয়াৰ শাখা সমিতিবোৰ গঢ়ি তুলিবলৈ ঠিক কৰা হ'ল।

২৬ তাৰিখৰ দিনা এই সমিতিৰ তৰফৰ পৰা ৰাছিয়াৰ জনসাধাৰণলৈ জাৰি কৰা এক আপীলত কোৱা হ'ল যে দেশৰ জনগণৰ বৈপ্লৱিক আকাংক্ষাক আওকাণ কৰি বলচেভিকসকলে অস্থায়ী চৰকাৰৰ একাংশ মন্ত্ৰীক গ্ৰেপ্তাৰ কৰিছে আৰু এক বে-আইনী ক্ষমতা গঢ়ি তুলিছে। বলচেভিক দলে আৰম্ভ কৰা এই গৃহযুদ্ধই দেশত অনৈক্য আৰু নৈৰাজ্যৰ সৃষ্টি কৰি বিপ্লৱ তথা সাংবিধানিক সভাক বিপদাপন্ন কৰি তুলিছে। সেয়ে আগৰ বৈধ চৰকাৰৰ ধাৰাবাহিকতা ৰক্ষা কৰি

'পৰিত্ৰাণ সমিতিয়ে' এক নতুন অস্থায়ী চৰকাৰ গঠন কৰাৰ উদ্যোগ গ্ৰহণ কৰিছে। এই ঘোষণাৰ দ্বাৰা পোৰ জুমাত গোট খোৱা আটাইবোৰ বিপ্লৱ-বিৰোধী শক্তিয়ে আনুষ্ঠানিকভাৱে বলচেভিকসকলৰ বিৰোধিতা আৰম্ভ কৰিলে। বলচেভিক-সকলে তেতিয়াই কিন্তু পোৰ জুমাৰ বিৰুদ্ধে কোনোধৰণৰ ব্যৱস্থা ল'বলৈ সক্ষম নহ'ল, বৰঞ্চ, অতি কৌশলেৰে পোৰ জুমাৰ লগত এক কাৰ্যকৰী সম্পৰ্ক ৰাখিবলৈহে তেওঁলোকে যত্ন কৰিলে।

প্ৰতিবিপ্লৱৰ শক্তি চাওঁতে চাওঁতে দিনে দিনে বাঢ়ি আহিবলৈ ধৰিলে।

ডাক-তাঁৰ কৰ্মী ইউনিয়ন আৰু অতি শক্তিশালী ৰেলশ্ৰমিক ইউনিয়নো আহি 'পৰিত্ৰাণ সমিতিৰ' লগ হ'লহি।

ইয়াৰ পিছতেই স্মলনিৰ সামৰিক বৈপ্লৱিক সমিতিৰ আৰু চভিয়েটৰ কংগ্ৰেছৰ সমগ্ৰ যোগাযোগ ব্যৱস্থা কাটি দিয়া হ'ল।

ৰেল শ্ৰমিকসকলে এই সময়ৰ পৰাই এক স্বকীয়া ৰাজনৈতিক ভূমিকা ল'বলৈ আৰম্ভ কৰিলে। সৰ্বো ৰুচ ৰেল শ্ৰমিক ইউনিয়নৰ কেন্দ্ৰীয় সমিতি—'ভিক্‌জেলে' ঘোষণা কৰিলে যে ৰেলশ্ৰমিকসকলে বলচেভিক চৰকাৰ এখনক স্বীকাৰ নকৰে। তেওঁলোকে সমগ্ৰ ৰাছিয়াৰ ৰেল প্ৰশাসন ব্যৱস্থা নিজৰ হাতলৈ অনা বুলি ঘোষণা কৰিলে। দেশত আৰম্ভ হোৱা গৃহযুদ্ধত তেওঁলোকে নিৰপেক্ষ হৈ থাকিবলৈ সিদ্ধান্ত লৈ কোনো ধৰণৰ সেনা-সামন্ত ৰেলত কঢ়িয়াবলৈ অমান্তি হ'ল। বিপ্লৱী সেনাবাহিনী যাতে এঠাইৰ পৰা আনঠাইলৈ যাব নোৱাৰে, তাৰবাবে তেওঁলোকে মূলতে এই ব্যৱস্থাৰ কথা ঘোষণা কৰিছিল; অৱশ্যে তেওঁলোকে কেৰেন্স্কিৰ সেনাবাহিনীকো ৰেলত নানিবলৈ ঠিৰাং কৰিছিল। তেওঁলোকে সকলো সমাজবাদী ৰাজনৈতিক দলক সামৰি এখন সম্মিলিত চৰকাৰ গঠন কৰিবলৈ আহ্বান জনাইছিল।[৪]

বিপ্লৱৰ আৰম্ভণিৰ পৰাই এটা চামৰ মাজত সম্মিলিত সমাজবাদী চৰকাৰ গঠনৰ ধাৰণা শক্তিশালীভাৱে গঢ়ি উঠিবলৈ আৰম্ভ কৰিছিল। সৰু সৰু সমাজবাদী গোটবোৰ এইক্ষেত্ৰত অধিক সক্ৰিয় হৈ উঠিবলৈ ধৰিছিল, মেক্সিম গৰ্কীৰ দৰে বামপন্থী বুদ্ধিজীৱীয়েও এই ধাৰণাক সমৰ্থন কৰিছিল। লেনিন আৰু বলচেভিক দল এই ক্ষেত্ৰত কিন্তু বৰ আগ্ৰহী নাছিল। সম্মিলিত সমাজবাদী চৰকাৰ গঠনৰ নামত নিজৰ ৰাজনৈতিক স্থিতি পনীয়া কৰি তোলা বা কোনো-ধৰণৰ আপোচ কৰাৰ তেওঁলোক পক্ষপাতি নাছিল। দ্বিতীয় কংগ্ৰেছত উত্থাপিত বলচেভিক দলৰ কাৰ্যসূচীৰ আধাৰতহে তেওঁলোকে মিত্ৰতা কৰিব বুলি ঘোষণা কৰিছিল। যিয়েই দলৰ কাৰ্যসূচী গ্ৰহণ কৰিব তেওঁলোকৰ লগতহে মিত্ৰতা সম্ভৱপৰ বুলি ঘোষণা কৰিলেও বলচেভিক নেতাসকলে প্ৰথম অৱস্থাত এই সময় ধাৰণাটোৰ বিৰোধিতা কৰা নাছিল, বৰঞ্চ 'ভিক্‌জেলে' সম্মিলিত সমাজবাদী চৰকাৰ গঠন কৰিবৰ বাবে অনুষ্ঠিত কৰা আলোচনাত অংশগ্ৰহণহে কৰিছিল।

মানচেভিক আৰু চ'চিয়েল ৰিভলিউচনেৰী দলে প্ৰথমে বলচেভিক দলক সম্পূৰ্ণ বাদ দি, তাৰ পাছত অৱস্থাৰ গতি দেখি কেৱল মাত্ৰ লেনিন আৰু ট্ৰটস্কিক বাদ দি চৰকাৰ গঠন কৰাৰ কথা উত্থাপন কৰিছিল। কিন্তু, তেওঁলোকৰ এই আটাইবোৰ জল্পনা কল্পনা বিপ্লৱৰ গতিয়ে ধূলিসাৎ কৰি দিছিল।

'ৰুচ ভায়ে ৰুচ ভাইক হত্যা নকৰে'—পৰিত্ৰাণ সমিতিয়ে এইবাৰ এই নতুন শ্লোগান আগবঢ়ালে। এই শ্লোগানৰ অন্তৰ্নিহিত তাৎপৰ্য আছিল অতি গভীৰ। পৰিত্ৰাণ সমিতিয়ে লোকৰ বিপ্লৱ আৰু গৃহযুদ্ধত সেনাবাহিনীক নিৰপেক্ষ হৈ থাকিবৰ বাবে আহ্বান জনাইছিল। তেওঁলোকৰ বহুতৰে, বিশেষকৈ বুৰ্জোৱা-সকলৰ উদ্দেশ্য আছিল যি কোনো প্ৰকাৰে বিপ্লৱী সেনাসকলক নিৰপেক্ষ কৰি পেলোৱা আৰু তাৰ পিছত কেৰেনেস্কিৰ বিশ্বাসী সেনা আৰু কচাকসকলৰ সহায়ত বিপ্লৱক ধ্বংস কৰা। এই উদ্দেশ্যৰেই তেওঁলোকে ৰুচ জাতিভাইৰ তেজেৰে ৰাজপথ ৰঞ্জিত নকৰিবৰ বাবে বিপ্লৱী সেনাসকললৈ আহ্বান জনাইছিল, শ্লোগান দিছিল। পৰিত্ৰাণ সমিতিৰ এই নিৰপেক্ষতাৰ আহ্বানে কিন্তু কাম নকৰাকৈ থকা নাছিল। সুবিধাবাদী আৰু আপোচকামীসকলে ইয়াক তৎকালে গ্ৰহণ কৰিছিল। পৰিত্ৰাণ সমিতিৰ উদ্যোগত সকলোৱে মিলি ৰাজধানীৰ বিপ্লৱী সেনাসকলৰ বেৰেকত গৈ নিৰপেক্ষতা অৱলম্বনৰ বাবে সজোৰ প্ৰচাৰ চলাইছিল। এহাতে সম্মিলিত সমাজবাদী চৰকাৰ গঠনৰ প্ৰস্তাৱ আৰু আনহাতে সেনাবাহিনীলৈ নিৰপেক্ষতাৰ আহ্বান, এনেদৰে ভিতৰৰ পৰাই সৰ্বহাৰা বিপ্লৱক দুৰ্বল কৰাৰ এটা প্ৰচেষ্টা চলিছিল। এনে কৌশলে সাধাৰণ ৰাইজৰ লগতে বিপ্লৱী শিবিৰৰ মাজতো যথেষ্ট খেলিমেলি আৰু দ্বিধাৰ সৃষ্টি কৰিবলৈ সক্ষম হৈছিল।[4]

আনফালেদি পৰিত্ৰাণ সমিতিয়ে খোলাখুলিকৈ বলচেভিক দলৰ বিৰুদ্ধে অপপ্ৰচাৰ আৰম্ভ কৰিছিল। নগৰ ডুমাৰ উত্তেজনাময় বৈঠকবোৰত বলচেভিক-সকলৰ নানা ধৰণৰ অত্যাচাৰ, কুকাৰ্য আদিৰ বিষয়ে অতি ৰহণ সানি খা-খবৰ পৰিবেশন কৰা হৈছিল। বিভিন্ন বক্তাই নিজ চকুৰে দেখা বুলি বহুতো মনেসজা কাহিনী প্ৰচাৰ কৰিছিল। বলচেভিক উৎপীড়নৰ এই কাহিনীবোৰ মধ্যবিত্ত-শ্ৰেণীৰ বহুতেই সঁচা বুলি বিশ্বাসো কৰিছিল। পৰিত্ৰাণ সমিতিৰ তৰফৰ পৰা এনে পৰিস্থিতিৰ সুযোগ লৈ নাগৰিকসকলক বলচেভিক দল আৰু বিপ্লৱৰ বিৰুদ্ধে সশস্ত্ৰ কৰি তুলিবলৈকো চেষ্টা কৰা হৈছিল। নগৰত থকা ঘৰৰ সমস্যা সমাধান কৰিবৰ বাবে বলচেভিক দলে ধনী মানুহৰ বিৰাট বিৰাট ঘৰৰ একাংশ অধিগ্ৰহণ কৰা আৰু থকা ঘৰ সকলোৰে মাজত সমানভাৱে বিতৰণ কৰাৰ প্ৰস্তাৱ তুলিছিল। ইয়াৰ সুযোগতে বলচেভিকে ভেটি মাটি কাটি ল'ব খুজিছে বুলি নগৰৰ প্ৰতিটো দালানত সশস্ত্ৰ গৃহৰক্ষী দল গঠন কৰি ঘৰ-সম্পত্তি ৰক্ষা কৰিবলৈ পৰিত্ৰাণ সমিতিয়ে আহ্বান দিছিল। ধনী আৰু মধ্যবিত্তহে নালাগে শ্ৰমিকসকলৰ মেচৰৰ থকা দালানবোৰতো এনে ধৰণৰ দলবোৰ গঢ়ি উঠিছিল।

আনফালে কচাক বিদ্ৰোহো আৰম্ভ হৈছে। কচাক জেনেৰেল কালাডিনে অস্থায়ী চৰকাৰক ক্ষমতাচ্যুত কৰাৰ ঘোৰ বিৰোধিতা কৰি এই চৰকাৰ বা নতুন এটা অস্থায়ী চৰকাৰক সমৰ্থন জনাই পূৰ্বৰ ব্যৱস্থা প্ৰতিষ্ঠা কৰাত সহায় কৰিব বুলি ঘোষণা কৰিলে। আৰু লগতে তেওঁ আগৰ অৱস্থা ঘূৰি নহালৈকে বিস্তীৰ্ণ ডন অঞ্চলৰ সমগ্ৰ ৰাজনৈতিক ক্ষমতা নিজে গ্ৰহণ কৰা বুলি ফটোৱা জাৰি কৰিলে। একনায়কত্বৰ ক্ষমতা দখল কৰি কালাডিনে কচাক সেনাবাহিনী লৈ পেট্ৰোগ্ৰাড অভিমুখে যাত্ৰা আৰম্ভ কৰিলে। অক্টোবৰৰ ২৫ তাৰিখে (নৱেম্বৰ ৭) কালাডিনৰ কচাক প্ৰতিবিপ্লৱ আৰম্ভ হ'ল। আনফালে ৰাজধানীৰ অনতিদূৰৰ গাট্‌চিনাত কেৰেনেস্কিয়েও বহুকেইটা সেনা ৰেজিমেণ্ট গোটাই নতুন চৰকাৰৰ বিৰুদ্ধে যুদ্ধৰ ঘোষণা কৰিলে। গাট্‌চিনাৰ দুৰ্গৰ সেনাসকলো দোধোৰ-মোধোৰত পৰিল, বিষয়াসকলৰ সকলোৱেই কেৰেনেস্কিৰ লগ লাগিলগৈ, কাণ্ডাৰী নোহোৱা সাধাৰণ সেনাবোৰে ৰাজধানীলৈ আঁতৰি আহিল।

বিপ্লৱী পেট্ৰোগ্ৰাড আৰু বলচেভিকসকল ক্ৰমান্বয়ে সকলো ফালৰ পৰা বিচ্ছিন্ন হৈ পৰিবলৈ ধৰিলে।

গ্ৰেট বৃটেইন আৰু ফ্ৰান্সে পৌৰ ডুমাকে দেশৰ একমাত্ৰ আইনসংগত কৰ্তৃপক্ষ বুলি স্বীকৃতি জনালে—বলচেভিক চৰকাৰক স্বীকাৰ কৰিবলৈ তেওঁলোক অমান্তি হ'ল। বহুতো বৃটিছ আৰু ফৰাচী সামৰিক বিষয়াই বলচেভিক চৰকাৰৰ বিৰুদ্ধে যুদ্ধ কৰিবলৈ ডুমাৰ লগ লাগিলহি, ডুমাই আনফালে 'মিলিচিয়া অব্ পাব্লিক চেফটি' নামৰ এদল সেনা গঢ়ি তুলিবলৈকো উদ্যোগ ল'লে। কেৰেনেস্কিয়ে জেনেৰেল ক্ৰাচনভক পেট্ৰোগ্ৰাড নগৰৰ অধিনায়ক হিচাপে নিযুক্ত কৰিলে। তেওঁ ততাতৈয়াকৈ বলচেভিক চৰকাৰৰ বিৰুদ্ধে কচাক আৰু যুঙ্কাৰ সেনাসকলক গোটাই এটা বাহিনী গঠন কৰিবলৈ আৰম্ভ কৰিলে।

সেনাবাহিনীক নিৰপেক্ষ হৈ থাকিবলৈ আহ্বান জনাই ডুমাই নিজেই সশস্ত্ৰ বাহিনী গঢ়ি তুলিবলৈ আৰম্ভ কৰিলে।

বিপ্লৱ আৰু প্ৰতিবিপ্লৱৰ মাজত সশস্ত্ৰ সংঘৰ্ষ অৱশ্যম্ভাৱী হৈ পৰিল।

সামৰিক বৈপ্লৱিক সমিতিয়েও এইবাৰ ডুমাৰ বিৰুদ্ধে কাৰ্যব্যৱস্থা ল'বলৈ বাধ্য হ'ল। তেওঁলোকে ডুমাৰ অধীনৰ প্ৰেছ আৰু প্ৰকাশন ব্যৱস্থা বন্ধ কৰি দিলে।

আনফালে ভিক্‌জেল বা ৰেল শ্ৰমিকৰ ট্ৰেড ইউনিয়নৰ কাৰ্যকৰী সমিতিয়ে বলচেভিক আৰু কেডেট দুইটা দলকে বাদ দি বাকী সকলো সমাজবাদী দলক লৈ এখন সম্মিলিত চৰকাৰ গঠন কৰিবলৈ আনুষ্ঠানিক আলাপ-আলোচনা আৰম্ভ কৰিলে।

ইতিমধ্যে কেৰেনেস্কি আৰু কালাডিনৰ কচাক সেনাবোৰ ৰাজধানী পেট্ৰোগ্ৰাডৰ ওচৰ চাপি আহিছে। সামৰিক বৈপ্লৱিক সমিতিৰ উদ্যোগত

কাছাচীভিকসকলে ৰাজধানী পেট্ৰোগ্ৰাড ৰক্ষা কৰিবৰ বাবে এক ব্যাপক প্ৰতিৰক্ষা ব্যৱস্থা গাঢ়ি তুলিবলৈ আৰম্ভ কৰিলে। জনসাধাৰণৰ সক্ৰিয় সহযোগ আৰু অংশ গ্ৰহণৰ লগতে ৰাজধানীৰ সেনাসকলক লৈ এই প্ৰতিৰক্ষা ব্যৱস্থা গাঢ়ি তুলিবলৈ বিচৰা হ'ল। কুমাৰ নেতাসকলে কিন্তু ইয়াত সহযোগ কৰাৰ পৰিবৰ্তে সেনাসকলক নিৰপেক্ষ হৈ থাকিবৰ বাবেহে আকৌ আপিল জনালে। সেনাবাহিনীৰ প্ৰতিটো বেৰেক, প্ৰতিটো শিবিৰতে এক প্ৰচণ্ড ৰাজনৈতিক সংগ্ৰাম আৰম্ভ হ'ল।

পেট্ৰোগ্ৰাড দুৰ্গৰ ভিতৰত আটাইতকৈ শক্তিশালী সেনাবাহিনীটো আছিল 'ব্ৰনিভিক' নামৰ বৰ্মসজ্জিত যুদ্ধ যানৰ (আৰ্মড কাৰৰ) ৰেজিমেণ্টটো। এই ৰেজিমেণ্টটো যাৰ পক্ষতেই থাকে সেয়েই আটাইতকৈ শক্তিমান হ'ব। বিপ্লৱৰ প্ৰতি অনুকূল এই ৰেজিমেণ্টটোক নিৰপেক্ষ কৰি তুলিবলৈ এইবাৰ জোৰদাৰ প্ৰচাৰ চলিল। প্ৰত্যক্ষদৰ্শী সাংবাদিক জন ৰীডে এই ঘটনাৰ এক সুন্দৰ বৰ্ণনা তেওঁৰ 'পৃথিৱী কঁপোৱা দহ দিন' কিতাপখনত দিছে। বিপ্লৱৰ কালৰ তীব্ৰ ৰাজনৈতিক সংগ্ৰামৰ ই এক সুন্দৰ চিনাকি আমাক দিয়ে—মানুহৰ মনৰ ওপৰত জয়লাভৰ বাবে এক উত্তেজনাময় ৰাজনৈতিক সংগ্ৰাম আছিল এই ঘটনা।

সমবেত সৈনিকসকলৰ সন্মুখত বিভিন্ন ৰাজনৈতিক মতবাদৰ প্ৰবক্তাসকলে ভাষণ দিছে, নিৰপেক্ষতাৰ হকে ওকালতি কৰি কোৱা হৈছে—'ৰুচ ভাই-ককাইৰ মাজত হত্যাকাণ্ড হ'ব অতি বিভৎস কথা। যি সেনাসকলে একেলগে জাৰতন্ত্ৰৰ বিৰুদ্ধে সংগ্ৰাম কৰিছে, বিভিন্ন ঐতিহাসিক যুদ্ধত বিদেশী শত্ৰুক পৰাস্ত কৰিছে, সেই সেনাসকলৰ নিজৰ মাজত কোনো পৰিস্থিতিতেই গৃহযুদ্ধ হ'বলৈ দিব নোৱাৰি। আমি সৈনিকসকলে ৰাজনৈতিক দলবোৰৰ কাজিয়াৰ মাজত সোমাই পৰাৰ দৰকাৰ কি? মই নকওঁ যে অস্থায়ী চৰকাৰটো এটা গণতান্ত্ৰিক চৰকাৰ আছিল। বুৰ্জোৱাৰ লগত কোনোধৰণৰ আপোচ আমি নিবিচাৰো—তেনে ঘটনা কেতিয়াও হ'ব দিব নোৱাৰে। আমাৰ প্ৰয়োজন হৈছে এটা সম্মিলিত গণতান্ত্ৰিক চৰকাৰৰ—নহ'লে ৰাছিয়া নিশ্চিতভাৱে ধ্বংসৰ মুখলৈ আগবাঢ়ি যাব। সম্মিলিত চৰকাৰ এটা গঠন হ'লে গৃহযুদ্ধৰ প্ৰয়োজনো নাথাকিব আৰু ৰাছিয়াৰ ভাই-ভনীৰ মাজত হত্যাকাণ্ড ঘটোৱা দৰকাৰ নহ'ব।'—ইত্যাদি।

এজনৰ পিছত এজনকৈ বক্তাই নিৰপেক্ষতাৰ সপক্ষে, শান্তিৰ বাবে, অস্থায়ী চৰকাৰৰ পক্ষে আৰু বিপক্ষে, বলচেভিক বিপ্লৱৰ হৈ বক্তৃতা দি গ'ল। তেওঁলোকৰ উত্তেজিত বক্তৃতাই সভাখন গৰম কৰি তুলিলে।

অৱশেষত 'পিপলচ কমিচনাৰ অব মিলিটেৰী এফেয়াৰ'—ক্ৰায়েলেঙ্কোৱে কথা ক'বলৈ উঠিল। অতি সহজ ভাষাত, প্ৰান্ত ক্লান্ত নেতাজনে সৈনিকসকলক ক'লে, "ময়ো এজন সৈনিক, ময়ো মনে-প্ৰাণে শান্তি বিচাৰো। আমি আপোনালোকক

কোৱাটো প্ৰয়োজন যে আপোনালোক আৰু অন্যান্য বীৰ কমৰেডসকলৰ সহায়ত বলচেভিক দলে চিৰদিনৰ বাবে তেজপিয়া বুৰ্জোৱাৰ ক্ষমতা চূৰ্ণ কৰি শ্ৰমিক আৰু সৈনিকৰ বিপ্লৱ সফল কৰিছিল আৰু এই দলে এক শান্তিৰ প্ৰস্তাৱ আগ-বঢ়োৱাৰ প্ৰতিশ্ৰুতি দিছিল ; আজি সেই প্ৰস্তাৱ আগবঢ়োৱা হৈ গৈছে।

আপোনালোকক নিৰপেক্ষ হৈ থাকিবলৈ কোৱা হৈছে—আপোনালোক নিৰপেক্ষ হৈ থাকিব, আনফালে যুঙ্কাৰ আৰু মৃত্যু বেটেলিয়নৰ সেনাবোৰ যি কাহানিও নিৰপেক্ষ নহয়, সিহঁতে আমাক ৰাজপথত গুলিয়াই মাৰিব, পেট্ৰোগ্ৰাডলৈ কেৰেনেস্কিক নাইবা তেনে দলৰ কোনো লোকক ওভতাই আনিব·····ৰিসকল মানচেভিক আৰু চ'চিয়েল ৰিভলিউচনেৰীয়ে গৃহযুদ্ধ প্ৰতিৰোধ কৰিবলৈ আপোনালোকক কৈছে—তেওঁলোকে জানো গৃহযুদ্ধ লোহোৱাকৈ ক্ষমতা ধৰি ৰাখিব পাৰিছিল, কিমান গৃহযুদ্ধ যোৱা জুলাই মাহৰ পৰা আৰম্ভ হৈ চলি আহিছে, তেওঁলোকে তাত এতিয়া ক্ৰমে বুৰ্জোৱাৰ অৱস্থান গ্ৰহণ কৰিছে।

আপোনালোকে যদি ইতিমধ্যেই সিদ্ধান্ত লৈ পেলাইছে ( নিৰপেক্ষ হৈ থকাৰ ) তেনে আপোনালোকৰ সিদ্ধান্ত সলনি কৰাৰ মোৰ সাধ্য নাই। কিন্তু আজিৰ পৰিস্থিতিৰ মূল প্ৰশ্নটো হৈছে তেনেই স্পষ্ট। এফালে আছে কেৰেনেস্কি, কালাডিন, কৰ্নিলভ, মানচেভিক, চ'চিয়েল ৰিভলিউচনেৰী, কেডেট আৰু পৌৰ ডুমাৰ বিষয়াসকল···তেওঁলোকে কোৱামতে তেওঁলোকৰ উদ্দেশ্য মহৎ। আন-ফালে আছে শ্ৰমিক, সৈনিক, নাৱিক আৰু দুখীয়া কৃষকসকল। দেশৰ চৰকাৰ আজি আপোনালোকৰ নিজৰ হাতত—আপোনালোকেই আজি দেশৰ মালিক। মহান ৰাচিয়া আজি আপোনালোকৰ সম্পত্তি। আপোনালোকে ইয়াক এতিয়া ওভতাই দিবনে ?"[6]

ইয়াৰ পাছতেই ব্ৰনিভিকি ৰেজিমেণ্টৰ সকলো সৈনিক ( কেইজনমান বিষয়াৰ বাদে ) দ্ব্যৰ্থহীনভাৱে নিৰপেক্ষতাৰ বিৰুদ্ধে, বিপ্লৱৰ সপক্ষে ভোটদান কৰিলে। এনে ৰাজনৈতিক সংগ্ৰাম ৰাচিয়াৰ প্ৰতিটো সেনা শিবিৰ, দুৰ্গ, প্ৰতি নগৰ-চহৰ-গাৱঁতেই সংঘটিত হৈছিল, আৰু এনেদৰেই বলচেভিক দলে প্ৰতিপক্ষৰ বিৰুদ্ধে ৰাজনৈতিক বিজয়লাভ কৰিছিল। বলচেভিক দলৰ কৰ্মী আৰু নেতাসকলে অকাট্য যুক্তি আৰু প্ৰত্যুৎপন্নমতিতাৰে এই বিজয়লাভ কৰিবলৈ সক্ষম হৈছিল। বিপ্লৱ এনেদৰেই আগবাঢ়ে।

আনফালে নতুন চৰকাৰে পৌৰ ডুমাৰ ওপৰত নগৰৰ খাদ্য যোগান ব্যৱস্থা অব্যাহত ৰখাৰ দায়িত্ব অৰ্পণ কৰিলে। ডুমাৰ নেতাসকল জ্বলি উঠিল, অবৈধ চৰকাৰৰ ইমান স্পৰ্ধা ! নিৰ্বাচিত ডুমাক কি কৰিব লাগে নালাগে সেই বিষয়ে আদেশ দিব ! ডুমাই এই দায়িত্ব পালন কৰিবলৈ অমান্তি হ'ল। ইয়াৰ পৰিৱৰ্তে ডুমাৰ নেতাসকলে পেট্ৰোগ্ৰাড অভিমুখে আগবাঢ়ি আহি থকা কেৰেনেস্কিক

আত্মসমৰ্পণ জনাবলৈ আৰু ৰাজধানীত যাতে তেওঁৰ সেনাই কোনো ৰক্তপাত নঘটায় তাৰ বাবে অনুৰোধ কৰিবলৈ এখন শকত সমিতি নিৰ্বাচিত কৰিলে। সমিতিৰ সদস্যসকলে কেৰেনস্কিক আদৰিবলৈ সাজু হ'ল।[7]

আনহাতে দেশৰ ৰাজনৈতিক পৰিস্থিতিত কৃষকৰ প্ৰশ্নটো আকৌ অনুৰূপভাৱে উত্থাপিত হ'বলৈ ধৰিলে।

ৰাচিয়াৰ খেতিয়কসকলৰ ওপৰত চ'চিয়েল ৰিভলিউচনেৰী দলৰ আটাইতকৈ ব্যাপক প্ৰভাৱ আছিল। এওঁলোকক বুঢ় খেতিয়কৰ ৰাজনৈতিক দল বুলিও কোৱা হৈছিল। আনহাতে ব্যাপক খেতিয়ক সমাজত বলচেভিক দলৰ প্ৰভাৱ আছিল তেনেই সামান্য। সেয়ে বলচেভিক দলৰ ঘোৰ বিৰোধী চ'চিয়েল ৰিভলিউচনেৰী দলৰ নেতাসকলে বলচেভিক চৰকাৰৰ বিৰোধিতাৰ বাবে ডিচেম্বৰ মাহৰ ১৩ তাৰিখলৈ সমগ্ৰ ৰাচিয়াৰ কৃষক চভিয়েটবোৰৰ এখন মহাসভা বা কংগ্ৰেছ আহ্বান কৰিলে। তেওঁলোকৰ উদ্দেশ্য আছিল এই শক্তিশালী সংগঠনৰ জৰিয়তে বলচেভিক চৰকাৰ, দল আৰু বিপ্লৱৰ বিৰোধিতা কৰা। প্ৰথম কৃষক চভিয়েটৰ কাৰ্যকৰী সমিতিত চ'চিয়েল ৰিভলিউচনেৰী দলৰ নিৰঙ্কুশ একাধিপত্য আছিলেই, এতিয়া দ্বিতীয় কংগ্ৰেছ অনুষ্ঠিত কৰি তেওঁলোকে বলচেভিক বিৰোধী এক শক্তিশালী মঞ্চ তৈয়াৰ কৰিবলৈ আগবাঢ়িল।

এই কাম আছিল ন চৰকাৰৰ প্ৰতি এক মুকলি প্ৰত্যাহ্বান স্বৰূপ।

বলচেভিক দলে ইয়াৰ প্ৰত্যুত্তৰ নিদিয়াকৈ থাকিব নোৱাৰে।

তেওঁলোকেও কৃষকসকলৰ সৰ্ব বৃহৎ জাতীয় কংগ্ৰেছ এখন পতাৰ কথা ঘোষণা কৰিলে। সমগ্ৰ দেশৰ পৰা এই মহাসভাৰ বাবে প্ৰতিনিধি নিৰ্বাচন কৰাৰ ব্যৱস্থা ঘোষণা কৰা হ'ল। ৰাচিয়াৰ সমাজৰ বৃহত্তৰ অংশ—খেতিয়ক সমাজৰ সমৰ্থনৰ বাবে দুই পক্ষৰ তুমুল প্ৰতিযোগিতা আৰম্ভ হ'ল। ইতিমধ্যে চ'চিয়েল ৰিভলিউচনেৰী দলৰ মাজত বিপ্লৱৰ প্ৰশ্নত ভাঙোন দেখা দিছেই। দলৰ বাওঁপন্থী অংশটোৱে চৰ্তসাপেক্ষে বলচেভিক দল আৰু বিপ্লৱৰ প্ৰতি সমৰ্থন আগবঢ়াইছে আৰু বলচেভিক দলৰ সৈতে একেলগে সামৰিক বৈপ্লৱিক সমিতি তথা দ্বিতীয় কংগ্ৰেছত কাম-কাজ কৰিছে। কৃষক বাহিনীৰ এক বুজন অংশক এই বাওঁ চ'চিয়েল ৰিভলিউচনেৰীসকলে বিপ্লৱৰ পক্ষলৈ টানি আনিবলৈকো সক্ষম হৈছিল। মূল দলৰ পৰা এই বাওঁপন্থীসকলক এইবাৰ বহিষ্কাৰ কৰা হ'ল।

প্ৰতিবিপ্লৱী শিবিৰৰ তৎপৰতা বহুগুণে বাঢ়ি আহিল। কেৰেনস্কিয়ে গেট্‌চিনা দুৰ্গ অধিকাৰ কৰাৰ পাছত 'ৎচাৰেস্কয়ো চেল' পাইছিহি। ইয়াত সেনাসকলে তেওঁক প্ৰথমে কোনোধৰণৰ বাধা নিদিলে। কেৰেনস্কিয়ে তৎক্ষণাৎ সেনাসকলক অস্ত্ৰ-শস্ত্ৰ সমৰ্পণ কৰিবলৈ নিৰ্দেশ দিলে। সেনাসকলে ক'লে যে তেওঁলোক নিৰপেক্ষ হৈ থাকিব কিন্তু নিজা অস্ত্ৰ সমৰ্পণ নকৰে। কেৰেনস্কিয়ে

তেতিয়া তেওঁলোকক আদেশ মানিবলৈ দহ মিনিটৰ সময় দিলে। দহ মিনিটত অস্ত্ৰ সমৰ্পন নকৰাত কেৰেনেস্কিৰ কচাক সেনাই ৎচাৰেস্কেয়োৰ সৈনিকসকলৰ ওপৰত কামানেৰে গোলাবৰ্ষণ আৰম্ভ কৰিলে। আঠজন সৈনিকৰ থিতাতে মৃত্যু হ'ল। এই ঘটনাৰ লগে লগে প্ৰথমে ৎচাৰেস্কেয়োৰ আৰু তাৰ পিছত সমগ্ৰ পেট্ৰোগ্ৰাড এলেকাৰ নিৰপেক্ষ হৈ থাকিব খোজা সেনাবোৰৰ সকলো দ্বিধা নাইকিয়া হ'ল। তেওঁলোকে বুজি উঠিল যে প্ৰতিবিপ্লৱৰ সন্মুখত নিৰপেক্ষতাৰ কোনো মূল্য নাই। সেই মুহূৰ্তৰ পৰা ৰাচিয়াত নিৰপেক্ষ সৈনিক নোহোৱা হ'ল।

আনফালে জেনেৰেল কালাডিনৰ কচাক বাহিনীয়ে সমগ্ৰ ডন অঞ্চলৰ পৰা চভিয়েটবোৰ উৎখাত কৰি পেলালে। চভিয়েট কৰ্মকৰ্তা আৰু নেতাসকলক হত্যা কৰা হ'ল বা পলাই যাবলৈ বাধ্য কৰা হ'ল। কচাক সেনাবাহিনী এইবাৰ দ্ৰুতগতিৰে উত্তৰলৈ আগবাঢ়িল। কিয়েভ নগৰীতো (ইউক্ৰাইনত) কচাক-সকলে চভিয়েটবোৰ ভাঙি দি নেতাসকলক বন্দী কৰিলে। সেনাবাহিনীৰ আন অংশৰ মাজতো বিভাজন হ'ল। মধিলেভ দুৰ্গৰ সেনাসকলে আগৰ অস্থায়ী চৰকাৰকে সমৰ্থন জনাই যাবলৈ ঠিৰাং কৰিলে।

সশস্ত্ৰ প্ৰতিবিপ্লৱ শক্তিশালী হৈ পৰিল।

## ১৪

# চভিয়েটৰ দ্বিতীয় কংগ্ৰেছ ঃ নতুন যুগৰ শংখধ্বনি



● প্ৰতিবিপ্লৱৰ বিৰুদ্ধে কাৰ্যব্যৱস্থা আৰম্ভ ● সম্মিলিত সমাজবাদী চৰকাৰৰ প্ৰসংগ ● ঐতিহাসিক শান্তিৰ ঘোষণাপত্ৰ গৃহিত ● ভূমি নীতিৰ ঘোষণা ঃ মাটিৰ ওপৰত ব্যক্তিগত মালিকানা বিলুপ্ত ● চ'চিয়েল ৰিভলিউচনেৰী দলৰ ভূমি আৰু কৃষি কাৰ্যসূচী বলচেভিক দলৰ ভূমিনীতিত সন্নিবিষ্ট ● বিপ্লৱী চৰকাৰ গঠনৰ আহুকলীয়া কাম ● লেনিনৰ সভাপতিত্বত ন চৰকাৰ—কাউঞ্চিল অৱ পিপল্‌চ কমিচাৰচ গঠনৰ প্ৰস্তাৱ ● আন্তৰ্জাতিকতাবাদী মানচেভিক আৰু সমাজ গণতান্ত্ৰিক দলৰ বিৰোধিতা ● বাম চ'চিয়েল ৰিভলিউচনেৰী দলৰ বিৰোধিতা আৰু সংযুক্ত সমাজবাদী চৰকাৰ গঠনৰ বাবে আহ্বান ● ৰেল শ্ৰমিক ইউনিয়নৰ দ্বাৰা সংযুক্ত সমাজবাদী চৰকাৰ গঠন নকৰিলে বিৰোধিতাৰ ভাবুকি ● চভিয়েট কংগ্ৰেছৰ দ্বাৰা বলচেভিক চৰকাৰ গঠনৰ প্ৰতি অনুমোদন ● নতুন কাৰ্যকৰী সমিতিৰ নিৰ্বাচন আৰু ঐতিহাসিক দ্বিতীয় কংগ্ৰেছৰ সমাপ্তি।

টীকা আর প্রসংগ ঃ


(1) Reed, John—Ten Days that Shook the World. Progress Publishers, Moscow.

(2) Nanerkov, Albert—The Illustrated History of the Great October Socialist Revolution. Progress Publishers, Moscow.

(3) Carr, E.H.—The Bolshevik Revolution. Vol-1, 2, 3. Pelican Books, London.

প্ৰতিবিপ্লৱী চাকনৈয়াৰ ছিদ্ৰাপ লঙঘতে আমি ইতিমধ্যে চভিয়েটৰ দ্বিতীয় কংগ্ৰেছৰ কথা পাহৰিবলৈকে পেলাইছো। এইবাৰ আমি আকৌ ঐতিহাসিক কংগ্ৰেছৰ অধিৱেশনলৈ উভতি যাওঁ।

প্ৰতিবিপ্লৱৰ জোৱাৰ তীব্ৰ হৈ অহাৰ লগে লগে বিপ্লৱী শিবিৰেও ইয়াক ৰোধ কৰিবলৈ জৰুৰী কাৰ্যব্যৱস্থা হাতত ল'বলৈ ধৰিলে। পেট্ৰোগ্ৰাড চভিয়েট আৰু বৈপ্লৱিক সামৰিক সমিতিৰ তৰফৰপৰা এইবাৰ দৃঢ় পদক্ষেপ লোৱা হ'ল। প্ৰথমে আগৰ অস্থায়ী চৰকাৰৰ সকলো প্ৰাক্তন মন্ত্ৰীকে গ্ৰেপ্তাৰ কৰাৰ কথা ঘোষণা কৰা হ'ল। কেৰেনেস্কিলৈ সহায়-সমৰ্থন আগবঢ়োৱা কামক দেশদ্ৰোহিতা বুলি চিহ্নিত কৰা হ'ল আৰু জেনেৰেল কৰ্নিলভক যেনে তেনে ধৰিব পাৰিলে আটক কৰি পেট্ৰোগ্ৰাডলৈ লৈ আহিবলৈ অধিসূচনা জাৰি কৰা হ'ল। ভূমি সমিতি-বোৰৰ যিমানবোৰ সদস্যক আগৰ চৰকাৰে ফাটেকত দিছিল সকলোকে মুকলি কৰি দিয়া হ'ল। বৈপ্লৱিক জনসাধাৰণ তথা সেনাবাহিনীৰ এটা বহুদিনীয়া গণতান্ত্ৰিক দাবী মানি লৈ মৃত্যুদণ্ডৰ বিলোপসাধন কৰা হ'ল। সকলো চৰকাৰী চাকৰিয়ালক নিজৰ নিজৰ কামত উপস্থিত হৈ কাম কৰি যাবলৈ আদেশ জাৰি কৰা হ'ল। ইতিমধ্যে মূলতে মানচেভিক দলৰ প্ৰভাৱাধীন চৰকাৰী কৰ্মচাৰীসকলে কাম-কাজ চলাই যাবলৈ অমান্তি হৈছিল। নগৰত অশান্তি আৰু লুট-পাট ৰোধ কৰিবৰ বাবে লুট কৰোতাসকলক দেখিলেই গুলি কৰিবলৈ নিৰ্দেশ জাৰি কৰা হ'ল। কচাক সেনাসকলক প্ৰতিবিপ্লৱী অপপ্ৰচাৰত ভোল নাযাবলৈ আপিল জনাই কোৱা হ'ল যে কচাক জমিদাৰসকলৰ মাটি-বাৰীৰ বাহিৰে আন কাৰো ভু-সম্পত্তি বাজেয়াপ্ত কৰা নহ'ব।

আনফালে বলচেভিক দল আৰু বিপ্লৱৰ সমৰ্থকসকলৰ মাজৰ পৰা আকৌ সম্মিলিত চৰকাৰ গঠনৰ প্ৰস্তাৱ উঠিল। মেক্সিম গৰ্কীৰ দৰে বুদ্ধিজীৱিয়েও এই আহ্বান দিলে। এওঁলোকে ভাবিছিল যে সকলো বামপন্থী শক্তি একগোট নহ'লে বিপ্লৱক ৰক্ষা কৰিব পৰা নাযাব, বলচেভিকসকল এঘৰীয়া হৈ পৰিব আৰু প্ৰতিবিপ্লৱে সুবিধা পাব। বলচেভিক দলৰ মাজৰ একাংশ, আনকি কেন্দ্ৰীয় সমিতিৰ কেইজনমান সদস্যয়েও এনেদৰে ভাবিছিল। কিন্তু, লেনিন আৰু ট্ৰটস্কিয়ে ইয়াৰ ঘোৰ বিৰোধিতা কৰিছিল। সম্মিলিত চৰকাৰ গঠনৰ নামত নিজৰ দলৰ নীতি পনীয়া কৰিবলৈ, আপোচ কৰিবলৈ তেওঁলোক প্ৰস্তুত নাছিল। শ্ৰমিক, কৃষক আৰু সৈনিকসকলক লৈহে প্ৰকৃত সম্মিলিত চৰকাৰ হ'ব পাৰে, সুবিধাবাদী সমাজবাদী দলবোৰক লৈ নহয়। নিজৰ নীতিৰ পৰা এখোজ আঁতৰিবলৈ তেওঁলোক অসম্মত হ'ল। এনেতে বাওঁ চ'চিয়েল ৰিভলিউচনেৰীসকল উভতি আহিল আৰু বলচেভিকসকলৰ লগত একেলগে সামৰিক বৈপ্লৱিক সমিতিত কাম কৰি যাবলৈ সন্মত হ'ল। নীতিত অবিচলিত থাকি বলচেভিক দলে নিজৰ শক্তি সমৰ্থন এনেদৰে বঢ়াবলৈ সক্ষম হ'ল।

এনে পৰিস্থিতিৰ মাজত কংগ্ৰেছৰ দ্বিতীয় অধিবেশন আৰম্ভ হ'ল। দুপৰীয়া ১টা বজাত আৰম্ভ হ'ব লগা এই অধিবেশন বহোতে বহোতে গৈ সন্ধ্যা ৮টা ৪০ হ'লগৈ। প্ৰতিনিধি আৰু দৰ্শকেৰে খুন্দা খাই থকা সভাগৃহলৈ সভাপতি মণ্ডলীৰ সদস্যসকল সোমাই আহিল। তেওঁলোকৰ লগতে আহিল লেনিন। লেনিনক দেখাৰ লগে লগে সমগ্ৰ সভাগৃহ জুৰি তুমুল হৰ্ষধ্বনি আৰম্ভ হ'ল।

লেনিনৰ আগমনে সৃষ্টি কৰা প্ৰতিক্ৰিয়াৰ বিষয়ে সাংবাদিক জন ৰীডে লেখিছে,—"চুটি চাপৰ গাঠলু মানুহজন, দৃঢ় কান্ধৰ ওপৰত উঠঙা কপালেৰে মস্ত এটা তপা মুৰ, শক্তিশালী থুতৰিৰ···গাত পুৰণা উৰলিব ধৰা কাপোৰ, জোখতকৈ ঢিলা পেণ্ট···মানুহৰ মাজত প্ৰভুত জনপ্ৰিয়তা অৰ্জন কৰিব পৰা কোনো চেহেৰাই তেওঁৰ নাই – অথচ মানুহৰ পৰা যি শ্ৰদ্ধা আৰু মৰম তেওঁ লাভ কৰিছে, তেনে আদৰ ইতিহাসত অতি কম নেতাইহে লাভ কৰিবলৈ সক্ষম হৈছে। বিস্ময়কৰভাৱে জনপ্ৰিয় এজন নেতা—যি নিজৰ মেধা আৰু জ্ঞান-বুদ্ধিৰ বলতেই এই স্থান লাভ কৰিছে···" ইত্যাদি।

এই ঐতিহাসিক অধিবেশনত লেনিনে এইবাৰ শান্তিৰ প্ৰস্তাৱ দাঙি ধৰিলে। অত্যন্ত সাহসিকতাৰে, সম্পূৰ্ণ একপাক্ষিকভাৱে সমগ্ৰ বিশ্বত যুদ্ধৰ ভয়াবহতাৰ অন্ত ঘটাই শান্তি স্থাপনৰ বাবে ই আছিল এক অভুতপূৰ্ব প্ৰস্তাৱ। এই প্ৰস্তাৱৰ আৰম্ভণিতে অক্টোবৰ বিপ্লৱে প্ৰতিষ্ঠা কৰা শ্ৰমিক কৃষকৰ বিপ্লৱী চৰকাৰৰ তৰফৰ পৰা সমগ্ৰ যুদ্ধত জড়িত জাতি আৰু সেই জাতিবোৰৰ চৰকাৰৰ প্ৰতি তৎকালে এক ন্যায্য আৰু গণতান্ত্ৰিক শান্তিৰ কাৰণে আলোচনা আৰম্ভ কৰাৰ আহ্বান জনোৱা হ'ল। এই শান্তি প্ৰস্তাৱৰ মূল কথাকেইটা আছিল এনে ধৰণৰ।

১। কোনেও আনৰ ৰাজ্য দখল আৰু গ্ৰাস নকৰাকৈ (অৰ্থাৎ আন দেশৰ মাটি তথা আন জাতিসত্বাক বলপূৰ্বকভাৱে নিজৰ ৰাজ্যত সুমুৱাই নোলোৱাকৈ), আৰু যুদ্ধৰ বাবে কোনোধৰণৰ ক্ষতিপূৰণ কোনেও কাকো নিদিয়াকৈ সমগ্ৰ ৰণাঙ্গনত তৎকালে শান্তি স্থাপন কৰা।

২। সকলো জাতিৰ আত্মনিয়ন্ত্ৰণৰ অধিকাৰৰ পূৰ্ণ স্বীকৃতি প্ৰদান। এই দফাৰ অধীনত কোনো সৰু বা দুৰ্বল জাতিক নিজৰ নিশ্চিত আৰু সুস্পষ্ট স্বেচ্ছামূলক সম্মতি তথা আকাংক্ষাৰ অবিহনে এখন বৃহৎ আৰু শক্তিশালী ৰাষ্ট্ৰৰ মাজত তাৰ অন্তৰ্ভুক্তিৰ বিৰোধিতা কৰা হয় আৰু ইতিমধ্যে এনে অৱস্থাত থকা জাতিবোৰক সামান্যতম বাধ্যবাধকতা নথকাকৈ স্বাধীন ভোটদানৰ জৰিয়তে নিজৰ ভাগ্যনিৰ্ণয়, জাতীয় আৰু ৰাজনৈতিক সংগঠনৰ ৰূপ নিৰ্ধাৰণৰ অধিকাৰৰ স্বীকৃতি দিয়া হয়।

৩। বৃহৎ জমিদাৰ তথা উদ্যোগপতিসকলে নিজৰ স্বাৰ্থৰ বাবে বিদেশৰ লগত কৰা সকলো গোপন চুক্তি বাতিল ঘোষণা কৰা হয়, আৰু ভৱিষ্যতে

সকলোৱৰণৰ গোপন কূটনৈতিক কাৰ্যকলাপৰ অৱসান ঘটোৱাৰ লগতে পূৰণা গোপন চুক্তিবোৰ প্ৰকাশ কৰাৰ সিদ্ধান্তও ঘোষণা কৰা হয়।

৪। শান্তি আলোচনাৰ কাম আগবঢ়াই নিবলৈ তৎকালে ন্যূনতম তিনিমাহৰ বাবে যুদ্ধবিৰতিৰ প্ৰস্তাৱ কথা হয়।

৫। ইংলেণ্ড, ফ্ৰান্স আৰু জাৰ্মান জাতিৰ শ্ৰমিক আৰু মেহনতী জনতাক যুদ্ধৰ বিভীষিকাৰ অন্ত পেলাই শান্তিৰ পৰিবেশ ৰচনা তথা সমগ্ৰ শোষণ নিৰ্যাতনৰ বিৰুদ্ধে জনতাৰ মুক্তিৰ কাৰণে তৎপৰ হ'বৰ বাবে আহ্বান জনোৱা হয়।

যুদ্ধৰ যৱনিকা পেলাবৰ বাবে এই শান্তি প্ৰস্তাৱ গ্ৰহণ কৰিবলৈ কংগ্ৰেছৰ আগত লেনিনে উত্থাপন কৰে। সমগ্ৰ সভাকক্ষ প্ৰচণ্ড উৎসাহ উদ্দীপনাৰে পূৰ্ণ হৈ উঠে। সাধাৰণ কেতবোৰ ওজৰ আপত্তি দৰ্শালেও প্ৰস্তাৱৰ মূল বিষয়ৰ কোনেও বিৰোধিতা নকৰিলে। অৱশেষত নিশা ১০ বাজি ৩৫ মিনিটত যুদ্ধৰ ভয়াবহতাৰ অন্তপেলাই এক অভূতপূৰ্ব উপায়েৰে—এখন শ্ৰমিক-কৃষক চৰকাৰৰ তৰফৰ পৰা বিশ্বৰ অগ্ৰণী জাতিবোৰৰ প্ৰতি আগবঢ়োৱা এই শান্তিৰ প্ৰস্তাৱ চভিয়েটৰ দ্বিতীয় কংগ্ৰেছে সৰ্বসম্মতিক্ৰমে গ্ৰহণ কৰে।

বহুদিনৰ পৰাই ৰুচ গণতন্ত্ৰ তথা জনসাধাৰণৰ এটা প্ৰধান দাবী আছিল যিকোনো প্ৰকাৰে সাম্ৰাজ্যবাদী যুদ্ধৰ অৱসান ঘটাই শান্তিৰ উদ্যোগ আৰম্ভ কৰা। কিন্তু জাৰতন্ত্ৰ উৎখাতৰ পাছত কোনো অস্থায়ী চৰকাৰে এনে এটা পদক্ষেপ ল'বলৈ সাহস কৰা নাছিল; কেৰেনেস্কি আৰু আন নেতাসকলে, মানচেভিক মন্ত্ৰীসকলে বিদেশৰ লগত কৰা মিত্ৰতাৰ দোহাই দি বিজয় লাভ নকৰা পৰ্যন্ত যুদ্ধ চলাই যোৱাৰ কথাহে কৈ আহিছিল। এই প্ৰথমবাৰৰ বাবে এটা বিপ্লৱী চৰকাৰে যুদ্ধৰ পৰিবৰ্তে শান্তি স্থাপনৰ প্ৰস্তাৱ ৰাখিলে। যুদ্ধক্লান্ত ৰাচিয়া আৰু ইউৰোপৰ আন দেশৰ সাধাৰণ ৰাইজৰ মাজত এই কাৰ্যই এক নতুন আশা, নতুন উদ্দীপনাৰ সৃষ্টি কৰিলে। এনে শান্তি প্ৰস্তাৱৰ বিৰোধিতা কৰাসকলৰ দৰে বলচেভিক নেতাসকলেও জানিছিল যে এনে প্ৰস্তাৱ বাকীবোৰ যুদ্ধৰত চৰকাৰে, ৰাচিয়াৰ মিত্ৰ সকলেও প্ৰত্যাখ্যান কৰিব পাৰে—আৰু তেনে কৰাৰ সম্ভাৱনাই বেছি, শান্তিৰ প্ৰচেষ্টা বিফলো হ'ব পাৰে। কিন্তু অসফল হ'ব বুলি পূৰ্বধাৰণা লৈ শান্তিৰ চেষ্টা নকৰাটো তেওঁলোকে কেৱল মূৰ্খামীয়েই নহয়; শ্ৰমজীৱী জনগণ, শ্ৰমিক, কৃষক, সৈনিকসকলৰ প্ৰতি বিশ্বাসঘাটকতা সূচক এক অনৈতিক কাম হ'ব বুলিও গণ্য কৰিছিল।

শান্তি স্থাপন বলচেভিকসকলৰ বাবে কেৱল এটা কৌশলগত বা ৰাজনৈতিক প্ৰশ্ন নাছিল, ই আছিল এক দৃঢ় আদৰ্শগত স্থিতিৰ বিষয়। সেয়ে শান্তিৰ প্ৰস্তাৱ ল'বৰ বেলিকা তেওঁলোকে কোনো দ্বিধা কৰা নাছিল। মিত্ৰপক্ষ, শত্ৰুপক্ষ সকলোৱেই এই প্ৰস্তাৱ বিৰোধিতা বা প্ৰত্যাখ্যান কৰিব পাৰে বুলিও তেওঁলোকে জানিছিল। তেওঁলোকে আশা কৰিছিল যে এনে এক বৈপ্লৱিক প্ৰস্তাৱ আগবঢ়োৱাৰ পাছত

শত্ৰুদেশ, বিশেষকৈ জাৰ্মানীৰ শ্ৰমিক শ্ৰেণী আৰু জনগণেও শান্তিৰ বাবে নিজক চৰকাৰক হেঁচা দিব ; ইংলেণ্ড আৰু ফ্ৰান্সতো একে ঘটনাই ঘটিব ; আৰু বুঢ় শাসকশ্ৰেণীৰ লগত এইবোৰ দেশৰ বুৰ্জোৱা শাসকসকলৰ গোপন চুক্তিবোৰ উন্মোচন কৰি দিয়াৰ লগে লগে সাম্ৰাজ্যবাদী যুদ্ধৰ প্ৰকৃত চৰিত্ৰও সকলোৰে বাবে স্পষ্ট হৈ পৰিব, এক আন্তৰ্জাতিক শান্তি আন্দোলন গঢ়ি উঠিব, আৰু তেতিয়া হয়তো প্ৰকৃত শান্তি প্ৰতিষ্ঠা সম্ভৱপৰ হৈ উঠিব।

লেনিনৰ এই শান্তি প্ৰস্তাৱে বাচিয়াত কিন্তু এক অভূতপূৰ্ব আনন্দ আৰু জাগৰণৰ সৃষ্টি কৰিবলৈ সক্ষম হ'ল। ক্লান্ত সেনা, নাবিক, শ্ৰমিক, খেতিয়ক সকলো আসন্ন শান্তিৰ পত্যাশাত অধীৰ হৈ উঠিল। স্বাভাৱিকতেই যুদ্ধ চলাই যোৱাত ন্যস্তস্বাৰ্থ নিহিত থকা বুৰ্জোৱা, বেপাৰীসকল ক্ৰুদ্ধ হ'ল। শান্তিৰ এই সাহসী প্ৰস্তাৱে জনমানসত বলচেভিক দলৰ উদ্দেশ্য সম্পৰ্কে এক নতুন আস্থাৰ সৃষ্টি কৰিলে, বিপ্লৱৰ প্ৰক্ৰিয়াক ই ত্বৰান্বিত কৰি তুলিবলৈ সক্ষম হ'ল।

ইয়াৰ পিছতেই বলচেভিক দলৰ তৰফৰ পৰা লেনিনে বিপ্লৱৰ অন্যতম গুৰুত্বপূৰ্ণ দলিল খচৰা ভূমিনীতিৰ প্ৰস্তাৱ তুলি ধৰিলে। শান্তিৰ প্ৰস্তাৱৰ দৰে ইয়ো আছিল এক অভূতপূৰ্ব প্ৰস্তাৱ। ইয়াৰ আগতে আমি বিভিন্ন অধ্যায়ত বলচেভিক দলৰ ভূমি নীতিৰ সম্পৰ্কে মনোভাব আৰু স্থিতিৰ বিষয়ে আলোচনা কৰি আহিছো—কেনেদৰে তেওঁলোকে এই নীতি বিভিন্ন সময়ৰ অভিজ্ঞতাৰ মাজেৰে বিকশাই তুলিছিল, তাকো কৈ অহা হৈছে। এতিয়া ক্ষমতা দখল কৰাৰ পিছতেই তেওঁলোকে ইমান দিনৰ নীতি আৰু আদৰ্শবোৰ বাস্তৱত ৰূপায়ন কৰাৰ বাটত আগ বাঢ়িল। ভূমি নীতিৰ মূল দফাবিলাক আছিল এনেধৰণৰ ঃ

১। মাটিৰ ওপৰত সকলোধৰণৰ ব্যক্তিগত মালিকানাৰ বিনা ক্ষতিপূৰণে অৱসান ঘটোৱা হ'ল। এতিয়াৰ পৰা কোনো ব্যক্তিয়ে মাটি বিক্ৰী কৰিব, জামিনত দিব, ভাৰাত দিব বা আন কোনোধৰণে হস্তান্তৰিত কৰিব নোৱাৰিব।

২। জমিদাৰ আৰু ভূস্বামীসকলৰ সকলো মাটি আৰু থাত-পাম, সকলো ৰাজকীয় মাটি, মঠ-মন্দিৰ আৰু গীৰ্জাৰ অধীনৰ সকলো ভূ-সম্পত্তি, সমূহীয়া মাটি, জীৱ-জন্তু, যা-যতন আৰু ঘৰ আদি সকলো বিনাক্ষতিপূৰণেৰে বাজেয়াপ্ত কৰা হ'ল।

৩। মাটি এতিয়াৰ পৰা সমগ্ৰ ৰাষ্ট্ৰৰে সম্পত্তি হ'ব।

৪। সাংবিধানিক সভা নবহা পৰ্যন্ত এই আটাইবোৰ ভূ-সম্পত্তি চহৰৰ ভূমি সমিতি আৰু জিলাভিত্তিক খেতিয়ক সদস্যৰ চভিয়েটবোৰৰ হাতলৈ হস্তান্তৰিত কৰা হ'ল। আৰু এই সমিতিবোৰৰ ওপৰত ভূমি আৰু অন্যান্য কৃষি সম্পত্তিৰ সম্পূৰ্ণ ৰক্ষণাবেক্ষণৰ দায়িত্ব দিয়া হ'ল।

৫। সাংবিধানিক সভাই বৈপ্লৱিক ভূমিসংস্কাৰ সম্পৰ্কে চূড়ান্ত সিদ্ধান্ত

নোলোৱা পৰ্যন্ত অৰ্থ ৰূচ খেতিয়ক প্ৰতিনিধিৰ চভিয়েটৰ দ্বাৰা গৃহীত আৰু ইজভেস্তিয়া কাকতৰ ৮৮নং সংখ্যাত প্ৰকাশিত 'নাকাজ' বা নিৰ্দেশাৱলী অনুযায়ী ভূমিৰ ব্যৱস্থাপনা কৰা হ'ব।

৬। খেতিয়ক আৰু সেনাবাহিনীত থকা কচাকসকলৰ মাটি বাজেয়াপ্ত কৰা নহ'ব। ইত্যাদি।

এইখিনিতেই এটা মন কৰিবলগীয়া কথা হ'ল যে বলচেভিক দলে ভূমি নীতিৰ প্ৰস্তাৱত ইজভেস্তিয়া কাকতৰ সম্পাদক মণ্ডলীয়ে প্ৰস্তুত কৰা আৰু কৃষক চভিয়েটে গ্ৰহণ কৰা যিবোৰ নীতি নিৰ্দেশনা সুমুৱাই ল'লে সেইবোৰ আছিল মূলতে চ'চিয়েল ৰিভলিউচনেৰী দলৰ উদ্যোগত নিৰ্ধাৰিত হোৱা নীতি। এই প্ৰশ্নটোতে পাছত এই দলে তেওঁলোকৰ নীতি বলচেভিকসকলে চুৰি কৰা বুলি অভিযোগ তুলিছিল। এই সুচিন্তিত নীতিবোৰ সঁচাকৈয়ে বিপ্লৱক আগবঢ়াই নিবৰ বাবে অনুকূল আছিল আৰু বাচিয়াৰ ব্যাপক কৃষক বাইজৰ এই কাৰ্যসূচীৰ প্ৰতি গভীৰ সমৰ্থন আছিল। বলচেভিকসকলে এই কাৰ্যসূচী গ্ৰহণ কৰি ৰাজনৈতিক বিচক্ষণতাৰ পৰিচয় দিছিল।

এই নাকাজ বা নিৰ্দেশাৱলীত থকা আন গুৰুত্বপূৰ্ণ দিশবোৰ আছিল এনে ধৰণৰ—

(ক) মাটিৰ তলত থকা তেল, কয়লা আৰু আন খনিজাত বস্তু আৰু ৰাষ্ট্ৰীয়-ভাৱে গুৰুত্বপূৰ্ণ অৰণ্য আৰু জলাশয় ৰাষ্ট্ৰৰ সম্পত্তি হ'ব। এতিয়াৰ দৰে ই ব্যক্তিগত সম্পত্তি নহ'ব। সৰু অৰণ্য আৰু জান-জুৰি আদিবোৰ ৰাইজৰ সমূহীয়া সম্পত্তি হ'ব।

(খ) সকলো ধৰণৰ বাগিছা, বাগান আদিক আদৰ্শ পামলৈ ৰূপান্তৰ কৰা হ'ব আৰু এইবোৰ গুৰুত্ব অনুযায়ী ৰাষ্ট্ৰৰ বা ৰাইজৰ সমূহীয়া সম্পত্তি হ'ব।

(গ) সকলো জীৱ-জন্তুৰ পাম, জীৱ-জন্তু তথা পক্ষী প্ৰজনন পাম ৰাষ্ট্ৰৰ সম্পত্তি হ'ব।

(ঘ) এই আটাইবোৰৰ বাবে ক্ষতিপূৰণৰ প্ৰশ্নটো সাংবিধানিক সভাই নিষ্পত্তি কৰিব।

(ঙ) যি নিজে বা নিজা পৰিয়ালৰ সদস্যসকলৰ সহায়ত মাটিত খেতি কৰিব খোজে, তেনে সকলো নাগৰিকক ( পুৰুষ স্ত্ৰী নিৰ্বিশেষে ) মাটি ব্যৱহাৰ কৰাৰ অধিকাৰ প্ৰদান কৰা হৈছে। এই মাটিত তেওঁলোকে হাজিৰা দি কোনো শ্ৰমিক নিয়োগ কৰিব নোৱাৰিব।

(চ) কোনোবাই কিবা অসুবিধাত দুবছৰলৈকে নিজা মাটিত খেতি কৰিব নোৱাৰিলে তেওঁৰ মাটিত গাঁওসমূহৰ বাকীসকলোৱে সমূহীয়াভাৱে খেতি কৰি দিব। অসুখ বা বৃদ্ধ অৱস্থাৰ বাবে কোনো লোকে খেতি

কৰিব নোৱৰা হ'লে তেওঁৰ মাটি ৰাষ্ট্ৰৰ হাতলৈ ঘূৰি যাব আৰু তাৰ পৰিবৰ্তে তেওঁক পেঞ্চন দিয়া হ'ব।

(ছ) ভূমি সকলো ঠাইতে স্থানীয় অৱস্থা আৰু প্ৰয়োজনৰ ওপৰত ভিত্তি কৰি সকলোৰে মাজত সমানভাৱে খেতি কৰিবলৈ দিয়া হ'ব।

(জ) যিবোৰ এলেকাত জনসংখ্যাৰ তুলনাত মাটি কম, সেইবোৰ অঞ্চলৰ পৰা মানুহক আন মাটি থকা ঠাইলৈ প্ৰব্ৰজন কৰিবলৈ উদ্‌গনি দিয়া হ'ব।

(ঝ) ৰাজেয়াপ্ত্ কৰা সকলো মাটিক সামৰি এটা সমূহীয়া ভূমি পুঁজি গঠন কৰা হ'ব (এই পুঁজিৰ ব্যৱস্থাপনাৰ নিৰ্দেশে এই নাকাজত দিয়া হৈছিল)।

ওপৰত ভূমিনীতি সম্পৰ্কে ইজভেষ্টিয়া কাকতত যিখন নাকাজ বা নিৰ্দেশ-নামা প্ৰকাশ কৰা হৈছিল, আৰু যিখন নিৰ্দেশনামা সাংবিধানিক সভাই ভূমি-সংস্কাৰৰ নিয়মাৱলী গ্ৰহণ নকৰা পৰ্যন্ত বলচেভিক দলে নিজৰ ভূমি-নীতিত সুমুৱাই লৈ চভিয়েটৰ কংগ্ৰেছত গৃহীত কৰাইছিল, তাৰ কিছু গুৰুত্ব-পূৰ্ণ দফাহে ইয়াত দিয়া হ'ল। এই দফাবোৰো মূল দফাৰ আক্ষৰিক অনুবাদ নহয়, অৰ্থানুবাদহে।

বলচেভিক দলৰ এই ভূমি নীতিয়ে চভিয়েট অধিবেশনত তোলপাৰ তুলিলে। বাওঁ চ'চিয়েল ৰিভলিউচনেৰী দলে নীতিগতভাৱে ভূমিনীতিৰ প্ৰতি আদৰণি জনালেও ইয়াক সমৰ্থনৰ ক্ষেত্ৰত প্ৰথমে দলীয় বৈঠকত সিধান্ত ল'ব লাগিব বুলি ঘোষণা কৰিলে। আন্তৰ্জাতিকতাবাদী মানচেভিকসকলেও একে অৱস্থান গ্ৰহণ কৰিলে। সৰু সৰু গোট কিছুমানে ইয়াৰ প্ৰতি সম্পূৰ্ণ সমৰ্থন আগবঢ়ালে।

অৱশেষত নিশা ২ বজাত এই ভূমিনীতি গ্ৰহণৰ বাবে ভোটগ্ৰহণ অনুষ্ঠিত হ'ল। মাত্ৰ এজন সদস্যইহে ইয়াৰ বিপক্ষে ভোট দিলে, বাকী কংগ্ৰেছৰ সকলোৱে প্ৰচণ্ড হৰ্ষধ্বনিৰ মাজেৰে ইয়াক গ্ৰহণ কৰিলে। এই ভূমিনীতি গ্ৰহণৰ লগে লগে সমগ্ৰ ৰাচিয়াৰ গাঁৱে গাঁৱে সাধাৰণ ৰাইজে বিপ্লৱৰ কামত প্ৰত্যক্ষভাৱে অংশগ্ৰহণ কৰিব পৰা এখন কাৰ্যসূচী প্ৰস্তুত হৈ ওলাল—বিপ্লৱ এইবাৰ সঁচাকৈয়ে দেশৰ তৃণমূলে পৰ্যায়লৈ সম্প্ৰসাৰিত হৈ পৰিল। প্ৰতিখন গাঁও, প্ৰতি চহৰত এতিয়া কৃষক চভিয়েটবোৰে এক বৈপ্লৱিক পৰিকল্পনা বাস্তৱত ৰূপায়িত কৰিব পাৰিব। বিপ্লৱ এইবাৰ ৰাজধানীৰ পৰা, চহৰৰ পৰা, ৰাচিয়াৰ সহস্ৰ গাঁৱৰ চুকে কোণে বিয়পি পৰিল।

ইয়াৰ পিছত আহিল চৰকাৰ গঠনৰ কাম।

কামানেভে এক নতুন চৰকাৰ গঠন সম্পৰ্কে এটা প্ৰস্তাৱ কংগ্ৰেছৰ আগত পাঠ কৰি শুনালে।

সাংবিধানিক সভাৰ অধিবেশন আৰম্ভ হোৱা পৰ্যন্ত দেশৰ কাম-কাজ চলাই ৰখাৰ বাবে এক অন্তৰ্বৰ্তীকালীন শ্ৰমিক আৰু কৃষকৰ চৰকাৰ গঠন কৰাৰ প্ৰস্তাৱ ৰখা হ'ল। এই প্ৰশাসনিক গোট বা চৰকাৰৰ নাম ৰখা হ'ল 'জনগণৰ কমিচাৰ-সকলৰ কাউঞ্চিল—কাউঞ্চিল অব্ পিপল্‌চ কমিচাৰচ।'

প্ৰশাসনৰ প্ৰতিটো বিভাগ পৰিচালনাৰ বাবে একোখনকৈ কমিচন গঠন কৰা হ'ব। প্ৰতিখন কমিচনে কংগ্ৰেছৰ দ্বাৰা গৃহীত নীতি আৰু সিদ্ধান্ত অনুযায়ী শ্ৰমিক, মহিলা, নাৱিক, সৈনিক, খেতিয়ক আৰু চৰকাৰী কৰ্মচাৰীসকলৰ গণসংগঠনবোৰৰ লগত ই ঘনিষ্ঠভাৱে দেশৰ প্ৰশাসনৰ কাম-কাজ চলাব। প্ৰতিখন কমিচনৰ সভাপতিজনক জনগণৰ কমিচাৰ বোলা হ'ব আৰু এই কমিচাৰ সকলৰ সমবেত মণ্ডলীখনেই হ'ব নতুন চৰকাৰ। এই চৰকাৰ কাৰ্যত সৰ্ব ৰুচ চভিয়েট কংগ্ৰেছ আৰু ইয়াৰ কাৰ্যকৰী সমিতিৰ ওচৰত দায়বদ্ধ থাকিব আৰু চৰকাৰৰ সদস্যৰ ৰদ-বদল এই দুইটা সংগঠনে কৰিব পাৰিব।

ইয়াৰ পিছত কামানেভে নতুন চৰকাৰৰ কমিচাৰসকলৰ নাম ঘোষণা কৰিলে। প্ৰতিটো নাম ঘোষণা কৰাৰ লগে লগে কংগ্ৰেছৰ সভাকক্ষ হৰ্ষধ্বনিৰে উত্তাল হৈ উঠিল।

কাউঞ্চিলৰ সভাপতি—ভ্লাদিমিৰ উলিয়ানভ ( লেনিন )

অভ্যন্তৰ বিভাগ—এ. আই. ৰাইকভ

কৃষি—ভি. পি. মিলিউটিন

শ্ৰম—এ. জি শ্লিয়াপনিকভ

সামৰিক আৰু নৌবহৰ : ভি. এ. ওভচেয়েঙ্কো ( এন্তোনভ ), এন. ভি. ক্ৰিলেংকো আৰু পি. ই. দিবেঙ্কো

বাণিজ্য আৰু শিল্প : ভি. পি. নগিন

জনশিক্ষা—আনাতলি লুনাচাৰ্স্কি

বিত্ত—আই. আই. স্কভৰ্চভ ( ষ্টেপানভ )

পৰৰাষ্ট্ৰ—এল. দি. ব্ৰনষ্টাইন (ট্ৰট্স্কি )

আইন—জি. আই. ওপেপাকভ ( লমোভ )

যোগান—আই. এ. তেওঁদৰোভিচ্।

ডাক তাঁৰ—এ. পি. অভিলভ ( গ্লোবোভ )

জাতিসত্ত্বা—আই. ভি. দুজোগাচ্‌ভিলি ( ষ্টেলিন )

ৰেলপথ—এই বিভাগৰ পদৰীটো খালী ৰখা হ'ল।

বিপ্লৱে এইবাৰ ইয়াৰ প্ৰশাসনীয় যন্ত্ৰ-বিপ্লৱী চৰকাৰ সৃষ্টি কৰিলে।

এই চৰকাৰ প্ৰথমে বলচেভিক দলৰ নেতাসকলক লৈয়েই গঠিত হৈছিল। বাকীবোৰ সহযোগী দলে তেতিয়াও এখন বিপ্লৱী চৰকাৰ গঠন কৰা আৰু ইয়াত অংশগ্ৰহণ কৰাৰ সম্পৰ্কত দ্বিধাদ্বন্দত ভুগিছিল—তেওঁলোকে তেতিয়াও সিদ্ধান্ত

লৈ'ব পৰা নাছিল। চৰকাৰ গঠনৰ তালিকা ঘোষণা কৰাৰ লগে লগে আন্তৰ্জাতিকতাবাদী মানচেভিকসকলৰ তৰফৰ পৰা দেশৰ সংকটময় আভ্যন্তৰীণ তথা খাদ্য পৰিস্থিতিৰ কথা কৈ এনে এক সময়ত কোনো ধৰণৰ হঠকাৰী পদক্ষেপ নল'বলৈ সতৰ্ক কৰি দি কোৱা হৈছিল যে শান্তিৰ প্ৰস্তাৱৰ ক্ষেত্ৰত যদি ৰাচিয়া বিফল হয় তেনে ৰাচিয়া এৰৰীয়া হৈ পৰিব। আৰু ৰাচিয়া এৰৰীয়া হৈ পৰাৰ অৰ্থ হ'ব হয় জাৰ্মানীৰ হাতত ৰাচিয়াৰ পৰাজয় নাইবা ৰাচিয়াক বাদ দি, ৰাচিয়াৰ স্বাৰ্থ জলাঞ্জলি দি অষ্ট্ৰো-জাৰ্মান গোট আৰু ব্ৰেংক-বৃটিছ গোটৰ মাজত স্বকীয়া শান্তিস্থাপন। ইতিমধ্যে—পৰিত্ৰাণ সমিতি আৰু ইয়াৰ প্ৰতি বিদেশী শক্তিৰ সমৰ্থনৰ জৰিয়তে প্ৰতিবিপ্লৱে মূৰ দাঙি উঠিছেই। এনে পৰিস্থিতি কোনো এটা দলে নিজাকৈ চম্ভালিব নোৱাৰে, সকলো সমাজবাদী দলৰ এক সৰ্বজনগ্ৰাহ্য সম্মিলিত চৰকাৰেহে এই কাম কৰিব পাৰিব। এই দল তথা আন্তৰ্জাতিক সমাজ গণতান্ত্ৰিক সকলৰ তৰফৰ পৰা আকৌ এবাৰ সম্মিলিত সমাজবাদী চৰকাৰ গঠনৰ প্ৰস্তাৱ ৰখা হয়।

বাম চ'চিয়েল বিভলিউচনেৰীসকলেও এই মুহূৰ্তত চৰকাৰত অংশ গ্ৰহণ কৰিবলৈ অমান্তি হ'ল।

তেওঁলোকে যুক্তি দিলে যে চৰকাৰত অংশগ্ৰহণ কৰি তেওঁলোকে নিজকে এতিয়াই আন আন বিপ্লৱীদল তথা চভিয়েটৰ কংগ্ৰেছ বৰ্জন কৰা সেনাবাহিনীৰ অংশবোৰৰ পৰা বিচ্ছিন্ন কৰি পেলাব নিবিচাৰে, বৰঞ্চ বলচেভিক দল তথা বিপ্লৱী গণতন্ত্ৰত বিশ্বাসী আনবোৰ সংগঠনৰ মাজত যোগসূত্ৰ ৰক্ষাকাৰী ভূমিকা এটাহে ই পালন কৰিব বিচাৰে। দেশৰ এই পৰিস্থিতিত এটা সম্মিলিত সমাজবাদী চৰকাৰৰ বাহিৰে আন চৰকাৰ তিষ্ঠি থাকিব নোৱাৰে।

সম্মিলিত সমাজবাদী চৰকাৰৰ প্ৰসংগত বলচেভিক দলৰ হৈ ট্ৰটস্কিয়ে উত্তৰ দিয়ে। চভিয়েট কংগ্ৰেছৰ আগত তেওঁ কয় যে—

"বলচেভিক দল এৰৰীয়া হৈ পৰিব বুলি কোৱা কথাষাৰ একো নতুন কথা নহয়। অভ্যুত্থানৰ আগতেও এই কামত আগবাঢ়িলে আমি অকলশৰীয়া হৈ পৰাজিত হম বুলি আটায়ে কৈছিল। সেইসময়ত আমাৰ লগত সামৰিক বৈপ্লৱিক সমিতিত বাওঁ চ'চিয়েল বিভলিউচনেৰীসকলৰ একাংশৰ বাহিৰে আন কোনো নাছিল। তেনেহ'লে কেনেকৈনো আমি প্ৰায় বিনা ৰক্তপাতে চৰকাৰ স্থানচ্যুত কৰিবলৈ সক্ষম হ'লো?—ইয়েই প্ৰমাণ কৰে যে আমি প্ৰকৃততে অকলশৰীয়া হৈ পৰা নাই। আচলতে অস্থায়ী চৰকাৰখনহে বিচ্ছিন্ন হৈ পৰিছিল। আমাৰ বিৰুদ্ধাচৰণ কৰা গণতান্ত্ৰিক দলবোৰহে অকলশৰীয়া হৈ পৰিছিল, আজিও পৰিছে—আৰু চিৰদিনৰবাবেই সৰ্বহাৰাশ্ৰেণীৰ পৰা বিচ্ছিন্ন হৈ পৰিছে।

তেওঁলোকে আজি এটা সম্মিলিত চৰকাৰৰ কথা কৈছে! আজি কেৱলমাত্ৰ

এটা সম্মিলনেই সম্ভৱপৰ হ'ব পাৰে—সি হ'ল শ্ৰমিক, সৈনিক আৰু গৰীব কৃষকসকলৰ সম্মিলন। কোন ধৰণৰ সম্মিলননো হ'ব লাগে? জনগণৰ প্ৰতি বিশ্বাসঘাটকতা কৰা অস্থায়ী চৰকাৰক সমৰ্থন কৰাসকলৰ লগত সম্মিলন? সম্মিলনে বা কৱালিচনে সদায় শক্তি বৃদ্ধি নকৰে।"

ট্ৰট্স্কিয়ে বিভিন্ন দলৰ নেতাসকলৰ লগত সংযুক্ত চৰকাৰ গঠন কৰি যে বিপ্লৱ আগবাঢ়িব নোৱাৰে, কাৰণ সেই নেতাসকলৰ নীতিয়েই হ'ল, বিপ্লৱ বিৰোধী; এই কথা প্ৰতিপন্ন কৰিলে। তেওঁ কংগ্ৰেছক ক'লে যে "এই নেতাসকলে আজি ভয় দেখুৱাইছে যে আনে ৰাচিয়াৰ স্বাৰ্থ জলাঞ্জলি দি একপক্ষীয়ভাৱে শান্তি স্থাপন কৰিব পাৰে, কিন্তু এটা কথা ঠিক যে যদি ইউৰোপত সাম্ৰাজ্যবাদী বুৰ্জোৱাৰ শাসন বৰ্তি থাকে, বিপ্লৱী ৰাচিয়াৰ স্থিতিয়েই সংকটাপূৰ্ণ হৈ পৰিব।

—আজি দুটাই বিকল্প আছে। হয় ৰাচিয়াৰ বিপ্লৱে সমগ্ৰ ইউৰোপ জুৰি এক বৈপ্লৱিক আন্দোলনৰ সূচনা কৰিব, নহ'লে ইউৰোপীয় শক্তিবোৰে ৰুচ বিপ্লৱক ধ্বংস কৰিব।"

ট্ৰট্স্কিৰ এই বক্তৃতাৰ পিছত সমগ্ৰ চভিয়েট কংগ্ৰেছৰ সভাৰ তুমুল হৰ্ষধ্বনিৰে পূৰ্ণ হৈ উঠিল। বলচেভিক দলৰ চৰকাৰ গঠন আৰু ক্ষমতাৰ জয়যাত্ৰা বিপ্লৱী আশাবাদেৰে পৰিপূৰ্ণ সেই পৰিস্থিতত প্ৰায় অপ্ৰতিৰোধ্য হৈ পৰিল।

এনেতে এটা ঘটনা ঘটিল।

ৰাচিয়াৰ আটাইতকৈ ডাঙৰ শ্ৰমিক সংগঠন 'ইউনিয়ন অৱ ৰেলৱে ৱৰকাৰ্চৰ' কাৰ্যকৰী সমিতি ভিক্জেলৰ এজন মুখপাত্ৰ কথা ক'বলৈ ঠিয় হ'ল। তেওঁ ঘোষণা কৰিলে যে—যদি বলচেভিকসকলে এনেদৰে নিজকে ৰুচ গণতন্ত্ৰৰ বাকী অংশবোৰৰ পৰা বিচ্ছিন্ন কৰি তোলে (অৰ্থাৎ যদি বলচেভিকসকলে চৰকাৰ গঠন কৰে) তেনেহ'লে ৰেলৱে শ্ৰমিকসকলে তেওঁলোকক সমৰ্থন নকৰে। এই কংগ্ৰেছৰ অধিবেশনলৈ ৰাচিয়াৰ সৰ্ববৃহৎ শ্ৰমিক ইউনিয়ন ভিক্জেলক নিমন্ত্ৰণ কৰা হোৱা নাই। ভিক্জেলে চ'চিয়েল ৰিভলিউচনেৰী আৰু মানচেভিক সকল ওলাই যোৱাৰ পাছত এই চভিয়েটক বৈধ বুলিও গণ্য নকৰে। সেয়ে ইউনিয়নে (ভিক্জেলে) প্ৰথম চভিয়েটৰ কাৰ্যকৰী সমিতিক (ৎচেকাকক) সমৰ্থন কৰে আৰু এই চভিয়েটৰ নতুন কাৰ্যকৰী সমিতি তথা চৰকাৰ গঠনৰ এক্তিয়াৰ আছে বুলিও নাভাৱে। বৰ্তমান সময়ত সকলোবোৰ সমাজবাদী আৰু বিপ্লৱী শক্তিৰ এক সম্মিলিত চৰকাৰ গঠন কৰাটো প্ৰয়োজন আৰু তেনে এখন চৰকাৰ গঠন নোহোৱা পৰ্যন্ত ভিক্জেলে ইয়াৰ অনুমতি অবিহনে নতুন চৰকাৰৰ কোনো নিৰ্দেশ পালন নকৰিবলৈ ৰেল শ্ৰমিকসকলক আদেশ দিছে আৰু ৰাচিয়াৰ ৰেল প্ৰশাসনৰ সমগ্ৰ দায়িত্ব নিজে গ্ৰহণ কৰিছে।

সভাপতি মণ্ডলীয়ে দ্বিতীয় কংগ্ৰেছ অবৈধ বুলি কৰা অভিযোগ অস্বীকাৰ কৰিলেও ভিক্‌জেলৰ এই ঘোষণাত চিন্তিত হৈ পৰিল।

ভিক্‌জেলৰ এই ঘোষণাৰেও বিপ্লৱৰ গতি কিন্তু ৰোধ কৰিবলৈ সক্ষম নহ'ল। নতুন চৰকাৰ—কাউন্সিল অৱ পিপ্‌লচ কমিচাৰ গঠনৰ বলচেভিক প্ৰস্তাৱ বিপুল ভোটাধিক্যৰে কংগ্ৰেছত গৃহীত হ'ল।

ইয়াৰ পাছত ১০০ জনীয়া কংগ্ৰেছৰ কাৰ্যকৰী সমিতি গঠন কৰা হ'ল। ইয়াৰ ৭০ জন সদস্য হ'ল বলচেভিক দলৰ। কংগ্ৰেছ পৰিত্যাগ কৰি ওলাই যোৱা বাকী বিপ্লৱী সংগঠন তথা কৃষকসকলৰ যোগদানৰ বাবে ইয়াত স্থান খালী ৰখা হ'ল। (পিছত এই কাৰ্যকৰী সমিতিৰ সদস্য সংখ্যা বহুখিনি বঢ়োৱা হয়)। কাৰ্যকৰী সমিতিৰ নিৰ্বাচনৰ পিছতেই দ্বিতীয় সদৌ ৰুচ-চভিয়েট কংগ্ৰেছৰ আনুষ্ঠানিকভাৱে পৰিসমাপ্তি ঘটে। অতি কম সময়ৰ ভিতৰতে, নানান প্ৰতিকূলতা আৰু বাধা বিপত্তি সত্ত্বেও এই দ্বিতীয় কংগ্ৰেছে ৰাচিয়াত প্ৰথম বাৰৰ বাবে বুৰ্জোৱাৰ শাসনৰ অন্ত পেলায় এখন শ্ৰমিক-কৃষকৰ চৰকাৰ গঠন কৰে আৰু দেশৰ বৈপ্লৱিক ৰূপান্তৰৰ বাবে এলানী যুগান্তকাৰী কাৰ্যসূচীত অনুমোদন জনায়।

এটা ঐতিহাসিক অধ্যায়ৰ যৱনিকা পৰে।

বিপ্লৱ-প্ৰতিবিপ্লৱৰ খকাখুন্দাৰ মাজেৰে, গৃহযুদ্ধৰ ৰক্তাক্ত পথেৰে এইবাৰ সমাজবাদী বিপ্লৱৰ ঘটনাৱলী আগবাঢ়িবলৈ আৰম্ভ কৰে।

# ১৫

## বিপ্লৱৰ ৰথচক্ৰ



● কেৰেনস্কিৰ কচাক বাহিনীক বাধা দিবলৈ গণ উদ্যোগ ● মস্কোৰ সশস্ত্ৰ প্ৰতিবিপ্লৱৰ সূচনা ● মস্কোৰ সশস্ত্ৰ প্ৰতিবিপ্লৱ দমন ● ৎচাৰেস্কেয়ো চেলৰ যুদ্ধত কচাক বাহিনীৰ পৰাজয় আৰু কেৰেনস্কিৰ পলায়ন ● মস্কোত বিপ্লৱৰ কষ্টসাধ্য বিজয় ● ভিক্‌জেলৰ ভূমিকা আৰু সম্মিলিত সমাজবাদী চৰকাৰ গঠনৰ শেষ প্ৰচেষ্টা ● বিপ্লৱী ৰেলশ্ৰমিকৰ উদ্যোগত ভিক্‌জেলৰ ৰাজনৈতিক পৰাজয়।

টীকা আর প্রসংগ ঃ

(1) Reed, John—Ten Days that Shook the World. Progress Publishers, Moscow.

(2) Nanerkov, Albert—The Illustrated History of the Great October Socialist Revolution. Progress Publishers, Moscow.

(3) Carr, E.H.—The Bolshevik Revolution. Vol-I. Pelican Books, London.

ইতিমধ্যেই প্ৰতিবিপ্লৱী শক্তি আহি ৰাজধানীৰ দুৱাৰমুখত ভিৰ কৰিছেহি।

পেট্ৰোগ্ৰাড চভিয়েট উদ্যোগত, বিশেষকৈ সামৰিক বৈপ্লৱিক সমিতিৰ নেতৃত্বত প্ৰতিবিপ্লৱক প্ৰতিহত কৰিবলৈ আৰু কেৰেনেস্কিৰ বাহিনীক ৰাজধানী সোমোৱাত বাধা দিবলৈ এক ব্যাপক গণ উদ্যোগ গ্ৰহণ কৰা হ'ল।

ৰাজধানীৰ সহস্ৰ কাৰখানাৰ শ্ৰমিকসকলক, ৰেডগাৰ্ড সেনাবোৰক আৰু সাধাৰণ নাগৰিকসকলক জগাই তোলা হ'ল। নগৰৰ সীমাত সাধাৰণ ৰাইজে ট্ৰেন্স খান্দিবলৈ আৰম্ভ কৰিলে। ঘৰৰ আচবাব পত্ৰ, আনকি বিছনা, চকী টেবুল আদিৰে ৰাজপথত বেৰীকেড বনাবলৈ ধৰিলে। পুৰুষ মহিলা সকলোৱে হাতত যি পাই—টোকোন, কুঠাৰ, খাঠি, জোং লৈ কেৰেনেস্কিৰ কচাক বাহিনীক বাধা দিবলৈ ওলাই আহিল। প্ৰচণ্ড শীতকো নেওচি ৰাজধানীৰ শত সহস্ৰ গৰীব লোক আহি আলিবাটত দিনে-নিশাই ভিৰ কৰিলেহি। এই অসংগঠিত প্ৰবুদ্ধ জনতাক গোটাই-পিটাই এক কাৰ্যক্ষম প্ৰতিৰক্ষা ব্যৱস্থা গঢ়ি তুলিবলৈ বলচেভিক দলৰ নেতাসকলে দিনে-নিশাই চেষ্টা কৰিবলৈ ধৰিলে।

আনহাতে পৰিত্ৰাণ সমিতিয়েও সেনাবাহিনীৰ বিষয়া কেডেটবোৰ তথা যুৱকসকলক সংগঠিত কৰিবলৈ ধৰিলে। ৰাজধানীত এনে সেনাবাহিনীৰ বিষয়াসকলক প্ৰশিক্ষণ দিয়া ভালে কেইখন স্কুল আছিল, প্ৰতিখন স্কুলেই এনে সংগঠনৰ একো একোটা কেন্দ্ৰবিন্দু হৈ পৰিল। সেনাবাহিনীৰ মাজত চেণ্ট জৰ্জৰ নাইটৰ পদক পোৱাসকলৰ কিছু সংগঠন আছিল, অত্যন্ত ৰক্ষণশীল এই লোকসকলকো সামৰি লোৱা হ'ল। অস্ত্ৰ-শস্ত্ৰ, গোলা-বাৰুদ গোটাই এওঁলোকো এক সশস্ত্ৰ সংঘৰ্ষৰ বাবে প্ৰস্তুত হ'বলৈ ধৰিলে। এওঁলোকে ভাবিছিল যে কেৰেনেস্কিৰ কচাক বাহিনীটো নগৰ সোমাবহিয়েই, সেইসময়তেই নগৰৰ ভিতৰত এক সশস্ত্ৰ অভ্যুত্থান ঘটাই এওঁলোকে সহজেই বলচেভিক বিপ্লৱৰ কনকঠীয়া মাৰিব পাৰিব। পৌৰ ডুমা আৰু 'পৰিত্ৰাণ সমিতি'ৰ তৰফৰ পৰা জনগণৰ কেৰেনেস্কি বিৰোধী জাগৰণক বাধা দিবৰ বাবেও চেষ্টা চলোৱা হ'ল। শান্তি-শৃংখলা ৰক্ষাৰ নামত জনসাধাৰণক প্ৰতিৰক্ষাৰ ট্ৰেন্স নাখান্দিবলৈ, বেৰীকেড নাসাজিবলৈ আহ্বান জনোৱা হ'ল আৰু নগৰত থকা সেনাবাহিনীৰ সৈনিকসকলক এই প্ৰস্তুতিত যোগ নিদিবলৈ কোৱা হ'ল।[1]

কেৰেনেস্কিৰ কচাকসকল আহি পেট্ৰোগ্ৰাড মহানগৰীৰ সীমা পাইছেহিয়েই ৎচাৰেস্কয়ো চেল'ৰ দুৰ্গ অধিকাৰ কৰাৰ পাছত গেটচিনাৰ সৈনিককোঠ অৱৰোধ কৰাৰ কথা কৈ অহা হৈছেই। নগৰ সোমোৱাৰ বাটৰ শেষ ঘাটিটোও তেওঁৰ হাতলৈ গৈছে। কেৰেনেস্কিৰ কচাক আৰু ৰাজধানীৰ মাজৰ একমাত্ৰ বাধা হিচাপে আছে এতিয়া ঘৰুৱা অস্ত্ৰ-শস্ত্ৰৰে সজ্জিত জাগ্ৰত জনসাধাৰণ আৰু মুষ্টিমেয় কিছু ৰেডগাৰ্ড। দুৰ্গৰ সেনাসকল এতিয়াও ৰণক্ষেত্ৰত উপস্থিত হোৱাহি নাই।

এই সময়তেই পেট্রোগ্রাড নগৰীত বিপ্লৱী চৰকাৰৰ বিৰুদ্ধে য়ুঙ্কাৰসকলৰ সশস্ত্ৰ বিদ্রোহ আৰম্ভ হৈ গ'ল।

২৯ অক্টোবৰ ( ১১ নবেম্বৰৰ ) পুৱতি নিশা এদল য়ুঙ্কাৰ বিষয়াই সাধাৰণ সৈনিকৰ ভেশচন ধৰি নগৰ কেন্দ্ৰীয় টেলিফোন এক্সচেঞ্জত আহি সোমাই পৰিলহি। বিশেষ কোনোধৰণৰ বাধা নোপোৱাকৈয়ে তেওঁলোকে তৎকালে সমগ্ৰ এক্সচেঞ্জ ভৱনটো দখল কৰি ল'লে। ৰাতিপুৱা যৌতিয়া যোগাযোগ বিভাগৰ ভাৰপ্ৰাপ্ত কৰ্মচাৰগৰাকী অফিচত আহি উপস্থিত হ'লহি, ভেশচনধাৰী য়ুঙ্কাৰ-সকলে তেওঁক গ্ৰেপ্তাৰ কৰি অকণমানি কুঠৰি এটাত বন্দী কৰি থ'লে। বিপ্লৱী সেনাসকলে গম পাই টেলিফোন ভৱনত সোমাব খোজোতে য়ুঙ্কাৰসকলে গুলিয়াবলৈ আৰম্ভ কৰিলে। গুলিত কেৱাজনো বিপ্লৱী সেনাৰ মৃত্যু হ'ল। নতুন চৰকাৰ, পেট্রোগ্রাড চভিয়েটৰ সমগ্ৰ টেলিফোন ব্যৱস্থা কাটি দিয়া হ'ল।

সশস্ত্ৰ প্ৰতিবিপ্লৱ আৰম্ভ হৈ গ'ল।

য়ুঙ্কাৰসকলে ইয়াৰ পিছত সামৰিক হোটেল আৰু টেলিগ্ৰাফ অফিচটোও দখল কৰি ল'লে। এইবাৰ কিন্তু তেওঁলোকক বিপ্লৱী বাহিনীয়ে সহজে এৰি নিদিলে। এক ৰক্তাক্ত প্ৰতিআক্ৰমণ চলাই এই ভৱন দুটা বিপ্লৱীসকলে পুনৰ দখল কৰি ল'লে।

মিখাইলভস্কি য়ুঙ্কাৰ স্কুলখনেই হৈ পৰিছিল প্ৰতিবিপ্লৱৰ মূল কেন্দ্ৰবিন্দু। ইয়াতেই অস্ত্ৰ-শস্ত্ৰ, গোলা-বাৰুদ সকলো মজুত ৰখা হৈছিল আৰু য়ুঙ্কাৰসকলে দখল কৰা বিভিন্ন ঠাইলৈ এম্বুলেন্স গাড়ীৰ সহায়েৰে গোপনে ইয়াৰ পৰাই গোলা-বাৰুদ যোগান ধৰা হৈছিল। বহু বৃটিছ আৰু ফৰাচী সামৰিক বিষয়াই সাধাৰণ কাপোৰ পিন্ধি এই য়ুঙ্কাৰসকলক সহায় কৰিছিল। বিপ্লৱী সেনাসকলৰ লগত হোৱা সংঘৰ্ষত এনে কেৱাজনো বিষয়া মৰিছিলো। বৰ্মসহিত গাড়ী ব্যৱহাৰ কৰি এই য়ুঙ্কাৰসকলে নগৰৰ মূল মূল ঠাইবোৰত বিপ্লৱী বাহিনীৰ লগত যুদ্ধ আৰম্ভ কৰিছিল। ৰাজধানীৰ বাটে পথে সংঘৰ্ষ হৈছিল। ৰেডগাৰ্ড, সৈনিক আৰু নাৱিকসকলৰ বিপ্লৱী বাহিনীয়ে প্ৰচণ্ড ক্ষয়-ক্ষতি স্বীকাৰ কৰি এটা এটাকৈ য়ুঙ্কাৰ বিদ্রোহৰ ঘাটিবোৰ পুনৰ দখল কৰিবলগীয়া হৈছিল। চাওঁতে চাওঁতে বিপ্লৱী বাহিনীয়ে এখন এখনকৈ আটাইবোৰ মিলিটেৰী স্কুল, ঘাটি আদি দখল কৰি ল'লে। এক প্ৰচণ্ড গোলাবৰ্ষণৰ মাজেদি টেলিফোন এক্সচেঞ্জটোও অধিকাৰ কৰা হ'ল। শয়ে শয়ে য়ুঙ্কাৰ বন্দী হ'ল। যুদ্ধত বন্দী হোৱা এই য়ুঙ্কাৰসকলক জনতাৰ ক্ৰোধৰ পৰা বচাবলৈ কড়া পহৰাৰ মাজেৰে পিটাৰ পল দুৰ্গৰ কাৰাগাৰলৈ নিব লগা হৈছিল। তথাপিও উন্মত্ত জনতাই কেৱাঠাইতো বন্দী য়ুঙ্কাৰসকলক আক্ৰমণ কৰিছিল আৰু কেৱাজনকো হত্যা কৰিছিল। সন্ধ্যা সময়লৈ প্ৰায় সমগ্ৰ য়ুঙ্কাৰ প্ৰতিৰোধ শেষ হৈ আহিল, পোৰ ভুমাৰ সকলো আশা ধূলিস্যাৎ কৰি য়ুঙ্কাৰ বিদ্রোহ ব্যৰ্থ হ'ল। প্ৰায় ১০০ জনতকৈ বেছি বিপ্লৱী সৈনিকৰো মৃত্যু হ'ল।

এই বিদ্ৰোহ ব্যৰ্থ হোৱাত পোৰ ভুমাৰ নেতাসকলৰ কথাৰ সুৰো সলনি হ'বলৈ ধৰিলে। ভুমাৰ অধিবেশনত খুব তেজৰী বক্তৃতা চলিল যদিও ভুমাই আনুষ্ঠানিকভাৱে ঘোষণা কৰিলে যে পোৰ ভুমাই সদায় গণতন্ত্ৰক সমৰ্থন কৰে আৰু অহেতুক হিংসাক বিৰোধিতা কৰে। এই সংঘৰ্ষত যি পক্ষই বিজয়ী নহওঁক কিয়, ভুমাই সদায় অত্যাচাৰ আৰু হত্যাকাণ্ডৰ বিৰোধিতা কৰি যাব।

ইতিমধ্যে কেৰেনেস্কিক আদৰাণি জনাবলৈ যোৱা ভুমাৰ সদস্যসকলক গ্ৰেপ্তাৰ কৰা হ'ল। ইয়াৰ পাছতে বিপ্লৱী চৰকাৰে ভুমাৰ কমিটি অৱ চালভেচন বা পৰিত্ৰাণ সমিতিক বে-আইনী বুলি ঘোষণা কৰিলে; ইয়াৰ কাম-কাজৰ ওপৰত নিষেধাজ্ঞা আৰোপ কৰা হ'ল। পোৰ ভুমাত বিপ্লৱ বিৰোধী বক্তৃতাৰ কুচকাৱাজ চলি থাকিল যদিও পৰিত্ৰাণ সমিতিৰ সদস্যসকলে আত্মগোপন কৰিবলৈ আৰম্ভ কৰিলে। গোপনে সমিতিৰ বৈঠক চলাই নিবলৈ তেওঁলোকে চেষ্টা কৰিলে যদিও সফলকাম নহ'ল। বিপ্লৱী চৰকাৰৰ হৈ ট্ৰট্‌স্কিয়ে ঘোষণা কৰিলে যে প্ৰতিজন বিপ্লৱীৰ হত্যাৰ প্ৰত্যুত্তৰত দহজনকৈ প্ৰতিবিপ্লৱীক হত্যা কৰা হ'ব। ইতিমধ্যে য়ুংকাৰ বিদ্ৰোহক কঠোৰ হাতেৰে দমন কৰা হৈছে। বিপ্লৱী চৰকাৰৰ এই সাফল্য আৰু ভাবুকিৰ সম্মুখত ভুমাৰ মাজত ভাঙোনে দেখা দিবলৈ আৰম্ভ কৰিলে। প্ৰথমেই দোদুল্যমান মধ্যবিত্ত আৰু বুদ্ধিজীৱী সকল আঁতৰি পৰিবলৈ ধৰিলে। প্ৰতিবিপ্লৱৰ জোৰ কমি আহিল।

আনহাতে কেৰেনেস্কিৰ কচাক বাহিনীয়ে পেট্ৰোগ্ৰাড নগৰীক বিপদাপন্ন কৰি তুলিবলৈ আৰম্ভ কৰিছে।

কেৰেনেস্কিৰ সংগঠিত কচাক সকলক বাধা দিবলৈ বিপ্লৱীসকলৰ নেতৃত্বকাৰী সামৰিক সংগঠন কামাণ্ড আদি তেতিয়াও গঢ়ি উঠা নাই।

হাজাৰ হাজাৰ উদ্বুদ্ধ জনসাধাৰণে যাঠি-যোং লৈ কচাকহঁতক খেদিবলৈ ওলাই আহিছে যদিও সংগঠিত সামৰিক বাহিনীক বাধাদি ৰাখিবৰ বাবে এই জন-উদ্যমেই যথেষ্ট নহয়। গৃহযুদ্ধৰ ভাবুকিৰ সম্মুখত বিপ্লৱী বাহিনীক সংগঠিত কৰি তোলাৰ গুৰুত্ব উপলব্ধি কৰি লেনিনে নিজেই উদ্যোগ হাতত লৈ নগৰৰ সেনাসকলৰ লগত কথা-বাৰ্তা আৰম্ভ কৰিলে।

লেনিনৰ উদাত্ত আহ্বানৰ প্ৰতি গেৰিচনৰ বিপ্লৱী সেনাসকলে বিপুল সঁহাৰি জনালে। বিপ্লৱক ৰক্ষা কৰিবৰ বাবে গৃহযুদ্ধত অংশ ল'বলৈ তেওঁলোকে সিদ্ধান্ত ল'লে।

বলচেভিকসকলৰ বাবে ই এটা ডাঙৰ ৰাজনৈতিক বিজয় আছিল। বিপ্লৱক সমৰ্থন কৰাৰ পৰা সেনাসকলে এইবাৰ বিপ্লৱৰ পক্ষত অস্ত্ৰ ধৰিবলৈ ওলাই আহিল।

সাধাৰণ সৈনিকসকলে বিপ্লৱৰ সপক্ষে অস্ত্ৰ ধৰিবলৈ ভোট দিলে।

তেওঁলোকৰ নিজৰ মাজৰ পৰা এখন পাঁচজনীয়া জেনেৰেল ষ্টাফ গঢ়ি তোলা

হ'ল। গণতান্ত্রিকভাবে নির্বাচিত এই সমিতিয়ে এইবাৰ যুদ্ধ পৰিচালনাৰ দায়িত্ব ল'লে। সেনাবাহিনীৰ প্ৰায় আটাইবোৰ বিষয়াই কেৰেনেস্কি আৰু প্ৰতিবিপ্লৱৰ পক্ষলৈ গুচি যোৱাত বিপ্লৱী সেনাবাহিনীক পৰিচালনা কৰাৰ ক্ষেত্ৰত এক বিৰাট শূন্যতাৰ সৃষ্টি হৈছিল। বিপ্লৱী সেনাসকলে এতিয়া নিজেই এই ঘাটি পূৰণ কৰাৰ ব্যৱস্থা ল'লে।

পিছদিনা পুৱাই এই জেনেৰেল ষ্টাফৰ নেতৃত্বত নগৰৰ পৰা সৈনিক আৰু নাবিকসকলে কেৰেনেস্কিক বাধা দিবলৈ মাৰ্চ কৰি যাবলৈ আৰম্ভ কৰিলে। গৃহযুদ্ধৰ ক'লা ছাঁ নামি আহিল ৰাচিয়াৰ বুকুলৈ।

অক্টোবৰ মাহৰ ৩০ তাৰিখৰ দিনা কেৰেনেস্কিৰ কচাকসকলৰ লগত বিপ্লৱী বাহিনীৰ গুলিয়া-গুলি আৰম্ভ হ'ল।

সকলোৱে ৰুদ্ধশ্বাসে এই সংঘৰ্ষৰ পৰিণতিৰ বাবে বাট চাবলৈ ধৰিলে।

পাছদিনা, ৩১ অক্টোবৰৰ দিনা যেতিয়া সংঘৰ্ষ আৰম্ভ হ'ল, বিপ্লৱী সৈনিক আৰু নাবিকসকলে অমিত বিক্ৰমেৰে কচাকসকলৰ ওপৰত জঁপিয়াই পৰিল। গুলি-বাৰুদ শেষ হৈ যোৱাৰ পাছতো তেওঁলোকে খালী বেয়নেট লৈও যুদ্ধ কৰি গ'ল। অকল সেনাসকলেই নহয়, হাতত যাঠি-যোং লৈ সাধাৰণ নাগৰিকসকলেও মৃত্যুভয় নেওচি অশ্বাৰোহী কচাকসকলক আক্ৰমণ কৰিলে, ঘোঁৰাৰ পৰা চৌচোৰাই আনি তেওঁলোকে কচাকসকলক হত্যা কৰিবলৈ ধৰিলে। এই প্ৰচণ্ড প্ৰতিৰোধৰ সন্মুখত কেৰেনেস্কিৰ কচাকসকল থান্‌বান্ হৈ গ'ল। বিপ্লৱী সেনা আৰু নাগৰিকসকলে গৃহযুদ্ধত প্ৰথম বিজয় লাভ কৰিলে।

সেই নিশাই বিপ্লৱী চৰকাৰৰ সামৰিক কমিচাৰ দেব্যান্কই কচাকসকলৰ লগত আলাপ-আলোচনা আৰম্ভ কৰিলে।

এই আলোচনাৰ পাছতে কচাকসকলে কেৰেনেস্কিৰ হৈ যুদ্ধ কৰিবলৈ অমান্তি হ'ল।

কেৰেনেস্কিৰ বিশ্বাসী কচাক বাহিনী নিশাটোৰ ভিতৰতে কৰ্পূৰৰ দৰে উঁৰি নাইকিয়া হৈ গ'ল।

শয়ে শয়ে অফিচাৰ আৰু সেনাই আত্মসমৰ্পণো কৰিলে।

কেৰেনেস্কিৰ কামাণ্ডাৰ ক্ৰাচনভেও অৱশেষত তেওঁকো আত্মসমৰ্পণ কৰিবলৈ উপদেশ দিলে।

সেই নিশাই কেৰেনেস্কিয়ে সাধাৰণ নাৱিকৰ পোছাকত ছেদ্মবেশ ধৰি হ্‌চাৰেস্কয়ো চেল'ৰ পৰা পলাই গ'ল।

আৰু লগে লগে ৰুচ ৰাজনীতিৰ প্ৰেক্ষাপটৰ পৰা কেৰেনেস্কিৰ নাম-নিচান নাইকিয়া হৈ গ'ল।

কেৰেনেস্কিৰ অধ্যায়ৰ যৱনিকা পৰিল।

১ নবেম্বৰৰ দিনা ট্ৰটস্কিয়ে ৰাজধানীলৈ পঠোৱা বিজয়ৰ টেলিগ্ৰামত

লেখিলে, "অক্টোবৰ ৩০ আৰু ৩১ তাৰিখ দুটা বুৰঞ্জীত অমৰ হৈ ৰ'ব"। বিপ্লৱৰ ৰাজধানীৰ বিৰুদ্ধে কেৰেনেস্কিৰ প্ৰতিবিপ্লৱী সেনাৰ আক্ৰমণ নিশ্চিতভাৱে প্ৰতিহত কৰা হ'ল। কেৰেনেস্কি পাছ হুহুকিবলৈ ধৰিছে আৰু আমাৰ সেনা আগবাঢ়িছে। পেট্ৰোগ্ৰাডৰ সৈনিক, নাৱিক আৰু নাগৰিকসকলে দেখুৱাই দিলে যে তেওঁলোকে হাতত অস্ত্ৰ লৈ গণতন্ত্ৰৰ ইচ্ছা কাৰ্যত বলবৎ কৰিব পাৰে আৰু কৰেও। বুৰ্জোৱাহ'তে বিপ্লৱী সেনাবাহিনীৰ মনোবল ভাঙি পেলাবলৈ চেষ্টা কৰিছিল, কেৰেনেস্কিয়ে একেটা কাম কচাকসকলৰ দ্বাৰা কৰোৱাবলৈ চেষ্টা কৰিছিল। দুইটা প্ৰচেষ্টাই আজি শোচনীয়ভাৱে ব্যৰ্থ হ'ল।

বিপ্লৱৰ ৰাজধানী পেট্ৰোগ্ৰাড বিপদমুক্ত হৈ পৰিল।

ৰাচিয়াৰ আনখন বৃহৎ নগৰী মস্কোও বিপ্লৱৰ তৰঙ্গত উত্তাল হৈ উঠিছে। কিন্তু, যিমান সহজে পেট্ৰোগ্ৰাড মহানগৰীত বিপ্লৱী নিয়ন্ত্ৰণ কায়েম কৰা হৈছিল, এই কাম ইমান সহজে মস্কোত হোৱা নাছিল। মস্কোত গঢ়ি তোলা সামৰিক বৈপ্লৱিক সমিতি তথা বলচেভিক নেতাসকলৰ বহু ৰাজনৈতিক আৰু সামৰিক ভুলৰ বাবে এই কাম সমাধা কৰোতে যথেষ্ট কষ্ট হৈছিল। এওঁলোকৰ প্ৰথম আৰু প্ৰধান ভুল আছিল যে এওঁলোকে প্ৰথমেই প্ৰতিবিপ্লৱী কমিটি অব পাব্লিক চেফ্টিৰ লগত আলাপ-আলোচনা আৰম্ভ কৰি দিলে। ফলত প্ৰতিবিপ্লৱে সংগঠিত হ'বলৈ সময় আৰু সুবিধা পাই গ'ল। প্ৰতিবিপ্লৱী সেনাই মস্কোত বিপ্লৱীসকলক নিঃশেষ কৰাৰ উপক্ৰম কৰিলে, ক্ৰেমলিনৰ ৰাজপ্ৰাসাদৰ বিপ্লৱীসকলক উৎখাত কৰিলে আৰু ৰাজনৈতিক পৰ্যায়তো চভিয়েটৰ হাতলৈ ক্ষমতা হস্তান্তৰকৰণৰ বিৰুদ্ধে প্ৰস্তাৱ গ্ৰহণ কৰিবলৈ সক্ষম হ'ল। অৱশেষত বিপ্লৱী সেনাসকলে অশেষ কষ্টৰে প্ৰতিটো আলিবাটত যুদ্ধ কৰি কৰি নগৰখন দখল কৰিবলগীয়া হ'ল। মস্কোৰ সংঘৰ্ষত প্ৰচুৰ ৰক্তপাত আৰু হতাহত হ'ল। নবেম্বৰ মাহৰ ২ তাৰিখে প্ৰতিবিপ্লৱী শ্বেতগাৰ্ড সেনাবোৰে আত্মসমৰ্পণ কৰিলে। ঐতিহাসিক ক্ৰেমলিন প্ৰাসাদ পুনৰ উদ্ধাৰ কৰা হ'ল। ৩ নবেম্বৰলৈ মস্কো মহানগৰীত বিপ্লৱীসকলে সম্পূৰ্ণ বিজয় লাভ কৰিলে।

বিশাল ৰাচিয়াৰ বিস্তীৰ্ণ প্ৰান্তৰ বিভিন্ন নগৰ চহৰত এই একেই সংগ্ৰামৰ পুনৰাবৃত্তি চলিল।

বেছিভাগ ঠাইতে বিপ্লৱীসকলে সহজেই ক্ষমতা দখল কৰিলে, কিন্তু কিছুমান ঠাইত ৰক্তাক্ত গৃহযুদ্ধৰ মাজেদিহে এই কাম সম্ভৱপৰ হ'ল। বিশাল ডন আৰু ভল্গাৰ পাৰৰ অঞ্চলবোৰ, ইউক্ৰাইন আৰু কচাক অধ্যুষিত এলেকাবোৰত প্ৰতিবিপ্লৱী বাহিনীৰ সন্মুখত বিপ্লৱী বাহিনী পৰাজিত হৈ পিছ হুহুকিব লগীয়াও হ'ল। কচাক অঞ্চলবোৰৰ পৰা চভিয়েটবোৰক মাৰি কাটি বিতাৰিত কৰা হ'ল। এনেদৰে সমগ্ৰ ৰাচিয়া জুৰি এক বেঁকা পথেৰে বিপ্লৱৰ গতি আগবাঢ়িবলৈ ধৰিলে।

এক প্ৰচণ্ড গণজাগৰণে বিশাল ৰাচিয়াক জোকাৰি পেলালে—ৰাচিয়াৰ সমাজ আৰু একে হৈ নাথাকিল।

সামৰিক ফ্ৰণ্টত বিপ্লৱে প্ৰাথমিক বিজয় লাভ কৰিবলৈ সক্ষম হ'লেও ৰাজনৈতিক ফ্ৰণ্টত প্ৰবল আন্দোলন কিন্তু বহু সময়লৈ চলি থাকিল। মানচেভিক আৰু চ'চিয়েল ৰিভলিউচনেৰী দলে নিজৰ আধিপত্য থকা ভিক্‌জেল বা ৰেলৱে শ্ৰমিকৰ কাৰ্যকৰী সমিতিৰ জৰিয়তে বলচেভিক চৰকাৰৰ বিৰোধিতা চলাই গ'ল। এই বিৰোধিতা মূলতে এক সংযুক্ত সমাজবাদী চৰকাৰ গঠনৰ দাবী হিচাপে উত্থাপিত হ'বলৈ ধৰিলে। আনকি বলচেভিক দলে এনে চৰকাৰ গঠন কৰিবলৈ সন্মত নহ'লে ধৰ্মঘট কৰি সমগ্ৰ ৰেল যোগাযোগ ব্যৱস্থা বিফল কৰি দিয়াৰো ভাবুকি দিলে। বহু সৰু-সুৰা সমাজবাদী দল আৰু গোটে আকৌ সংকটৰ বিপ্লৱক ৰক্ষা কৰিবৰ বাবে এখন সমাজবাদী যুক্ত চৰকাৰ গঠন কৰাটো প্ৰয়োজন বুলি বিশ্বাস কৰিছিল। এওঁলোকেও তাৰস্বৰে সংযুক্ত চৰকাৰ গঠনৰ দাবীত সুৰ মিলালে।

ভিক্‌জেলৰ এই ভূমিকা সকলো ৰেল শ্ৰমিকে কিন্তু ভাল পোৱা নাছিল। তেওঁলোকে প্ৰথমেই নেতৃত্বৰ বিৰোধিতা কৰি চভিয়েটৰ হাতলৈ ক্ষমতা হস্তান্তৰ দাবী ৰাখিছিল। কিন্তু, ইয়াৰ পৰৱৰ্তী পৰ্যায়ত সংযুক্ত সমাজবাদী চৰকাৰ গঠনৰ শ্লোগানত বেছিভাগ ৰেল শ্ৰমিক বিভ্ৰান্ত হৈ পৰিছিল।

এনে এখন চৰকাৰ গঠনৰ বাবে ভিক্‌জেলে নিজৰ কেন্দ্ৰীয় কাৰ্যালয়ত সকলোবোৰ সমাজবাদী দলৰ এখন সন্মিলন আহ্বান কৰিলে। মানচেভিক, চ'চিয়েল ৰিভলিউচনেৰী সকলে মহা উৎসাহেৰে ইয়াত অংশগ্ৰহণ কৰিলে। এওঁলোকৰ বহুতো নেতাই বলচেভিকসকলক এই সন্মিলনলৈ নিমন্ত্ৰণ কৰাৰো বিৰোধিতা কৰিছিল। মানচেভিক দলৰ নেতা ডোন বলচেভিকে বিপ্লৱক নাইকিয়া কৰাৰো প্ৰস্তাৱ দাঙি ধৰিছিল আৰু বলচেভিকসকলক বাদ দি সন্মিলিত সমাজবাদী চৰকাৰ গঠনৰ আহ্বান জনাইছিল। আন কেবাটাও দলে তেওঁক সমৰ্থনো কৰিছিল।

বলচেভিক দলে প্ৰথমে এই সন্মিলনত যোগ দিবলৈ মান্তি হোৱা নাছিল। কিন্তু, পিছত লেনিন আৰু ট্ৰটস্কিয়ে সম্পূৰ্ণ কৌশলগত কাৰণত ইয়াত যোগ দিবলৈ সিদ্ধান্ত ল'লে। দ্বিতীয় চভিয়েট কংগ্ৰেছত গৃহীত কাৰ্যসূচীৰ ভিত্তিতহে ঐক্য গঢ়িবলৈ তেওঁলোক দৃঢ় প্ৰতিজ্ঞ আছিল। তথাপিও গৃহযুদ্ধৰ সেই পৰিস্থিতিত চৰকাৰখন শক্তিশালী কৰি ল'বলৈ সময় পাবৰ বাবে বলচেভিক দলৰ তৰফৰ পৰা কামানেভ আৰু চকলনিকভক সন্মিলনত যোগদান দিবৰ বাবে পঠোৱা হ'ল। এই বলচেভিক নেতাদুজনেও কিন্তু মনে মনে এখন সংযুক্ত চৰকাৰ গঠন হোৱাটো বিচাৰিছিল। তেওঁলোকে ভয় কৰিছিল যে এনে কাম নকৰিলে বলচেভিকসকল তেনেই অকলশৰীয়া হৈ পৰিব। আৰু সমাজবাদী

বিপ্লৱ নকন্নকাম, কৰি তোলাটো অসম্ভৱ হ'ব। এওঁলোকৰ এই ধাৰণা সদিচ্ছা-প্ৰণোদিত হ'লেও চাবিত্ৰৰ দিশৰ পৰা একপ্ৰকাৰ সুবিধাবাদ আছিল। কিয়নো, চভিয়েটত গৃহীত বিপ্লৱী কাৰ্যসূচী পলীয়া নকৰাকৈ এনে চৰকাৰ গঠন সম্ভৱপৰ নাছিল। তেনে হ'লে চভিয়েটৰ কংগ্ৰেছৰ পৰা সুবিধাবাদী দলবোৰ ওলাই নাহিলেইহে'তেন।

এই কথা হৃদয়ংগম নকৰি বলচেভিক সদস্য দুজনে দলৰ নেতৃত্বৰ সিদ্ধান্তৰ বিপৰীতে লৈ ভিক্‌জেলৰ সম্মিলনত সংযুক্ত সমাজবাদী চৰকাৰ গঠনৰ প্ৰস্তাৱত সম্মতি জনালে।

নতুন চৰকাৰত সকলোবোৰ দলৰ মন্ত্ৰী থকাৰ কথাটো উত্থাপন হ'ল—বলচেভিক দলক নতুন চৰকাৰত বৃহৎ সংখ্যা লঘিষ্ঠ দল হিচাপে থাকিবলৈ দিয়াৰ কথা উঠিল। বহুতে চৰকাৰত লেনিন আৰু ট্ৰটস্কিৰ অন্তৰ্ভুক্তিবো বিৰোধিতা কৰিলে। এনে এক ব্যৱস্থাৰ প্ৰতি বলচেভিক বিৰোধী দলবোৰেও সমৰ্থন জনালে। আনকি, বলচেভিক দলৰ সমৰ্থক বাম চ'চিয়েল বিভলিউচনেৰী সকলেও এক সুষম আৰু সম্মিলিত সমাজবাদী চৰকাৰ গঠনৰ বাবে প্ৰচণ্ড হেঁচা দিবলৈ ধৰিলে। এনে চৰকাৰ গঠন কৰিবলৈ সম্মত নহ'লে সমৰ্থন প্ৰত্যাহাৰ কৰাৰ ভাবুকিও দিলে। বলচেভিক দলৰ মাজতো এনে এক চৰকাৰ গঠনৰ সমৰ্থনকাৰী এটা গোট গঢ়ি উঠিল। তেওঁলোকৰ বেছিভাগেই ভাবিছিল যে সম্মিলিত সমাজবাদী চৰকাৰ গঠন নকৰিলে বলচেভিক দলে অকলে বিপ্লৱক ৰক্ষা কৰিব নোৱাৰিব।

১৫ নবেম্বৰৰ দিনা বলচেভিক দলৰ কেন্দ্ৰীয় সমিতিৰ সভাতো এই বিষয়টো লৈ উত্তেজিত আলোচনা আৰম্ভ হ'ল (পৰৱৰ্তী অধ্যায়ত ইয়াৰ বিশদ বিৱৰণ আছে)। লেনিনে স্পষ্টভাৱে সম্মিলিত সমাজবাদী চৰকাৰ গঠনৰ নামত দ্বিতীয় চভিয়েটৰ কংগ্ৰেছত গৃহীত কাৰ্যসূচী পলীয়া কৰি তুলিবলৈ অমান্তি হ'ল। সকলো সময়ত, সকলো পৰিস্থিতিত যে সম্মিলনে শক্তি নবঢ়াই, বৰঞ্চ কমাবহে পাৰে সেই কথা উল্লেখ কৰি তেওঁ ক'লে যে বৰ্তমান পৰিস্থিতিত সমাজবাদৰ প্ৰতি বিশ্বাসঘাটকতা নকৰাকৈ এখন শুদ্ধ বলচেভিক চৰকাৰ বাতিল কৰাটো সম্ভৱ নহয়। দলত আনুষ্ঠানিকভাৱে এই মতেই গৃহীত হ'ল যদিও সম্মিলিত সমাজবাদী চৰকাৰ গঠনৰ প্ৰশ্নটো লৈ দলৰ মাজত বহু মতবিৰোধ থাকি গ'ল।

বলচেভিক দলে 'ভিক্‌জেলৰ' এনে চৰকাৰ গঠনৰ প্ৰস্তাৱ প্ৰত্যাখ্যান কৰিলে।

আনহাতে, বিপ্লৱৰ আমোঘ গতিয়ে 'ভিক্‌জেলৰ' নিজৰ স্থিতিও সোলোক-ঢোলোক কৰি পেলাইছে। নেতৃবৃন্দৰ বলচেভিক বিপ্লৱক অহৰহ বিৰোধিতা কৰি অহাৰ কথাটো সাধাৰণ শ্ৰমিকসকলে সহজভাৱে ল'ব পৰা নাই, বিশেষকৈ প্ৰতিবিপ্লৱী জোৱাৰৰ সম্মুখত বিপ্লৱী সেনাসকলক ৰেলগাড়ীত যুদ্ধক্ষেত্ৰলৈ নিনিয়াৰ কথাটো তেওঁলোকে মানি ল'ব পৰা নাই। সেয়ে, বিশেষকৈ

কেৰেনেস্কিৰ পৰাজয়ৰ পাছত সাধাৰণ সৈন্য শ্ৰমিকসকলে বিপ্লৱী নাবিক আৰু সৈনিকসকলক 'ভিক্জেলৰ' নেতাসকলৰ হুকা-বাধা নামানি যিভাৱে চাইলে ৰাজধানীৰ পথ কাঢ়িয়াই নিবলৈ আৰম্ভ কৰিলে।

বিপ্লৱৰ বিৰামহীন গতিয়ে ভিক্জেলৰ কৰ্তৃত্বৰ গৰাখহনীয়া আৰম্ভ কৰি দিলে। বলচেভিক দলেও এই পৰিস্থিতিৰ ৰাজনৈতিক সুবিধা আদায় কৰি ল'লে।

এনেদৰে, একাবেঁকা পথেৰে নানান বাধা-বিঘিনিৰ মাজেৰে বিপ্লৱৰ ৰথচক্ৰ আগবাঢ়িল।

## 'সাংবিধানিক সভাৰ প্ৰসংগ আৰু বিপ্লৱৰ সুদৃঢ়কৰণ'



● বলচেভিক মন্ত্ৰীসভাৰ প্ৰথম ৰাজনৈতিক বিপৰ্যয় ● চ'চিয়েল 'বিভলিউচনেৰী দলত নীতিগত বিভাজন ● বাম চ'চিয়েল বিভলিউচনেৰী দলৰ বলচেভিক দলৰ লগত মিত্ৰতা আৰু মন্ত্ৰীসভাত অংশগ্ৰহণ ● শ্ৰমিক, কৃষক আৰু সৈনিকসকলৰ দৃঢ় মিত্ৰতা স্থাপন ● সাংবিধানিক সভাৰ প্ৰসংগ ● সাংবিধানিক সভা সম্পৰ্কে বিতৰ্ক ● বুৰ্জোৱা সাংবিধানিক সভা ভংগ আৰু তৃতীয় কংগ্ৰেছ ● সৰ্বহাৰাৰ একনায়কত্ব আৰু বুৰ্জোৱাক দমনৰ প্ৰশ্ন ● বুৰ্জোৱা আৰু বিৰোধী বাতৰি কাকতৰ ওপৰত নিষেধাজ্ঞা আৰোপ ● অক্টোবৰ বিপ্লৱত বলচেভিক বিজয়ৰ কাৰণ বিশ্লেষণ।

**টীকা আৰু প্ৰসংগ ঃ**


(1) Reed, John—Ten Days that Shook the World—Progress Publishers, Moscow. p. 240.

(2) Carr, E. H.—The Bolshevik Revolution. Volume I. P. 115.

(3) ibid, p. 116.

(4) ibid, p. 121.

(5) ibid, p. 123 ; Quoting Lenin from Collected Works. vol. xxii, p. 109.

(6) Lenin, V. I. Quoted by E. H. Carr, ibid p. 124.

(7) Lenin, V. I. Quoted by E. H. Carr, ibid. p. 131.

(8) ibid, No. 2.—Vol. I. p. 125.

(9) Lenin, V. I. Quoted by E. H. Carr, ibid, p. 132.

(10) চভিয়েট ইউনিয়নৰ কমিউনিষ্ট ( বলচেভিক ) দলৰ ইতিহাস ? ( বাঙালী ) নেচনেল বুক এজেঞ্চি প্ৰাইভেট লিমিটেড. কলিকতা. পৃঃ 185।

ফেব্ৰুৱাৰী বিপ্লৱৰ সহজ বিজয়ে ৰাষ্ট্ৰক্ষমতা বলচেভিক দলৰ হাতত তুলি দিলেহি।

এই বিজয় বিৰোধীসকলৰ বাবে, বিশেষকৈ ইমান সহজ জয়লাভ, অপ্ৰত্যাশীত আছিল। প্ৰায় বিনা ৰক্তপাতেৰেই বলচেভিকসকলে চেণ্টপিটাৰ্চবাৰ্গত ক্ষমতা দখল কৰিবলৈ সক্ষম হ'ল। মস্কোত এক ৰক্তাক্ত যুদ্ধৰ মাজেৰে ক্ষমতা দখল কৰিব লগীয়া হৈছিল যদিও, বিশাল ৰাচিয়াৰ বেছিভাগ অঞ্চলতে চভিয়েটবোৰে সহজেই শাসনৰ বাগজৰি দখল কৰি ল'লে। বিপ্লৱৰ সময়ত দ্বিতীয় চভিয়েট কংগ্ৰেছত যিখন নতুন চৰকাৰ, নতুন মন্ত্ৰীসভা—কাউঞ্চিল অব পিপলচ্ কমিচাৰ গঠন কৰা হ'ল, সেইখন প্ৰথমে বলচেভিক দলৰ এদলীয়া মন্ত্ৰীসভা আছিল।

কিন্তু, ক্ষমতা দখল কৰাতকৈ ক্ষমতা ধৰি ৰখা বহুত বেছি টান কাম। এই কথাটো বলচেভিকসকলেও নুবুজাকৈ থকা নাছিল। বিপ্লৱৰ জৰিয়তে ৰাষ্ট্ৰ-ক্ষমতা কৰায়ত্ত কৰিলে পুৰণা ৰাষ্ট্ৰ ব্যৱস্থাটোক চূৰ্ণ কৰি তাৰ ঠাইত এক নতুন বৈপ্লৱিক প্ৰশাসন, বৈপ্লৱিক ক্ষমতা গঢ়ি তোলা প্ৰয়োজন। এই কামৰ সফলতাৰ ওপৰতে নিৰ্ভৰ কৰে বিপ্লৱৰ সাফল্য। ইয়াৰ বাবে সময়, সুবিধা দুয়োটাৰে প্ৰয়োজন, আৰু প্ৰয়োজন এক নতুন আদৰ্শাত্মক, তাত্ত্বিক আৰু প্ৰায়োগিক কৌশলৰ।

এই সময় আৰু সুবিধা বলচেভিকসকলে পাবনে?

চভিয়েটবোৰ গঠনৰ জৰিয়তে ইতিমধ্যে সমাজৰ বৈপ্লৱিক সংগঠনৰ প্ৰায়োগিক আহি প্ৰস্তুত হৈ উঠিছেই।

বলচেভিকসকলে ইয়াক এতিয়া সমাজৰ বৈপ্লৱিক ৰূপান্তৰৰ কামত ব্যৱহাৰ কৰিব পাৰিবনে? ইতিমধ্যেই জাৰতন্ত্ৰী প্ৰাচীন সেনানায়কসকল, বুৰ্জোৱা দল আৰু জমিদাৰহঁত আৰু আনকি বিৰোধী সমাজবাদী সংগঠনবোৰো গোট-পিট খাবলৈ আৰম্ভ কৰিছেই।

ক্ষমতা দখলেই সাফল্য নুবুজায়, ইয়াৰ তৃণমূল সুদৃঢ়কৰণেহে সাফল্যৰ পৰিচায়ক।

এই সুদৃঢ়কৰণৰ বাবে পুৰণাৰ ঠাইত নতুন নীতি, নতুন ৰাজনীতি, নতুন অৰ্থনৈতিক গাঁথনি, নতুন ধৰণৰ চৰকাৰ, ন ন ৰাজনৈতিক অনুষ্ঠান-প্ৰতিষ্ঠান গঢ়ি তুলিব পাৰিব লাগিব। এইবাৰ আমি এই কণ্টকৰ ঐতিহাসিক প্ৰক্ৰিয়াৰে এটা সাধাৰণ ৰূপৰেখা পৰীক্ষা কৰি চাবলৈ চেষ্টা কৰোঁহক।

প্ৰথম অৱস্থাত বলচেভিক চৰকাৰৰ ক্ষমতাৰ পৰিসৰ তেনেই সীমিত আছিল। ৰাজধানী পেট্ৰোগ্ৰাড মহানগৰীৰ বাহিৰে নতুন চৰকাৰৰ বিশেষ কৰ্তৃত্ব নাছিলেই।

আৰু এই সীমিত কর্তৃত্বও জন্মলগ্নৰ পৰাই বিভিন্ন বিৰোধী শক্তিৰ ক্রমাগত হেঁচাৰ সন্মুখীন হৈছিল।

বলচেভিক কর্তৃত্বৰ প্রতি আটাইতকৈ ডাঙৰ প্রাথমিক ভাবুকি আহিছিল বুর্জোৱা বিৰোধীপক্ষৰ সশস্ত্র শক্তিৰ পৰা নহয়, বৰঞ্চ ৰেল শ্রমিকসকলৰ ইউনিয়ন 'ভিকজেলৰ' পৰাহে। শ্রমিক বিপ্লৱক শক্তিশালী কৰাৰ নামত ভিকজেলে সকলো সমাজতান্ত্রিক দলৰ এখন সম্মিলিত চৰকাৰ গঠনৰ বাবে প্রচণ্ড ৰাজনৈতিক হেঁচা প্রয়োগ আৰু সময়ত ভাবুকি প্রদর্শনো কৰিছিল ( এই বিষয়ে উনুকিয়াই অহা হৈছেই )। লেনিনে সম্পূর্ণ কৌশলগত কাৰণত সংযুক্ত সমাজবাদী চৰকাৰ গঠনৰ আলোচনাত বলচেভিক দলে ভাগ লোৱাটো সমর্থন কৰিছিল যদিও তেওঁ সদায় এনে খিচিৰি চৰকাৰৰ বিৰোধী আছিল। কিন্তু বলচেভিক দলৰ মাজৰে এচাম নেতাই এনে চৰকাৰ বিচাৰিছিল। বলচেভিকসকলে অকলে বিপ্লৱী ক্ষমতা ধৰি ৰাখিব নোৱাৰিব বুলি তেওঁলোকে বিশ্বাস কৰিছিল। কিন্তু, অকল এই-টোৱেই ডাঙৰ কথা নহয়, বুর্জোৱা উদাৰনৈতিক গণতান্ত্রিক চিন্তাধাৰাৰ প্রভাৱেও তেওঁলোকক অজানিতে এনে এক অৱস্থানলৈ লৈ গৈছিল। সেয়ে বলচেভিক দলৰ প্রতিনিধি কামানেভ আৰু ঝিনভিয়েভে আলোচনাত এনে চৰকাৰ গঠনৰ প্রতি বলচেভিক দলৰ সমর্থনৰ কথা ঘোষণা কৰিছিল।

কথা বহুদূৰ বাঢ়ি যোৱা দেখি লেনিনে দলৰ কেন্দ্রীয় কমিটিৰ বৈঠকত এনে সম্মিলিত চৰকাৰ গঠনৰ বিপক্ষে সিদ্ধান্ত ল'বৰ বাবে প্রস্তাৱ কৰিলে। কামানেভ আৰু ঝিনভিয়েভৰ লগতে ট্রটস্কিয়েও ইয়াৰ বিৰোধিতা কৰিলে। কিন্তু অৱশেষত কেন্দ্রীয় কমিটিয়ে লেনিনৰ যুক্তি মানি ল'লে। মাত্র কেইজনমান সদস্যই এই সিদ্ধান্ত মানিবলৈ অস্বীকাৰ কৰিলে। ১৮ তাৰিখৰ দিনা লেনিনৰ হস্তক্ষেপত কেন্দ্রীয় কমিটিৰ তৰফৰ পৰা এই বিৰোধী সদস্যসকলক দলীয় অনুশাসন ভংগৰ অভিযোগত অভিযুক্ত কৰি কেন্দ্রীয় কমিটিৰ সিদ্ধান্ত মানি ল'বলৈ আদেশ জাৰি কৰা হ'ল।

লগে লগেই ইয়াৰ প্রতিক্রিয়া হ'ল।

মন্ত্রীসভা বা কাউঞ্চিল অব পিপলচ্ কমিচাৰৰ পৰা ৰাইকভ, মিলিউটিন আৰু নগিনে, কেন্দ্রীয় কমিটিৰ পৰা কামানেভ আৰু ঝিনভিয়েভে তৎকালে পদত্যাগ কৰিলে। আন আন বহুতো নেতায়ো পদত্যাগ কৰিলে।

বলচেভিক দল আৰু মন্ত্রীসভা এক ডাঙৰ সংকটৰ সন্মুখীন হ'ল।

দল আৰু চৰকাৰৰ অস্তিত্বই বিপদাপন্ন হৈ পৰিল।

এই সংকটৰ ফলত কেন্দ্রীয় সমিতিৰ বাকীবোৰ সদস্য কিন্তু লেনিনৰ চৌদিশে ঐক্যবদ্ধ হৈ পৰিল। ঝিনভিয়েভে অচিৰেই নিজৰ ভুল স্বীকাৰ কৰি উভটি আহিল আৰু তেওঁক পুনৰ কেন্দ্রীয় কমিটিত অন্তর্ভুক্ত কৰি লোৱা হ'ল।

পদত্যাগৰ এই ঘটনাই দলৰ ওপৰত যেনে ধৰণৰ প্ৰভাৱ পেলাব লাগিছিল, প্ৰথম হেল্দোলনিৰ পাছত সি কিন্তু বেছি নিৰাপদ।

পৰিস্থিতিয়ে দলক বচাই দিলে। বাস্তৱ ঘটনাবোৰ এই সময়ত ইমান দ্ৰুত-ভাৱে ঘটিবলৈ ধৰিলে যে এই বিভাজন লৈ মূৰ ঘমাই থাকিবলৈ কাৰো বিশেষ আহৰি নাইকিয়া হ'ল। বিৰোধীসকলহে নিজেই অকলশৰীয়া হৈ পৰিল। বলচেভিক দলেও প্ৰথম সংকটৰ পৰা পৰিত্ৰাণ পালে।

কিন্তু এই ঘটনাই লেনিন আৰু বলচেভিক দলক এটা ডাঙৰ ৰাজনৈতিক শিক্ষাও দিলে। পৰিস্থিতিৰ শক্তিশালীভাৱে মোকাবিলা কৰিবলৈ তেওঁলোকেও এতিয়া জৰুৰীভাৱে মিত্ৰ বিচাৰিবলৈ ধৰিলে।

চ'চিয়েল ৰিভলিউচনেৰী দলৰ বামপন্থী গোটটোৱে ইতিমধ্যেই বলচেভিক-সকলৰ লগত একেলগে কাম কৰিবলৈ আৰম্ভ কৰিছেই। গতিকে স্বাভাৱিকতেই এই গোটটোৰ লগতে প্ৰথমে মিত্ৰতা দৃঢ় কৰাৰ প্ৰশ্নটো আহি পৰিল। বাম চ'চিয়েল ৰিভলিউচনেৰীসকলে দ্বিতীয় কংগ্ৰেছত বলচেভিক দলৰ কাৰ্যসূচীৰ প্ৰতি সমৰ্থন জনালেও মন্ত্ৰীসভাত অংশগ্ৰহণ কৰিবলৈ ৰাজী হোৱা নাছিল। কৃষকসকলৰ উচিত প্ৰতিনিধিত্ব নাথাকিলে চৰকাৰত অংশগ্ৰহণ কৰাটো তেওঁলোকৰ বাবে সম্ভৱপৰ নহয় বুলি তেওঁলোকে বাৰে বাৰে কৈছিল।

সমস্যাটো আছিল এইখিনিতেই। বাম চ'চিয়েল ৰিভলিউচনেৰীসকলে সৰ্ব ৰুচ কৃষক চভিয়েটৰ প্ৰথম কংগ্ৰেছত এটা সুকীয়া গোট হিচাপে আত্মপ্ৰকাশ কৰি স্বতন্ত্ৰভাৱে কাম কৰিবলৈ আৰম্ভ কৰিছিল যদিও মূল চ'চিয়েল ৰিভলিউ-চনেৰী দলটোৰ পৰা ফাটি ওলাই অহা নাছিল। আৰু আনহাতে ৰাচিয়াৰ খেতিয়কসকলৰ ওপৰত চ'চিয়েল ৰিভলিউচনেৰী সমগ্ৰ দলটোৰহে একলীয়া প্ৰভাৱ আছিল, ইয়াৰ বাওঁ গোটটোৰ সুকীয়াকৈ প্ৰভাৱ নাছিল। ১৯১৭ চনৰ জুন মাহত দলৰ বিভাজনৰ সময়ৰ পৰা বামপন্থী গোটটোৱে অৱশ্যে দলটোৰ ভিতৰতে নিজৰ প্ৰভাৱ বঢ়াবলৈ চেষ্টা কৰি আহিছিল আৰু অক্টোবৰ বিপ্লৱৰ সময়লৈ এই কামত বেছ কিছু সফলো হৈছিল।

চ'চিয়েল ৰিভলিউচনেৰী দলৰ বিভাজনৰ কাৰণ আছিল আদৰ্শগত। মূল দলটোৰ প্ৰধান নেতাসকলে বুৰ্জোৱাৰ লগ হৈ সংযুক্ত চৰকাৰ গঠন কৰাৰ ফলত স্বাভাৱিকতেই বৈপ্লৱিক কৃষি কাৰ্যসূচী ল'বলৈ তেওঁলোক অপাৰগ আৰু অনিচ্ছুক হৈ পৰিছিল। অথচ বৈপ্লৱিক কৃষি কাৰ্যসূচীয়েই আছিল ব্যাপক কৃষক জনসাধাৰণ আৰু সেনাবাহিনীৰ সাধাৰণ কৃষক সৈনিকসকলৰ ওপৰত এই দলৰ প্ৰভাৱৰ মূল কাৰণ। ফলত দলৰ এচাম নেতাই পুৰণা নেতৃত্বৰ বিৰুদ্ধে বিদ্ৰোহ ঘোষণা কৰিলে আৰু অক্টোবৰ বিপ্লৱৰ সেই উত্তেজনাময় দিনবোৰত সমগ্ৰ চ'চিয়েল ৰিভলিউচনেৰী দলটোৰ ভিতৰতেই বামপন্থী গোটটোৰ প্ৰভাৱ বাঢ়ি আহিবলৈ ধৰিলে।

অক্টোবৰ বিপ্লৱৰ পাছত চ'চিয়েল ৰিভলিউচনেৰী দলে বলচেভিক দলৰ প্ৰভাৱ কমাবৰ বাবে ততাতৈয়াকৈ সদৌ ৰুচ কৃষক চভিয়েটৰ দ্বিতীয় কংগ্ৰেছ আহ্বান কৰিছিল। বলচেভিক দলৰ কৃষক সমাজৰ ওপৰত খুব ব্যাপক প্ৰভাৱ এটা নাছিল। সেয়ে এই কংগ্ৰেছ আহ্বান কৰি চ'চিয়েল ৰিভলিউচনেৰী দলে বলচেভিক চৰকাৰৰ ওপৰত এক প্ৰচণ্ড ৰাজনৈতিক হেঁচা প্ৰয়োগ কৰাৰ পৰিকল্পনা কৰিছিল।

কিন্তু অক্টোবৰ নবেম্বৰৰ সেই পৰিবেশত তেওঁলোকে ভবামতে কাম নহ'ল।

প্ৰথমতে কংগ্ৰেছৰ বাবে ৰাচিয়াৰ বিভিন্ন প্ৰান্তৰ পৰা নিৰ্বাচিত প্ৰতিনিধি-সকলৰ এক বৃহৎ সংখ্যকেই বামপন্থী গোটটোৰ প্ৰভাৱাধীন লোক নিৰ্বাচিত হৈ আছিল। দ্বিতীয়তে এই কংগ্ৰেছলৈ বলচেভিক দলৰো বহুতো প্ৰতিনিধি আৰু বিশেষকৈ তেওঁলোকৰ মাজত লেনিনো নিৰ্বাচিত হৈ আহিল। ফলত সমগ্ৰ কৃষক চভিয়েটৰ অধিবেশনত বলচেভিক আৰু বাওঁ চ'চিয়েল ৰিভলিউচনেৰী গোটৰ এক শক্তিশালী ল'বী প্ৰস্তুত হৈ উঠিল।

বলচেভিক দলেও এই পৰিস্থিতিত চ'চিয়েল ৰিভলিউচনেৰী দলৰ মাজত এটা আদৰ্শগত আৰু ৰাজনৈতিক বিভাজন ঘটাবলৈ চেষ্টা কৰিবলৈ ধৰিলে আৰু এই কামত তেওঁলোক সফলকাম হ'ল।

সদৌ ৰুচ দ্বিতীয় কৃষক কংগ্ৰেছৰ প্ৰতিনিধিসকলৰ ভিতৰত বাম গোটটোৰ অকলেই প্ৰায় ৫০% প্ৰতিনিধি আছিল, ইয়াৰ লগত বলচেভিক দলৰ প্ৰায় ২০% প্ৰতিনিধি লগহৈ প্ৰথমৰ পৰাই কংগ্ৰেছৰ অধিবেশনত প্ৰাধান্য বিস্তাৰ কৰিবলৈ সক্ষম হৈছিল।

এক বৈপ্লবিক কৃষি কাৰ্যসূচীৰ প্ৰশ্নলৈ বলচেভিক আৰু চ'চিয়েল ৰিভলিউ-চনেৰী দলৰ মাজত বিভাজন তীব্ৰ হৈ উঠিল। লেনিনে প্ৰথমেই বলচেভিক দলৰ কৃষি কাৰ্যসূচীৰ ভিত্তিত ভূমিৰ প্ৰশ্নটো উত্থাপন কৰিলে। তেওঁ মূলতে সকলো ভূমিৰ ৰাষ্ট্ৰীয়কৰণ আৰু সামন্তসকলৰ মাটি বাজেয়াপ্ত কৰাৰ প্ৰসঙ্গটো তুলিলে। এই প্ৰশ্নটোতে চ'চিয়েল ৰিভলিউচনেৰী দলৰ পুৰণা নেতাসকলৰ মূল আপত্তি আৰু বাম পন্থী গোটটোৰ সমৰ্থন আছিল।

লেনিনে ক'লে যে—"ৰাচিয়াত মাটিৰ মালিকীস্বত্বই হ'ল এক প্ৰচণ্ড শোষণৰ মূল ভিত্তি। খেতিয়কসকলৰ দ্বাৰা ভূমিৰ বাজেয়াপ্তকৰণেই আমাৰ বিপ্লৱৰ এটা অন্যতম প্ৰধান পদক্ষেপ।" এই প্ৰশ্নটোত বাম চ'চিয়েল ৰিভলিউচনেৰী সকলেও হোঁহোকা-পিছলা কৰা বাবে সমালোচনা কৰি তেওঁ কয় যে, "বাম চ'চিয়েল ৰিভলিউচনেৰীসকলৰ ভুল হ'ল যে তেওঁলোকে সেই সময়ত (বুৰ্জোৱাৰ লগত চৰকাৰ গঠন কৰাৰ সময়ত) কম্প্ৰমাইজৰ নীতিৰ বিৰোধিতা নকৰিলে— কিয়নো সেই সময়ত তেওঁলোকে এইটো সুব্ৰত বিশ্বাস কৰিছিল যে জনসাধাৰণৰ

সচেতনতা সম্পূৰ্ণভাৱে তেওঁলোক বিকশিত হৈ উঠা নাই ( সেয়ে বুৰ্জোৱাৰ লগত চৰকাৰ গঠন কৰাতো প্ৰয়োজন আছে )।

প্ৰতিজন মানুহৰ বৌদ্ধিক বিকাশ সম্পূৰ্ণ হ'লেহে যদি সমাজবাদত উপনীত হ'ব পৰা যায়, তেন্তে হ'লে অহা পাঁচশ বছৰলৈ আমি সমাজবাদৰ মুখ দেখিবলৈ নাপাম হ'ক। সমাজবাদী ৰাজনৈতিক দলে—যি শ্ৰমিক শ্ৰেণীৰ অগ্ৰণী বাহিনী স্বৰূপ, কেতিয়াও সাধাৰণ ৰাইজৰ শিক্ষা সম্পূৰ্ণ হোৱা নাই বুলি নিজৰ কাম-কাজ পাছ পৰি থাকিবলৈ দিব নোৱাৰে, বৰঞ্চ ই জনসাধাৰণক নেতৃত্ব দিব লাগে, বৈপ্লৱিক উদ্যোগৰ হাতিয়াৰ হিচাপে চভিয়েট সংগঠনবোৰক ব্যৱহাৰ কৰিব লাগে।[1]

অৰ্থাৎ ৰাইজৰ ৰাজনৈতিক সচেতনতা সম্পূৰ্ণ হোৱালৈ বাট চাই থাকিলে সফল বিপ্লৱ সম্পন্ন কৰিব পৰা নাযায়, বৰঞ্চ বিপ্লৱী দলে গণ বৈপ্লৱিক কাৰ্যসূচী নিৰ্ণয় কৰি, বিপ্লৱৰ সাংগঠনিক আহিলা প্ৰস্তুত কৰি সমাজৰ বৈপ্লৱিক ৰূপান্তৰৰ দিশত জনসাধাৰণক আগবঢ়াই নিবলৈ সক্ষম হ'ব লাগে।

বৈপ্লৱিক কৃষি কাৰ্যসূচীৰ প্ৰশ্নটোত চ'চিয়েল ৰিভ'লিউচনেৰী দলৰ বিভাজন এইবাৰ সম্পূৰ্ণ হ'ল। কংগ্ৰেছতে বামপন্থী গোটটোৱে সংখ্যাগৰিষ্ঠতা আৰ্জন কৰি বলচেভিক দলৰ নীতি আৰু নতুন চৰকাৰৰ লগত সহযোগিতা কৰিবলৈ আগবাঢ়ি আহিল। এটা প্ৰধান বিৰোধী দলৰ মাজত আদৰ্শগত আৰু ৰাজনৈতিক প্ৰশ্নত এনে বিভাজন ঘটাব পৰাটো বলচেভিক দলৰ এক ডাঙৰ ৰাজনৈতিক বিজয় আছিল।

বিভাজনৰ পাছত বাম চ'চিয়েল ৰিভ'লিউচনেৰী দলে নতুন বিপ্লৱী চৰকাৰত যোগ দিবলৈ ৰাজী হ'ল। ইমানদিনে তেওঁলোকে কৈ আহিছিল যে কৃষকৰ প্ৰতিনিধিত্ব নথকা চৰকাৰক তেওঁলোকে স্বীকৃতি দিব নোৱাৰে, তেনে চৰকাৰত তেওঁলোকে অংশগ্ৰহণ কৰিব নোৱাৰে। এতিয়া ভূমি আৰু কৃষি-নীতিৰ প্ৰশ্নটোত বলচেভিক দলে লোৱা বৈপ্লৱিক উদ্যোগৰ বাবে আৰু এই দলে আগৰ গোড়ামি এৰি অন্যান্য সমাজবাদী দলক সামৰি ল'বলৈ সাজু হোৱাৰ বাবে বাম চ'চিয়েল ৰিভ'লিউচনেৰী দলে চৰকাৰ গঠনত সহযোগিতা কৰিবলৈ সম্মত হ'ব পাৰে। অৱশ্যে বাম চ'চিয়েল ৰিভ'লিউচনেৰী দলে তেওঁলোকৰ কৃষি কাৰ্যসূচীখনকে বলচেভিক দলে নিজা কাৰ্যসূচী বুলি চলাই দিব বিচাৰিছে বুলি অভিযোগ কৰিবলৈকো নেৰিলে।

যি নহওক, ৰাছিয়াৰ ইতিহাসৰ সেই বৈপ্লৱিক যুগ-সন্ধিক্ষণত এক ঐতিহাসিক ঐক্য স্থাপন হ'ল। ৰাছিয়াৰ খেতিয়কসকলে তেওঁলোকৰ প্ৰধান ৰাজনৈতিক দলৰ জৰিয়তে এইবাৰ আনুষ্ঠানিকভাৱে শ্ৰমিকশ্ৰেণীৰ নেতৃত্বৰ সমাজবাদী বিপ্লৱত যোগদান কৰিলে। বিপ্লৱী শিবিৰৰ শক্তি প্ৰচণ্ডভাৱে বাঢ়ি আহিল।

চাৰিজন বাম চ'চিয়েল ৰিভলিউচনেৰী নেতাই পিপলচ্ কমিচাৰ হিচাপে মন্ত্ৰীসভাত যোগদান কৰিলে। এই দলৰ নেত্ৰী মেৰিয়া স্পিৰিদোনভাই গুৰুত্বপূৰ্ণ কৃষি বিভাগৰ মন্ত্ৰীত্ব গ্ৰহণ কৰিলে। বাকী কেইজন নেতা কোলেগাইয়েভ, প্ৰোচিয়ান আৰু ষ্টাইনবুৰ্গে আইন তথা নগৰ বিভাগ আৰু ডাক-তাঁৰ বিভাগৰ দায়িত্ব গ্ৰহণ কৰিলে। যদিও অৱশেষত এই ঐক্য চিৰস্থায়ী নহ'লগৈ, তথাপিও বিপ্লৱৰ সংকটঘন সময়ত এই ঐক্যই বিপ্লৱী শিবিৰক প্ৰচণ্ড শক্তি প্ৰদান কৰিলে। এই কাহিনীৰ বিষয়ে আমি কিছু পিছত পাই যাম। উচিত সময়ত, ক্ষণস্থায়ী হ'লেও, বিপ্লৱী ঐক্য গঢ়ি তোলাৰ ৰাজনৈতিক প্ৰয়োজনীয়তা আৰু বিচক্ষণতা এই ঘটনায়ে দেখুৱাই দিয়ে।

সৰ্ব ৰুচ শ্ৰমিক আৰু সৈনিক প্ৰতিনিধিৰ ঐতিহাসিক দ্বিতীয় কংগ্ৰেছে নিৰ্বাচিত কৰা ১৪০ জনীয়া কাৰ্যকৰী সমিতিখন এইবাৰ বহলাই দুগুণ কৰা হ'ল। কৃষক চভিয়েটৰ পৰা ১৪০ জন নতুন প্ৰতিনিধি, সেনা আৰু নৌ-বাহিনীৰ পৰা ১০০ জন, আৰু ট্ৰেড ইউনিয়নবোৰৰ পৰা ৫০ জন প্ৰতিনিধি লোৱা হ'ল আৰু ইয়াৰ নাম সলাই 'সদৌ ৰুচ শ্ৰমিক, কৃষক আৰু সৈনিক চভিয়েটৰ ডেপুটিসকলৰ কেন্দ্ৰীয় কাৰ্যকৰী সমিতি' ৰখা হ'ল।

বিপ্লৱে ইয়াৰ প্ৰয়োজনীয় নতুন অনুষ্ঠান গঢ়ি ল'লে।

ইয়াৰ ফলত দেশৰ চৌদিশে এক প্ৰচণ্ড উৎসাহ-উদ্দীপনাৰ সোঁত বৈবলৈ ধৰিলে। প্ৰায় সকলো ঠাইতে চভিয়েটবোৰে ক্ষমতা দখল কৰিবলৈ আৰম্ভ কৰিলে। চভিয়েট চৰকাৰো দেশৰ ব্যাপক কৃষকসকলৰ অংশগ্ৰহণৰ জৰিয়তে এক বহল ভিত্তিৰ ওপৰত প্ৰতিষ্ঠিত হৈ পৰিল। ইয়াৰ ৰাজনৈতিক আৰু নৈতিক শক্তি তথা কৰ্তৃত্বও ব্যাপক হৈ পৰিল। এই চৰকাৰে এতিয়া দেশব্যাপি বিভিন্ন সংকটৰ সফলভাৱে মোকাবিলা কৰিব পৰা হ'ল।

নতুন চভিয়েট চৰকাৰে এইবাৰ কাম-কাজ আৰম্ভ কৰিলে।

চৰকাৰৰ সন্মুখত এইবাৰ প্ৰথম গুৰুত্বপূৰ্ণ কাম হৈ পৰিল সাংবিধানিক সভা—কনষ্টিটিউৱেণ্ট এচেম্বলীৰ অধিবেশন অনুষ্ঠিত কৰাতো।

ফেব্ৰুৱাৰী গণতান্ত্ৰিক বিপ্লৱৰ বিজয়ৰ পিছতে সমগ্ৰ ৰাচিয়াৰ বাবে এখন নতুন সংবিধান প্ৰণয়নৰ বাবে মুক্ত নিৰ্বাচনৰ দ্বাৰা এখন সাংবিধানিক সভা গঠন কৰাৰ প্ৰশ্নটো জৰুৰীভাৱে আহি পৰিছিল। তেতিয়াৰ পৰা গঠিত হোৱা প্ৰতিটো চৰকাৰ আৰু দেশৰ প্ৰতিটো ৰাজনৈতিক দলে সোনকালে এই সাংবিধানিক সভা পতাৰ প্ৰতি সমৰ্থন জনাই আহিছিল। বলচেভিক দলেও ইয়াৰ প্ৰতি সমৰ্থন জনাইছিল। এই সভা অনুষ্ঠিত নোহোৱা পৰ্যন্ত দেশৰ ভূমিনীতি, কৃষিনীতি, অৰ্থব্যৱস্থা, উদ্যোগনীতি আদিৰ বিষয়ে কোনো ধৰণৰ গুৰুত্বপূৰ্ণ সিদ্ধান্ত লোৱা হোৱা নাছিল। আনকি প্ৰতিখন চৰকাৰেও, নিজকে সাংবিধানিক সভাৰ কাম-কাজ শেষ নোহোৱা পৰ্যন্ত কাম-কাজ চলাই যোৱাৰ বাবে গঠিত

অস্থায়ী চৰকাৰ বুলিহে অভিহিত কৰিছিল। অক্টোবৰ বিপ্লৱৰ পাছত বলচেভিক দলৰ দ্বাৰা গঠিত চভিয়েট চৰকাৰেও নিজকে অন্তৰ্বৰ্তীকালীন চৰকাৰ বুলিহে কৈছিল। আনকি বিখ্যাত ভূমি ডিক্রি জাৰি কৰাৰ সময়তো চৰকাৰে ইয়াৰ চূড়ান্ত ৰূপ সাংবিধানিক সভাইহে দিব বুলি উল্লেখ কৰিছিল।[২]

কিন্তু, এই কথাও ঠিক যে বলচেভিক চৰকাৰে প্ৰথমৰ পৰাই প্ৰকৃততে সাংবিধানিক সভাইহে সিদ্ধান্ত ল'বলগীয়া বহুতো বিষয়ৰ ওপৰত হস্তক্ষেপ কৰি নিজেই আদেশ জাৰি কৰিবলৈ আৰম্ভ কৰিছিল।

এই সাংবিধানিক সভাৰ প্ৰকৃত তাৎপৰ্যনো কি এই বিষয়ে কিছু কথা আলোচনা কৰাটো প্ৰয়োজন।

এক বুৰ্জোৱা গণতান্ত্ৰিক বিপ্লৱৰ বিজয়ৰ পিছত বুৰ্জোৱা শ্ৰেণীৰ সামাজিক, ৰাজনৈতিক, অৰ্থনৈতিক সকলোধৰণৰ আশা-আকাংক্ষাক সুস্পষ্ট ৰূপ দান কৰাৰ ক্ষেত্ৰত সাংবিধানিক সভাই হ'ল সৰ্বোচ্চ গণতান্ত্ৰিক অনুষ্ঠান। সংবিধান প্ৰণয়নৰ জৰিয়তে—এই সভাই দেশৰ ৰাজনৈতিক গাঁথনি, চৰকাৰৰ চৰিত্ৰ আৰু গঠন, ৰাজনৈতিক অনুষ্ঠানবোৰৰ নিৰ্বাচনী প্ৰক্ৰিয়া, ক্ষমতাৰ পৰিসৰ, ব্যাপ্তি আদি নিৰ্ণয় কৰে আৰু দেশৰ নাগৰিকসকলৰ, চৰকাৰৰ, অধিকাৰ, দায়িত্ব আৰু কৰ্তব্য সম্পৰ্কে নীতি-নিৰ্দেশনা প্ৰস্তুত কৰে।

এই সাংবিধানিক সভাই সংবিধান প্ৰণয়নৰ জৰিয়তে সৃষ্টি কৰে এখন বুৰ্জোৱা গণতান্ত্ৰিক প্ৰজাতন্ত্ৰৰ, বুৰ্জোৱা ৰাজনৈতিক অনুস্থানবোৰৰ, বহুদলীয় শাসন ব্যৱস্থা আৰু বুৰ্জোৱা স্বাধীনতাবোৰ।

কিন্তু অক্টোবৰ বিপ্লৱৰ বিজয়লাভৰ পাছত বলচেভিক দলৰ সন্মুখৰ কৰ্তব্য আছিল কেৱল এখন বুৰ্জোৱা গণতান্ত্ৰিক প্ৰজাতন্ত্ৰ প্ৰতিষ্ঠা কৰাতো নহয়, বৰঞ্চ ৰাচিয়াক সমাজবাদৰ দিশলৈ আগবঢ়াই লৈ যোৱাতোহে।

সমাজবাদ প্ৰতিষ্ঠাই আছিল বলচেভিক দলৰ প্ৰাথমিক আৰু বুনিয়াদী কৰ্তব্য আৰু লক্ষ্য। লেনিনৰ চিন্তাধাৰাও এইক্ষেত্ৰত অতি স্পষ্ট আছিল। এনে এক পৰিবেশত, য'ত সমাজবাদ প্ৰতিষ্ঠাই মূল লক্ষ হয়, তাত বুৰ্জোৱা গণতন্ত্ৰ প্ৰতিষ্ঠাৰ বাবে এখন মঞ্চ গঢ়াৰ কথাটো খাপ খাই জানো। ইটোৰ লগত সিটো মিল নথকা কথা যেন হে পৰে।

বলচেভিক দল ক্ষমতালৈ অহাৰ সময়ত ইতিমধ্যে কিন্তু সাংবিধানিক সভা গঠনৰ বাবে প্ৰতিনিধি নিৰ্বাচনৰ কাম পুৰাদমে আৰম্ভ হৈ গৈছে। আগৰ অস্থায়ী চৰকাৰেই, ইয়াৰ পতনৰ বহু আগতেই সাংবিধানিক সভাৰ প্ৰথম গঠন নবেম্বৰ মাহৰ ২৫ তাৰিখে হ'ব বুলি দিন ধাৰ্য কৰি প্ৰতিনিধি নিৰ্বাচনৰ প্ৰক্ৰিয়াটো আৰম্ভ কৰি গৈছে। ক্ষমতালৈ অহাৰ পাছত বলচেভিক চৰকাৰেও এই তাৰিখটোতে সাংবিধানিক সভা গঠন হ'ব বুলি ঘোষণা কৰি থৈছিল আৰু

এই প্ৰক্ৰিয়া সুচাৰুৰূপে পৰিচালনা কৰিবৰ বাবে উৰিট্স্কী নামৰ কেন্দ্ৰীয় কমিটিৰ সদস্য এজনক দায়িত্বও দিছিল।

কিন্তু সমাজবাদী বিপ্লৱৰ পাছত বুৰ্জোৱা সাংবিধানিক সভাৰ বহু প্ৰাসংগিকতা বাস্তৱিকতে নাইকিয়া হৈও গৈছিল।

যি নহওক, সাংবিধানিক সভাৰ নিৰ্বাচনী প্ৰক্ৰিয়া প্ৰায় সম্পূৰ্ণ হওঁ হওঁ হ'লহি। মুঠ ৮০৮ জন সদস্যৰ ভিতৰত ৭০৭ জনৰ নিৰ্বাচন হওঁতেই দেখা গ'ল যে কথা বিষম। ইয়াৰ ভিতৰত অকল অবিভক্ত চ'চিয়েল ৰিভলিউচনেৰী দলৰেই ৪১০ জন সদস্য নিৰ্বাচিত হ'ল আৰু ইয়াৰো বেছিভাগেই হ'ল দলৰ ৰক্ষণশীল গোটটোৰ, বাম চ'চিয়েল ৰিভলিউচনেৰী গোটৰো নহয়। বলচেভিক দলৰ সদস্য নিৰ্বাচিত হ'ল ১৭৫ জন। বাকীবোৰ দলৰ অৱস্থা আৰু সংখ্যা, মানচেভিকৰ ১৬, কেডেট দলৰ ১৭ আৰু বিভিন্ন জাতিৰ জাতীয়তাবাদী গোটবোৰৰ ৮৪ জন সদস্য নিৰ্বাচিত হ'ল।

নিৰ্বাচনৰ ফলাফলে এটা কথা স্পষ্ট কৰি দিলে যে এইখন সভাত বলচেভিক আৰু ইয়াৰ মিত্ৰদলসমূহে কোনোধৰণৰ বৈপ্লৱিক তথা সমাজবাদী সংবিধান গৃহীত কৰোৱাৰ সম্ভাৱনা প্ৰায় শূন্য।

আৰু আনহাতেদি এই নিৰ্বাচন নতুন বলচেভিক চৰকাৰৰ প্ৰতি জনসাধাৰণৰ একপ্ৰকাৰ অনাস্থা প্ৰকাশ বুলি কোৱাৰো বিৰোধীসকলৰ থল ওলাল।

এনে এটা পৰিস্থিতি ৰাজনৈতিকভাৱে কোনোপ্ৰকাৰে সহ্য কৰা নাযায়।

লেনিন আৰু বলচেভিক দলে এই পৰিস্থিতিৰ পৰা পৰিত্ৰাণৰ বাট বিচাৰিলে।

দেখা গ'ল যে চ'চিয়েল ৰিভলিউচনেৰী দলৰ সাংবিধানিক সভালৈ নিৰ্বাচিত হোৱা ৪১০ জন প্ৰতিনিধিৰ ভিতৰত বাম চ'চিয়েল ৰিভলিউচনেৰী গোটৰ সদস্য সংখ্যা মাত্ৰ ৪০ জন আৰু ৰক্ষণশীল সোঁপন্থী গোটৰ সদস্য ৩৭০ জন। আনহাতে দ্বিতীয় কৃষক চভিয়েটত ইয়াৰ প্ৰায় ওলোটা ফলাফল আছিল। এনে হোৱাৰ কাৰণ কি? সাংবিধানিক সভাত দুইটা গোটৰ সদস্য সংখ্যাইটো বাস্তৱ অৱস্থাক প্ৰতিফলিত নকৰে। দৰাচলতে সাংবিধানিক সভাৰ নিৰ্বাচনী প্ৰক্ৰিয়া আৰম্ভ হৈছিল বহু আগতে আৰু এই নিৰ্বাচনৰ সময়ত এই দলে অবিভক্ত দল হিছাপেহে অংশগ্ৰহণ কৰিছিল। পৰৱৰ্তী ৰাজনৈতিক পৰিস্থিতিৰ পৰিৱৰ্তনে যি সময়ত দলক বিভক্ত কৰিলে, বাম চ'চিয়েল ৰিভলিউচনেৰী গোটটোক প্ৰধান সংখ্যাগৰিষ্ঠ বিপ্লৱী গোট হিছাপে প্ৰতিষ্ঠা কৰিলে, সেই সময়ত সাংবিধানিক সভাৰ নিৰ্বাচনী ফলাফলে এইবোৰ ৰাজনৈতিক পৰিৱৰ্তনৰ আগৰ পৰিস্থিতিৰহে প্ৰতিফলন ঘটালে।

এই ফলাফলৰ বিষয়ে লেনিনে মন্তব্য কৰিলে যে ৰাইজে এনে এটা দলৰ বাবে ভোটদান কৰিছিল যিটোৰ আজি আৰু বাস্তৱ অস্তিত্ব নাই।[৫]

এই সংবিধানটোকে লৈ লেনিন আৰু বলচেভিক দলে সাংবিধানিক সভাৰেই প্ৰাসংগিকতা নাইকিয়া হোৱা বুলি প্ৰতিপন্ন কৰাৰ চেষ্টা কৰিলে।

যদি চ'চিয়েল বিভলিউচনেৰী দল ঐক্যবদ্ধ হৈ থাকিলহেঁতেন আৰু ৰায়পন্থী গোটটোৱে বিভাজনৰ পৰিবৰ্তে ঐক্যবদ্ধভাৱে চভিয়েট চৰকাৰত অংশগ্ৰহণ কৰিলেহেঁতেন তেনেহ'লে হয়তো ৰাচিয়াৰ ইতিহাসৰ গতিয়েই সলনি হৈ গ'ল-হেঁতেন।

কিন্তু ইতিহাসৰ নিষ্ঠুৰ গতিত 'যদি' আৰু 'কিন্তু'ৰ কোনো স্থান নাই।

যদি সাংবিধানিক সভাক ইয়াৰ বৰ্তমানৰ ৰূপত কাম কৰিবলৈ দিয়া হয়, তেনেহ'লে ই়য়ে এটা বলচেভিক আৰু চভিয়েট বিৰোধী বিকল্প শক্তিৰূপে আত্ম-প্ৰকাশ কৰিব; সেই কথা নিশ্চিত হৈ পৰিল। মানচেভিক, কেডেট আৰু সোঁপন্থী চ'চিয়েল বিভলিউচনেৰীহঁতৰ হাতত ই এক শক্তিশালী ৰাজনৈতিক হাতিয়াৰ হৈ পৰিব।

এনে হোৱাতো কোনো বিপ্লৱী দলে সহ্য কৰিব নোৱাৰে।

ফৰাচী বিপ্লৱৰ ঐতিহাসিক শিক্ষাও তেওঁলোকে পাহৰি পেলোৱা নাই।

বিপ্লৱৰ পিছত যেতিয়া ফ্ৰান্সত সাংবিধানিক সভাৰ বৈঠক আৰম্ভ হ'ল তেতিয়া এই সভাই বিপ্লৱৰ সকলো বৈপ্লৱিক ফলাফল নসাৎ কৰি, বিপ্লৱৰ প্ৰধান শক্তি সৰ্বসাধাৰণ ৰাইজৰ স্বাৰ্থ ৰক্ষা কৰাৰ পৰিবৰ্তে বুৰ্জোৱা শ্ৰেণীৰ সুবিধা হোৱাকৈ এখন সাংবিধানৰ আৰ্হি তৈয়াৰ কৰিলে। ১৮৮৪ চনৰ মে' মাহত বহা ফৰাচী সাংবিধানিক সভাৰ বিষয়ে মন্তব্য কৰি মাৰ্ক্সে লেখিছিল যে ইয়াৰ কাম আছিল বিপ্লৱৰ ফলাফলক বুৰ্জোৱা মানৰ পৰ্যায়লৈ অৱনমিত কৰা আৰু শেষত শ্ৰমিক-জনতাৰ গণহত্যাৰ বাট সুগম কৰি তোলা।

বলচেভিক চৰকাৰে এনে ঘটনা ৰাচিয়াতো ঘটিবলৈ দিব নোৱাৰে।

সাংবিধানিক সভা সম্পৰ্কে বলচেভিক দলৰ ধাৰণাৰ কথা ডিচেম্বৰ মাহলৈ স্পষ্ট হৈ উঠিছিল। লেনিনৰ এটা বক্তব্যতে এই মনোভাৱ ধৰা পৰিছিল। তেওঁ কৈছিল, "আমাক পূৰ্বৰ কল্পনা মতেই আজি সাংবিধানিক সভাৰ বৈঠক আহ্বান কৰিবলৈ কোৱা হৈছে। ওঁহো, ধন্যবাদ—সেইটো সম্ভৱ নহয়। জন-সাধাৰণৰ বিৰুদ্ধেই ইয়াক কল্পনা কৰা হৈছিল, আমি অভ্যুত্থান ঘটোৱাৰ অৰ্থই হ'ল যে আমি ইয়াক কেতিয়াও জনতাৰ স্বাৰ্থৰ বিৰুদ্ধে ব্যৱহাৰ কৰিবলৈ নিদিয়াটো। যেতিয়া এটা বৈপ্লৱিক শ্ৰেণীয়ে ইয়াক প্ৰতিৰোধ কৰিব বিচৰা এটা সম্পত্তিশালী শ্ৰেণীৰ বিৰুদ্ধে সংগ্ৰাম কৰে, এই প্ৰতিৰোধ চূৰ্ণ কৰাতো প্ৰয়োজন। সম্পত্তিশালী শ্ৰেণীবোৰে যিবোৰ পদ্ধতিৰে সৰ্বহাৰাক দমন কৰে আমিও সেই একেবোৰ পদ্ধতিৰেই তেওঁলোকক দমন কৰিম। নতুন কোনো পদ্ধতি এতিয়াও উদ্ভাৱন কৰা হোৱা নাই।"[৫]

অৰ্থাৎ, আন কথাত, বলচেভিক দলে সাংবিধানিক সভাৰ বৈঠক বহিবলৈ নিদিয়ে।

আৰু বাস্তৱিকতে সেয়েই ঘটিল। বলচেভিক চৰকাৰে সাংবিধানিক সভাৰ বৈঠক আৰম্ভ হোৱাৰ পিছতেই ইয়াক ভাঙি দিলে।

প্ৰাভ্‌দা কাকতৰ ২৬ ডিচেম্বৰৰ সংখ্যাত এই সমগ্ৰ সমস্যাটো আৰু বলচেভিক দলৰ ভূমিকা সম্পৰ্কে লেনিনৰ এক বিশ্লেষণ প্ৰকাশ পালে। থেচিচ অন্‌ কনষ্টিটিৱেণ্ট এচেম্বলী নামেৰে জনাজাত এই দলিলত লেনিনে ক'লে যে ৰাচিয়াত আজি বুৰ্জোৱা গণতান্ত্ৰিক বিপ্লৱৰ যুগ শেষ হৈ গৈছে, ই শক্তিহীন হৈ পৰিছে। এতিয়া সকলোৱে দৃঢ়ভাৱে সমাজতন্ত্ৰৰ দিশত আগুৱাব ল'ব লাগে।

এখন বুৰ্জোৱা প্ৰজাতন্ত্ৰত সাংবিধানিক সভাই হ'ল গণতান্ত্ৰিক প্ৰমূল্যৰ সৰ্বোচ্চ প্ৰকাশ। বুৰ্জোৱা বিপ্লৱ (ফেব্ৰুৱাৰীত) সম্পন্ন হোৱাৰ আগতে গৃহীত হোৱা আমাৰ দলৰ কাৰ্যসূচীত ইয়াৰ উল্লেখ থকাটো অতি সঠিক পদক্ষেপ আছিল।

কিন্তু ১৮১৭ চনৰ ফেব্ৰুৱাৰীৰ পৰাই বিপ্লৱী সমাজ গণতান্ত্ৰিকসকলে কৈ আহিছে যে চভিয়েটবোৰৰ দ্বাৰা গঠিত এখন প্ৰজাতন্ত্ৰ, সাংবিধানিক সভা থকা এখন বুৰ্জোৱা প্ৰজাতন্ত্ৰতকৈ অধিক আগবঢ়া গণতান্ত্ৰিক প্ৰমূল্যযুক্ত সংগঠন।

ইতিমধ্যে আৰু বহুতো ঘটনা ঘটি গৈছে। বুৰ্জোৱা আৰু চভিয়েটবোৰৰ মাজত সশস্ত্ৰ সংগ্ৰাম ইতিমধ্যে আৰম্ভ হৈ গৈছে; কালাডিনৰ দৰে প্ৰতিবিপ্লৱী অভ্যুত্থানৰ প্ৰচেষ্টাও ঘটিছে; আজি ৰাচিয়াৰ ব্যাপক জনগণৰ মাজলৈ বৈপ্লৱিক ধ্যান-ধাৰণাবোৰ সোমাই গৈছে। "এইবোৰৰ ফলত আজি আৰু সমাজৰ জ্বলন্ত প্ৰশ্নবোৰ নিয়মতান্ত্ৰিক গণতান্ত্ৰিক পদ্ধতিৰে সমাধা কৰাৰ সম্ভাৱনা নাইকিয়া হৈ গৈছে—আজি সাংবিধানিক সভাৰ লগত বুৰ্জোৱাৰ বিৰুদ্ধে সমাজবাদী বিপ্লৱ আৰম্ভ কৰা শ্ৰমজীৱি শোষিত শ্ৰেণীবোৰৰ স্বাৰ্থ তথা ইচ্ছাৰ সংঘাট অৱশ্যম্ভাৱী হৈ পৰিছে।

সেয়ে আজি সাংবিধানিক সভাৰ প্ৰশ্নটো বুৰ্জোৱা গণতন্ত্ৰৰ গাঁথনিৰ আনুষ্ঠানিক আৰু আইনগত দৃষ্টিভংগীৰে বিচাৰ কৰিবলৈ যোৱাটো সৰ্বহাৰাৰ প্ৰতি এক প্ৰকাৰৰ বিশ্বাসঘাটকতাহে।[6]

এই সাধাৰণ সত্যটো যিসকল বলচেভিক নেতাই বুজি উঠা নাই, সেইসকলকো লেনিনে কঠোৰভাৱে সমালোচনা কৰিলে।

তেনেহ'লে সেই পৰিস্থিতিত সাংবিধানিক সভাৰ একো কামেই নাই নেকি? লেনিনৰ মতে ইয়াৰ একমাত্ৰ কাম এতিয়া হ'ব পাৰে নিচৰ্তভাৱে চভিয়েট ক্ষমতাক গ্ৰহণ কৰাৰ কথা ঘোষণা কৰাটো। সাংবিধানিক সভাকলৈ উৎপন্ন হোৱা যিকোনো সংকটক আজি কেৱলমাত্ৰ বৈপ্লৱিক পন্থাৰেহে সমাধান কৰা যায়।[7]

বলচেভিক, বাম চ'চিয়েল ৰিভলিউচনেৰী দল আৰু অন্যান্য সমাজবাদী

দলবোৰৰ মাজত অক্টোবৰ বিপ্লৱৰ চৰিত্ৰ সম্পৰ্কে তীব্ৰ আৰ্দশগত বিৰোধ আছিল। যি সময়ত বলচেভিক আৰু ইয়াৰ মিত্ৰ দলসমূহে ইয়াক সমাজবাদী বিপ্লৱ বুলি অভিহিত কৰিছিল সেইসময়ত বাকীবোৰে ইয়াৰ চৰিত্ৰ মূলতেই গণতান্ত্ৰিক বুলিহে বিশ্বাস কৰিছিল আৰু সেয়ে গণতান্ত্ৰিক বিপ্লৱৰ অপৰিহাৰ্য অংগ হিছাপে সাংবিধানিক সভাৰ দৃঢ় সমৰ্থন কৰিছিল। কিন্তু শাসনাধিষ্ঠ বলচেভিক দল আৰু ইয়াৰ মিত্ৰসকলে অক্টোবৰ বিপ্লৱক সমাজবাদী বুলি সূত্ৰায়ন কৰাৰ ফলত সাংবিধানিক সভা আৰু বুৰ্জোৱা সাংবিধানিকতাৰ ভাগ্য নিৰ্ণয় হৈ গ'ল। সমাজবাদী বিপ্লৱত বুৰ্জোৱা সাংবিধানিক সভাৰ কোনো স্থান নাই; কিন্তু সংবিধানৰ স্থান নাইকিয়া নহয়। চভিয়েট সংবিধান গ্ৰহণৰ কথালৈ আমি পিছে পৰে আহিম।

গোটেই প্ৰশ্নটোৰ সাৰাংশখিনি সুন্দৰভাৱে গোটাই ঝিনভিয়েভে ক'লে—"আমি সাংবিধানিক সভা আৰু চভিয়েটৰ মাজৰ বিৰোধক দুটা বিপ্লৱৰ মাজৰ ঐতিহাসিক বিৰোধ হিছাপে দেখা পাওঁ—এই বিপ্লৱ দুটা হ'ল বুৰ্জোৱা গণতান্ত্ৰিক বিপ্লৱ আৰু সমাজবাদী বিপ্লৱ। সাংবিধানিক সভাৰ বাবে নিৰ্বাচনৰ প্ৰস্তুতি হ'ল ফেব্ৰুৱাৰীৰ প্ৰথম বৰ্জোৱা গণতান্ত্ৰিক বিপ্লৱৰ প্ৰতিধ্বনী—ই নিশ্চিতভাৱে জনতাৰ বা সমাজতান্ত্ৰিক বিপ্লৱৰ প্ৰতিধ্বনী নহয়।[৪]

এই ৰাজনৈতিক প্ৰশ্নবোৰৰ সমাধানৰ বাবে এইবাৰ আকৌ কংগ্ৰেছৰ অধিবেশন পতাৰ প্ৰয়োজনীয়তা আহি পৰিল। সদৌ ৰুচ শ্ৰমিক আৰু সৈনিক চভিয়েট তথা সদৌ ৰুচ কৃষক চভিয়েটসমূহৰ তৃতীয় কংগ্ৰেছ বা মহাসভা এইবাৰ আহ্বান কৰা হ'ল। ১৯১৮ চনৰ ২৩ জানুৱাৰীৰ দিনা এই মহাসভাই ইতিমধ্যে আৰম্ভ হোৱা সাংবিধানিক সভাক আনুষ্ঠানিকভাৱে ভংগ কৰি দিলে। মহাসভাৰ অধিবেশনতে লেনিনে বিপ্লৱৰ প্ৰশ্নটো আৰু স্পষ্ট কৰিবৰ বাবে ক'লে যে ৰাচিয়াৰ বিপ্লৱ এক নিৰৱচ্ছিন্ন প্ৰক্ৰিয়া—ইয়াক এনেদৰে নাচালে বুজি উঠিব নোৱাৰি। "আমাৰ বিপ্লৱ সেই পৰ্যায়লৈকে বুৰ্জোৱা গণতান্ত্ৰিক বিপ্লৱ আছিল, যি পৰ্যায়-লৈকে আমি সমগ্ৰ কৃষকসকলৰ লগত একেলগে আগবাঢ়ি গৈছিলোঁ। এই সমগ্ৰ কৃষকসকলৰ লগত প্ৰথমে আমি আগুৱান হওঁ ৰাজতন্ত্ৰৰ বিৰুদ্ধে, তাৰ পাছত মাটিগিৰি জমিদাৰহঁত আৰু মধ্যযুগীয় সংগঠনবোৰৰ বিৰুদ্ধে। এই পৰ্যায়-লৈকে আমাৰ বিপ্লৱ হৈ থাকে বুৰ্জোৱা গণতান্ত্ৰিক বিপ্লৱ। ইয়াৰ পাছত আমি গৰিব কৃষক আৰু অৰ্ধসৰ্বহাৰাসকলৰ সৈতে, সকলো শোষিত লোকৰ সৈতে পুঁজিবাদৰ বিৰুদ্ধে আগবাঢ়ো, অৰ্থাৎ ধনী খেতিয়ক, কুলাক (পুঁজিবাদী খেতিয়ক) আৰু বদমাচ বেপাৰীহঁতৰ বিৰুদ্ধে ঠিয় হওঁ—আৰু তেতিয়াই আমাৰ বিপ্লৱ এক সমাজতান্ত্ৰিক বিপ্লৱলৈ পৰিণত হয়।'[৭]

বিপ্লৱৰ এই দুইটা স্তৰৰ মাজত কোনোধৰণৰ কৃত্ৰিম বাধাৰ দেৱাল নাই—এটা গৈ আনটোত মিলি পৰেগৈ।

এই গুৰুত্বপূৰ্ণ তৃতীয় কংগ্ৰেছতে বিপ্লৱ সম্পৰ্কে বলচেভিক দলৰ ৰাজনৈতিক সুত্ৰায়ন গৃহীত হোৱাৰ উপৰিও ষ্টেলিনৰ জাতি সমস্যা সম্পৰ্কে বিশ্লেষণ আৰু কাৰ্যসূচীও গৃহীত হয়। এই মহাসভাত যিহেতু সাংবিধানিক সভা ভংগ কৰা হয়, গতিকে বলচেভিক চৰকাৰৰ নামৰ আগৰ পৰা অস্থায়ী বা অন্তৰ্বৰ্তীকালিন এই শব্দটোও বাদ দিয়া হয়—বলচেভিক চৰকাৰ আনুস্থানিকভাৱে ৰুচ চৰকাৰলৈ পৰিণত হয়।

সমাজৰ দলিত, শোষিত, সৰ্বহাৰা গৰিষ্ঠসংখ্যক জনগণৰ অধিকাৰসমূহ সম্বলিত শ্ৰমিক ৰাইজৰ অধিকাৰ ( Rights of toiling people ) নামৰ গুৰুত্বপূৰ্ণ দলিলখনো ইয়াত গৃহীত হয়। আৰু ৰাচিয়াক ৰুচ প্ৰজাতন্ত্ৰৰ পৰিৱৰ্তে ৰুচ সমাজবাদী চভিয়েট প্ৰজাতন্ত্ৰ হিছাপে ঘোষণা কৰা হয়। পাছলৈ ইয়াৰ পৰা 'ৰুচ' নামটো সম্পূৰ্ণভাৱে বাদ দি সংযুক্ত চভিয়েট সমাজবাদী প্ৰজাতন্ত্ৰ হিছাপে বৃহৎ ৰাচিয়াৰ নামকৰণ কৰা হয়।

নানান বাধা-বিঘিনি, বিৰোধিতা আৰু নানা তৰহৰ উত্থান-পতনৰ মাজেৰে সমাজবাদী বিপ্লৱ বিজয়ৰ দিশত আগবাঢ়িল। অকল জয়লাভেই নহয়, তাতোতকৈও গুৰুত্বপূৰ্ণ কথা হ'ল যে বিপ্লৱ আৰু বিপ্লৱী চৰকাৰে জানুৱাৰী মাহৰ ভিতৰতেই সমগ্ৰ ৰাচিয়াৰ চুকে-কোণে ব্যাপক গণ-সমৰ্থন আদায় কৰিবলৈ আৰু নিজৰ ভিত্তি শক্তিশালী আৰু সংহত কৰি তুলিবলৈ সক্ষম হৈ পৰিল। এই সফলতাই মানৱ ইতিহাসত প্ৰথম বাৰৰ বাবে গঠিত এখন শ্ৰমিক শ্ৰেণীৰ চৰকাৰৰ, সমাজবাদী বিপ্লৱৰ ভৱিষ্যৎ নিৰাপত্তাৰ গেৰাণ্টি প্ৰদান কৰিলে।

বিপ্লৱী শক্তিক সংহত কৰা কাৰ্যত বলচেভিক দলে কিন্তু অন্যান্য বিৰোধী শ্ৰেণী, সেইবোৰৰ ৰাজনৈতিক সংগঠন আৰু বাতৰি কাকতবোৰক কঠোৰ হাতেৰে দমন কৰিছিল। শ্ৰমিক শ্ৰেণীৰ দলে ৰাষ্ট্ৰক্ষমতা দখল কৰাৰ পাছত বিৰোধী বুৰ্জোৱা শ্ৰেণীক ৰাষ্ট্ৰযন্ত্ৰ আৰু সশস্ত্ৰ শক্তিৰ সহায়ত দমন কৰাতো অৱধাৰিত আছিল। বিপ্লৱ এটা সহজ কথা নহয়—উদাৰনৈতিক মানৱিয়তাৰ স্থান ইয়াত বহুত কম। শ্ৰেণী বিপ্লৱত এটা শ্ৰেণীয়ে আনটোক দমন কৰিবই—ইমানদিন যেনেদৰে বুৰ্জোৱাই সামন্তসকলৰ সক্ৰিয় সহযোগত শ্ৰমজীৱী সৰ্বহাৰাক দমন কৰি আহিছিল, আজি বিপ্লৱৰ পাছত সৰ্বহাৰায়ো ৰাষ্ট্ৰযন্ত্ৰৰ সহায়ত ( ই পুৰণা বুৰ্জোৱা শাসনযন্ত্ৰ নহয়, ই হ'ল বিপ্লৱৰ মাজেৰে গঢ়ি তোলা শ্ৰমিক আৰু শোষিত শ্ৰেণীবোৰৰ নিজস্ব সশস্ত্ৰ বাহিনীৰে শক্তিমান চভিয়েট ৰাষ্ট্ৰযন্ত্ৰ ) বিৰোধী বুৰ্জোৱাক দমন কৰিব—এদনীয়াভাৱে সৰ্বহাৰাৰ একনায়কত্বৰ ধাৰণাৰ ভিত্তিও এইটোৱেই।

বুৰ্জোৱা বাতৰি কাকতবোৰ বন্ধ কৰি দিয়াত চৌদিশে প্ৰচণ্ড গণ্ডগোল আৰম্ভ হৈছিল। আন আন সমাজবাদী দলবোৰে ইয়াৰ বিৰোধিতা কৰিছিল। প্ৰথম অৱস্থাত অন্যান্য সমাজবাদী বাতৰি কাকতবোৰৰ ওপৰত চৰকাৰে কোনো

ধৰণৰ নিষেধাজ্ঞা জাৰি কৰা নাছিল যদিও, চভিয়েট চৰকাৰৰ অহৰহ বিৰোধিতা চলাই যোৱা কিছুমান কাকত পিছত বন্ধ কৰি দিব লগা হৈছিল। বলচেভিক দলে স্পষ্টকৈ কৈছিল যে সমাজতান্ত্ৰিক বিপ্লৱ আগবঢ়াই নিয়াৰ সময়ত আমি বুৰ্জোৱা উদাৰনৈতিকতাক সহ্য কৰিব নোৱাৰোঁ। বুৰ্জোৱা কাকতবোৰ চলিবলৈ দি থকাৰ অৰ্থ হ'ল দেশত এই শ্ৰেণীৰ ভাব-আদৰ্শবোৰক প্ৰচলন হৈ থাকিবৰ বাবে সা-সুবিধা দি থকাতোহে। বলচেভিক চৰকাৰে সমাজবাদী দলৰ কাকতবোৰ চলি থাকিবলৈ দিলে যদিও এইবোৰৰ ওপৰতো কিছু অপ্ৰত্যক্ষ বাধা-নিষেধ আৰোপ নকৰাকৈ নাথাকিল। যিহেতু সমগ্ৰ নিউজপ্ৰিণ্টৰ ব্যৱসায় এতিয়া চৰকাৰৰ হাতলৈ আহিল, গতিকে চৰকাৰে ক'লে যে প্ৰতিটো দলে চভিয়েটত নিজস্ব আসন বা শক্তিৰ অনুপাততহে এতিয়াৰ পৰা নিউজপ্ৰিণ্ট আৰু অন্যান্য ছপাৰ সামগ্ৰী পাব পাৰিব। বলচেভিক চৰকাৰৰ এনে নীতিয়ে বাকীবোৰ সমাজবাদী দলকো যথেষ্ট শলঠেকত পেলালে। আজি ঐতিহাসিক সকলে ক'ব খোজে যে অন্যান্য সমাজবাদী দলবোৰৰ ওপৰত আৰম্ভ কৰা এনে ধৰণৰ নিষেধাজ্ঞাই এটা সময়ত গৈ শ্ৰমিক শ্ৰেণীৰ একনায়কত্বৰ পৰিৱৰ্তে বলচেভিক দলৰ এদলীয়া একনায়কত্বত পৰিণত হ'লগৈ।

প্ৰচণ্ড কষ্ট আৰু সময়ত নিৰ্দয় কঠোৰতাৰ মাজেৰে হ'লেও বলচেভিক দলে নিজৰ বিপ্লৱী ক্ষমতা সংহত কৰিবলৈ আৰম্ভ কৰিছিল আৰু এইক্ষেত্ৰত সফলো হৈছিল। কিন্তু প্ৰশ্ন হয়, ৰাচিয়াৰ তুলনামূলকভাৱে এটা সৰু বিপ্লৱী দল বলচেভিক পাৰ্টিয়ে বিশ্ব ইতিহাসত থলক লগাই সমাজবাদী বিপ্লৱ সম্পন্ন কৰাত কিয় সফল হৈছিল – এই সফলতাৰ সামাজিক-ঐতিহাসিক কাৰণবোৰ কি ?

বিশ্লেষণ কৰি চালে দেখা যায় যে বলচেভিক দল আৰু শ্ৰমিক শ্ৰেণীৰ এই বিৰাট সাফল্যৰ এটা মূল কাৰণ আছিল ইয়াৰ প্ৰধান ৰাজনৈতিক প্ৰতিপক্ষ ৰাচিয়াৰ বুৰ্জোৱা শ্ৰেণীৰ আপেক্ষিক দুৰ্বল অৱস্থান।

ৰাচিয়াৰ বুৰ্জোৱাসকল শ্ৰেণী হিছাপে সেই সময়ত ৰাজনৈতিক আৰু অৰ্থনৈতিকভাৱে আপেক্ষিকভাৱে দুৰ্বল আছিল। শক্তিশালী ৰাজনৈতিক দল আৰু সংগঠনো তেওঁলোকে গঢ়ি তুলিব পৰা নাছিল। ৰুচ বুৰ্জোৱাৰ প্ৰধান ৰাজনৈতিক দল কেডেট পাৰ্টি ( কনষ্টিটিউচনেল ডেমক্ৰেট ) কোনোকালেই এটা দৃঢ়ভাৱে সংগঠিত দল নাছিল, বৰঞ্চ, নানা তৰহৰ পৰস্পৰ বিৰোধী ভাৱাদৰ্শ আৰু চিন্তাচৰ্চাৰে এই দল বিভক্ত আছিল ; সাংবিধানিক ৰাজতন্ত্ৰীৰ পৰা, উদাৰনৈতিক প্ৰজাতন্ত্ৰী, ৰক্ষণশীল সোঁপন্থী আৰু নৈৰাজ্যবাদী ভাৱ-চিন্তাৰে এই দলটো পূৰ্ণ আছিল। ই নিজৰ ফালৰ পৰা কোনো সময়তে এখন সু-সংহত আৰ্থ ৰাজনৈতিক কাৰ্যসূচী ৰাচিয়াৰ জনসাধাৰণৰ সন্মুখত তুলি ধৰিবলৈ সক্ষম হোৱা নাছিল। সাংগঠনিকভাৱে অপৰিপক্ক এই দল বুৰ্জোৱা ৰাজনৈতিক কলা-কৌশল, বিশেষকৈ সংসদীয় আৰু নিৰ্বাচনী ৰাজনীতিৰ ক্ষেত্ৰত অনভিজ্ঞ

আছিল। অর্থনৈতিকভাৱে দুৰ্বল এই শ্ৰেণীটো মূলতে চৰকাৰী যোগানধাৰী আৰু ঠিকাদাৰবোৰৰ ওপৰত নিৰ্ভৰশীল আছিল। স্বাভাৱিকতেই এওঁলোকৰ আত্মবিশ্বাস আছিল তেনেই দুৰ্বল, পৰিস্থিতিৰ লগত খাপখুৱাই ৰাজনৈতিক উদ্যোগ গ্ৰহণ কৰা, সংগঠিত কৰাত তেওঁলোক আছিল অপটু। তুলনামূলকভাৱে ফ্ৰান্সৰ বুৰ্জোৱাসকল সাংগঠনিকভাৱে অত্যন্ত দক্ষ আৰু বৃটিছ বুৰ্জোৱা শ্ৰেণীয়ে বিপদ-বিঘিনি অতিক্ৰম কৰিবৰ বাবে দীৰ্ঘম্যাদী পৰিকল্পনা কৰাত পটু আছিল। ৰাচিয়াৰ বুৰ্জোৱাৰ এই দুইটা গুণৰ এটাও নাছিল। সেয়ে ৰাজনৈতিকভাৱে ই আছিল অত্যন্ত দোদুল্যমান। সময়ত এওঁলোকে জাৰৰ লগত একেলগে কাম কৰিবলৈকো আগবাঢ়িছে আকৌ সময়ত জাৰৰ প্ৰচণ্ড বিৰোধিতাও কৰিছে, জমিদাৰী ব্যৱস্থাৰ বিপক্ষে কথা কৈছে আকৌ জমিদাৰ শ্ৰেণীৰ লগত বিভিন্ন ৰাজনৈতিক আৰু অৰ্থনৈতিক মৈত্ৰীবন্ধনতো আৱদ্ধ হৈ পৰিছে। সেয়ে ফেব্ৰুৱাৰী বিপ্লৱৰ পাছত, দেশৰ ৰাজনৈতিক ক্ষমতা হাতলৈ অহাৰ পাছতো তেওঁলোকে দেশত কোনোধৰণৰ নতুন ৰাজনৈতিক-সামাজিক চিন্তা-চেতনাৰ প্ৰবাহ বোৱাবলৈ সক্ষম নহ'ল। কোনোধৰণৰ সংস্কাৰৰ কাৰ্যসূচী ল'ব নোৱাৰিলে। বৰঞ্চ জাৰ চৰকাৰৰ অনুসৃত নীতিবোৰকেই নতুন আৱৰণেৰে আৱৰি চলাই নিবলৈহে সচেষ্ট হ'ল। এনে কাম-কাজে এই শ্ৰেণীটোক ক্ৰমে জনসাধাৰণ আৰু ব্যাপক মধ্যবিত্ত শ্ৰেণীটোৰ পৰা বিচ্ছিন্ন কৰি পেলালে—বাস্তৱৰ পৰাও তেওঁলোক ক্ৰমে আঁতৰি পৰিল আৰু ৰাজনৈতিকভাৱেও দুৰ্বল হৈ পৰিবলৈ ধৰিলে।[10]

ৰুচ বুৰ্জোৱাৰ ৰাজনৈতিক মিত্ৰ হৈ পৰা মানচেভিক আৰু চ'চিয়েল ৰিভলিউচনেৰী দলো বুৰ্জোৱাৰ লগত মিত্ৰতা কৰি ক্ৰমে নিজেহে দুৰ্বল হৈ পৰিছিল। যেতিয়ালৈকে জনসাধাৰণৰ ওপৰত এই দল দুটাৰ প্ৰভাৱ আছিল, তেতিয়ালৈকে বুৰ্জোৱা আৰু সম্মিলিত চৰকাৰো তিষ্ঠি আছিল, কিন্তু এই দল দুটাৰ আপোচকামীতাৰ ফলত যেতিয়া ইবোৰৰ ভেটিত গৰা-খহনীয়া আৰম্ভ হ'বলৈ ধৰিলে তেতিয়া বিপ্লৱবিৰোধী সম্মিলিত চৰকাৰৰ সমগ্ৰ ইমাৰতটোৱেই খহি পৰিল।

ইয়াৰ বিপৰীতে সংখ্যাত তাকৰ হ'লেও বলচেভিক দল সুসংগঠিত আছিল আৰু আৰ্দশগতভাৱেই ইয়াৰ চিন্তাৰ স্বচ্ছতা আছিল। আৰ্দশগত ৰাজনৈতিক ভিত্তিতকৈও এই দলৰ প্ৰায়োগিক ৰাজনৈতিক কাৰ্যসূচী অতি সবল আছিল আৰু পৰিস্থিতিৰ পৰিৱৰ্তনৰ লগত সংগতি ৰক্ষা কৰি এই দলে নিজৰ কাৰ্যসূচী জীৱন্তভাৱে পৰিৱৰ্তন কৰি ল'বলৈ সক্ষম হৈছিল। ফলত সংখ্যাত তাকৰ হ'লেও এই দলে সদায় ৰাজনৈতিক উদ্যোগ ল'বলৈ সক্ষম হৈছিল। দেশৰ গৰিষ্ঠ সংখ্যক কৃষক জনসাধাৰণৰ লগত শক্তিশালী মিত্ৰতা স্থাপন কৰি বলচেভিক দলে অতি কম সময়ৰ ভিতৰতেই দেশৰ নিৰ্ণয়ক শক্তি হিছাপে আত্মপ্ৰকাশ কৰিবলৈ সক্ষম হৈছিল।

## ১৭

## বলচেভিক ৰাষ্ট্ৰক্ষমতাৰ সুদৃঢ়কৰণ



● ৰাচিয়াত গৃহযুদ্ধৰ আৰশ্যম্ভাৱী দীঘল ছাঁ ● নতুন চৰকাৰৰ সংস্কাৰৰ কাৰ্যসূচী ● আঠ ঘণ্টীয়া কামৰ দিন ঘোষণা ● সামাজিক বীমা আঁচনিৰ প্ৰৱৰ্তন ● শিক্ষাব্যৱস্থাৰ আমূল সংস্কাৰ ● বহুজাতিক ৰাচিয়াৰ জাতিসমস্যা সমাধানৰ বাবে আত্মনিয়ন্ত্ৰণৰ অধিকাৰৰ স্বীকৃতিৰ ভিত্তিত কাৰ্যসূচী গ্ৰহণ ● সংখ্যালঘু জাতিসত্তা আৰু ধৰ্মীয় গোট তথা ইচলাম ধৰ্মাৱলম্বী সকললৈ সুৰক্ষাৰ গেৰাণ্টি ● অসম্পূৰ্ণ বুৰ্জোৱা গণতান্ত্ৰিক বিপ্লৱক সম্পূৰ্ণ কৰিবৰ বাবে এলানি সংস্কাৰ ● পেট্ৰোগ্ৰাডত মদৰ গুদামৰ আক্ৰমণৰ ঘটনা আৰু এক বিপ্লৱী আইনী ব্যৱস্থা গঢ়ি তোলাত বলচেভিক দলৰ ঐতিহাসিক বিফলতা ● গোপন পুলিচৰ জন্ম আৰু ইয়াৰ ভয়াবহতা ● বেংক ৰাষ্ট্ৰীয়কৰণ।

**টোকা আৰু প্ৰসংগ ঃ**


(1) Nenarokov, A ; An Illustrated History of the Great October Socialist Revolution. Progress Publishers, Moscow, 1980—"Declaration of the Rights of the Peoples of Russia". p. 302–304.

(2) ibid p. 304.

(3) ibid p. 304.

(4) চাওক, Feofanov, Yuri ; "The Right to Rightlessness" New Times. January 1-7, 1991. Moscow p. 35.

অক্টোবৰ বিপ্লৱত বলচেভিক দলে সহজেই বিজয় লাভ কৰিবলৈ সক্ষম হৈছিল যদিও সেই বিজয়ৰ ফলাফল দৃঢ় কৰাতো কিন্তু সহজসাধ্য হোৱা নাছিল। প্ৰতিটো পদক্ষেপতেই বুৰ্জোৱা আৰু বিৰোধীসকলে এইবাৰ বাধা দিবলৈ আৰম্ভ কৰিছিল। বুৰ্জোৱা কাডেট দলৰ পৰা আৰম্ভ কৰি সমাজ-গণতান্ত্ৰিক মানচেভিক, চ'চিয়েল ৰিভলিউচনেৰী আটায়েই বিৰোধিতা আৰম্ভ কৰিছিল। প্ৰথম পৰ্যায়ত আৰম্ভ হোৱা অসামৰিক বিৰোধিতা ( পৌৰ ডুমাক ঘেৰি বিপ্লৱ-বিৰোধী জোটবন্ধন গঢ়ি উঠাৰ কথা আগতে উল্লেখ কৰি অহা হৈছেই ), ক্ৰমান্বয়ে সশস্ত্ৰ বিৰোধিতাৰ ফালে অগ্ৰসৰ হৈছিল। য়ুংকাৰসকলৰ বিদ্ৰোহৰ বিফলতাৰ পাছতো এনে প্ৰচেষ্টা শাম কটা নাছিল, বৰঞ্চ ই অধিক ব্যাপক হ'বলৈহে আৰম্ভ কৰিছিল। জাৰ আমোলৰ প্ৰাচীনপন্থী সেনানায়ক, কচাক জেনেৰেল আৰু আন আন বিৰোধী নেতাসকলে বিদেশী শক্তিৰ সহায় লৈ নতুন বলচেভিক চৰকাৰক ওফৰাবলৈ সশস্ত্ৰ সংগঠন আৰম্ভ কৰিছিল।

দেশ ক্ৰমে আগবাঢ়িছিল এক অৱধাৰিত গৃহযুদ্ধৰ দিশলৈ। উদাৰনৈতিক-সকল এই ৰক্তাক্ত গৃহযুদ্ধৰ সম্ভাৱনাত শিয়ঁৰি উঠিছিল। বলচেভিকসকলে কিন্তু প্ৰথমৰ পৰাই কৈ আহিছিল যে-দেশত বুৰ্জোৱাৰ শাসন আৰু আধিপত্য শেষ কৰিবলৈ হ'লে গৃহযুদ্ধৰ বিকল্প নাই। সৰ্বহাৰাই নিবিচাৰিলেও বুৰ্জোৱাই নিজেই দেশক এক ৰক্তক্ষয়ী গৃহযুদ্ধত প্ৰবৃত্ত কৰাব। সেয়ে তেওঁলোকে প্ৰথমৰ পৰাই মানসিকভাৱে গৃহযুদ্ধৰ বাবে সাজু হৈ আছিল।

আমি এতিয়া ক্ৰমে গৃহযুদ্ধৰ ভয়াৱহ কাহিনী পাই যাম।

গৃহযুদ্ধ আৱশ্যম্ভাৱী হৈ উঠিছিল কিয় ? কেৱলমাত্ৰ বলচেভিক দলৰ দ্বাৰা ৰাষ্ট্ৰক্ষমতা দখলেই এক নৃশংস গৃহযুদ্ধৰ একমাত্ৰ কাৰণ হ'ব নোৱাৰে ! বলচেভিক দলে ক্ষমতাদখলৰ পাছত এহাতে পুৰণা ব্যৱস্থাবোৰ নিৰ্দয়ভাৱে ভাঙি পেলাইছিল আৰু আনহাতে এইবোৰৰ ঠাইত এনে কিছুমান নতুন ব্যৱস্থাৰ প্ৰৱৰ্তন কৰিবলৈ আৰম্ভ কৰিছিল যিবোৰে সমাজ, ৰাজনীতি আৰু অৰ্থনীতিত বুৰ্জোৱা জমিদাৰহঁতৰ প্ৰতিপত্তি চিৰতৰে শেষ কৰিব খুজিছিল। অকল ক্ষমতাদখলেই নহয়। ক্ষমতাৰ সহায়েৰে এক নতুন সমাজব্যৱস্থা প্ৰৱৰ্তনৰ প্ৰচেষ্টাইহে ৰাচিয়াত শ্ৰেণীবোৰৰ মাজত গৃহযুদ্ধ হোৱাতো নিশ্চিত কৰি তুলিছিল।

নতুন সমাজব্যৱস্থা প্ৰৱৰ্তনৰ বাবে বলচেভিক দলে লোৱা পদক্ষেপবোৰৰ সহায়েৰে দলে নিজৰ স্থিতি দৃঢ় কৰিবলৈ চেষ্টা কৰিছিল।

নতুন বলচেভিক মন্ত্ৰীসভা, কাউঞ্চিল অব পিপলচ্ কমিচাৰচে প্ৰথমে প্ৰশাসনৰ কাম-কাজ চলাবলৈ গৈ প্ৰচণ্ড অসুবিধাত পৰিছিল।

বিপ্লৱৰ পাছত জাৰৰ দিনৰ পুৰণা প্ৰশাসনিক ব্যৱস্থা সম্পূৰ্ণৰূপে ভাঙি পৰিছে; ইমানদিনে অস্থায়ী চৰকাৰে এই প্ৰশাসনিক যন্ত্ৰকেই সামান্য সাল-সলনিৰ

সহায়েৰে ব্যৱহাৰ কৰি আহিছিল আৰু প্ৰশাসনৰ মধ্যবিত্ত কেৰাণি কৰ্মচাৰীৰ সমৰ্থন লাভ কৰিবলৈকো সক্ষম হৈছিল। বিষয়াহঁতেও কাম-কাজ চলায়েই আছিল। কিন্তু, বলচেভিক দলে ক্ষমতা দখল কৰাৰ পাছত বিষয়াহঁতো দিহাদিহি আঁতৰি গ'ল আৰু মূলতেই মানচেভিক প্ৰভাৱাধীন কেৰাণি-কৰ্মচাৰী-হঁতে একপ্ৰকাৰ অসহযোগ আৰম্ভ কৰি দিলে। এনে পৰিস্থিতিত নতুন বলচেভিক মন্ত্ৰীসকলে অশেষ কষ্টেৰে, সময়ত ফুচুলাই, সময়ত ভয় দেখুৱাই, কেতিয়াবা দৰমহা বঢ়াই দি, আকৌ কেতিয়াবা সম্পূৰ্ণ নতুন অনভিজ্ঞ মানুহক লৈয়েই প্ৰশাসনৰ কাম-কাজ আৰম্ভ কৰিবলগীয়া হ'ল। প্ৰতিটো মন্ত্ৰালয়, প্ৰতিটো বিভাগতেই এনে ঘটনাৰ পুনৰাবৃত্তি ঘটিল।

এনে অৱস্থাৰ মাজেদিয়েই নতুন চৰকাৰে এলানি নীতিগত সিদ্ধান্ত গ্ৰহণ কৰি সেইবোৰ কাৰ্যকৰী কৰাৰ চেষ্টা কৰিলে। এই সিদ্ধান্তবোৰ আছিল এনেধৰণৰ—

তেওঁলোকে প্ৰথমেই লোৱা এটা গুৰুত্বপূৰ্ণ সিদ্ধান্ত আছিল আঠঘণ্টীয়া কামৰ সময় বান্ধি দিয়াতো। ৰাচিয়াৰ শ্ৰমিকসকলৰ এইটো এটা বহুদিনীয়া দাবি আছিল। ৰাচিয়াৰ কল-কাৰখানা, খনি, ফেক্টৰী আদিত কোনোধৰণৰ ধৰাবন্ধা কামৰ সময় নাছিল। একোজন শ্ৰমিকে ১২ ৰ পৰা ১৮ ঘণ্টা পৰ্যন্ত কাম কৰিবলৈ বাধ্য হৈছিল। কামৰ সময় কমাবলৈ তেওঁলোকে বহু ৰক্তাক্ত ধৰ্মঘটো কৰিবলগীয়া হৈছিল। আঠ ঘণ্টীয়া কামৰ সময়ৰ দাবি তেওঁলোকৰ বাবে এটা অতি গুৰুত্বপূৰ্ণ কথা হৈ পৰিছিল। শ্ৰমিকৰ এই দাবি মালিকপক্ষই ঘোৰ বিৰোধিতা কৰিছিল। বাৰ ঘণ্টাতকৈ কামৰ সময় কমাবলৈ তেওঁলোক ৰাজী নাছিল। অস্থায়ী চৰকাৰৰ আমোলাতো মালিক পক্ষৰ প্ৰচণ্ড বিৰোধিতাৰ বাবে সমাজবাদীসকলৰ এই প্ৰচেষ্টা বাৰে বাৰে বিফল হৈছিল। মালিক পক্ষই স্পষ্টকৈ কৈ দিছিল যে যুদ্ধৰ সময়ত কামৰ সময় কমাই দিলে ৰাচিয়াৰ কল-কাৰখানা বন্ধ হৈ যাব। মালিকসকলে লোকচান ভৰি কাৰখানা চলাই যাব নোৱাৰিব। বুৰ্জোৱাৰ সমৰ্থনৰ ওপৰত টিকি থকা আপোচকামী চৰকাৰেও এই বিৰোধিতাৰ সন্মুখত দৃঢ় পদক্ষেপ ল'ব পৰা নাছিল। ক্ষমতা দখল কৰাৰ পাছত বলচেভিক দলে সেয়ে প্ৰথমেই শ্ৰমিকশ্ৰেণীৰ দীৰ্ঘদিনীয়া দাবি মানি লৈ আঠ ঘণ্টীয়া কামৰ সময় বান্ধি দিলে। এই এটা কামৰ দ্বাৰাই নতুন চৰকাৰে ৰাচিয়াৰ ব্যাপক শ্ৰমিকসকলৰ সমৰ্থন লাভ কৰিবলৈ সক্ষম হ'ল। শ্ৰমিকসকলে শ্ৰেণী হিছাপেই নিজকে বলচেভিক চৰকাৰৰ লগত চিনাক্ত কৰিবলৈ আৰম্ভ কৰিলে।

ৰাচিয়াৰ মজুৰী শ্ৰমিক তথা গাঁও আৰু চহৰৰ দৰিদ্ৰ জনসাধাৰণৰ সামাজিক নিৰাপত্তাৰ প্ৰশ্নটো এটা দীৰ্ঘদিনীয়া সমস্যা আছিল। দৰিদ্ৰত পিষ্ট জনসাধাৰণে কাম কৰি থকা অৱস্থাত কোনোমতে পেটে-ভাতে খাই থাকিব পাৰিলেও, কিবা

কাৰণত কাম গ'লে বা কাম কৰিব নোৱাৰা অৱস্থা সৃষ্টি হ'লে জীয়াই থকাতোৱেই প্ৰায় অসম্ভৱ হৈ উঠিছিল। ব্যাপক ৰাইজৰ জীৱন, জীৱিকাৰ কোনো নিৰাপত্তা নাছিল, নাছিল বেমাৰ-আজাৰ হ'লে কোনো চিকিৎসা বা সকাহৰ ব্যৱস্থা। ধনী মানুহৰ কৰুণা তথা দাতব্য চিকিৎসালয় আৰু ভোজনালয়বোৰত ভিক্ষা পাত্ৰলৈ ঘূৰি ফুৰাৰ বাহিৰে তেওঁলোকৰ কোনো গত্যন্তৰ নাছিল। জাৰৰ শাসনৰ দিনৰ পৰা অস্থায়ী চৰকাৰৰ আমোললৈকে কোনো চৰকাৰেই ৰাচিয়াৰ দৰিদ্ৰ জনসাধাৰণৰ সামাজিক সুৰক্ষা তথা নিৰাপত্তাৰ বাবে কোনো কামেই কৰা নাছিল।

বলচেভিক দলে ক্ষমতা দখলৰ পিছতেই পোন প্ৰথম বাৰৰ বাবে সামাজিক বীমা ব্যৱস্থা প্ৰৱৰ্তনৰ কথা ঘোষণা কৰিলে। প্ৰতিজন মজুৰী শ্ৰমিক আৰু গাঁও তথা চহৰৰ প্ৰতিজন দৰিদ্ৰ লোককে এই ব্যৱস্থাৰ অধীনত পৰ্যায়ক্ৰমে সামৰি লোৱা হ'ল। সাময়িক অসুখ-বিসুখৰ পৰা আৰম্ভ কৰি দুৰ্ঘটনা বা আন কাৰণত কাম কৰিব নোৱাৰা হোৱা প্ৰতিজন লোকৰ বাবে এই সামাজিক বীমাৰ নিৰাপত্তা ব্যৱস্থাৰ সুবিধা আগবঢ়োৱা হ'ল। এই বিষয়ে জাৰি কৰা অধিসূচনাত স্পষ্টকৈ কোৱা হ'ল যে বীমাৰ যাবতীয় সকলো খৰচ মালিক পক্ষই বহন কৰিব আৰু বীমা অনুস্থানবোৰ সম্পূৰ্ণভাৱে শ্ৰমিকসকলৰ নিজস্ব অনুস্থানৰ দ্বাৰা পৰিচালিত হ'ব। এই ব্যৱস্থা প্ৰৱৰ্তনৰ জৰিয়তে নিৰাপত্তাহীন পুঁজিবাদী আৰু সামন্তীয় সমাজখনত প্ৰথমবাৰৰ বাবে সামাজিক নিৰাপত্তাৰ গেৰাণ্টিযুক্ত এক ব্যৱস্থা গঢ়ি তোলাৰ কাম আৰম্ভ হৈ গ'ল।

ইয়াৰ পিছত বলচেভিক দলে শিক্ষাব্যৱস্থাৰ আমূল সংস্কাৰৰ ওপৰত গুৰুত্ব দিবলৈ আৰম্ভ কৰিলে।

জনশিক্ষা বিভাগৰ কমিচাৰ আনাতোলি লুনাচাৰস্কিৰ তত্ত্বাৱধানত জনশিক্ষা সম্পৰ্কীয় এলানি নীতি-নিৰ্দেশনা প্ৰস্তুত কৰি তোলা হ'ল। ন্যূনতম সময়ৰ ভিতৰতে সাৰ্বজনীন সাক্ষৰতা লাভ নতুন শিক্ষানীতিৰ মূল বিষয় হৈ পৰিল। ইয়াৰ বাবে এলানি নতুন স্কুল স্থাপন, সাৰ্বজনীন, বাধ্যতামূলক আৰু বিনা-মূলীয়া শিক্ষাৰ প্ৰৱৰ্তন আৰু নতুন যুগৰ নতুন আৰ্দশৰ লগত খাপ খোৱা এচাম শিক্ষক গঢ়ি তুলিবৰ বাবে শিক্ষণ প্ৰশিক্ষণ বিদ্যালয় গঢ়ি তোলাৰ ব্যৱস্থা কৰা হ'ল।

শিক্ষাৰ সম্পূৰ্ণ বিকেন্দ্ৰীকৰণ ঘটায় স্থানীয় চৰকাৰবোৰৰ হাতত স্কুল পৰিচালনাৰ ক্ষমতা অৰ্পণকে আৰম্ভ কৰি শ্ৰমিক আৰু সৈনিকসকলক শিক্ষিত কৰি তুলিবলৈ বিশেষ ব্যৱস্থা গঢ়ি তোলাৰ ওপৰত গুৰুত্ব দিয়া হ'ল।

এনেদৰে সাক্ষৰতা অভিযানৰ পৰা আৰম্ভ কৰি বুনিয়াদী, মাধ্যমিক, উচ্চ-শিক্ষা তথা কাৰিকৰী শিক্ষাৰ স্তৰলৈকে সামৰি প্ৰস্তুত কৰা লুনাচাৰস্কিৰ এই হ্ৰস্বম্যাদী আৰু দীৰ্ঘম্যাদী ব্যৱস্থাৱলীয়েই চভিয়েট শিক্ষা ব্যৱস্থাৰ ঘাই বুনিয়াদ হৈ পৰিল।

এই শিক্ষানীতি ৰূপায়ণ কৰাতো কিন্তু সহজসাধ্য হোৱা নাছিল। ৰুচ-শিক্ষা বিভাগটো বিভিন্ন ৰাজনৈতিক মতাদৰ্শৰ লোকেৰে ঠাহ খাই আছিল। বিৰোধীসকলৰ পৰা নতুন শিক্ষানীতি ৰূপায়ণত প্ৰতিৰোধ আহিছিল। বলচেভিকসকলে প্ৰচণ্ড কষ্টৰ মাজেৰেহে এনে শিক্ষানীতি ৰূপায়ণ কৰিব পাৰিছিল। সাধাৰণ অনভিজ্ঞ মানুহে অৱস্থাৰ তাড়নাত পৰি শিক্ষাদানৰ পৰা আৰম্ভ কৰি স্কুল-কলেজ পৰিচালনা কৰা সকলো কামেই কৰিব লগীয়া হৈছিল।

নতুন চৰকাৰে গ্ৰহণ কৰা অন্য এটা ব্যৱস্থা আছিল ৰাচিয়াৰ চহৰ অঞ্চলৰ বাসস্থানৰ জটিল সমস্যা সমাধান কৰাতো। পেট্ৰোগ্ৰাড, মস্কো, কিয়েভ আদি মহানগৰীবোৰত সাধাৰণ মানুহৰ বাসস্থানৰ সমস্যাটো এটা ভয়াবহ সমস্যা আছিল। চহৰৰ ধনী মানুহবোৰে যি সময়ত প্ৰাসাদোপম অট্টালিকাত বাস কৰিছিল বা দুই তিনিটা ঘৰৰ মালিক আছিল, সেই সময়ত বেছিভাগ দুখীয়া মানুহৰ মুৰ গোঁজিবলৈকে ঠাই এডোখৰ নাছিল। শ্ৰমিকসকলে কাৰখানাবোৰৰ চৌদিশে অত্যন্ত অস্বাস্থ্যকৰ বস্তি এলেকাত বসবাস কৰিছিল। পানী যোগান, মল-মূত্ৰ নিষ্কাষণ ব্যৱস্থাবোৰ একপ্ৰকাৰ অকল্পনীয় আছিল। ৰাচিয়াৰ প্ৰচণ্ড শীতত বাট-পথত ঠেৰেঙা লাগি শয়ে শয়ে মানুহ মৰাতো আছিল এটা অতি সাধাৰণ ঘটনা।

চৰকাৰে এই সমস্যা সমাধানৰ বাবে প্ৰথমে প্ৰত্যেক পৌৰসভাক নিজৰ নিজৰ এলেকাৰ খালি ঘৰবোৰ অধিগ্ৰহণ কৰিবলৈ ক্ষমতা দিলে। এই কাম সুচাৰুৰূপে কৰিবৰ বাবে গৃহ বা অভ্যান্তৰ বিভাগৰ পিপ্‌লচ্‌ কমিচাৰ ৰাইকভে সকলো নগৰপালিকা আৰু পৌৰসভাক প্ৰয়োজনীয় সমিতি গঢ়া, ট্ৰাইবুনেল গঢ়া আৰু গোচৰ বিচাৰ কৰি নিষ্পত্তি কৰিবৰ বাবে যাৱতীয় ক্ষমতা প্ৰদান কৰিলে। দ্বিতীয় পৰ্যায়ত ধনী মানুহবোৰৰ প্ৰাসাদোপম দালানবোৰৰ একাংশ মালিকৰ বাবে এৰি বাকী অংশটো অধিগ্ৰহণ কৰাৰ ক্ষমতাও দিয়া হ'ল। এনেদৰে উলিওৱা ঘৰবোৰত নগৰৰ গৃহহীন আৰু গৰিব লোকসকলক থাকিবৰ বাবে পৰিয়ালৰ সদস্য সংখ্যা অনুযায়ী ভাগ কৰি দিয়া হ'ল।

ঠায়ে ঠায়ে এনে নীতিৰ ৰূপায়ণৰ প্ৰচণ্ড প্ৰতিৰোধো হ'বলৈ ধৰিলে। ধনী-সকলৰ পৰা নহয়, বৰঞ্চ মধ্যবিত্ত সকলৰ পৰাহে বিৰোধিতা বেছি হ'ল। নিজৰ জীৱনজোৰা উপাৰ্জনেৰে বনোৱা ঘৰৰ একাংশ এৰি দিব লগা হোৱাৰ আশংকাত নগৰৰ মধ্যবিত্ত এলেকাবোৰত মানুহে নিজৰ সম্পত্তি ৰক্ষা কৰিবলৈ সশস্ত্ৰ গৃহৰক্ষী বাহিনী গঠন কৰিলে। এনে সকলোবোৰ বাধা বলচেভিকসকলে প্ৰচুৰ কষ্টৰে অতিক্ৰম কৰিব লগীয়া হৈছিল। নগৰ-চহৰৰ সংখ্যাগৰিষ্ঠ গৰিব জনসাধাৰণৰ মাজত এনে ব্যৱস্থাই জন্ম দিয়া প্ৰচণ্ড জাগৰণৰ সোঁতৰ আগত অৱশেষত মধ্যবিত্তৰ প্ৰতিৰোধ চূৰ্ণ হৈ গ'ল। কিন্তু, এনে কামে সমাজত প্ৰচণ্ড শ্ৰেণী ঘৃণাৰ সৃষ্টি কৰিলে। দেশত ৰক্তাক্ত গৃহযুদ্ধৰ পটভূমি এনেদৰেই প্ৰস্তুত

হ'বলৈ ধৰিলে। লগতে এনে কামে ব্যক্তিগত সম্পত্তিৰ বিলোপসাধন কৰাৰ বাটেত দেশক আগবঢ়াই নি সমাজৰ বৈপ্লৱিক ৰূপান্তৰৰ বাটো মুকলি কৰি তুলিলে।

ইয়াৰ পাছত বলচেভিক চৰকাৰে বহুজাতিক ৰাচিয়াৰ জাতি সমস্যা সমাধানৰ বাবে প্ৰচেষ্টা হাতত ল'লে। এই সম্পৰ্কীয় নীতি নিৰ্দেশনাবোৰ প্ৰস্তুত কৰিছিল জাতিসত্তা বিভাগৰ 'পিপলচ্ কমিচাৰ' যোচেফ ষ্টেলিনে। বলচেভিক দলৰ পূৰ্ব ঘোষিত নীতি অনুযায়ী এতিয়াও বহুজাতিক ৰাচিয়াত প্ৰতিটো জাতিসত্তাৰ আত্মনিয়ন্ত্ৰণৰ অধিকাৰ—অৰ্থাৎ বিচ্ছিন্ন হৈ স্বাধীন জাতিৰাষ্ট্ৰ গঠন কৰাৰ অধিকাৰক স্বীকৃতি জনোৱা হ'ল; ইয়াৰ অৰ্থ এইটো নহয় যে এনে নীতিৰ জৰিয়তে জাতিসমূহক বহুজাতিক ৰাচিয়াৰ পৰা বেলেগ হৈ যাবলৈ উদগনি জনোৱা হৈছিল। আত্মনিয়ন্ত্ৰণৰ অধিকাৰৰ স্বীকৃতিয়ে স্বয়ংক্ৰিয়ভাৱে বিচ্ছিন্নতাৰ প্ৰয়োজনীয়তাক প্ৰতিপন্ন নকৰে। বৰঞ্চ এনে অধিকাৰৰ স্বীকৃতিয়ে জাতিসমূহৰ সমানাধিকাৰ স্বীকাৰ কৰি লয়, আৰু সমতাৰ ভিত্তিত এখন বহুজাতিক ৰাষ্ট্ৰত ঐক্যবদ্ধ হৈ থাকিবলৈ উৎসাহ যোগায়। এনে অধিকাৰৰ স্বীকৃতিয়ে এখন বহুজাতিক ৰাষ্ট্ৰৰ নৈতিক আধাৰটো শক্তিশালী কৰি তোলে।

শ্ৰমিক শ্ৰেণীয়ে ক্ষমতা দখল কৰাৰ পাছত এহাতে প্ৰতিটো জাতিসত্তাৰ মাজত বুৰ্জোৱা শ্ৰেণীক সম্পূৰ্ণভাৱে পৰাস্ত কৰা আৰু আনহাতে বিভিন্ন জাতিৰ শ্ৰমিকসকলৰ মাজত দৃঢ় শ্ৰেণীগত সংগ্ৰামী ঐক্য গঢ়ি তোলাৰ জৰিয়তে এখন বহুজাতিক যুক্তৰাষ্ট্ৰৰ বুনিয়াদ নিৰ্মাণ কৰা—এয়ে আছিল বলচেভিক দলৰ জাতিসত্তা সম্পৰ্কীয় নীতি-নিৰ্দেশনাৰ মূল লক্ষ্য। এনে কৰোঁতে কোনো কোনো জাতিসত্তা এনে যুক্তৰাষ্ট্ৰীয় গাঁথনিৰ পৰা ওলাই যোৱাতো প্ৰয়োজন হ'লেও তাকো স্বীকাৰ কৰিবলৈ বলচেভিকসকল প্ৰস্তুত আছিল। আৰু, বাস্তৱিকতেই বিভিন্ন কাৰণত বহু জাতিৰ বিচ্ছিন্নতাক তেওঁলোকে স্বীকাৰো কৰি লৈছিল।

আৰু এটা গুৰুত্বপূৰ্ণ কথা এইখিনিতে মন কৰিব লগীয়া। জাতিসমূহৰ আত্মনিয়ন্ত্ৰণৰ অধিকাৰ স্বীকাৰ কৰোঁতে লগে লগে নতুন চৰকাৰে 'ৰাচিয়াৰ জনসাধাৰণৰ অধিকাৰৰ ঘোষণা-পত্ৰ' এখন জাৰি কৰিছিল। ইয়াৰ জৰিয়তে ৰাচিয়াৰ সকলো খাটিখোৱা বৰ্গৰ ৰাইজৰ সৰ্বাত্মক মুক্তি আৰু স্বাধীনতাৰ কথা সাব্যস্ত কৰা হৈছিল। মাটিৰ ওপৰত মাটিগিৰিহঁতৰ মালিকানাৰ অন্ত পেলায় ৰাচিয়াৰ কৃষকসকলক সামন্তীয় দাসত্বৰ বান্ধোনৰ পৰা মুক্ত কৰা হৈছিল। সেনা আৰু নৌ বাহিনীত সেনাপতি আৰু জেনেৰেলসকলক মুক্তভাৱে নিৰ্বাচন কৰাৰ প্ৰথা প্ৰৱৰ্তন কৰি সেনা আৰু নাৱিকসকলক স্বৈৰাচাৰী সেনানায়কসকলৰ প্ৰভুত্বৰ পৰা মুক্ত কৰা হৈছিল। মিল আৰু কাৰখানাবোৰৰ ওপৰত শ্ৰমিকসকলৰ নিয়ন্ত্ৰণ কায়েম কৰি তেওঁলোকক পুঁজিপতিসকলৰ ইচ্ছা-অনিচ্ছাৰ অত্যাচাৰক

পৰা চিৰতৰে মুক্ত কৰা হৈছিল ।—"সকলো জীৱনকেই সকলো ধৰণৰ বান্ধোনৰ পৰা মুক্তি দিয়া হৈছিল ।"[1]

এনেদৰে মানুহে মানুহৰ ওপৰত চলোৱা সকলোধৰণৰ আৰ্থ-সামাজিক শোষণৰ অৱসান ঘটোৱাৰ লগতহে জাতিসমূহৰ আত্মনিয়ন্ত্ৰণৰ অধিকাৰৰ স্বীকৃতি সাঙুৰি লোৱা হৈছিল । এনে কামৰ তাৎপৰ্য আছিল এইখিনিতেই যে মানুহৰ শোষণ মুক্তিৰ অবিহনে জাতীয় আত্মনিয়ন্ত্ৰণৰ বিশেষ অৰ্থ নাই, এটা জাতিয়ে বিচ্ছিন্ন হৈ যোৱাৰ অধিকাৰ মানি লোৱাৰ পাছতো যদি সেই জাতিটোৰ শ্ৰমিক-কৃষকসকল শোষিত-নিষ্পেষিত হৈয়েই থাকে তেনে সেই জাতিৰ স্বাধীন সাৰ্বভৌম ৰাষ্ট্ৰ গঠনো অবান্তৰ হৈ পৰে । সেয়ে বলচেভিকসকলে জাতীয় আত্মনিয়ন্ত্ৰণৰ প্ৰশ্নটোৰ লগত শোষণ মুক্তিৰ প্ৰশ্নটো ঘনিষ্ঠভাৱে জড়িত কৰিছিল ।

জাৰ চৰকাৰৰ জাতিগত নিষ্পেষণ, বিভেদনীতি তথা অস্থায়ী বুৰ্জোৱা চৰকাৰবোৰৰ দোদুল্যমানতাই ৰাচিয়াৰ বিভিন্ন জাতিসত্তাৰ মাজত জন্ম দিয়া অবিশ্বাস আৰু বিভাজন দূৰ কৰিবলৈ আৰু বিশ্বাস আৰু সমতাৰ ভিত্তিত ৰাচিয়াৰ জনগণৰ এক দৃঢ় আৰু ন্যায়সঙ্গত ঐক্য প্ৰতিষ্ঠা কৰিবলৈ এই ঘোষণা-পত্ৰত স্বাৰ্থহীনভাৱে জাতিসমূহৰ আত্মনিয়ন্ত্ৰণ তথা বিচ্ছিন্নতাৰ অধিকাৰক স্বীকাৰ কৰি লোৱা হ'ল ।

এই ঘোষণা-পত্ৰৰ মূল লক্ষ্য আছিল ৰাচিয়াৰ বিভিন্ন জাতিৰ জনসাধাৰণৰ মাজত এক 'দৃঢ় আৰু ন্যায়সঙ্গত ঐক্য' গঢ়ি তোলা । ( এনে ঐক্যৰ বাস্তৱ প্ৰকাশ হিছাপে এখন বহুজাতিক সমাজবাদী ৰাষ্ট্ৰৰ কল্পনা কৰা হৈছিল ), এনে এক ইউনিয়নেহে সাম্ৰাজ্যবাদী আৰু পৰৰাজ্য হৰণকাৰী বুৰ্জোৱাৰ আক্ৰমণ প্ৰতিহত কৰিব পৰাকৈ সমগ্ৰ ৰাচিয়াৰ জনসাধাৰণক এক একক বিপ্লৱী শক্তি হিছাপে গঢ়ি তুলিব ।[২]

এনে ইউনিয়ন, এনে ঐক্যৰ স্বাৰ্থতেই জুন মাহত চভিয়েটৰ প্ৰথম কংগ্ৰেছে গ্ৰহণ কৰা আৰু অক্টোবৰ মাহৰ চভিয়েটৰ দ্বিতীয় কংগ্ৰেছে অনুমোদন জনোৱা 'জাতিসমূহৰ আত্মনিয়ন্ত্ৰণৰ অধিকাৰৰ' নীতিৰ ভিত্তিত কাউঞ্চিল অৱ পিপলচ্ কমিচাৰে জাতিসত্তা সম্পৰ্কীয় নীতিৰ চূড়ান্ত ৰূপ দিয়ে । চাৰিদফীয়া এই নীতিৰ মূল দফাকেইটা আছিল এনেধৰণৰ ;

(১) ৰাচিয়াৰ জনসাধাৰণৰ সমতা আৰু সাৰ্বভৌমত্বৰ প্ৰতি স্বীকৃতি প্ৰদান ।

(২) ৰাচিয়াৰ বিভিন্ন জাতিৰ জনগণৰ মুক্ত আৰু অবাধ আত্মনিয়ন্ত্ৰণৰ অধিকাৰৰ ( বিচ্ছিন্ন হৈ স্বাধীন ৰাষ্ট্ৰ গঠনৰ অধিকাৰৰ পৰ্যায়লৈকে ) স্বীকৃতি প্ৰদান ।

(৩) সকলোধৰণৰ জাতিগত তথা জাতিগত-ধৰ্মীয় বিশেষাধিকাৰ তথা বাধানিষেধৰ বিলুপ্তিসাধন । ( জাৰতন্ত্ৰী ৰাচিয়াত এহাতে সমগ্ৰ দেশৰ ভিতৰতে

বৃহৎ ৰুচী জাতিসত্তা আৰু কচাক জমিদাৰসকলে কেতবোৰ বিশেষ বিশেষ অধিকাৰ ভোগ কৰিছিল। আনকি সেনাবাহিনীত কাম কৰাৰ বাবে মাটি-বাৰীৰ মালিকানাৰ ক্ষেত্ৰতো কচাক কৃষকসকলে কিছু বিশেষ সা-সুবিধা পাইছিল। এনেধৰণৰ বিভিন্ন জাতিগত বিশেষ সা-সুবিধা বা 'প্ৰিভিলেজৰ' ব্যৱস্থাবোৰে ৰাইজৰ মাজত বিভেদ জীয়াই ৰাখিছিল। আকৌ, ইহুদী তথা আন বহু সংখ্যালঘু জাতিসত্তা আৰু ধৰ্মীয়গোটৰ ওপৰত প্ৰচণ্ড বাধানিষেধ আৰোপ কৰা হৈছিল। ইহুদীসকলক কিছুমান নিৰ্দিষ্ট এলেকাত বসবাস কৰিবলৈ বাধ্য কৰাৰ উপৰিও তেওঁলোকক কিছুমান কাম-কাজ আৰু জীৱিকাৰ পৰা বঞ্চিত কৰা হৈছিল। এনে এক পটভূমিত এই তৃতীয় ধাৰাটো গ্ৰহণ কৰা হৈছিল।)

(৪) ৰাচিয়াত বসবাস কৰা জাতীয় সংখ্যালঘু আৰু বিভিন্ন জনগোষ্ঠীসমূহৰ মুক্ত বিকাশৰ ব্যৱস্থা কৰা।[৩]

এই নীতিসমূহৰ আধাৰত জাতিসমস্যা সম্পৰ্কীয় এক কমিচন গঠন কৰি এক পূৰ্ণ জাতীয় কাৰ্যসূচী প্ৰস্তুত কৰিবলৈ সিদ্ধান্ত গ্ৰহণ কৰা হ'ল। আৰু এই কমিচনৰ অধ্যক্ষ হ'ল যোচেফ ষ্টেলিন।

বিশাল ৰাচিয়াৰ দক্ষিণ অংশত এক বৃহৎ সংখ্যক মুছলমান ধৰ্মাৱলম্বী লোকে বসবাস কৰিছিল। সমৰখণ্ড, তাচখণ্ড আদি এলেকা এটা সময়ত ইচলামী সভ্যতাৰ অন্যতম কেন্দ্ৰস্থল আছিল। এই অঞ্চলৰ মুছলিম শাসনকৰ্তা আৰু তুৰ্কী সাম্ৰাজ্যৰ পৰা জাৰ আমোলত এই এলেকাবোৰ (খানেট) দখল কৰি ৰুচ সাম্ৰাজ্যৰ অন্তভূক্ত কৰি লোৱা হৈছিল। এই অঞ্চলবোৰতো প্ৰাচীন পন্থী শাসনকৰ্তাসকলে বিপ্লৱ আৰু বলচেভিকসকলৰ বিৰুদ্ধে জোট বান্ধিবলৈ আৰম্ভ কৰিছিল। এনে সম্ভাব্য বিৰোধ নাইকিয়া কৰিবৰ বাবে নতুন চৰকাৰে ৰাচিয়াত বসবাস কৰা সকলো মুছলমান ৰাইজলৈ এক বিশেষ আপীল জাৰি কৰিছিল। এই আপীলত এহাতে ইচলাম ধৰ্মাৱলম্বী লোকসকলৰ ধৰ্মীয় আৰু সাংস্কৃতিক নীতি-নিয়ম তথা জীৱনযাত্ৰাৰ সুৰক্ষাৰ সম্পূৰ্ণ গেৰাণ্টি চভিয়েটৰ তৰফৰ পৰা প্ৰদান কৰা হৈছিল আৰু আনহাতেদি ইচলাম ধৰ্মাৱলম্বী তুৰস্ক আৰু পাৰস্যক বিভক্ত কৰিব খোজা সকলো গোপন চুক্তি ৰদ কৰা হৈছিল। এনে ঘোষণাই দক্ষিণৰ মুছলমান লোকসকলৰ মনৰ আশংকা বহুপৰিমাণে আঁতৰ কৰিবলৈ সক্ষম হৈছিল।

এনেদৰে, এটাৰ পাছত এটাকৈ, জনতাৰ স্বাৰ্থৰ অনুকূলে সিদ্ধান্ত লৈ নতুন বলচেভিক মন্ত্ৰীসভাই নতুন চৰকাৰৰ স্থিতি নিকপ্‌কপীয়া কৰাৰ কাম আৰম্ভ কৰিছিল। এটা কথা মন কৰিব লগীয়া যে এই চৰকাৰৰ কৰ্তৃত্ব তেতিয়াও ৰাচিয়াৰ প্ৰধান নগৰ-চহৰ আৰু উদ্যোগীক এলেকাৰ বাহিৰলৈ সম্প্ৰসাৰিত কৰিব পৰা হোৱা নাছিল। প্ৰশাসনযন্ত্ৰ তেতিয়াও ব্যাপকভাৱে গঢ়ি তুলিবলৈ তেওঁলোকে সক্ষম হোৱা নাছিল। তথাপিও নতুন চৰকাৰৰ প্ৰতিটো ঘোষণাই ৰাচিয়াৰ গ্ৰামে-

-গজে সিঁচৰতি হৈ থকা প্ৰতিটো চভিয়েটৰ জৰিয়তে বিয়পি পৰিছিল, আলোড়ন তুলিছিল আৰু এই চভিয়েটবোৰে এনে ঘোষণাবোৰ কাৰ্যকৰী কৰি তুলিবলৈ নিজস্ব উদ্যোগেো গ্ৰহণ কৰিছিল। এনেদৰেই বিপ্লৱৰ বাণী ক্ৰমে সকলোতে বিয়পি পৰিছিল।

নতুন বলচেভিক চৰকাৰ গঠনৰ কেইসপ্তাহমানৰ ভিতৰতে গ্ৰহণ কৰা প্ৰতিটো কামৰ ( কেৱল গুৰুত্বপূৰ্ণ কাৰ্মখিনিৰ ) পুংখানুপুংখ বিৱৰণ দিয়াতো সম্ভৱপৰ নহয়। তথাপিও এই কামবোৰৰ তালিকা এখন কৰিলে হ'ব এনে ধৰণৰ—

(১) মধ্যযুগীয় সামন্তবাদৰ অৱশেষস্বৰূপ মাটিগিৰিহঁতৰ প্ৰকাণ্ড পাম বা এষ্টেটবোৰৰ বিলোপসাধন ;
(২) জাতিগত শোষণৰ অৱসান ;
(৩) প্ৰাক্-বিপ্লৱী আৰু জাৰতন্ত্ৰী ৰাচিয়াৰ দিনৰ পৰা শাসকশ্ৰেণীবোৰে গঢ়ি তোলা বিভিন্ন ধৰণৰ অনুস্থান-প্ৰতিস্থান আদিৰ বিলোপসাধন ;
(৪) দেশৰ জনসাধাৰণক বিভিন্ন সামাজিক স্তৰ বা এষ্টেটত চৰকাৰীভাৱে ভাগ ভাগ কৰি বিচাৰ কৰাৰ মধ্যযুগীয় ব্যৱস্থাৰ অৱসান ;
(৫) ৰাষ্ট্ৰ আৰু গীৰ্জা ( ধৰ্মৰ ) পৃথকীকৰণ ;
(৬) স্কুল আৰু শিক্ষাব্যৱস্থাক গীৰ্জাৰ প্ৰভাৱৰ পৰা মুক্ত কৰা ;
(৭) বিবাহ আৰু পৰিয়াল সম্পৰ্কে নতুন আইন প্ৰণয়ন ;
(৮) নাৰীক সামাজিক আৰু অৰ্থনৈতিকভাৱে স্বাধীন কৰা।

অলপ ভালকৈ মন কৰিলেই দেখা যাব যে এই কামবোৰ মূলতেই বুৰ্জোৱা গণতান্ত্ৰিক বিপ্লৱৰ স্তৰত সংঘটিত হ'ব লগীয়া কামহে—সমাজবাদী বিপ্লৱৰ কাম নহয়। ফৰাচী বিপ্লৱৰ পাছত ফ্ৰান্সৰ বুৰ্জোৱা শ্ৰেণীয়ে ঠিক এই কামবোৰেই কৰিছিল। কিন্তু জাৰ আমোলত বা পাছৰ অস্থায়ী চৰকাৰবোৰৰ দিনত ৰাচিয়াত পুঁজিবাদ আৰু বুৰ্জোৱা শ্ৰেণী গঢ়ি উঠিলেও, ক্ষমতালৈ আহিলেও তেওঁলোকে বুৰ্জোৱা বিপ্লৱৰ এই অবিচ্ছেদ্য কামবোৰ সম্পন্ন কৰি ৰাচিয়াক সামন্তযুগৰ পৰা বুৰ্জোৱা পুঁজিবাদী গণতন্ত্ৰৰ আধুনিক যুগলৈ লৈ যাবলৈ সক্ষম হোৱা নাছিল। সেয়ে অসমাপ্ত বুৰ্জোৱা বিপ্লৱৰ আধৰুৱা কামখিনি শ্ৰমিকশ্ৰেণীৰ চৰকাৰেই উদ্যোগ লৈ সম্পন্ন কৰিব লগীয়া হৈছিল। এনে কাম সমাধা কৰাৰ ক্ষেত্ৰত ৰুচ বুৰ্জোৱাৰ বিফলতায়েই তেওঁলোকৰ সৰ্বাত্মক পৰাজয়ৰ মূল কাৰণ আছিল।

এনে সময়ত, ১৯১৭ চনৰ ডিচেম্বৰ মাহৰ আগ ভাগত পেট্ৰোগ্ৰাডত এটা মজাৰ ঘটনা ঘটিল। এচাম উশৃংখল জনতাই হঠাৎ ৰাজধানীৰ মদৰ গুদামবোৰ আক্ৰমণ কৰিলে। গুদাম ভাঙি মদৰ পিপা চোঁচৰাই আনি খাই দলে দলে মানুহ মাতাল হ'ল। আলিবাটত মদৰ নৈ বলে। মাতাল মানুহে দোকান-পোহাৰ ভাঙি হুলস্থূল আৰম্ভ কৰি দিলে। এনে ব্যাপক বিশৃংখলতাৰ

সমৰ্থনৰ লৈ চৰকাৰ বিৰোধী লোকসকলে ৰাজনৈতিক গণ্ডগোল আৰম্ভ কৰিবলৈকো চেষ্টা কৰিলে। অৱশেষত ৰেডগার্ড আৰু নাৱিকসকলে অশেষ কষ্ট কৰি বিনা পইছাৰ মদ খাবলৈ অহা আৰু ঘৰলৈ নিবলৈ বাল্টি, চৰিয়া লৈ অহা জনতাক ছত্ৰভংগ কৰিব লগা হ'ল। লুটপাট কৰা মানুহক দেখিলেই গুলি কৰাৰ আদেশ দিব লগীয়া হ'ল। বলচেভিক দলে কিন্তু এই ঘটনাৰ সুযোগ লৈ বিৰোধীসকলক কঠোৰভাৱে দমন কৰাৰ কাম আৰম্ভ কৰিলে। সাধাৰণ আইন-শৃংখলাৰ ঘটনা এটাক তেওঁলোকে ৰাজনৈতিক দমনৰ সুবিধাজনক হাতিয়াৰ হিছাপে ব্যৱহাৰ কৰিবলৈ আৰম্ভ কৰিলে। এই ঘটনাটো উল্লেখ কৰাৰ কাৰণ হ'ল যে ইয়েই আহিব লগীয়া দিনবোৰত কেনেদৰে বলচেভিকসকলে আইন-কানুনৰ ব্যৱস্থা কৰি তাৰ ঠাইত 'বিপ্লৱী ন্যায়'ৰ নামত থিতাতে বিচাৰ কৰি শাস্তি দিয়াৰ ব্যৱস্থা প্ৰৱৰ্তন কৰা আৰম্ভ কৰিলে তাক দেখুৱাবলৈ। বিপ্লৱী যুদ্ধ আৰু গৃহযুদ্ধৰ সময়ত সদায় শান্তিৰ সময়ৰ সময় সাপেক্ষ আইনী ব্যৱস্থা পালন কৰাটো সম্ভৱপৰ নহয়। কিন্তু এনে কাম যুদ্ধক্ষেত্ৰতহে প্ৰযোজ্য হোৱা উচিত। অসামৰিক জনতা তথা ৰাজনৈতিক বিৰোধীপক্ষৰ ওপৰত এনে 'আইনহীন আইনৰ' শাসন প্ৰৱৰ্তন কৰিলে শেষ বিচাৰত লাভতকৈ ক্ষতি হয় বেছি। এহাতে ই বিপ্লৱী গণতন্ত্ৰক দুৰ্বল কৰি তোলাৰ জৰিয়তে বিপ্লৱী চৰকাৰৰ নৈতিক ভিত্তিটোতেই গৰাখহনীয়া আৰম্ভ কৰে। যিমানেই চেষ্টা কৰা নহওক কিয়, বিপ্লৱী বাগাড়ম্বৰেৰে ইয়াক শেষত ঢাকি ৰাখিবগৈ নোৱাৰি। ৰাচিয়াতো এনে দুখজনক ঘটনা ঘটা আৰম্ভ হ'বলৈ ধৰিলে।

এই প্ৰক্ৰিয়া আৰম্ভ হৈ গলে ইয়াক ৰখাটো বৰ টান, প্ৰায় অসম্ভৱ কাম। আৰু ৰাচিয়াতো সেয়েই ঘটিবলৈ আৰম্ভ কৰিলে। বলচেভিক দলৰ এটা বৃহৎ অংশই দল আৰু বিপ্লৱৰ বিৰুদ্ধে বিৰোধীসকলৰ ৰাজনৈতিক ষড়যন্ত্ৰ খুচৰি উলিওৱা আৰু সেইবোৰ ধ্বংস কৰাৰ কামত ব্যস্ত হৈ পৰিল। ফলত অৱধাৰিতভাৱে নতুন ৰাষ্ট্ৰযন্ত্ৰ ক্ৰমে জনতাৰ বিপ্লৱী উদ্যোগৰ ওপৰত নিৰ্ভৰশীল হৈ পৰিবলৈ আৰম্ভ কৰিলে। প্ৰশাসন আৰু ইয়াৰ কাম-কাজৰ ওপৰত, আৰক্ষী বাহিনীৰ ওপৰত জনসাধাৰণৰ পৰ্যবেক্ষণ—চুপাৰভিচন নাইকিয়া হৈ পৰিল আৰু ক্ৰমে ক্ৰমে নৱগঠিত শ্ৰমিক ৰাষ্ট্ৰ এক পুলিচ ৰাষ্ট্ৰলৈ ৰূপান্তৰিত হোৱাৰ বাটত আগবাঢ়িল।[8] এনে কঠোৰ সমালোচনাৰ প্ৰয়োজন এইবাবেই হয় যে বিপ্লৱী প্ৰয়োজনীয়তাৰ নামত সকলোধৰণৰ বিনা আইনী কাম-কাজক স্বীকাৰ কৰা নাযায়, বিপ্লৱ আৰু গৃহযুদ্ধৰ পৰিৱৰ্তিত পৰিস্থিতিত বিপ্লৱী আইনী ব্যৱস্থা এটা তৎকালে গঢ়ি তুলিব নোৱাৰাটো বলচেভিকসকলৰ এক ঐতিহাসিক বিফলতা আৰু এই বিফলতাৰ বাবেই কেৱল গৃহযুদ্ধৰ কালছোৱাতেই নহয়, ৬-৭টা দশকৰ ওপৰ কাল ৰুচ সমাজে বহু বেছি মূল্য দিবলগীয়া হ'ল।

প্ৰক্ৰিয়াটো আৰম্ভ কৰে লেনিনেই। তেওঁৰ উদ্যোগতে ফেলিক্স ঝাৰ্ঝিনস্কিৰ

নেতৃত্বত কুখ্যাত 'চেকা' (অল ৰাচিয়া স্পেচিয়েল কমিচন টু কমবেট কাউন্টাৰ ৰিভলিউচন এণ্ড চেবটেজ) গঠন কৰা হয় ৭ ডিচেম্বৰৰ দিনা। এই ব্যৱস্থাত অভিযুক্ত লোকক বিচাৰ কৰি শাস্তি প্ৰদান কৰাৰ ব্যৱস্থাহে গঢ়ি তোলা হ'ল কিন্তু অভিযোগৰ উপযুক্ত প্ৰমাণ দাখিল (যুক্তিপূৰ্ণ সন্দেহৰ উৰ্ধ্বত অভিযোগৰ সত্যতা প্ৰতিপন্ন কৰা) আৰু অভিযুক্তক ন্যায়সংগত আত্মপক্ষ সমৰ্থনৰ সুযোগ দিয়াৰ ব্যৱস্থা গঢ়ি তোলা নহ'ল। যুদ্ধৰ ক্ষেত্ৰত এনে ব্যৱস্থা সকলো সময়তে সম্ভৱপৰ নোহোৱাতো যুক্তিৰ ক্ষেত্ৰত মানি ল'লেও (কিন্তু ইয়াকো সম্পূৰ্ণ-ভাৱে মানি লোৱা উচিত নহয়, এনে বিচাৰৰ পাছত পূৰ্ণাঙ্গ বিচাৰৰ ব্যৱস্থা থাকিব লাগে আনকি মৃত্যুদণ্ডৰ দৰে চৰম শাস্তি প্ৰদান কৰাৰ পাছতো), অসামৰিক পৰ্যায়ত যিকোনো যুক্তিৰেও এনে ব্যৱস্থা মানি ল'ব নোৱাৰি। কিয়নো ই মানৱ সভ্যতাৰে পৰিপন্থী এক বিষয়। ৰাচিয়াত এনে ব্যৱস্থা গঢ়ি তোলাৰ ক্ষেত্ৰত বলচেভিকসকলৰ ঐতিহাসিক বিফলতাৰ ফলত সহস্ৰ শিৰ বিশিষ্ট হাইড্ৰাৰ দৰে গোপন পুলিচ আৰু ইয়াৰ জবাবদিহি কৰিব নলগা ক্ষমতাই শত্ৰু-মিত্ৰ সকলোকে সামৰি ৰাচিয়াৰ সমাজ-জীৱনত এক গভীৰ ঋণাত্মক প্ৰভাৱ পেলালে। আজি সেয়ে এই কে. জি. বি. ইয়াৰ গোপন কাম-কাজ, সংগঠন আদিৰ ওপৰত জনতাৰ ইমান খং। আজি সেয়ে ঝাৰঝিনস্কিৰ মূৰ্তি ভঙা হৈছে। বলচেভিক বিপ্লৱৰ এই বিফলতাৰ শিক্ষাও আমাৰ বাবে বিৰাট গুৰুত্বপূৰ্ণ বিষয়।

নতুন চৰকাৰৰ এক অন্যতম গুৰুত্বপূৰ্ণ কাম আছিল ৰাচিয়াৰ ব্যক্তিগত বেংক আৰু অৰ্থ প্ৰতিষ্ঠানবোৰৰ ৰাষ্ট্ৰীয়কৰণ কৰাটো। বেংকৰ ব্যৱসায় ৰাষ্ট্ৰৰ হাতত একচেটিয়াভাৱে আনি সকলো ব্যক্তিগত বেংক ষ্টেট বেংকৰ লগত বিলীন কৰি পেলোৱা হ'ল। বেংকৰ সুৰক্ষা ভল্টবোৰত জমা ৰখা ধন ভল্টৰ গৰাকীৰ একাউণ্টত জমা কৰা হ'ল আৰু সকলো সোণ আৰু সোণৰ মোহৰ বাজেয়াপ্ত কৰা হ'ল। ক্ষুদ্ৰ জমাকৰ্তাসকলৰ স্বাৰ্থৰ প্ৰতি সম্পূৰ্ণ সুৰক্ষা আগবঢ়োৱাৰ লগতে ধনী মানুহৰ ওপৰত আৰোপ কৰা হ'ল বিভিন্ন বাধানিষেধ। লেনিনে বেংক ৰাষ্ট্ৰীয়কৰণক 'পুঁজিৰ ওপৰত ৰেডগাৰ্ডসকলৰ বা বিপ্লৱৰ আক্ৰমণ' বুলি অভিহিত কৰিছিল। এই কামৰ দ্বাৰা চৰকাৰে দেশৰ অৰ্থনীতি আৰু মুদ্ৰাৰ ওপৰত নিজৰ কটকটীয়া নিয়ন্ত্ৰণ সাব্যস্ত কৰিবলৈ সক্ষম হ'ল।

এনেদৰেই নতুন বলচেভিক চৰকাৰে ক্ষমতা লাভৰ পিছত এহাতে বৈপ্লৱিক সংস্কাৰ আৰু আনহাতে ৰাজনৈতিক উদ্যোগেৰে দেশত নিজৰ স্থিতি সবল কৰি আনিবলৈ সফল হৈছিল।

বিপ্লৱৰ সুদৃঢ়কৰণৰ লগে লগে ইয়াক ব্যাপকভাৱে দেশৰ চুকে-কোণে দৃঢ়-ভাৱে বিয়পাই দিয়াৰ কাম আৰম্ভ কৰা হ'ল। এইক্ষেত্ৰত লেনিনে নিজেই উদ্যোগ গ্ৰহণ কৰিলে। পেট্ৰোগ্ৰাডৰ পৰা দহহাজাৰ শ্ৰমিক আৰু বলচেভিক

কৰ্মীক বাছনি কৰি ৰাজনৈতিক প্ৰচাৰৰ শিক্ষা দিয়া হ'ল আৰু এই বিৰাট বাহিনীটোক দেশৰ বিভিন্ন অংশলৈ প্ৰেৰণ কৰা হ'ল বিপ্লৱৰ বাণী প্ৰচাৰ কৰিবলৈ, নতুন চৰকাৰৰ নীতি নিৰ্দেশনাবোৰ সঠিকভাৱে ৰূপায়ণ কৰিবলৈ আৰু চভিয়েটবোৰক সহায় কৰিবলৈ। এই তৰুণ বিপ্লৱী প্ৰচাৰকসকলে কি অবৰ্ণনীয় দুখ-কষ্ট, আত্মত্যাগ আৰু জীৱন বলিদান দিও এই বিপ্লৱৰ বীজমন্ত্ৰ প্ৰচাৰ কৰিছিল তাৰ কাহিনী সঁচাই অতি ৰোমাঞ্চকৰ। এওঁলোকৰ ক্লান্তিহীন প্ৰচেষ্টাৰ ফলতেই পূৰ্বৰ ৰাজনৈতিক গাঁথনিৰ ভগ্নাৱশেষৰ মাজেৰে চভিয়েটবোৰ এক শক্তিশালী ৰাজ-নৈতিক শক্তি হিছাপে আত্মপ্ৰকাশ কৰিবলৈ সক্ষম হ'ল। আৰু এই নতুন সংগঠনৰ ওপৰত ভিত্তি কৰিয়েই বলচেভিকসকলে মাৰ্ক্সবাদী আৰ্দশৰ আলোকত তেওঁলোকৰ নতুন ৰাষ্ট্ৰ ব্যৱস্থা নিৰ্মাণ কৰিবলৈ আগবাঢ়িল। ইয়াৰ ওপৰত, এই সাফল্যৰ ওপৰত ভিত্তি কৰিয়েই এইবাৰ তেওঁলোকে সমগ্ৰ ইউৰোপ আৰু বিশ্বত শ্ৰমিক বিপ্লৱৰ সপোন দেখিলে।

সেই সপোন অৱশ্যে তৎকালে বাস্তৱত ৰূপায়িত নহ'ল—সেয়া অৱশ্যে অন্য এক প্ৰসংগ।

## ১৮

# যুদ্ধৰ অন্ত আৰু গৃহযুদ্ধৰ সূচনা : ব্ৰেষ্টলিট্‌ভস্কৰ ঐতিহাসিক চুক্তি



● তৎকালিন যুদ্ধবিৰতিৰ আহ্বান ● শান্তি স্থাপনৰ বাবে জাৰ্মানীৰ কঠোৰ চৰ্ত আৰোপ ● পুনৰ ৰুচ-জাৰ্মান যুদ্ধৰ সম্ভাৱনা আৰু বলচেভিক দলৰ মাজত বিতৰ্ক ● চভিয়েট ৰাচিয়াই জাৰ্মান চৰ্ত মানিবলৈ অসম্মতি প্ৰকাশত জাৰ্মান আক্ৰমণ আৰম্ভ ● লেনিনৰদ্বাৰা অপমানজনক হ'লেও চুক্তিৰ চৰ্ত মানি লোৱাৰ পৃষ্ঠপোষকতা আৰু বলচেভিক দলত তুমুল বিতৰ্ক ● জাৰ্মান চৰ্ত গ্ৰহণ ● এক সুকীয়া শান্তি চুক্তি সম্পাদনৰ ক্ষেত্ৰত চভিয়েট ৰাচিয়াৰ কূটনৈতিক উদ্যোগ আৰু ইয়াৰ তাৎপৰ্য ● ব্ৰেষ্ট লিট্‌ভস্কত শান্তিচুক্তিত স্বাক্ষৰ ● বলচেভিক দল আৰু চভিয়েটৰ কংগ্ৰেছত চুক্তিৰ প্ৰতি অনুমোদন ● চুক্তিৰ পৰৱৰ্তী বাস্তৱ অৱস্থা আৰু ইয়াৰ ফলাফল।

**টীকা আর্‌ প্রসংগ ঃ**

(1) Carr, E. H., The Bolshevik Revolution. Penguin, London. vol. 3. p 15.

(2) ibid, p 51-52

(3) ibid, p 53.

(4) Lenin, V.I.—Collected Works. "Theses on the Question of Immediate Conclusion of a Seperate and Annexionist Peace." Collected Works. Vol-22. Moscow.

(5) ibid No (i) p 69.

সহায় হোরা অন্যান্য সূত্র ঃ

(1) Encyclopedia Brittanica. Vol. 19. London.

(2) Nanerkov, A.—The Illustrated History of the Great October Socialist Revolution, Progress Publishars. Moscow.

ৰণক্লান্ত হৈ পৰিছে চভিয়েট ৰাচিয়া।

দীঘলীয়া ৰক্তক্ষয়ী ট্রেন্স যুদ্ধৰ ভয়াৱহতাই নমাই আনিছে প্রচণ্ড অর্থনৈতিক, সামাজিক আৰু মানৱীয় দুর্যোগ।

এই যুদ্ধৰ দ্রুত অৱসান বিচাৰিছে সকলোৱে।

ৰাচিয়াৰ ব্যাপক জনতা আৰু সৈনিকসকলৰ শান্তিৰ প্রত্যাশাৰ কথা মনত ৰাখিয়েই বলচেভিক মন্ত্রীসভাই তৎকালে শান্তিস্থাপনৰ বাবে উদ্যোগ হাতত ললে।

২২ নবেম্বৰৰ ( ১৯১৭ ) দিনাই লিঅ' ট্রটস্কিয়ে সকলো যুদ্ধৰত শক্তিলৈ এক তাৎকালিক যুদ্ধবিৰতিৰ বাবে আহ্বান জনাই তাঁৰ-বার্তা প্রেৰণ কৰিলে।

মিত্র শক্তিবোৰে তৎকালে এনে শান্তিস্থাপনৰ বিৰোধিতা কৰিলে। তেওঁলোকে জার্মানীৰ সম্পূর্ণ পৰাজয় নোহোৱালৈকে যুদ্ধ চলাই যাব বিচাৰে। বলচেভিক চৰকাৰৰ শান্তিৰ প্রস্তাৱক বানচাল কৰিবৰ বাবে তেওঁলোকে ৰাচিয়াৰ সেনাবাহিনীৰ সর্বাধিনায়ক জেনেৰেল ডুখোনিনৰ সহায় বিচাৰিলে। প্রাচীনপন্থী জেনেৰেলজনেও মন্ত্রীসভাৰ শান্তিৰ প্রস্তাৱৰ বিৰোধিতা কৰিলে। ফলত মন্ত্রীসভাই তেওঁক বর্খাস্ত কৰি তৎকালে কেন্দ্রীয় সমিতিৰ সদস্য এন. ক্লায়েলেংক'ক সেনাবাহিনীৰ অধিনায়ক হিছাপে নিযুক্তি দিলে। যুদ্ধ চলাই যাব বিচৰা জেনেৰেল ডুখোনিন এচাম উন্মত্ত সৈনিকৰ হাতত শোকাবহভাৱে নিহত হ'ল। ইয়াৰ পৰাই সাধাৰণ সেনাসকলৰ যুদ্ধবিৰোধী মনোভাৱৰ উমান পোৱা যায়।

জার্মান চৰকাৰে বলচেভিক চৰকাৰৰ যুদ্ধবিৰতিৰ প্রস্তাৱৰ প্রতি সঁহাৰি জনোৱাত শান্তিস্থাপনৰ বাবে আলাপ-আলোচনা আৰম্ভ হ'ল। ৫ ডিচেম্বৰৰ দিনা পোন প্রথম বাৰৰ বাবে এক দহ দিনীয়া যুদ্ধবিৰতি চুক্তি সম্পাদন হ'ল। পোন প্রথম বাৰৰ বাবে ৰাচিয়াৰ পশ্চিম সীমান্তৰ ৰণাঙ্গনৰ কামানবোৰ নীৰৱ হ'ল, চৌদিশে শান্তিৰ প্রত্যাশা বাঢ়ি আহিল। পংকিল ট্রেন্সত সোমাই থকা সৈনিকসকল আনন্দত উন্বাউল হৈ উঠিল। ৪ জানুৱাৰীৰ দিনা ব্রেষ্টলিটভস্ক চহৰত আনুস্থানিক শান্তি আলোচনা আৰম্ভ হৈ গ'ল।

চভিয়েট চৰকাৰৰ তৰফৰ পৰা ট্রট্স্কিয়ে এই আলোচনাত এলানী শান্তি প্রস্তাৱ তুলি ধৰিলে। প্রথম আৰু দ্বিতীয় চভিয়েট কংগ্রেছত গৃহীত নীতিৰ আধাৰত ( এই বিষয়ে আগতে উল্লেখ কৰি অহা হৈছে ) তেওঁ প্রস্তাৱ কৰিলে যে কোনেও কাৰো এলেকা দখল নকৰাকৈ, কোনো ধৰণৰ যুদ্ধৰ ক্ষতিপূৰণ নিদিয়াকৈ, পদানত জাতিসমূহৰ আত্মনিয়ন্ত্রণৰ অধিকাৰৰ স্বীকৃতিৰ ভিত্তিত এক ঐতিহাসিক শান্তি প্রতিষ্ঠা কৰা হওক।

কিন্তু, জার্মান নেতৃত্বাধীন কেন্দ্রীয় শক্তিসমূহে প্রথমতে এই নীতি মানি লোৱাৰ কথা ক'লেও ক্রমে ইটোৰ পিছত সিটোকৈ নতুন নতুন দাবি উত্থাপন কৰিবলৈ ধৰিলে। প্রথমে তেওঁলোকে পোলেণ্ডৰ স্বাধীনতাৰ দাবি উত্থাপন

কৰিলে, তাৰপিছত ফিনলেণ্ড আৰু বাল্টিক সাগৰীয় দেশ লিথুৱেনিয়া, লাটভিয়া আৰু ইস্টোনিয়াৰ স্বাধীনতা দাবি কৰিলে ( ৩০ জানুৱাৰী, ১৯১৮ ) তাৰ পিছত তেওঁলোকে দাবি বঢ়াই গৈ সমগ্ৰ ইউক্ৰেনৰ স্বাধীনতাৰ দাবি উত্থাপন কৰিলে (২১ জানুৱাৰী)। দাবি কৰিলে ইউক্ৰেনৰ পৰা চভিয়েট সেনাৰ অপসাৰণ আৰু ইউক্ৰেনিয় সংসদ বা ৰাডাৰ স্বীকৃতি—পৰিস্থিতি জটিল হৈ পৰিল।

জাৰ সাম্ৰাজ্যৰ অন্তৰ্ভুক্ত এই এলেকাবোৰৰ আত্মনিয়ন্ত্ৰণৰ অধিকাৰ স্বীকাৰ কৰি লোৱাত বলচেভিকসকলৰ নীতিগত কোনো অসুবিধা নাছিল। পোলেণ্ড আৰু ফিনলেণ্ডৰ স্বাধীনতাৰ স্বীকৃতি দিবলৈকো তেওঁলোক সাজু আছিল ( এই বিষয়ে আত্মনিয়ন্ত্ৰণৰ নীতিৰ ফলাফল সম্পৰ্কীয় পৰৱৰ্তী খণ্ডত বহলাই আলোচনা কৰা হৈছে। ) কিন্তু ইউক্ৰেন আৰু বাল্টিক সাগৰীয় দেশকিথনৰ ক্ষেত্ৰত তেওঁলোকে আত্মনিয়ন্ত্ৰনৰ অধিকাৰ স্বীকাৰ কৰিলেও বিচ্ছিন্ন হৈ স্বাধীন ৰাষ্ট্ৰ গঠন কৰাৰ উপযোগিতাৰ সম্পৰ্কে সংগত ভাৱেই দ্বিধাগ্ৰস্থ আছিল। বিশেষকৈ, এতিয়া জাৰ্মান হেঁচাৰ সন্মুখত নতি স্বীকাৰ কৰি এই দেশবোৰৰ স্বাধীনতা মানি ল'বলৈ তেওঁলোক স্পষ্টকৈয়ে অসন্মত আছিল।

ট্ৰট্‌স্কিয়ে স্পষ্টকৈ ক'লে যে এনে ধৰণৰ এলেকা দখলৰ শান্তি মানি ল'বলৈ তেওঁ সন্মত নহয়। কিন্তু তেওঁ চভিয়েটৰ ফালৰ পৰা স্পষ্টকৈ ঘোষণা কৰিলে যে যুদ্ধৰ অন্ত পৰিলঃ এক 'যুদ্ধহীন অথচ শান্তিহীন' পৰিস্থিতিৰ সৃষ্টি হ'ল।

কিছুদিনৰ পিছতে জাৰ্মান জেনেৰেল ষ্টাফে পুনৰ আক্ৰমণ আৰম্ভ কৰিলে। জাৰ্মান সেনাবাহিনীয়ে সীমান্তৰ 'ফ্ৰণ্টলাইন' পাৰহৈ চভিয়েট ৰাচিয়াৰ মাজলৈ অগ্ৰসৰ হ'বলৈ ধৰিলে।

যুদ্ধ আকৌ আৰম্ভ হ'ল।

যুদ্ধ আৰম্ভ হোৱাৰ আগতেই দৰাচলতে লেনিনে জাৰ্মানীৰ ভয়াবহ চৰ্তবোৰ মানি লৈ হ'লেও শান্তি স্থাপন কৰাৰ প্ৰস্তাৱ ৰাখিছিল, বলচেভিক দলৰ কেন্দ্ৰীয় সমিতিৰ আগত। কেন্দ্ৰীয় সমিতিত এই বিষয়টো লৈ প্ৰচুৰ তৰ্কবাদ আৰম্ভ হৈছিল।

লেনিনে এনে অপমানজনক শান্তি প্ৰতিষ্ঠা কৰাৰ পৃষ্ঠপোষকতা কিয় কৰি-ছিল? পৰিস্থিতি সাপেক্ষে ই তেওঁৰ এক সাময়িক কৌশল আছিলনে ইয়াতকৈ গভীৰ কিবা চিন্তাই তেওঁক এনে পদক্ষেপ লোৱাৰ ক্ষেত্ৰত প্ৰভাৱিত কৰিছিল? এই কথাখিনি বুজিবৰ বাবে বিপ্লৱোত্তৰ ৰাজনৈতিক চিন্তাধাৰাৰ কিছু চমু পৰিচয় ল'বলৈ চেষ্টা কৰাতো ভাল হ'ব।

লেনিনকে ধৰি বলচেভিকসকলে ভাবিছিল যে ৰাচিয়াৰ সমাজতান্ত্ৰিক বিপ্লৱৰ বাৰ্তা ফৰাচী বিপ্লৱৰ ক্ষেত্ৰত হোৱাৰ দৰে শীঘ্ৰে সমগ্ৰ ইউৰোপতে বিয়পি পৰিব। যুদ্ধত জুৰুলা হোৱা ইউৰোপৰ, বিশেষকৈ জাৰ্মানীৰ শ্ৰমিকশ্ৰেণীয়ে

বিপ্লৱ সংঘটিত কৰিব। ওফৰাই পেলাব বুৰ্জোৱাৰ শাসন। যুদ্ধ শেষ হ'লেই এনে ঘটনা তৰান্বিত হ'ব বুলি তেওঁলোকে আশা কৰিছিল। ১৯১৫ চনৰ অক্টোবৰ মাহতেই, প্ৰথম মহাসমৰৰ আৰম্ভণিতেই লেনিনে এনে সম্ভাৱনাৰ কথা কৈছিল।[1]

কিন্তু, যেতিয়া এনে ঘটনা তৎকালে নঘটিল। জাৰ্মানীৰ তৰফৰ পৰা কেৱল অসম্ভৱ চৰ্ত আৰোপ কৰাই নহয়, যুদ্ধও আৰম্ভ কৰা হ'ল, তেতিয়া গণ্ডগোল আৰম্ভ হ'ল। বলচেভিক দলে জাৰ্মানীৰ ভাবুকিৰ সন্মুখত 'বিপ্লৱী যুদ্ধ' চলাই যোৱাৰ পৃষ্ঠপোষকতা কৰিলে। এনে পৰিস্থিতিত লেনিনে আগৰ স্থিতি সলনি কৰি তৎকালে অপমানজনক চৰ্ত মানি লৈ হ'লেও শান্তি চুক্তি সম্পাদন কৰাৰ ওপৰত গুৰুত্ব দিলে। জাৰ্মান আক্ৰমণ আৰম্ভ হোৱাৰ আগতেই 'A theses on the question of the immediate conclusion of a seperate and annexonist peace' নামৰ এখন দলিল প্ৰস্তুত কৰি উলিয়াইছিল। প্ৰথমেই তেওঁ জাৰ্মানী বা ইউৰোপত তৎকালে আগেয়ে ভবাৰ দৰে বিপ্লৱ হোৱাৰ সম্ভাৱনাৰ কথা নুই কৰিলে ( যদিও বিপ্লৱ যে এদিন হ'বই সেই বিষয়ে তেওঁ নিশ্চিত আছিল )। সেয়ে, তেওঁ ক'লে যে বেছি মূল্য দি শান্তি স্থাপন কৰাটোত চভিয়েট ইউনিয়ন আৰু সমাজবাদৰ পক্ষে এক বিজয়ৰ দৰেই হ'ব কিয়নো আক্ৰমণকাৰী ; পৰৰাজ্য লোলুপ সাম্ৰাজ্যবাদীহঁতৰ লগত চভিয়েটৰ পাৰ্থক্য মানুহে ধৰিব পাৰিব।

লেনিনৰ এই থিচিচ তেওঁৰ সতীৰ্থসকলে কিন্তু সহজে গ্ৰহণ কৰিব পৰা নাছিল। কেন্দ্ৰীয় সমিতিত তিনি ধৰণৰ চিন্তা-ধাৰা দেখা গৈছিল। প্ৰথম চামে জাৰ্মানীৰ লগত বিপ্লৱী যুদ্ধ চলাই যোৱাৰ পৃষ্ঠপোষকতা কৰিছিল। ট্ৰটস্কিকে ধৰি দ্বিতীয় গোটটোৱে জাৰ্মানীয়ে আৰোপ কৰা অপমানজনক চৰ্তবোৰ মানি ল'ব নালাগে বুলি কৈছিল কিন্তু বিপ্লৱী যুদ্ধৰ নামত যুদ্ধ পুনৰ আৰম্ভ কৰাৰ বিৰোধিতা কৰিছিল। তেওঁলোকে কৈছিল যে আলাপ-আলোচনা আৰু কূট-নীতিৰ জৰিয়তে যুজখন যিমান পৰা যায় হোঁহকাই ৰাখিব লাগে। এনেদৰে সময় ল'ব পাৰিলে, তেওঁলোকে ভাবিছিল, জাৰ্মানী আৰু ইউৰোপতো বিপ্লৱ আৰম্ভ হৈ যাব। সেয়ে যুদ্ধ বন্ধ কৰা কিন্তু শান্তি চুক্তি এখন তৎকালে স্বাক্ষৰ নকৰি যিমান পাৰি সময় লোৱাৰ ট্ৰট্স্কিৰ নীতি লেনিনৰ যিকোনো মূল্যৰ বিনিময়ত শান্তিস্থাপন কৰাৰ নীতিতকৈ বলচেভিক দলৰ মাজত অধিক গ্ৰহণ-যোগ্য হৈ পৰিছিল। ভোটদানৰ বেলিকা ট্ৰট্স্কিৰ কৌশলৰ সপক্ষে ৯টা, লেনিনৰ সপক্ষে ৭টা আৰু বিপ্লৱী যুদ্ধৰ সপক্ষে দুটা ভোট পৰিছিল।

জানুৱাৰীৰ ২৮ তাৰিখে ট্ৰট্স্কিয়ে আকৌ এবাৰ ব্ৰেষ্ট আলোচনালৈ নিজস্ব নীতি কাৰ্যকৰী কৰাৰ চেষ্টা কৰিবলৈ গ'ল।

ইতিমধ্যে কিন্তু চভিয়েট ইউনিয়নৰ আভ্যন্তৰীণ পৰিস্থিতিৰ অধিক অৱনতি ঘটিছে।

এহাতে প্ৰশাসনীক ব্যৱস্থা আৰু শৃংখলা গঢ় তোলাতো কঠিন হৈছে; ইউক্ৰেন, বাল্টিক সাগৰীয় অঞ্চল, শ্বেতৰুচিয়া আৰু বহু এলেকাত চভিয়েট-বিৰোধী শক্তিবোৰ সংগঠিত হৈ উঠিছে, জাৰ্মান পৃষ্ঠপোষকতা আৰু সমৰ্থনত ইউক্ৰেনৰ বুৰ্জোৱাহঁতে স্বাধীনতাৰ প্ৰচেষ্টা জোৰদাৰ কৰি তুলিছে, ডন অঞ্চলত কচাক বিদ্ৰোহৰ কুৰুং-কাৱাং আৰম্ভ হৈছেই আৰু আনহাতে ৰুমানিয়াই সামৰিক আক্ৰমণ চলাই বেচাৰ্‌বিয়া অঞ্চল দখল কৰি লৈছে। তুৰ্কীয়ে কনষ্টাণ্টিনোপল আৰু ককেচাচৰ বাটুম এলেকাৰ ওপৰত নিজৰ দাবি উত্থাপন কৰিছে (৪০ বছৰ আগতে জাৰে এই অঞ্চল তুৰ্কী সাম্ৰাজ্যৰ পৰা কাঢ়ি লৈছিল)। এনে এক পৰিস্থিতিত যুদ্ধ বন্ধ কৰা আৰু শান্তি স্থাপনৰ প্ৰশ্নটো অধিক জৰুৰী হৈ পৰিছে।

যেতিয়া ১৭ ফেব্ৰুৱাৰীৰ দিনা শান্তি আলোচনা বন্ধ হৈ থকাৰ সুযোগতে জাৰ্মান জেনেৰেল ষ্টাকে যুদ্ধ আৰম্ভ কৰিলে। লগে লগে পেট্ৰোগ্ৰাডত পৰিস্থিতি উতপ্ত হৈ পৰিল। বলচেভিক দলৰ কেন্দ্ৰীয় সমিতিৰ মাজৰ মতপাৰ্থক্য তেতিয়াও শেষ নহ'ল। তেতিয়াও ট্ৰট্‌স্কিৰ নেতৃত্বত গৰিষ্ঠ সংখ্যক নেতাই তৎকালে শান্তিৰ প্ৰস্তাৱ প্ৰেৰণ নকৰাকৈ জাৰ্মান আক্ৰমণৰ গতিগোত্ৰ চাই কূট-নৈতিক উপায়েৰে কিবা কৰিব পৰা যায় নেকি চোৱাৰ পৃষ্ঠপোষকতা কৰিলে। অৱশেষত লেনিনে প্ৰশ্ন কৰিলে যে জাৰ্মান আক্ৰমণ যদি সঁচাই প্ৰৱল হৈ শত্ৰুসেনা হুৰহুৰাই সোমাই আহে অথচ জাৰ্মানীত বিপ্লৱো নহয়, তেতিয়াহ'লে? তেতিয়াহ'লে কি হ'ব? এইবাৰ ট্ৰট্‌স্কিয়ে লেনিনক সমৰ্থন কৰিলে। পিছদিনা যেতিয়া সঁচাকৈয়ে জাৰ্মান আক্ৰমণ আৰম্ভ হ'ল, জাৰ্মান সেনা ইউক্ৰেনলৈ সোমাই আহিল, বলচেভিক কেন্দ্ৰীয় সমিতিয়ে অৱশেষত লেনিনৰ পৰামৰ্শ মতে জাৰ্মানীৰ শান্তি চৰ্তবোৰ মানি ল'বলৈ ৰাজী হ'ল। মন্ত্ৰীসভাতো বলচেভিকসকলে ইয়াক সমৰ্থন জনালে কিন্তু বাওঁ চ'চিয়েল ৰিভলিউচনেৰী দলৰ মন্ত্ৰীসকলৰ মাজত বিভাজন হ'ল। এই দলে এনে ধৰণৰ অপমানজনক চুক্তিৰ ঘোৰ বিৰোধিতা আৰম্ভ কৰিলে।

বলচেভিক দলে জাৰ্মানীৰ চৰ্তবোৰ মানি লোৱাত এইবাৰ জাৰ্মানীয়ে নতুনকৈ আৰু কঠোৰ দাবি উত্থাপন কৰিলে।

আকৌ বলচেভিক দলত দলাদলি আৰম্ভ হ'ল। লেনিনে এইবাৰ আৰু কথা চোবাই থাকিলে পদত্যাগ কৰাৰ ভাবুকি দিলে। এই ভাবুকিয়ে কামো দিলে। বলচেভিক দলে লেনিনৰ পৰামৰ্শ মতে জাৰ্মানীৰ নতুন চৰ্তবোৰ মানি ল'বলৈ ৰাজী হ'ল। দলৰ মাজতো লেনিনৰ প্ৰতি সমৰ্থন বাঢ়ি আহিল। চভিয়েটৰ কাৰ্যকৰী সমিতিতো লেনিনৰেই জয় হ'ল। লেনিনে বুজিছিল যে

যেনে তেনে যুদ্ধ বন্ধ কৰি শান্তি স্থাপন কৰিব নোৱাৰিলে চভিয়েট ক্ষমতা বচাই ৰখাটোৱেই অসম্ভৱ হ'ব।

জাৰ্মানীৰ নতুন শান্তি চৰ্তবোৰ মানি লোৱাৰ খবৰ দিয়া হ'ল আৰু ১৯১৮ চনৰ মাৰ্চ মাহৰ ৩ তাৰিখে চভিয়েট ৰাচিয়া আৰু জাৰ্মানীৰ মাজত 'ব্ৰেষ্ট-লিট্‌ভস্ক' চহৰত এক অভূতপূৰ্ব শান্তি চুক্তি স্বাক্ষৰিত হৈ গ'ল।

এই অপমানজনক চুক্তি আছিল এনে ধৰণৰ—

ৰিগা মহানগৰী আৰু ইয়াৰ কাষৰীয়া অঞ্চল, কড'ৰলেণ্ড, লিথুৱানিয়া, শ্বেতৰাচিয়াৰ অৰ্ধাংশ ওপৰত ৰাচিয়াই নিজৰ দাবি এৰি দিব লাগিব। এই এলেকাবোৰৰ ভৱিষ্যৎ থলুৱা লোকসকলৰ লগত আলাপ-আলোচনা কৰি অষ্ট্ৰিয়া আৰু জাৰ্মানীয়ে নিৰ্ণয় কৰিব। লাটভিয়া আৰু ইষ্টনিয়াৰ জনসাধাৰণে নিজৰ জাতীয় অনুষ্ঠানবোৰ গঢ়ি নোতোলালৈকে ইয়াত জাৰ্মান দখলক স্বীকৃতি দিব লাগিব, ইউক্ৰেনৰ সংসদ বা ৰাডাৰ লগত শান্তি স্থাপন কৰিব লাগিব ( অৰ্থাৎ ইউক্ৰেনৰ স্বাধীনতা স্বীকাৰ কৰিব লাগিব ) আৰু বাটুমকে ধৰি আৰু দুটা খণ্ড তুৰ্কীক এৰি দিব লাগিব। এই প্ৰধান চৰ্তবোৰৰ ওপৰঞ্চি যিবোৰ অৰ্থনৈতিক আৰু অন্যান্য চৰ্ত আছিল সেইবোৰো বেছ কঠোৰ হ'লেও ইমান গুৰুত্বপূৰ্ণ নাছিল। শেষত কোৱা হ'ল যে দুই দেশে আনুস্থানিকভাৱে এই চুক্তিত অনুমোদন জনোৱাৰ পাছত—দুই দেশৰ মাজত কূটনৈতিক সম্পৰ্ক স্থাপন কৰা হ'ব।[2]

এইবাৰ এই চুক্তিত অনুমোদন জনোৱাৰ প্ৰশ্ন আহিল। একে দীঘলীয়া বিতৰ্কৰ পাছত অৱশেষত বলচেভিক দলৰ সপ্তম পাৰ্টি কংগ্ৰেছে ৬ মাৰ্চত আৰু চতুৰ্থ সৰ্ব ৰুচ চভিয়েটৰ কংগ্ৰেছে ১৬ মাৰ্চত সংখ্যাগৰিষ্ঠ ভোটৰ দ্বাৰা লেনিনৰ স্থিতি আৰু শান্তি চুক্তিৰ প্ৰতি অনুমোদন জনালে। আনহাতে ৰাচিয়াৰ লগত চুক্তি কৰি জাৰ্মানীয়ে পশ্চিম সীমান্তত মিত্ৰ শক্তিৰ বিৰুদ্ধে শেষ আক্ৰমণ আৰম্ভ কৰিলে ( যদিও পূবৰ ৰুচ ৰণাঙ্গনৰ পৰা পশ্চিমলৈ সৈন্যসামন্ত লৈ নাযায় বুলি জাৰ্মানীয়ে কথা দিছিল, কিন্তু এই কথা তেওঁলোকে নাৰাখিলে। ) ফলত ৰুচ ৰণাঙ্গনত বৃহৎ জাৰ্মান সামৰিক কাম-কাজৰ আশংকা নাইকিয়া হৈ পৰিল। যুদ্ধ বিধ্বস্ত ৰাচিয়াই সঁচাকৈয়ে এইবাৰ স্বস্তিৰ উশাহ ললে।[3]

বলচেভিক চৰকাৰে জাৰ্মানীৰ লগত সুকীয়াকৈ শান্তি চুক্তি সম্পাদন কৰাৰ ফলত জাৰৰ দিনত গঢ়ি তোলা অষ্ট্ৰিয়া-জাৰ্মানী জোঁটৰ বিৰুদ্ধে ইংলেণ্ড, ফ্ৰান্স, আমেৰিকা আৰু ৰাচিয়াৰ মিত্ৰ জোঁট ভাগি পৰিল। পশ্চিমীয়া শক্তিবোৰে ৰাচিয়া-জাৰ্মানীৰ শান্তি আলোচনাৰ তীব্ৰ বিৰোধিতা কৰিছিল। এনে চুক্তি সম্পাদন হ'লে জাৰ্মানীয়ে পূবৰ সেনা পশ্চিমলৈ নি তেওঁলোকৰ ওপৰত আক্ৰমণ চলাব বুলি তেওঁলোকে ভয় কৰিছিল, কিন্তু, একেসময়তে সমাজবাদী চভিয়েট ৰাচিয়াক জাৰ্মান বিৰোধী এক শক্তিশালী সেনাবাহিনী গঢ়ি তোলাত যুদ্ধকালিন

সাহায্য দিবলৈ তেওঁলোক অনিচ্ছুক আছিল। চভিয়েট ৰাচিয়াই যে সাম্ৰাজ্যবাদী মিত্ৰজোঁটৰ সহায় লৈ জাৰ্মানীৰ বিৰুদ্ধে যুদ্ধ চলাই যাব বিচাৰিছিল তেনে নহয়, কিন্তু এনে সামৰিক সাহায্য গ্ৰহণ কৰি চভিয়েট বাহিনীৰ প্ৰতিৰক্ষাৰ বাবে (আক্ৰমণ নহয়) সংগঠিত কৰি তোলাত তেওঁলোকৰ আপত্তি নাছিল। এক শক্তিশালী চভিয়েট প্ৰতিৰক্ষা বাহিনীৰ সন্মুখত জাৰ্মানীয়ে যে পশ্চিমৰ ৰণাঙ্গনলৈ সেনা-সামন্ত আঁতৰাই নিব নোৱাৰিলেহেঁতেন সেইটো নিশ্চিত আছিল। কিন্তু পশ্চিমীয়া শক্তিবোৰে সহায় আগবঢ়াবলৈ অনিচ্ছুক হোৱাত (জাৰ্মান অগ্ৰগতি ৰোধ কৰিবলৈ ৰাচিয়াৰ ৰেল ব্যৱস্থা ধ্বংস কৰাত সহায় কৰিবলৈ তেওঁলোক কিন্তু আগ্ৰহী আছিল) ৰাচিয়াই সাম্ৰাজ্যবাদী শিবিৰৰ মাজত বিভাজন দৃঢ় কৰিবলৈকে জাৰ্মানীৰ লগত সুকীয়া শান্তি স্থাপনৰ দিশলৈ আগবাঢ়িল। এতিয়া আৰু সকলো সাম্ৰাজ্যবাদী শক্তিয়ে নিজৰ মাজত যুঁজ-বাগৰ কৰি সমাজবাদী ৰাচিয়াৰ বিৰুদ্ধে একগোট হ'ব নোৱাৰে। এই কৌশল নতুন চভিয়েট কূটনীতিৰ এক অন্যতম দিশ হৈ পৰিল।

লেনিনে লেখিছিল, "By concluding a seperate peace, we are freeing ourselves in the largest measure possible at the present moment from both warring imperialist groups, by utilizing their mutual enmity we utilize the war, which makes a bargain between them against us difficult."[4]

লেনিনৰ এই নীতিৰ সুফল চভিয়েট ৰাচিয়াই তৎকালেই লাভ কৰিছিল। যুদ্ধখন পশ্চিমলৈ আঁতৰি যোৱাৰ লগে লগে লেনিনে আশা কৰাৰ দৰে চভিয়েট ইউনিয়নে লাভ কৰিলে 'উশাহ লোৱাৰ সময়'—breathing space. জাৰ্মান আক্ৰমণৰ সন্মুখত যদি নৱগঠিত বলচেভিক মন্ত্ৰীসভাৰ পতন ঘটিলহেঁতেন, তেতিয়াহ'লে সমগ্ৰ সমাজতান্ত্ৰিক বিপ্লৱেই ধ্বংস হৈ গ'লহেঁতেন। এতিয়া, বহু এলেকা এৰি হ'লেও এই বিপদৰ পৰা চৰকাৰে পৰিত্ৰাণ পালে আৰু এনেদৰে লাভ কৰা সময়ত নিজৰ শাসন আৰু অৱস্থা টনকিয়াল কৰি লোৱাৰ সুযোগ পালে।

ব্ৰেষ্টলিট্‌ভস্ক চুক্তিৰ সংকটে কঠোৰ বাস্তৱৰ দুটা দিশ স্পষ্টকৈ চকুৰ আগত তুলি ধৰিলে।[5]

প্ৰথমটো হ'ল চভিয়েট গণৰাজ্যৰ সামৰিক দুৰ্বলতা এই ঘটনাই বৰ স্পষ্টকৈ দেখুৱাই দিলে। সামৰিক দিশৰ পৰা চভিয়েট ৰাচিয়া সেই সময়ত একেবাৰে অসহায়। ইয়াৰ সমগ্ৰ পশ্চিম সীমান্ত বাস্তৱিকতেই প্ৰতিৰক্ষাহীন—উন্মুক্ত। অকল পশ্চিমেই নহয়, পূব সীমান্তও বিপদগ্ৰস্থ। জাপানী সেনাই ইতিমধ্যে দূৰ পূবৰ ভ্লাডিভষ্টক নগৰীৰ অৱৰোধ আৰম্ভ কৰিছে। বিশাল ইউক্ৰেন, শ্বেতৰুচিয়াৰ বেছিভাগ অংশ আৰু বাল্টিক সাগৰৰ তীৰৱৰ্তী এলেকাত জাৰ্মান সেনাই বাধাহীনভাৱে কাম কৰি গৈছে। ধ্বংস কৰিছে চভিয়েটবোৰ আৰু তাৰ

ঠাইত জাৰ্মানীৰ অনুগত বুৰ্জোৱা চৰকাৰ আৰু স্বাধীন ৰাষ্ট্ৰ সৃষ্টিৰ কাম কৰি গৈছে অকাতৰে।

এই সংকটে অতি সোনকালে এক শক্তিশালী চভিয়েট লাল ফৌজ গঠন কৰাৰ প্ৰয়োজনীয়তা চকুৰ আগত দাঙি ধৰিলে। সেই সময়ত সশস্ত্ৰ শ্ৰমিকৰ প্ৰশিক্ষণহীন ৰেডগাৰ্ডসকলৰ বাহিৰে বলচেভিক দলৰ হাতত নিজস্ব সামৰিক বাহিনী নাছিল। প্ৰশিক্ষিত ৰুচ সেনাবাহিনী প্ৰায় ভাগি পৰিছে। মাত্ৰ কেইটামান ৰেজিমেণ্টহে অক্ষতভাৱে আৰু দৃঢ়ভাৱে বিপ্লৱৰ পক্ষত আছিল। ফ্ৰণ্ট লাইনৰ সেনাসকলৰ বিপ্লৱ আৰু চভিয়েটৰ প্ৰতি সমৰ্থন আৰু আনুগত্য থাকিলেও সি সংগঠিত আৰু সকলোক্ষেত্ৰতে সন্দেহাতীত নহয়। কেৱল বাল্টিক নৌবহৰৰ নাৱিকসকল বলচেভিক দল আৰু চভিয়েটৰ প্ৰতি অনুগত। সাধাৰণ সেনাৰ অৱস্থাই এনেকুৱা, বিষয়াসকলৰ তো কথাই নাই। বেছিভাগ অফিচাৰেই বিপ্লৱৰ পাছত হয় চভিয়েট সেনাবাহিনী পৰিত্যাগ কৰি প্ৰতিবিপ্লৱীহঁতৰ পক্ষলৈ আঁতৰি গৈছে ; দক্ষিণত জমাহোৱা কচাক জেনেৰেলহঁতৰ প্ৰতিবিপ্লৱী সেনা বাহিনীবোৰৰ লগ হৈছেগৈ, বা আত্মগোপন কৰিছে, বা চভিয়েট চৰকাৰৰ লগত গোপনে অসহযোগিতা কৰাৰ দৰে নিষ্ক্ৰিয় হৈ বহি আছে। দক্ষ আৰু বিশ্বস্ত সেনানায়কৰ সংখ্যা আঙুলিৰ মূৰত লেখিব পৰা। এনে পৰিস্থিতিত চভিয়েট বাহিনীৰ দ্বাৰা জাৰ্মান আক্ৰমণ প্ৰতিহত কৰাতো প্ৰায় অসম্ভৱ—যুদ্ধ ভালকৈ লাগিলে চভিয়েট চৰকাৰ উৰ্ফাৰি যোৱাৰ আশংকা পুৰামাত্ৰাই আছে। ব্ৰেষ্ট-লিট্‌ভস্ক চুক্তিৰ সংকটে বলচেভিকসকলক সামৰিক বাহিনীৰ এই বিৰাট দুৰ্বলতাৰ বিষয়ে চকুত আঙুলি দি দেখুৱাই দিলে। ততাতৈয়াকৈ তেওঁলোকে ৰেডগাৰ্ড, নাৱিক আৰু বিশ্বস্ত সেনাসকলক কেন্দ্ৰত লৈ চভিয়েট ৰেড আৰ্মি বা লালফৌজ গঠন কৰাৰ কাম আৰম্ভ কৰিলে। লগতে এই নতুন বাহিনীক ৰাজনৈতিকভাৱে শিক্ষিত আৰু অনুপ্ৰাণিত কৰি তুলিবৰ বাবে ব্যৱস্থাও লোৱা হ'ল – লালফৌজৰ প্ৰতিটো বুনিয়াদী গোটৰ পৰা আৰম্ভ কৰি ওপৰলৈকে সামৰিক কামাণ্ডাৰৰ লগতে ৰাজনৈতিক কমিচাৰ নিযুক্তি দিয়া হ'ল। সক্ৰিয় যুদ্ধৰ সময়ত সামৰিক কামাণ্ডাৰ মূল নায়ক আৰু বাকি সময়ত ৰাজনৈতিক প্ৰশ্নত তেওঁ কমিচাৰৰ আজ্ঞাধীন—এই ধৰণৰ এক কামাণ্ড বা নেতৃত্বকাৰি গাঁথনিৰ তেতিয়াৰ পৰাই সূত্ৰপাত ঘটোৱা হ'ল। পুৰণা সামৰিক বাহিনীৰ ঠাইত বিপ্লৱে সৃষ্টি কৰিবলৈ আৰম্ভ কৰিলে নিজস্ব বিপ্লৱী বাহিনী।

দ্বিতীয়তে ই ইউৰোপ তথা জাৰ্মানীত আসন্ন সমাজতান্ত্ৰিক বিপ্লৱ সংঘটিত হোৱাৰ বলচেভিকসকলৰ আকাংক্ষা আৰু সপোন ৰূঢ়ভাৱে ধ্বংস কৰি পেলালে। শান্তি স্থাপন হ'লে জাৰ্মানী আৰু ইউৰোপতো ৰাচিয়াৰ দৰেই সমাজতান্ত্ৰিক বিপ্লৱৰ সূত্ৰপাত হৈ যাব বুলি লেনিনকে ধৰি বলচেভিক নেতাসকলে সঁচাকৈয়ে বিশ্বাস কৰিছিল। অকল সেয়ে নহয়, ৰাচিয়াত ঘটা সমাজতান্ত্ৰিক বিপ্লৱৰ চূড়ান্ত

সাফল্যও এই ইউৰোপীয় তথা বিশ্ব-বিপ্লৱৰ লগত ওত-প্ৰোতভাৱে জড়িত বুলি ভাবিছিল। ইয়াৰ অবিহনে ৰুচ বিপ্লৱ সফল হ'ব বুলি তেওঁলোকে ভবা নাছিল। আৰু, শান্তি আলোচনা আৰম্ভ হোৱাৰ সময়ত জাৰ্মানীৰ বাৰ্লিন, অষ্ট্ৰিয়াৰ ভিয়েনা চহৰত হোৱা প্ৰচণ্ড শ্ৰমিক ধৰ্মঘটবোৰে বলচেভিকসকলৰ মনত এনে ধাৰণা দৃঢ় কৰি তুলিছিল। কিন্তু দক্ষ আৰু সুস্থিৰ অষ্ট্ৰ-জাৰ্মান বুৰ্জোৱা চৰকাৰে এই আটাইবোৰ বিদ্ৰোহ কঠোৰ হাতেৰে দমন কৰি নিজ দেশত নিজৰ খোপনি শক্তিশালী কৰিহে ল'লে। চভিয়েট বিপ্লৱে এতিয়া আৰু সাফল্যৰ বাবে ইউৰোপীয় বিপ্লৱৰ ওপৰত নিৰ্ভৰ কৰিব নোৱাৰে। নিজৰ শক্তিৰে, নিজৰ সম্পদেৰে, অকলেই এইবাৰ আগবাঢ়িব লাগিব।

বাস্তৱৰ এই আলোচনাই স্পষ্ট কৰি দিয়ে যে ব্ৰেষ্ট লিট্‌ভস্কত প্ৰচণ্ড ক্ষতি স্বীকাৰ কৰি, অপমানিত হৈও, চভিয়েট ৰাচিয়াই শান্তি চুক্তি সম্পাদন কৰি সঁচাকৈয়ে 'উশাহ লোৱাৰ' সময় পালে, ৰক্ষা পৰিল চভিয়েট ব্যৱস্থা, আৰু ই লেনিনৰ ৰাজনৈতিক বিচক্ষণতা আৰু দূৰদৃষ্টিকেই প্ৰতিপন্ন কৰিলে।

কিন্তু এই শান্তি চুক্তিৰ ফলত ৰাচিয়াৰ এক বিশাল অঞ্চল অষ্ট্ৰীয়া জাৰ্মানীৰ দখলাধীন এাৰু প্ৰভাৱাধীন হৈ পৰিল। বাল্টিক সাগৰীয় লিথুৱানিয়া, লাটভিয়া, ইষ্টনিয়া, বায়ল'ৰাচিয়াৰ ( শ্বেত ৰাচিয়াৰ ) বৃহৎ অংশ, সমগ্ৰ ইউক্ৰেন আৰু কাষ্চাবে এক বৃহৎ এলেকা তথা বেচাৰবিয়া ৰাচিয়াই হেৰুৱালে। স্তিমিত হৈ পৰিল এই বিশাল অঞ্চলত বৈপ্লৱিক কাম-কাজ, ভাগি পৰিল চভিয়েটবোৰ আৰু জাৰ্মান পৃষ্ঠপোষকতাত জাতীয়তাবাদৰ সহায় লৈ প্ৰত্যেক এলেকাৰ বুৰ্জোৱাই ৰাজনৈতিক ক্ষমতা হস্তগত কৰিলে।

এনেদৰে, জয়-পৰাজয়, গৃহযুদ্ধৰ সূচনা আৰু এৰা-ধৰাৰ মাজেৰে একাবেঁকা পথেৰে আগবাঢ়িল ৰাচিয়াৰ সমাজতান্ত্ৰিক বিপ্লৱ।

# ১৯

## আত্মনিয়ন্ত্রণ আৰু জাতিসমস্যা সমাধানৰ প্ৰসংগ —১
## পোলেণ্ড, ফিনলেণ্ড আৰু ইউক্রেন



● বিপ্লৱোত্তৰ জাতিসমস্যাৰ আভাস ● পোলেণ্ডৰ স্বাধীনতাৰ প্ৰসংগ ● ফিনলেণ্ডৰ আত্মনিয়ন্ত্ৰণৰ প্ৰশ্ন ● ইউক্রেনৰ জটিল পৰিস্থিতি ● ইউক্রেনীয় জাতিয়তাবাদৰ চৰিত্ৰ আৰু বিকাশ ● ইউক্রেনীয় 'ৰাডা' গঠন ● ইউক্রেনৰ স্বায়ত্ত-শাসনৰ ঘোষণা আৰু চভিয়েটৰ লগত বিৰোধৰ সূত্ৰপাত ● ইউক্রেনৰ ইতিহাসৰ একাবেঁকা গতি আৰু চভিয়েট ক্ষমতাৰ প্ৰতিষ্ঠা।

**টোকা আৰু প্ৰসংগ :**


(1) Carr, E. H. 'The Bolshevik Revolution. 1917—1923. Penguin Books, London. 1983. Vol. I. p. 259.

(2) বৰা, ধ্ৰুৱজ্যোতি—ৰুচ মহাবিপ্লৱ, ষ্টুডেণ্টচ্‌ ষ্ট'ৰচ্‌, গুৱাহাটী, ১৯৯০, প্ৰথম খণ্ড—অধ্যায় নং ২৭ আৰু ৩৪। লগতে এই খণ্ডৰ বিভিন্ন অধ্যায়তো ইয়াক আলোচনা কৰা হৈছে। আৰু কিছু তথ্য আছে লেখকৰ জাতীয় প্ৰশ্ন আৰু আত্মনিয়ন্ত্ৰণ ( ষ্টুডেণ্টচ্‌ ষ্ট'ৰচ্‌, গুৱাহাটী, ১৯৯১ ) নামৰ প্ৰবন্ধ সংকলনত।

(3) ibid, No I, p 292,

(4) Lenin, V. I. Collected Works. Vol. 16. Moscow. quoted by E. H. Carr, ibid (1) p. 292.

(5) ibid No I. p. 293.

(6) ibid No I. p. 294.

(7) ibid No I. p. 295.

(8) ibid No I. p. 295.—297

(9) ibid No I. p. 301.

অন্যান্য কিতাপ—অক্টোবৰ সমাজতান্ত্ৰিক মহাবিপ্লৱ : প্ৰগতি প্ৰকাশন, মস্কো, ১৯৮২।

চভিয়েট ইউনিয়নেই পৃথিৱীৰ প্ৰথম দেশ য'ত জাতিসমূহৰ আত্মনিয়ন্ত্ৰণৰ অধিকাৰ তথা বিচ্ছিন্নতাৰ অধিকাৰক স্বীকৃতি প্ৰদান কৰি, সকলো জাতিগত বৈষম্যৰ ওৰ পেলাই, সমতাৰ ভিত্তিত, স্বতঃপ্ৰণোদিত ঐক্য স্থাপনেৰে এখন প্ৰকৃতাৰ্থত ফেডাৰেল বহুজাতিক ৰাষ্ট্ৰ সচেতনভাৱে গঢ়ি তুলিবলৈ চেষ্টা কৰা হৈছিল। এই বৃহৎ মানৱীয় সামাজিক পৰীক্ষাৰ কাহিনী, ইয়াৰ অন্তৰালৰ নীতি, আদৰ্শ আৰু ৰাজনীতি আজিও আমাৰ বাবে শিক্ষাপ্ৰদ। সেয়ে জাতি সমস্যা সমাধানৰ ক্ষেত্ৰত চভিয়েট ৰাচিয়াৰ নীতিবোৰ নিৰ্দিষ্ট উদাহৰণসহ পৰীক্ষা কৰি চোৱাতো ভাল।

বলচেভিকসকলে ক্ষমতা দখল কৰাৰ সময়লৈ ৰাচিয়াৰ বিশাল জাৰ সাম্ৰাজ্য ভাঙি পৰিবলৈ আৰম্ভ কৰিছিল, অক্টোবৰ বিপ্লৱেও এই প্ৰক্ৰিয়া ত্বৰান্বিত কৰিছিল। বিপ্লৱৰ পিছত চভিয়েট ক্ষমতা কাৰ্যক্ষেত্ৰত ৰাজধানী পেট্ৰোগ্ৰাড আৰু কাষৰ-পাঁজৰৰ কিছু অঞ্চলতে মাত্ৰ সীমাবদ্ধ হৈ পৰিছিল ; কিন্তু বেছিদিন এনে হৈ নাথাকিল। বিপ্লৱৰ আদৰ্শ এক প্ৰচণ্ড ঢৌৰ দৰে চৌদিশে বাগৰি পৰিবলৈ ধৰিলে। দিশে দিশে চভিয়েটবোৰ গঠন হ'বলৈ ধৰিলে আৰু এইবোৰে ৰাজধানীৰ লগত যোগাযোগ আৰম্ভ কৰি চাওঁতে চাওঁতেই দুমাহৰ ভিতৰত এক বিশাল এলেকা চভিয়েট শাসনৰ আৱৰ্তলৈ লৈ আহিল। মনকৰিব লগীয়া যে এই ব্যাপক সম্প্ৰসাৰণ কিন্তু অস্ত্ৰবলৰ দ্বাৰা হোৱা নাছিল, সামৰিক শক্তিতকৈ ৰাজনৈতিক আদৰ্শই জন্ম দিয়া উদ্যোগেহে এই সম্প্ৰসাৰণত ইন্ধন যোগাইছিল। কিন্তু, এই অৱস্থা বেছিদিন নাথাকিল, ব্ৰেষ্টলিটভস্ক শান্তি চুক্তিৰ ফলত এক বিশাল এলেকাৰ ওপৰত চভিয়েট ইউনিয়নে নিজৰ নিয়ন্ত্ৰণ হেৰুৱালে। এই এলেকাৰ ভিতৰত পোলেণ্ড, ফিনলেণ্ড, ইউক্ৰেন আৰু বাল্টিক সাগৰীয় দেশবোৰো আছিল যিবোৰৰ আত্মনিয়ন্ত্ৰণৰ অধিকাৰ তথা স্বাধীনতাৰ অধিকাৰ বলচেভিকসকলে স্বীকৃতি দিছিল, কিন্তু ইয়াৰ উপৰিও খাচ্ ৰাচিয়াৰ এক বিশাল অঞ্চলো এই চুক্তিৰ চৰ্ত অনুসৰি চভিয়েট চৰকাৰৰ হাতৰ পৰা আঁতৰি গ'ল।

ইয়াৰ পিছতে আৰম্ভ হয় গৃহযুদ্ধ আৰু বিদেশী হস্তক্ষেপৰ অধ্যায়। জাৰ্মানীৰ পৰাজয়ৰ বহু পিছতো বিদেশী ( বৃটিছ, ফৰাচী, জাপানী আৰু মাৰ্কিন ) হস্তক্ষেপ চলি থাকে। অক্টোবৰ বিপ্লৱৰ এবছৰৰ পাছত চভিয়েট ৰাচিয়াৰ আয়তন এক সীমিত এলেকাত আৱদ্ধ হৈ পৰেগৈ। কিন্ত, চাৰি বছৰৰ ভিতৰত এই পৰিস্থিতি সলনি হৈ গ'ল। লেনিনৰ দৃঢ় আৰু দূৰদৰ্শী নেতৃত্বত বলচেভিক চৰকাৰ আৰু চভিয়েট ইউনিয়নে কেৱল আভ্যন্তৰীণ গৃহযুদ্ধত জয়লাভ কৰাই নহয়, বিদেশী হস্তক্ষেপ আৰু অন্যান্য প্ৰতিকূলতা অতিক্ৰম কৰি পূৰ্বৰ জাৰ সাম্ৰাজ্যৰ অধীনৰ বিভিন্ন বহুজাতিক গোটবোৰক সমতাৰ ভিত্তিত ঐক্যবদ্ধ কৰি এখন বহুজাতিক চভিয়েট সমাজবাদী ফেডাৰেল

ৰাষ্ট্ৰ গাঢ়ি তোলাত সক্ষম হয়।[1] এই বৃহৎ কাম সম্ভৱ হৈছিল জাতিসমস্যা সম্পৰ্কে গ্ৰহণ কৰা এক বিজ্ঞানসম্মত নীতি, আদৰ্শ তথা ইয়াক বাস্তৱত ৰূপায়ণ কৰাৰ ক্ষেত্ৰত দৃঢ় পদক্ষেপৰ ফলতহে।

জাতিসমস্যা সম্পৰ্কে বলচেভিক দল তথা লেনিনৰ চিন্তাধাৰাৰ বিষয়ে আগৰ অধ্যায়বোৰত আলোচনা কৰি অহা হৈছে[2], সেয়ে এই অংশত আমি নিৰ্দিষ্ট এলেকাবোৰৰ নিৰ্দিষ্ট জাতীয় সমস্যাবোৰ সমাধানত বলচেভিক চৰকাৰে গ্ৰহণ কৰা ভূমিকাৰ বিষয়ে আলোচনা কৰিম।

প্ৰথমেই আমি ফিনলেণ্ড আৰু পোলেণ্ডৰ প্ৰসংগ আলোচনা কৰোঁ।

ৰাচিয়াৰ জাৰ সাম্ৰাজ্যৰ পশ্চিম অঞ্চলৰ এই পলিচ আৰু ফিন জাতি বাকীবোৰ জাতিতকৈ অধিক বিকশিত আৰু শক্তিশালী আছিল। এক স্বাধীন দেশ চলাবলৈ সক্ষম একোটা শাসকগোষ্ঠীও এই দুই জাতিৰ মাজত বিকশিত হৈছিল (পোলেণ্ডৰ ক্ষেত্ৰত ই আছিল সামন্ত জমিদাৰহঁত আৰু ফিনলেণ্ডত ব্যৱসায়ীক বুৰ্জোৱাসকল)। কিন্তু, ১৯১৭ চনৰ আগলৈকে তেওঁলোকে ৰাচিয়াৰ পৰা স্বাধীনতাৰ পৰিৱৰ্তে অধিক স্বায়ত্ত-শাসনহে দাবি কৰিছিল। ঐতিহাসিক ই. এইচ. কাৰৰ মতে ইয়াৰ মূল কাৰণ আছিল এহাতে নিজৰ সামৰ্থ্যৰ ওপৰত আত্মবিশ্বাসৰ অভাৱ আৰু আনহাতে নিজৰ দেশতে ব্যাপক শোষিত, নিষ্পেষিত জনসাধাৰণে সামাজিক বিপ্লৱ ঘটাই তেওঁলোকক উৎখাত কৰাৰ আশংকা।[3]

লেনিনে এই প্ৰসংগত লেখিছিল,

"There are two nations in Russia (Poland and Finland) which are most cultivated and, in virtue of a whole series of historical and social conditions, most differentiated, and which would most easily and 'naturally' exercise their right to seperation. The experience of the revolution of 1905 showed that even in these two nations the rulling classes, the landowners and the bourgeoisie, renounce the revolutionary struggle for freedom and seek a rapprochment with the rulling classes of Russia and with the Tsarist monarchy ***out of fear*** of the revolutionary proleteriate of Finland & Poland.[4]

বিপ্লৱে যেতিয়া প্ৰাচীন ৰাচিয়া, ইয়াৰ চৰকাৰ, ইয়াৰ ব্যৱস্থা আৰু সম্পৰ্ক-বোৰ চিৰতৰে ধ্বংস কৰি দিলে তেতিয়া এই দুখন দেশৰ শাসকগোষ্ঠীবোৰে তৎকালে জাতীয় স্বাধীনতাৰ দাবি উত্থাপন কৰিলে। ১৯০৫ চনৰ পাছৰ পৰাই লাহে লাহে এই দাবি উত্থাপিত হৈছিল যদিও ১৭ চনলৈ ৰাচিয়াত অস্থায়ী

চৰকাৰ হোৱাৰ পাছত ই তীব্ৰ হৈ পৰিল। নিজৰ দেশৰ জনতাতকৈও বিপ্লৱী ৰাচিয়া তেওঁলোকৰ বাবে এতিয়া অধিক ভয়ৰ কাৰণ হৈ পৰিল।

পোলেণ্ডৰ সমগ্ৰ অঞ্চল তেতিয়া জাৰ্মানীৰ দখলত আছিল।

অষ্ট্ৰিয়া-জাৰ্মানীৰ জোঁটে পোলেণ্ডৰ স্বাধীনতাৰ দাবিটো সমৰ্থন নকৰাকৈ থকা নাছিল; তেওঁলোকে আজ্ঞাবহ বা পুতলা চৰকাৰ প্ৰতিষ্ঠা কৰি এখন স্বাধীন পোলেণ্ড প্ৰতিষ্ঠা কৰাত আগ্ৰহীয়েই আছিল। আনহাতে, ৰাচিয়াৰ বিভিন্ন দলেও পোলেণ্ডৰ স্বাধীনতা দাবি কৰিছিল। কিন্তু যিহেতু জাৰ্মানীয়ে দখল কৰি লোৱাৰ আগতে পোলেণ্ডৰ এক বৃহৎ অংশ জাৰ সাম্ৰাজ্যৰ অন্তৰ্গত আছিল গতিকে ৰাচিয়াৰ শাসকগোষ্ঠী আৰু বুজোৰ্বাহঁতে পোলেণ্ডৰ স্বাধীনতাৰ প্ৰসংগত—বেছ কিছু হোঁহকা-পিছলা নকৰা নহয়। অস্থায়ী চৰকাৰৰ দিনত সেয়ে পোলেণ্ডৰ স্বাধীনতাৰ প্ৰতি সমৰ্থন জনালেও স্বাধীন পোলেণ্ডৰ সীমা নিৰ্ধাৰণ চূড়ান্তভাৱে কনষ্টিটিউৱেণ্ট এচেম্বলী বা সাংবিধানিক সভাইহে কৰিব বুলি মত প্ৰকাশ কৰা হৈছিল। আনহাতে বলচেভিকসকলে প্ৰথমৰ পৰাই পোলেণ্ডৰ স্বাধীনতাৰ প্ৰতি স্বাৰ্থহীনভাৱে সমৰ্থন জনাইছিল আৰু ক্ষমতালৈ অহাৰ পাছত নিচৰ্তভাৱে পোলেণ্ডৰ স্বাধীনতাৰ প্ৰসংগ মানি লৈছিল। আনকি পোলেণ্ড সম্পৰ্কে জাৰ চৰকাৰ আৰু অষ্ট্ৰ-হাংগেৰীয়ান তথা জাৰ্মান সাম্ৰাজ্যৰ মাজত সম্পাদিত সকলো গোপন চুক্তি পলিচ' জাতিৰ আত্ম-নিয়ন্ত্ৰণৰ অধিকাৰ সাব্যস্ত কৰাৰ পৰিপন্থী বুলি বাতিল কৰিছিল।[5]

ব্ৰেষ্ট লিটভস্ক চুক্তিৰ আধাৰত, জাৰ্মানীৰ নিয়ন্ত্ৰণাধীন অৱস্থাতেই হ'লেও এখন স্বাধীন পোলেণ্ড দেশে অৱশেষত আত্মপ্ৰকাশ কৰিবলৈ সক্ষম হৈছিল।

ফিনলেণ্ডৰ প্ৰশ্নটো পোলেণ্ডতকৈ জটিল আছিল।

এহাতে ফিন্ বুৰ্জোৱাসকল আছিল অতি শক্তিশালী আৰু আনহাতে ফিন্ সমাজ গণতান্ত্ৰিক দলৰ সংগঠন আৰু সমৰ্থনো আছিল ব্যাপক। ৰাচিয়াত বিপ্লৱ হোৱাৰ সময়ত ফিন্ সমাজ গণতান্ত্ৰিক দলেও যদি বিপ্লৱত কাৰ্যসূচী হাতত ললেহেঁতেন তেতিয়া ফিনলেণ্ডত থকা বিপ্লৱী ৰুচ সেনাৰ সহায়ত তেওঁলোকে ক্ষমতা দখল কৰি সমাজবাদী ফিনলেণ্ডৰ সূচনা কৰিব পাৰিলে-হেঁতেন। কিন্তু তেওঁলোকে সেইটো নকৰিলে। ফলত ফিন্ বুৰ্জোৱাসকলে তৎকালে চভিয়েট চৰকাৰৰ ওচৰত স্বাধীনতাৰ দাবি উত্থাপন কৰিলে। বলচেভিক দলে ইমান দিনে ফিনলেণ্ডৰ স্বাধীনতাৰ হকে মাত মাতি আহিছে, এতিয়া তেওঁলোক পাছ হুঁহকিব নোৱাৰা হ'ল। ফিন্ বুৰ্জোৱাৰ চৰকাৰৰ হাততেই চভিয়েট চৰকাৰে ক্ষমতা অপৰ্ণ কৰি ফিনলেণ্ডক স্বাধীনতা দিব লগা হ'ল। ষ্টেলিনে পাছত কৈছিল যে সমাজবাদী ৰাচিয়াৰ হাতৰ পৰা ৰাষ্ট্ৰ ক্ষমতা ফিনিচ সমাজবাদীহঁতে গ্ৰহণ কৰাৰ পৰিৱৰ্তে বুৰ্জোৱাই লাভ কৰা ঘটনা ফিনলেণ্ডৰ সৰ্বহাৰা শ্ৰেণীৰ বাবে এক ডাঙৰ ট্ৰেজেদি।[6]

ইয়াৰ পিছতে, ১৯১৮ চনৰ জানুৱাৰী মাহত ফিনিচ চ'চিয়েল ডেমক্ৰেট দলে এক বিপ্লৱী অভ্যুত্থানেৰে ক্ষমতা দখলৰ চেষ্টা চলালে আৰু এক ফিনিচ্ সমাজবাদী শ্ৰমিক প্ৰজাতন্ত্ৰ প্ৰতিষ্ঠাৰ কথা ঘোষণা কৰিলে। ফিনলেণ্ডত এক তীব্ৰ গৃহযুদ্ধ আৰম্ভ হৈ গ'ল। চভিয়েট চৰকাৰ তথা ফিনলেণ্ডত থকা চভিয়েট সেনাই ফিন্ বিপ্লৱীসকললৈ সহায় আগবঢ়ালে আৰু নতুন ফিন্ প্ৰজাতন্ত্ৰৰ লগত চভিয়েট চৰকাৰে এক চুক্তিও সম্পাদন কৰিলে। ইয়াৰ বিপৰীতে ফিন্ বুৰ্জোৱা চৰকাৰে বিপ্লৱ দমনৰ বাবে জাৰ্মান সেনাক আমন্ত্ৰণ জনালে আৰু জাৰ্মান সেনাৰ সহায়ত অৱশেষত বিপ্লৱ দমন কৰিলে। ফিনলেণ্ডত বুৰ্জোৱা শাসন দৃঢ়ভাৱে প্ৰতিষ্ঠা হ'ল আৰু ফিন্ সমাজ গণতান্ত্ৰিকসকল ক্ৰমে এই ব্যৱস্থাৰ অধীনত এক সংসদীয় বামপন্থী ৰাজনৈতিক দললৈ পৰিণত হ'লগৈ।

এইবাৰ আমি আহোঁ ইউক্ৰেনৰ প্ৰসংগলৈ।

ইউক্ৰেনৰ পৰিস্থিতি আছিল অতি জটিল।

লেনিনৰ নেতৃত্বত বলচেভিক দলে ইউক্ৰেনৰ ক্ষেত্ৰতো আত্মনিয়ন্ত্ৰণৰ অধিকাৰ তথা বিচ্ছিন্ন হৈ স্বাধীন ৰাষ্ট্ৰ গঠনৰ অধিকাৰ নীতিগতভাৱে মানি লৈছিল। আনকি অস্থায়ী চৰকাৰে ইউক্ৰেনক স্বায়ত্ত-শাসনৰ ক্ষমতাও দিব নোখোজাত কটু সমালোচনা কৰিছিল।[7]

কিন্তু বলচেভিকসকলেও স্বীকাৰ কৰিছিল যে ফিন্ আৰু পলিচ'সকলৰ দৰে ইউক্ৰেনৰ স্বাধীনতাৰ প্ৰসংগটো ইমান সৰল আৰু পোনপটীয়া নাছিল।

ইউক্ৰেনীয়সকল ৰাচিয়াৰ শ্লাভ জাতিৰ প্ৰধান তিনিটা ঠালৰ এটা আছিল (বাকী দুটা হ'ল ৰুচসকল আৰু বায়েল'ৰুচসকল)। জাতিগত, ভাষাগত, সাংস্কৃতিক আৰু ধৰ্মীয় সকলো দিশৰ পৰাই তিনিওটা ঠাল অতি নিকট সম্পৰ্কীয় আছিল। ইউক্ৰেন জাতীয় আন্দোলন তথা মানসিকতাতো পৰস্পৰ বিৰোধী মতবাদ ক্ৰিয়াশীল হোৱা দেখা যায়। ইউক্ৰেনৰ সমাজখন মূলতেই আছিল কৃষিজীৱী এই কৃষক সমাজখনৰ জাতীয় চিন্তাত এহাতে অত্যাচাৰী পলিচ' আৰু ৰুচ জমিদাৰহঁতৰ প্ৰতি ঘৃণা, আনহাতে মহাজনী কাৰবাৰ কৰা ইহুদীসকলৰ প্ৰতি ঘৃণাৰ উপাদান প্ৰৱল আছিল। ইউক্ৰেনীয় জাতীয়তাবাদত সেয়ে ৰুচ বিৰোধীতাতকৈ পলিচ বিৰোধী আৰু ইহুদী বিৰোধী (Anti-Semitic and anti-Polish) মনোভাৱহে অধিক ক্ৰিয়াশীল আছিল। যদিও ইউক্ৰেনীয় সকলে ৰুচসকলৰ লগত নিজৰ পাৰ্থক্য সম্পৰ্কে সচেতন আছিল তথাপি তেওঁলোকে বহল অৰ্থত নিজকে ৰুচ বুলিহে গণ্য কৰিছিল।[৪] এনে ধৰণৰ উপাদানবোৰে ইউক্ৰেনীয় জাতীয় প্ৰশ্নটোৰ ক্ষেত্ৰত কেতবোৰ অদ্ভুত জটিলতাৰ সৃষ্টি কৰিছিল।

আৰু এটা গুৰুত্বপূৰ্ণ কথা ; ইউক্ৰেনত ইউক্ৰেনীয় শ্ৰমিক শ্ৰেণী বোলা এটা শ্ৰমিক শ্ৰেণী নাছিলেই। ইউক্ৰেন আছিল উদ্যোগিকভাৱে ৰাচিয়াৰ ভিতৰতে

আগবঢ়া এক অঞ্চল, ৰাচিয়াৰ আধুনিক শিল্প উদ্যোগবোৰৰ বেছিভাগ আছিল ইয়াতেই। কিন্তু সমগ্র উদ্যোগিক শ্রমিক শ্রেণীৰ অধিকাংশই আছিল ৰুচ জাতিৰ, চহৰবোৰতো জনসংখ্যাৰ গৰিষ্ঠ অংশই সেয়ে আছিল ৰুচ আৰু চহৰীয়া সাংস্কৃতিক পৰিমণ্ডলো আছিল ৰুচীয়। বলচেভিক তথা সমাজবাদীসকলৰ সমৰ্থনো মূলতেই ৰুচ চহৰীয়া শ্রমিকসকলৰ মাজতেই সীমাবদ্ধ আছিল ( ই তেওঁলোকক ৰাজনৈতিক আৰু সামাজিকভাৱে যথেষ্ট শ'লঠেকত নেপেলোৱাও নহয় )।

আনহাতে ইউক্রেনীয় বুর্জোৱা শ্রেণীও বিশেষভাৱে শক্তিশালী আৰু বিকশিত নাছিল।

ফলত ইউক্রেনীয় আধুনিক জাতিয়তাবাদৰ ভিত্তিও আছিল দুৰ্বল। মূলতেই কৃষিজীৱী সমাজখনক সেয়ে এহাতে প'লবিৰোধী, ইহুদী বিৰোধী সাম্প্রদায়িক চিন্তা আৰু আনহাতে পেটিবুর্জোৱা ৰোমাণ্টিকতাৰ নৈৰাজ্যবাদে আচ্ছন্ন কৰি ৰাখিছিল। সেয়ে নাৰডনিক আন্দোলনৰ যুগত তেওঁলোকে যথেষ্ট সমৰ্থন পাবলৈ সক্ষম হৈছিল।

আধুনিক ইউক্রেনীয় জাতিয়তাবাদ সেয়ে মূলতে এমুঠিমান চহৰীয়া মধ্যবিত্তৰ কাৰবাৰ হৈ পৰিছিল। সাহিত্যিক, সাংবাদিক, প্রফেচনেল লোক, অধ্যাপক, শিক্ষক আদিয়েই আছিল ইয়াৰ মূল ভেটি। আৰু এই জাতিয়তাবাদ মূলতেই পলিচ' তথা ৰুচ জমিদাৰৰ শোষণ, ইহুদী মহাজনৰ সুদ শোষণ আৰু ৰুচ আমোলাতন্ত্রৰ প্রভুত্ববাদৰ বিৰুদ্ধেই গঢ়ি উঠিছিল। ৰাজনৈতিক দিশৰ পৰা তেওঁলোকে এক উদাৰনৈতিক বুর্জোৱা সংসদীয় গণতন্ত্রৰ পৃষ্ঠপোষকতা কৰিছিল। ইউক্রেনৰ বাবে ৰাজনৈতিক স্বাধীনতাতকৈ তেওঁলোকে স্বায়ত্ত-শাসনহে প্রথমে পৃষ্ঠপোষকতা কৰিছিল। মস্কোৰ বা বৃহৎ ৰুচী সাংস্কৃতিক আৰু ৰাজনৈতিক অৱদমনৰ বিৰুদ্ধে তেওঁলোকে ইউক্রেনীয় জাতীয় চেতনা জাগৃত কৰিবলৈ চেষ্টা কৰিছিল।

কিন্তু এই জাতিয়তাবাদীসকলৰ সামাজিক ভিত্তি দুৰ্বল হোৱাৰ বাবে তেওঁলোকে ৰাজনৈতিকভাৱে শক্তিমন্ত হৈ উঠিব পৰা নাছিল। বৰঞ্চ, সদায়েই বিদেশী পৃষ্ঠপোষকতাৰ ওপৰতহে তেওঁলোক নিৰ্ভৰশীল হৈ পৰিছিল। বিভিন্ন সময়ত তেওঁলোকে অষ্ট্রিয়াৰ, পোলেণ্ডৰ, ফৰাচী বা জাৰ্মান চৰকাৰৰ সহায় ল'বলৈ বাধ্য হৈছিল আৰু ইয়াৰ ফলত এই জাতিয়তাবাদ বিদেশী প্রভাৱাধীন হৈ পৰিছিল আৰু ৰাইজৰ মাজত ইয়াৰ বিশ্বাসযোগ্যতাও কমি আহিছিল।

ফেব্রুৱাৰী গণতান্ত্রিক বিপ্লৱৰ পাছত ইউক্রেনীয় জাতিয়তাবাদৰ ঢৌ প্রবল হৈ উঠিছিল। সেইসময়ত এই আন্দোলনৰ নেতৃত্ব দিছিল হুচেভস্কি বোলা ইতিহাসৰ অধ্যাপক এজন, ভিনিচেবক' বোলা বিপ্লৱী বুদ্ধিজীৱী এজন আৰু পেটলয়ুৰা নামৰ সাংবাদিক এজনে। তেওঁলোকে ১৯১৭ চনৰ মাৰ্চ মাহত প্রথম

বাৰৰ ৰাৰে এক সদো ইউক্ৰেনীয় চভিয়েট বা ৰাডা এখন সংগঠিত কৰে। আৰু সোনকালেই তেওঁলোকে এই ৰাডাখন প্ৰায় ৬০০ সদস্যৰ একপ্ৰকাৰ ইউক্ৰেনীয় জাতীয় সভাৰ চৰিত্ৰ প্ৰদান কৰিবলৈ সক্ষম হয়। যদিও কোনো নিৰ্দিষ্ট প্ৰতিনিধিত্বমূলক উপায়েৰে এই 'ৰাডা' গঠন কৰা হোৱা নাছিল, তথাপিও ই ইউক্ৰেনীয় জাতিয়তাবাদৰ মুখপাত্ৰ আৰু সংসদৰ নিচিনা হৈ পৰিছিল। ১৯১৭ চনৰ ১৩ জানুৱাৰীৰ দিনা হুচেভস্কিৰ নেতৃত্বত এই ৰাডাই অস্থায়ী চৰকাৰৰ পৰা ইউক্ৰেনৰ স্বায়ত্ত-শাসনৰ অধিকাৰ লাভ কৰাত বিফল হৈ একপাক্ষিকভাৱেই ৰাচিয়া ৰাষ্ট্ৰৰ পৰা সম্পূৰ্ণ পৃথক নোহোৱাকৈ এখন 'স্বায়ত্ত-শাসিত ইউক্ৰেন গণৰাজ্য' প্ৰতিষ্ঠা কৰাৰ কথা ঘোষণা কৰিলে আৰু এক জেনেৰেল চেক্ৰেটেৰিয়েট বা সম্পাদক মণ্ডলী গঠন কৰাৰ জৰিয়তে এই ইউক্ৰেনীয় জাতীয় চৰকাৰৰো সূত্ৰপাত কৰিলে। ৰুচ অস্থায়ী চৰকাৰে সদায় কৰাৰ দৰে হোঁহকা-পিছলা কৰি ইউক্ৰেনৰ স্বায়ত্ত-শাসনৰ প্ৰতি সমৰ্থন জনালেও বিষয়টোৰ চূড়ান্ত নিষ্পত্তিৰ ভাৰ সাংবিধানিক সভালৈ এৰি থলে।

অক্টোবৰ বিপ্লৱৰ পাছৰ বিশৃংখলতাৰ সময়ত ইউক্ৰেনীয় ৰাডাই এখন 'ইউক্ৰেনীয় গণ প্ৰজাতন্ত্ৰ' প্ৰতিষ্ঠাৰ কথা ঘোষণা কৰিলে আৰু সম্পাদক মণ্ডলীক আনুস্থানিকভাৱে নতুন চৰকাৰৰ স্বীকৃতি দিলে। তেতিয়াও কিন্তু তেওঁলোকে ৰুচ প্ৰজাতন্ত্ৰৰ পৰা সম্পূৰ্ণভাৱে বিচ্ছিন্ন নহৈ বৰঞ্চ সমতাৰ ভিত্তিত স্বাধীন ৰাইজৰ ফেডাৰেচন গঢ়ি তোলাৰ ইচ্ছাৰ কথাহে দোহাৰিলে। বলচেভিক নেতৃত্বাধীন চভিয়েট চৰকাৰে, যি ইউক্ৰেনৰ আত্মনিয়ন্ত্ৰণৰ অধিকাৰক স্বীকৃতি দি থৈছে, প্ৰথমে প্ৰথমে ইউক্ৰেনৰ চৰকাৰৰ লগত এক বন্ধুত্বমূলক সম্পৰ্কই ৰক্ষা কৰি চলিল।

কিন্তু শীঘ্ৰেই সংঘাতো আৰম্ভ হ'ল।

ইউক্ৰেন চৰকাৰে কৰ্মচাৰীৰ বেতন দিবলৈ ৰুচ চভিয়েট চৰকাৰৰ পৰা টকা বিচাৰিলে। টকা দিবলৈ চভিয়েট চৰকাৰ বিফল হোৱাত ৰাডাই এইবাৰ নিজস্ব ইউক্ৰেনীয় মুদ্ৰাৰ প্ৰচলন আৰম্ভ কৰিলে।

ইয়াৰ বহু আগৰে পৰাই দৰাচলতে সংঘাত আৰম্ভ হৈছে।

ফেব্ৰুৱাৰী বিপ্লৱৰ পাছতেই ইউক্ৰেনৰ বহু ঠাইত আৰু ৰাজধানী কিয়েভ নগৰীত শ্ৰমিক আৰু সৈনিকসকলৰ চভিয়েটবোৰ গঢ়ি উঠিবলৈ আৰম্ভ কৰিছিল। অক্টোবৰ বিপ্লৱৰ পাছত এইবোৰ একত্ৰিত হৈ পৰিল আৰু পেট্ৰোগ্ৰাড চভিয়েটৰ লগ হৈ ইউক্ৰেনত জাতীয় ৰাডাৰ একছত্ৰী অৱস্থানৰ প্ৰতি প্ৰত্যাহ্বানৰ সৃষ্টি কৰিলে। সংঘাত ক্ৰমে বাঢ়ি আহিল।

ইয়াৰ পিছত ইউক্ৰেনীয় ৰাডাই গৃহযুদ্ধৰ সময়ত দক্ষিণৰ ডন অঞ্চলত গোটখোৱা চভিয়েট বিৰোধী কছাক জেনেৰেলহঁতৰ শ্বেত বাহিনীৰ প্ৰতি-পক্ষপাতমূলক আচৰণ কৰিবলৈ আৰম্ভ কৰিলে (গৃহযুদ্ধ আৰু কছাক-

অভ্যুত্থানৰ বিষয়ে সুকীয়াকৈ বেলেগ অধ্যায়ত আলোচনা কৰা হৈছে )। তেওঁলোকে ইউক্রেনৰ প্রতিৰক্ষাৰ নামত এহাতে চভিয়েট বাহিনীত থকা ইউক্রেনীয় সৈনিকসকলক আঁতৰাই আনিলে, ফলত ফ্রন্ট লাইন থান্ বান্ হৈ পৰাৰ উপক্রম হ'ল, আনহাতে চভিয়েট বাহিনীক ইউক্রেনৰ মাজেৰে অহা-যোৱা কৰাত বাধা দিলে কিন্তু বিদ্রোহী কছাক বাহিনীক ইউক্রেনৰ মাজেৰে অহা-যোৱা কৰাৰ অনুমতি দিয়া হ'ল। তাৰ উপৰিও ৰাডাই ইউক্রেনত থকা চভিয়েট সৈনিক আৰু ৰেডগার্ডসকলক নিৰস্ত্র কৰিবলৈ আৰম্ভ কৰিলে। এই সকলো সময়তে ইউক্রেনীয় চৰকাৰে জার্মানীৰ লগত গোপন যোগাযোগ আৰু পৰামর্শ চলাই গৈছিল।

ব্রেষ্টলিট্ভস্ক শান্তি আলোচনাৰ চর্ত অনুযায়ী চভিয়েট চৰকাৰে ১৯১৭ চনৰ ১৭ ডিচেম্বৰৰ দিনা ইউক্রেনবাসী ৰাইজৰ আত্মনিয়ন্ত্রণৰ অধিকাৰ মানি লৈ আনুষ্ঠানিকভাৱে ইউক্রেনীয় গণ প্রজাতন্ত্রক স্বীকৃতি প্রদান কৰিলে। কিন্তু লগতে চভিয়েট চৰকাৰে ৰাডাক দুমুখীয়া বুর্জোৱা নীতি গ্রহণ কৰা বুলি অভিযোগ কৰি তৎকালে ইউক্রেনত চভিয়েট ব্যৱস্থাক স্বীকৃতি দিবলৈ আৰু প্রতিবিপ্লৱী কাডেট-কালাডিনৰ শ্বেতৰক্ষী বাহিনীৰ বিৰুদ্ধে যুদ্ধত চভিয়েট বিপ্লৱী শক্তিক সহায় আগবঢ়াবলৈ দাবি কৰিলে। যদি ৪৮ ঘণ্টাৰ ভিতৰত ৰাডাৰ পৰা এই বিষয়ে গ্রহণযোগ্য উত্তৰ পোৱা নাযায় তেন্তে ইউক্রেনীয় ৰাডাই ইউক্রেনৰ তথা ৰাচিয়াৰ চভিয়েট ক্ষমতাৰ বিৰুদ্ধে মুকলি যুদ্ধ ঘোষণা কৰা বুলি গণ্য কৰা হ'ব বুলি কোৱা হ'ল।

ঐতিহাসিক কাৰৰ মতে এই সকলো ৰাজনৈতিক কার্যকলাপৰ অন্তৰালত এক অন্য কাৰণো নিহিত আছিল। ইতিমধ্যে ৰাচিয়াত অভাৱ-অনাটনে দেখা দিছেই। ইউক্রেনৰ পৰা শস্য আনিব নোৱাৰিলে ৰাচিয়াত আকালে দেখা দিব। সেয়ে ইউক্রেনত বন্ধুত্বপূর্ণ চভিয়েট শক্তি প্রতিষ্ঠাৰ প্রশ্নটো চভিয়েট চৰকাৰৰ বাবে এক অত্যন্ত জৰুৰী প্রশ্ন হৈ পৰিল।[৬]

পেট্রোগ্রাড চৰকাৰৰ এই চৰমপত্র পোৱাৰ পাছতে ইউক্রেনীয় ৰাডাই বিদেশী শক্তিৰ লগত গোপন যোগাযোগ আৰম্ভ কৰিলে আৰু ফৰাচী আৰু বৃটিছ চৰকাৰৰ সহায়ত এক ইউক্রেনীয় সামৰিক বাহিনী গঢ়ি তুলিবলৈ যত্নপৰ হ'ল। ফ্রান্স আৰু বৃটেইনেও ইউক্রেন চৰকাৰক সকলো ধৰণৰ সহায় আগবঢ়োৱাৰ আশ্বাস প্রদান কৰিলে আৰু এই মর্মে চুক্তিও কৰিলে। ৰাচিয়াৰ গৃহযুদ্ধত বিদেশী হস্তক্ষেপৰ যুগ আৰম্ভ হ'ল।

আনহাতে ৰাডাৰ ফালৰ পৰা গ্রহণযোগ্য উত্তৰ নহাত স্বাভাৱিকতে চভিয়েট চৰকাৰৰ লগত ইয়াৰ সম্পর্ক শেষ হ'ল। এইবাৰ ইউক্রেনীয় চভিয়েটবোৰে উদ্যোগ লৈ খাৰকভত, ৰাডাৰ পৰা ওলাই গৈ এক সুকীয়া চভিয়েট চৰকাৰ প্রতিষ্ঠাৰ কথা ঘোষণা কৰিলে। চভিয়েট চৰকাৰেও ইয়াক তৎকালে স্বীকৃতি

দিলে। কিন্তু, বাস্তৱৰ প্ৰয়োজনতেই, বিশেষকৈ জাৰ্মান হে'চাৰ বাবে বিভিন্ন মধ্যস্থতাকাৰীৰ সহায়ত ৰাডাৰ লগতো আলোচনা চলাই গ'ল। আনকি ব্ৰেস্ট-লিটভস্কত শান্তি আলোচনাত ৰাডাৰ প্ৰতিনিধিৰ যোগদানো বলচেভিকসকলে মানি ল'লে।

ইতিমধ্যে বিদেশী শক্তিৰ লগত যোগাযোগ কৰা, চভিয়েট বিৰোধী অৱস্থান গ্ৰহণ কৰি সংস্কাৰৰ বিৰোধিতা কৰা আদি বহুতো কাৰণত ইউক্ৰেনীয় ৰাডাই দ্ৰুতভাৱে ৰাইজৰ মাজত জনপ্ৰিয়তা হেৰুৱাবলৈ ধৰিলে। আনকি ৰাডাৰ সেনাবাহিনীবোৰেই দলে দলে চভিয়েটৰ ফালে গতি কৰিলে। উপায় নাপায় ইউক্ৰেনীয় ৰাডাই ২২ জানুৱাৰীৰ দিনা স্বাধীন সাৰ্বভৌম ইউক্ৰেন গঠন কৰাৰ কথা ঘোষণা কৰিলে আৰু ১০ দিনৰ ভিতৰতে ইয়াক জাৰ্মানীয়ে স্বীকৃতি দিলে। কিন্তু, ইতিমধ্যে ইউক্ৰেনীয় চভিয়েট আৰু লালফৌজে ৰাডাৰ বিৰুদ্ধে অভিযান চলাই ৮ ফেব্ৰুৱাৰীৰ দিনা ৰাজধানী কিয়েভ দখল কৰি ল'লে আৰু তাত ইউক্ৰেনীয় চভিয়েট চৰকাৰ প্ৰতিষ্ঠাৰ কথা ঘোষণা কৰিলে। এইবাৰ ৰাডাই জাৰ্মানীৰ সহায় ভিক্ষা কৰিলে। আৰু জাৰ্মান সেনাবাহিনীয়ে প্ৰচণ্ড শক্তিৰে তিনিসপ্তাহৰ পাছতে ইউক্ৰেনলৈ সোমাই আহি ৰাজধানীৰ পৰা চভিয়েট চৰকাৰক উৎখাত কৰিলেহি। জাৰ্মানসকলে ৰাডাৰ চৰকাৰকো বেছি দিন সহ্য নকৰিলে। এপ্ৰিল মাহত তেওঁলোকে এই চৰকাৰ ভঙ্গ কৰি একান্ত আজ্ঞাবহ হেটমেন স্কৰ'পাড্স্কিৰ অধিনত এখন পুতলা ইউক্ৰেনীয় চৰকাৰ গঠন কৰিলে। মুকলি-ভাৱে জাৰ্মান স্বাৰ্থ ৰক্ষাৰ বাবে এই চৰকাৰে কাম কৰি গ'ল। চভিয়েট ৰাচিয়াৰো সেইসময়ত ইউক্ৰেন মুক্ত কৰিববলৈ জাৰ্মানীৰ বিৰুদ্ধে যুদ্ধ যাত্ৰা কৰিব পৰা অৱস্থা নাছিল। ফলত ১৯১৮ চনত জাৰ্মান সামৰিক যন্ত্ৰৰ পতন ( ভাৰ্চাই চুক্তিমতে প্ৰথম মহাসমৰৰ শেষত ) নোহোৱালৈকে এই পুতলা চৰকাৰ তিষ্ঠি থাকিল। জাৰ্মান পতনৰ পাছত পুৰণা ৰাডাৰ নেতাসকলে আকৌ এবাৰ ইউক্ৰেনত নতুন এখন চৰকাৰ প্ৰতিষ্ঠা কৰাৰ চেষ্টা আৰম্ভ কৰিলে।

এইবাৰ ইউক্ৰেনীয় সমাজবাদী আৰু বলচেভিকসকলো নীৰৱ হৈ নাথাকিল। তেওঁলোকে তৎকালে ইউক্ৰেনত এক অস্থায়ী চৰকাৰ গঠনৰ ঘোষণা কৰিলে। এই চৰকাৰৰ নাম দিয়া হ'ল অস্থায়ী ইউক্ৰেন শ্ৰমিক-কৃষকৰ চৰকাৰ। ১৯১৮ চনৰ ২৫ নবেম্বৰ তাৰিখে এই চৰকাৰে এক ঘোষণা-পত্ৰৰ জৰিয়তে মাটিৰ পুনৰ্বণ্টনকে আৰম্ভ কৰি ৰাচিয়াত প্ৰচলন কৰা বলচেভিক সংস্কাৰৰ বিপ্লৱী কাৰ্যসূচীবোৰ গ্ৰহণ কৰিলে। ইয়াৰ পিছতেই ডিচেম্বৰত বলচেভিক সেনাবাহিনীয়ে দক্ষিণৰ ভেনিকেনৰ বিদ্ৰোহীসকলৰ ( এই অধ্যায় স্থানান্তৰত আলোচনা কৰা হৈছে ) বিৰুদ্ধে অভিযান আৰম্ভ কৰিলে। ইউক্ৰেনৰ পুৰণা চৰকাৰে মস্কোৰ ওচৰত প্ৰতিবাদ কৰাত কোৱা হ'ল যে এই অভিযান ইউক্ৰেনৰ শ্ৰমিক-কৃষক চৰকাৰে স্বাধীনভাৱে আৰম্ভ কৰিছে। ১৯১৯ চনৰ ৬ জানুৱাৰীত

দিনা পুৰণা ইউক্ৰেন চৰকাৰে মস্কোৰ বিৰুদ্ধে যুদ্ধ ঘোষণা কৰিলে। কিন্তু ইতিমধ্যে চভিয়েট সেনাবাহিনীয়ে জনসাধাৰণৰ প্ৰবল উল্লাস আৰু আদৰণিৰ মাজেৰে আহি কিয়েভ নগৰী পুনৰ দখল কৰিলেহি। ইউক্ৰেনৰ পুৰণা চৰকাৰৰ নেতাসকল পেৰিচলৈ গৈ পেৰিচ শান্তি সম্মিলনত তেওঁলোকৰ সপক্ষে বিশ্বজনমত আৰু বিদেশী সমৰ্থন গঢ়ি তোলাৰ চেষ্টা কৰিলে যদিও সফল নহ'ল।

আনফালে নতুন চৰকাৰেও তৎকালে সমগ্ৰ ইউক্ৰেনত নিজৰ নিয়ন্ত্ৰণ কায়েম কৰিবলৈ সক্ষম হোৱা নাছিল।

এই শূন্যতাত কেতবোৰ আচহুৱা ঘটনা দ্ৰুতভাৱে ঘটিবলৈ ধৰিলে, ইউক্ৰেনীয় ৰাডাৰ নেতা টেলয়ুৰাই চভিয়েট বাহিনীৰ সন্মুখত থাৰৰিব নোৱাৰি দক্ষিণৰ ডেনিকেনৰ বাহিনীৰ ফালে আঁতৰি গ'ল; কিন্তু, যাওঁতেই বাটত তেওঁ নৃশংসভাৱে এক ইহুদী গণহত্যা সংঘটিত কৰিলে। আনহাতে পূব অংশত নেষ্টৰ মাখান' বোলা এজন নৈৰাজ্যবাদী কৃষক নেতাৰ অভ্যুদয় ঘটিল। ইউক্ৰেনত জাৰ্মানীৰ পুতলা চৰকাৰখনৰ বিৰোধিতা কৰিবলৈ মাখান'ই প্ৰথমে এদল গেৰিলা যোদ্ধাৰ বাহিনী এটা গঢ়ি তুলিছিল। এতিয়া এই বাহিনীটো কেবা-হাজাৰো সেনাৰ এটা প্ৰকাণ্ড শক্তি হৈ পৰিল। এই বাহিনীটো লৈ মাখান'ই সুবিধা বুজি কেতিয়াবা বলচেভিকসকলৰ সপক্ষে, কেতিয়াবা তেওঁলোকৰ বিপক্ষে যুদ্ধ কৰিবলৈ ধৰিলে। কোনো কোনো সময়ত মাখান'ৰ এই সেনাদলে ইউক্ৰেনৰ এক বিশাল অঞ্চলৰ ওপৰত নিজৰ নিয়ন্ত্ৰণ কায়েম কৰিবলৈকো সক্ষম হৈছিল।

ইতিমধ্যে দক্ষিণত ডেনিকেনৰ শ্বেতৰক্ষী বাহিনী সংগঠিত হৈ উঠিল। বিদেশী শক্তিৰ সমৰ্থন প্ৰাপ্ত এই সেনাদলে ৰাচিয়াৰ পৰা চভিয়েট শাসন শেষ কৰিবলৈ উত্তৰলৈ অভিযান আৰম্ভ কৰিলে। এই আক্ৰমণৰ সন্মুখত চভিয়েট লালফৌজ পিছ হোঁহকিবলৈ বাধ্য হ'ল। কিয়েভ নগৰীৰ আকৌ পতন ঘটিল; প্ৰথমে টেলয়ুৰাৰ সেনা, পাছত ডেনিকেনৰ সেনাৰ হাতত। এই যুদ্ধৰ ফলত সমগ্ৰ ইউক্ৰেনত চৰম বিশৃংখলতাৰ সৃষ্টি হ'ল, মাৰিমৰক, বিশেষকৈ টাইফাচ ৰোগে মহামাৰীৰ ৰূপ ল'লে। চৌদিশে আকাল আৰম্ভ হ'ল। এই বিশৃংখল পৰিস্থিতিত মাখান'ৰ দৰে বহুতো সেনা দল গঢ়ি উঠিল যি বিশাল ইউক্ৰেনৰ বুকুত লুটপাত, হত্যা, আৰু ভয়াবহ সন্ত্ৰাসৰ ৰাজত্ব আৰম্ভ কৰিলে। এই আটাইবোৰ ঘটনাই আৰু লগতে ডেনিকেনৰ সেনাবাহিনীৰ কঠোৰ শাসনে ইউক্ৰেনৰ খেতিয়কসকলক চভিয়েট শাসনৰ প্ৰতি অধিক আগ্ৰহী কৰি তুলিলে।

১৯১৯ চনৰ শেষৰ ফালে যেতিয়া ডেনিকেনৰ শ্বেত বাহিনীক চভিয়েট লালফৌজে পৰাস্ত কৰিবলৈ সক্ষম হ'ল, তেতিয়া আকৌ এবাৰ কিয়েভ চভিয়েট সেনাৰ দখললৈ আহিল। লাহে লাহে সমগ্ৰ ইউক্ৰেনৰ ওপৰতে চভিয়েট চৰকাৰে নিজৰ নিয়ন্ত্ৰণ কায়েম কৰি ল'লে।

সমস্যাৰ তেতিয়াও অন্ত পৰা নাছিল। টেলয়ুৰাই এইবাৰ কাৰো পৰা সঁহাৰি নাপাই পোলেণ্ডৰ লগ লাগিলগৈ। নতুনকৈ স্বাধীন হোৱা পোলেণ্ডৰ শাসকসকলে ইউক্ৰেন ৰাচিয়াৰ লগত থকাতো বিচৰা নাছিল, লাগে সি ডেনিকেনৰ ৰাচিয়াই হওক বা চভিয়েট ৰাচিয়াই হওক। ইউক্ৰেনীয় জাতিয়তাবাদৰ শেষ স্বীকৃত প্ৰবক্তা টেলয়ুৰাই এনেদৰে পোলেণ্ডৰ লগত গৈ চুক্তি কৰাত ইউক্ৰেনীয় জাতিয়তাবাদী ৰাজনীতিৰ শেষ বিশ্বাসযোগ্যতাকণো সাধাৰণ ইউক্ৰেনীয় খেতিয়ক ৰাইজৰ বাবে হেৰাই থাকিল। যি ইউক্ৰেনীয় খেতিয়কে শতাব্দী জুৰি পলিচ' জমিদাৰহঁতৰ শোষণৰ বিৰুদ্ধে যুঁজি আহিছে, তেওঁলোকে কোনো যুক্তিৰেই টেলয়ুৰাৰ এনে পোলেণ্ড প্ৰীতি হজম কৰিব নোৱাৰে। কিন্তু, টেলয়ুৰাৰ আমন্ত্ৰণত পলিচ' সেনাবাহিনীয়ে ইউক্ৰেনক আক্ৰমণ কৰিলে আৰু ১৯২০ চনৰ মে'-জুনত কিয়েভ নগৰী দখল কৰিলেহি। অৱশেষত চভিয়েট লালফৌজ আৰু ইউক্ৰেনীয়সকলে দেশৰ পৰা পলিচ' আক্ৰমণকাৰীহঁতক খেদি পঠিয়াবলৈ সক্ষম হ'ল। ইউক্ৰেন এইবাৰ সঁচাকৈয়ে মুক্ত হ'ল। ইউক্ৰেনৰ বিশাল সাৰুৱা সমভূমিলৈ অৱশেষত শান্তি নামি আহিল, বন্ধ হ'ল বিদেশী আক্ৰমণকাৰী আৰু গৃহযুদ্ধৰ বিভীষিকাময় অধ্যায়। ইউক্ৰেনত সমাজবাদ প্ৰতিষ্ঠা হ'ল।

ইউক্ৰেনৰ একাবেঁকা সংকটঘন ইতিহাসত আমি দেখা পাওঁ প্ৰথমে ইউক্ৰেনৰ জাতীয় আত্মনিয়ন্ত্ৰণ তথা বিচ্ছিন্ন হৈ স্বাধীন ৰাষ্ট্ৰ গঠন কৰাৰ প্ৰতি বলচেভিক স্বীকৃতি; কিন্তু ইউক্ৰেনৰ ক্ষেত্ৰত জাতীয় আত্মনিয়ন্ত্ৰণ ফিনলেণ্ডৰ দৰে এক বুৰ্জোৱা ৰাষ্ট্ৰ প্ৰতিষ্ঠাৰ পৰ্যায়তেই শেষ হৈ নগল। বৰঞ্চ বিপ্লৱৰ উত্থান-পতন, যুদ্ধ আৰু গৃহযুদ্ধৰ মাজেৰে ইউক্ৰেনৰ ৰাজনৈতিক ক্ষমতা দখল কৰিলে সমাজবাদী সকলে চভিয়েট গঠনৰ জৰিয়তে। আৰু তাৰ পিছৰ পৰ্যায়ত সমতাৰ ভিত্তিত ৰাচিয়াৰ লগত এক ফেডাৰেচন গঢ়ি তুলিলে তেওঁলোকে। নানা তৰহৰ ভুল-ভ্ৰান্তি আৰু ত্ৰুটি-বিচ্যুতি সত্ত্বেও ইউক্ৰেনৰ ঘটনাৱলীয়ে জাতীয় আত্মনিয়ন্ত্ৰণ তথা জাতিসমস্যা সমাধানৰ ক্ষেত্ৰত বলচেভিক দল তথা লেনিনৰ নীতিবোৰৰ এক সফল পৰীক্ষা বুলি পৰিগণিত হ'বলৈ বাধ্য।

পিছলৈ, বিশেষকৈ ষ্টেলিনৰ আমোলত ইউক্ৰেনীয় জাতিয়তাবাদৰ পুনৰুত্থান দমনৰ নামত ইয়াত যথেষ্ট সন্ত্ৰাস আৰু নিৰ্যাতন চলিছিল। আনকি গৃহযুদ্ধ আৰু পুৰ্ণগঠনৰ পৰ্যায়তো বহু ভুল-ভ্ৰান্তি হৈছিল। চভিয়েট ৰাচিয়াৰ মডেলৰ সমাজবাদে যোৱা সাঁতোটা দশকত ইউক্ৰেনীয় লোকৰ জাতীয় আকাংক্ষাক সুষ্ঠভাৱে বিকশিত কৰিব পাৰিলেনে নাই সেইবিষয়ে বহু বিতৰ্ক বহু প্ৰশ্নৰ অৱকাশ আছে। আজি ইউক্ৰেনৰ স্বাধীনতা ঘোষণাই এই প্ৰশ্ন আকৌ জৰুৰীভাৱে উত্থাপন কৰিছে।

# ২০

## গৃহযুদ্ধৰ উত্থান-পতন



● গৃহযুদ্ধৰ সূচনা ● মস্কোলৈ ৰাজধানীৰ স্থান পৰিৱৰ্তন ● বিদেশী ৰাষ্ট্ৰদূতসকলৰ মস্কোলৈ আহিবলৈ অসম্মতি ● কছাক বিদ্ৰোহ ঃ কছাক সম্প্ৰদায়ৰ সূত্ৰপাত ● বিপ্লৱৰ সময়ত কছাকসকল ● কালাডিনৰ কছাক বিদ্ৰোহ আৰু ডন অঞ্চলত স্বাধীন কছাক চৰকাৰ প্ৰতিষ্ঠা ● অন্যান্য কছাক এলেকাবোৰতো বলচেভিক বিৰোধী চৰকাৰ গঠন ● কছাক সমৰ্থনৰ বাবে চভিয়েটৰ প্ৰচেষ্টা ● কালাডিনৰ বিৰুদ্ধে চভিয়েট বাহিনীৰ বিজয়লাভ ● চচিয়েল ৰিভলিউচনেৰী দলৰ বিদ্ৰোহ ● ৰাচিয়াৰ বিভিন্ন ঠাইত বিদেশী সেনাৰ অৱতৰণ ; সশস্ত্ৰ সাম্ৰাজ্যবাদী হস্তক্ষেপৰ সূচনা ● চেক্ সেনাবাহিনীৰ বিদ্ৰোহ আৰু গৃহযুদ্ধৰ নতুন মুৰ—চভিয়েট শক্তি আকৌ এবাৰ অৱৰোধ।

টোকা আৰু প্ৰসংগ ঃ

1. Lenin, V. I.—On the Great Octobar Socialist Revolution.—Articles and speeches. Progress Publishers, Moscow, 1984.
2. Carr, E. H.—The Bolshevik Revolution. Penguin, London, Volume I & III.
3. Reed, John—Ten days that shook the World. Progress Publishers, Moscow.
4. অক্টোবৰ সমাজতান্ত্ৰিক মহাবিপ্লৱ ( বাংলা ) ঃ প্ৰগতি প্ৰকাশন, মস্কো।
5. Encyclopedea Brittanica. Vol. 19. William Benton. Chicago.

এইবাৰ আমি গৃহযুদ্ধৰ পটভূমিকালৈ উভটি আহোঁ।

সমগ্ৰ ৰাচিয়া জুৰি ইতিমধ্যেই ৰক্তক্ষয়ী গৃহযুদ্ধ আৰম্ভ হৈ গৈছে।

এই যুদ্ধযে অৱধাৰিত আছিল সেই কথা বলচেভিকসকলে জানিছিল। প্ৰথম মহাসমৰৰ আৰম্ভণিৰ পৰাই লেনিনে সাম্ৰাজ্যবাদী যুদ্ধক গৃহযুদ্ধলৈ ৰূপান্তৰিত কৰিবলৈ আহ্বান দি আছিল। তেওঁলোকে জানিছিল যে দেশৰ গৰীব শ্ৰমিক-কৃষক-সৈনিকসকলক ইমানদিনে ক্ষমতা ভোগ কৰি অহা জমিদাৰ বুৰ্জোৱাহঁতে, সামৰিক বাহিনীৰ নেতাসকলে বিনাবাধাই ৰাজনৈতিক ক্ষমতা এৰি নিদিয়ে। কিন্তু এতিয়া অকল এওঁলোকেই নহয়, সমাজগণতান্ত্ৰিক মেনচেভিক আৰু চচিয়েল ৰিভলিউচনেৰী আদি সমাজবাদী দলবোৰও বিভিন্ন বিপ্লৱ বিৰোধী দলবোৰৰ লগত জোঁট পাতি বলচেভিক দল আৰু চভিয়েট চৰকাৰৰ বিৰোধিতা আৰম্ভ কৰিলে। কেৰেনেস্কি কৰ্নিলভ বিদ্ৰোহৰ পাছত বুজোৰ্ৱা কাডেট দল আৰু অনুগামীসকল ক্ৰমে ৰাজধানী পেট্ৰোগ্ৰাড, মস্কো আদি বিপ্লৱী নগৰীবোৰৰ পৰা আঁতৰি বিদ্ৰোহী জেনেৰেল সকলৰ লগত দক্ষিণ সীমান্ত, উত্তৰ অঞ্চল বা পূবৰ চাইবেৰিয়া আদিলৈ আঁতৰি গ'ল আৰু তাত প্ৰাচীন পন্থী জমিদাৰ, সেনাবিষয়া সকলৰ লগ হৈ বিদেশী শক্তিৰ সহায়ত সশস্ত্ৰ প্ৰতিবিপ্লৱী ঘাটি গঢ়ি তোলাৰ কাম আৰম্ভ কৰিলেগৈ।

আনহাতে মেনচেভিকসকলে নিজৰ নিজৰ অৱশিষ্ট প্ৰভাৱ থকা চহৰৰ মধ্যবিত্ত অঞ্চল, কেতবোৰ শ্ৰমিক আৰু খনি প্ৰধান চহৰত বলচেভিকসকলৰ বিৰুদ্ধে বিভিন্নধৰণে প্ৰতিৰোধ চলাই যাবলৈ চেষ্টা কৰিলে। বিপ্লৱৰ বঠা ভঙা ঢৌৰ সন্মুখত ৰাজনৈতিকভাৱে ঠাৰ্ৰাৰিব নোৱাৰি এওঁলোকৰ বহুতেই সময়ত গৈ প্ৰতিবিপ্লৱী বুজোৰ্ৱা, জমিদাৰ আৰু সামৰিক নেতাহঁতৰ শ্বেত বাহিনীৰ লগ লাগিলগৈ।

ৰাচিয়াৰ বিস্তীৰ্ণ গ্ৰামাঞ্চলত, য'ত বলচেভিক দলতকৈ চচিয়েল ৰিভলিউ-চনেৰী দলৰ প্ৰভাৱ বেছি আছিল, তাত চভিয়েট চৰকাৰত যোগ নিদিয়া চচিয়েল ৰিভলিউচনেৰী দলৰ সোঁপন্থী গোটটোৱে চভিয়েট চৰকাৰ আৰু বলচেভিক দলৰ বিৰুদ্ধে তেওঁলোকৰ প্ৰভাৱাধীন ধনী খেতিয়ক ( কুলাক ), সৰু জমিদাৰ আৰু সময়ত মজলীয়া খেতিয়কসকলক লৈ সংগঠন আৰম্ভ কৰিলে। বাওঁ গোটটোৱে ( যি চভিয়েট চৰকাৰত অংশগ্ৰহণ কৰিছিল ) প্ৰথমে এনে প্ৰচেষ্টাৰ বিৰোধিতা কৰিলেও শেষান্তৰত গৈ নিজেও চৰকাৰৰ বিৰুদ্ধে বিদ্ৰোহ কৰি ( এই প্ৰসংগ পাছত ) নৈৰাজ্যবাদী আৰু সন্ত্ৰাসবাদী কাম-কাজত লিপ্ত হৈ পৰিলগৈ।

প্ৰতিখন গাঁৱে গাঁৱে, প্ৰতি নগৰ-চহৰৰ গলিয়ে গলিয়ে এক দয়া-মায়াহীন, কঠোৰ গৃহযুদ্ধ-শ্ৰেণীযুদ্ধ আৰম্ভ হৈ গ'ল। বলচেভিকসকলৰ নেতৃত্বত চভিয়েট চৰকাৰে প্ৰতিটো কথাৰ বাবে কঠোৰ সংগ্ৰাম কৰিব লগা হ'ল। এই প্ৰচণ্ড সংগ্ৰামৰ মাজত আকৌ সেনাবাহিনী আৰু অসামৰিক জনসাধাৰণৰ বাবে খাদ্য

সৰবৰাহ, সাধাৰণ প্ৰশাসন গঢ়ি তোলা, সংস্কাৰৰ কাৰ্যসূচী কাৰ্যকৰী কৰা সকলো কামেই কৰিবলৈ চেষ্টা কৰিব লগীয়া হ'ল। বিপ্লৱৰ প্ৰায় তিনিমাহ পিছতেই বলচেভিক দল আৰু চভিয়েট চৰকাৰ অকলশৰীয়া হৈ পৰাৰ দৰে হ'ল। তেওঁলোকৰ লগত দোদুল্যমান বাম চচিয়েল ৰিভলিউচনেৰীসকলৰ বাহিৰে আন কোনোৱেই নাই, বুৰ্জোৱাসকলৰ কথাটো বাদেই, প্ৰায় সকলো সমাজবাদী দলেই বিৰোধী শিবিৰত। ইয়াৰ উপৰিও জাৰ্মান সামৰিক আক্ৰমণৰ আশংকা আৰু বিদ্ৰোহী সেনানায়কহঁতৰ প্ৰতিবিপ্লৱী ভাবুকি আছেই, আৰু আছে বিদেশী সাম্ৰাজ্যবাদী শক্তিবোৰৰ বিৰোধিতা।

এই অৱস্থাত বলচেভিক দলৰ মূল হাতিয়াৰ আছিল তেওঁলোকৰ স্পষ্ট সামাজিক ৰাজনৈতিক আৰু অৰ্থনৈতিক ভাবাদৰ্শ। আৰু এই ভাবাদৰ্শ ৰূপায়ণৰ বাবে গঢ়ি তোলা নতুন সামাজিক সংগঠন চভিয়েটবোৰ। ইয়াৰ জৰিয়তে সংগঠিত হৈ পৰিছিল বৃহৎ ৰুচিয়াৰ লাখ লাখ শ্ৰমিক, ফ্ৰণ্ট লাইন আৰু অভ্যন্তৰৰ হাজাৰ হাজাৰ সৈনিক আৰু দেশৰ নিঃস্ব গৰিব কৃষক ৰাইজৰ একাংশ। এই ভেটিৰ ওপৰত ঠিয় দিয়েই বলচেভিকসকলে প্ৰচণ্ড প্ৰতিকূলতাৰ বিৰুদ্ধে সংগ্ৰাম আৰম্ভ কৰিলে। আৰু এই সংগ্ৰামৰ বাবে তেওঁলোকৰ আছিল লেনিনৰ দৰে সুদক্ষ, কৌশলী আৰু দূৰদৃষ্টিসম্পন্ন নেতা।

প্ৰতিকূল পৰিস্থিতিৰ মোকাবিলা কৰিবলৈ বলচেভিকসকলে প্ৰাচীন ৰাজধানী পেট্ৰোগ্ৰাড পৰিত্যাগ কৰি দেশৰ চৰকাৰ অধিক সুৰক্ষিত মস্কো মহানগৰীলৈ স্থানান্তৰ কৰিলে। উত্তৰৰ সীমামূৰীয়া পেট্ৰোগ্ৰাডতকৈ ৰাচিয়াৰ বক্ষস্থলৰ মস্কো মহানগৰীৰ পৰা সংগঠন আৰু প্ৰশাসন চলোৱা অধিক সুচল।

কিন্তু চভিয়েট চৰকাৰ মস্কোলৈ উঠি অহাৰ সময়ত পেট্ৰোগ্ৰাৰ্ডত থকা বিদেশী দূতাবাসবোৰ কিন্তু ৰাজধানী মস্কোলৈ নাহিল। বৃটিছ, ফৰাচী আৰু মাকিৰ্ন ৰাজদূতসকলে মস্কোৰ পৰিৱৰ্তে ভলোগদা নগৰীলৈহে নিজৰ দূতাবাসবোৰ তুলি নিলে। চভিয়েট চৰকাৰে জাৰ্মানীৰ লগত একপাক্ষিকভাৱে শান্তি চুক্তি (ব্ৰেষ্ট-লিট ভস্ক) সম্পাদনা কৰাত মিত্ৰবাহিনী চভিয়েট চৰকাৰৰ ওপৰত জঁকি আছিল। এই চুক্তিৰ ফলত জাৰ্মানীয়ে পূবৰ পৰা পশ্চিমৰ ফৰাচী ৰণাঙ্গনলৈ সেনা-সামন্ত আঁতৰাই নিয়াৰ সুবিধা পালে বুলি তেওঁলোকে অভিযোগ কৰিলে। লগতে সমগ্ৰ শস্যৰ ভঁৰাল স্বৰূপ ইউক্ৰেন এৰি দি ৰাচিয়াই জাৰ্মান সমৰসজ্জাক সহায় কৰা বুলিও অভিযোগ কৰা হ'ল। বলচেভিক চৰকাৰক এসেকা দি পাৰিলে চভিয়েট ক্ষমতা ধ্বংশ কৰিবলৈ তেওঁলোক এইবাৰ সক্ৰিয় হৈ উঠিল আৰু সকলো চভিয়েট বিৰোধী গোটৰ লগত যোগাযোগ আৰম্ভ কৰিলে আৰু গোপনে এইবোৰলৈ অৰ্থ সাহায্য আৰু আনকি সামৰিক সাহায্যৰ প্ৰতিশ্ৰুতিও আগবঢ়ালে।

বিদেশী সাম্রাজ্যবাদী শক্তিৰ এনে অনুপ্ৰবেশৰ ফলত ৰাচিয়াৰ গৃহযুদ্ধ অধিক জটিল, বিলম্বিত আৰু ৰক্তক্ষয়ী হৈ পৰিল।

ৰাচিয়াৰ এই সমগ্ৰ গৃহযুদ্ধত প্ৰতিবিপ্লৱী শিবিৰৰ অন্যতম মূল শক্তি হৈ পৰিল কছাকসকল। জাৰৰ ভেৰোনীয়া বাহিনীস্বৰূপ এই কছাকসকলৰ কথা ইতিমধ্যেই বহুবাৰ, বিশেষকৈ ১৯০৫ চনৰ বিপ্লৱ দমন, ১৯১৭ চনৰ গণতান্ত্ৰিক বিপ্লৱৰ সময়ত আৰু অক্টোবৰ বিপ্লৱৰ পাছত কেৰেনস্কি আৰু কৰ্নিলভ বিদ্ৰোহৰ প্ৰসংগত বহুবাৰ উল্লেখ কৰি অহা হৈছেই। এতিয়া কছাকসকল আৰু গৃহযুদ্ধত তেওঁলোকৰ ভূমিকাৰ বিষয়ে কিছু কথা আলোচনা কৰাতো প্ৰয়োজন।

কছাকসকল হ'ল ১৫-ৰ পৰা ১৮ শতিকাৰ ভিতৰত ৰাচিয়াৰ দক্ষিণ অঞ্চলৰ ডন, ভলগা, উচাৰী আদি নদীৰ কাষত বসতি স্থাপন কৰা ৰুচ কৃষক সকলৰ বংশধৰ। এই কৃষকসকলৰ বহুতেই আছিল মধ্যযুগত ৰাচিয়াৰ অত্যাচাৰী ভূমিদাস ব্যৱস্থাৰ পৰা পলাই যোৱা চাৰ্ফ বা ভূমিদাস। কিন্তু, বেছিভাগ কছাকেই আছিল জাৰৰ সেনাবাহিনীত কাম কৰা গৰিব কৃষক; এওঁলোকক কৰ্তৃপক্ষই দক্ষিণৰ উন্মুক্ত সীমান্তত মাটিবাৰী দি সংস্থাপন কৰিছিল। বহুতেই আকৌ চিধা চিধিকৈ গৰাকীবিহীন সাৰুৱা মাটি দখল কৰি লৈছিল। বহু সেনানায়ক আৰু অভিজাত লোককো জাৰ প্ৰশাসনে এই এলেকাত প্ৰকাণ্ড প্ৰকাণ্ড খাত পাম পুৰস্কাৰ হিছাপে দিছিল। আৰু এই মাটিগিৰী শ্ৰেণীটোৰ মাজৰ পৰাই সময়ত কছাক সেনানায়ক, জমিদাৰ আৰু অভিজাত শ্ৰেণী এটাও গঢ় উঠিছিল। সীমান্তৰ উন্মুক্ত প্ৰাংগনত, মূল ৰুচ সমাজৰ পৰা বিচ্ছিন্ন অৱস্থাত এই খেতিয়কসকলৰ এক সুকীয়া মানসিকতা, সামাজিক ধৰণ-কৰণ, মানসিক পৰিমণ্ডল গঢ় লৈ উঠিছিল। এওঁলোকেই কালক্ৰমত কছাক বুলি পৰিচিত হৈ পৰিছিল।

জাৰ চৰকাৰে এই কৃষকসকলক মাটি-বাৰী ভোগ কৰি খেতি কৰিবলৈ দিছিল এটা চৰ্তত। ই হ'ল মাটিৰ বিনিময়ত প্ৰতিজন প্ৰাপ্তবয়স্ক কছাক যুৱকে এটা নিৰ্দিষ্ট সময়ৰ বাবে জাৰৰ সেনাবাহিনীত সৈনিক হিছাপে কাম কৰিব লাগিব আৰু সক্ৰিয় কাৰ্যকাল শেষ হোৱাৰ পাছত অৱসৰ গ্ৰহণৰ বয়স নোহোৱালৈকে ৰিজাৰ্ভ সৈনিক হিছাপে থাকিব লাগিব—যেতিয়াই চৰকাৰৰ প্ৰয়োজন হয় তেতিয়াই তেওঁলোকে সেনাবাহিনীৰ কামত যাব লাগিব। সেনাবাহিনীত কাম কৰাৰ সময়ত ঘোঁৰা, জিন আৰু অস্ত্ৰশস্ত্ৰ আদি ( আগ্নেয়াস্ত্ৰৰ বাদে ) নিজেই যোগাৰ কৰি ল'ব লাগিব।

এনেদৰে কাম কৰাৰ বিনিময়ত মাটিবাৰী আৰু আন সামাজিক সা-সুবিধাৰ ক্ষেত্ৰত জাৰ চৰকাৰে কছাকসকলক বহু ৰেহাই দিছিল যদিও সামন্তীয় অৰ্থনীতিৰ শোষণে কিন্তু বিভিন্ন প্ৰকাৰে এটা সময়ত সমগ্ৰ কছাক সমাজকে আৱৰি ধৰিছিলগৈ।

জাৰ চৰকাৰে কছাকসকলৰ মাজত ৰাজকীয় উদ্যোগ আৰু গিৰ্জাৰ সহায়ত এক সামৰিক মনোবৃত্তি, বীৰত্বব্যঞ্জক পৰম্পৰা আৰু সম্ৰাটৰ প্ৰতি নিচৰ্ত বিশ্বস্ততাৰ প্ৰবৃত্তি গঢ়ি তুলিবলৈ সচেতনভাৱে চেষ্টা কৰিছিল। আৰু কছাক-সকলৰ মাজতো জাৰৰ প্ৰতি বিশ্বস্ততা, সামৰিক পৰম্পৰাৰ প্ৰতি সন্মান আদি দৃঢ়মূল হৈ শিপাই পৰিছিল। এনে মনোভাব সৃষ্টি কৰিবৰ বাবেই প্ৰশাসনে কছাকসকলক এক সামৰিক সংগঠনৰ আহিঁতেই সমাজিকভাৱে সংগঠিত কৰিছিল। সমগ্ৰ কছাক অঞ্চলতে দহ-বাৰটা মান ভইস্কা বা সামৰিক সম্প্ৰদায়ত সংগঠিত কৰা হৈছিল। বন অঞ্চলৰ পৰা মধ্য এচিয়া হৈ পূব চাইবেৰীয়া পৰ্যন্ত এই কছাক এলেকা আৰু সংগঠনবোৰ বিস্তৃত হৈ পৰিছিল। প্ৰতিটো এনে সম্প্ৰদায়ক প্ৰৰিচালিত কৰিছিল এজন নিৰ্বাচিত প্ৰধানে যাক 'আটামান' বুলি কোৱা হৈছিল। এওঁ নামত এখন নিৰ্বাচিত সমিতিৰ ওচৰত দায়বদ্ধ থাকিলেও প্ৰকৃততে প্ৰায় একচত্ৰী ক্ষমতা ভোগ কৰিছিল। এই আটামানসকলক জাৰৰ সেনা-বাহিনীৰ সেনানায়ক-জেনেৰেল আদি পদবী দিয়া হৈছিল আৰু দিয়া হৈছিল বিশাল বিশাল জমিদাৰী। এই আটামান সকলেই আছিল বিপ্লৱ বিৰোধী মূল শক্তি। ডন কছাকসকলৰ আটামান আছিল বিখ্যাত কালাডিন।

এই কছাক সেনাসকলেই আছিল জাৰ সাম্ৰাজ্যৰ অন্যতম খুটি স্বৰূপ। বিদেশী শত্ৰুৰ বিৰুদ্ধে সীমান্তৰ প্ৰতিৰক্ষাৰ পৰা আৰম্ভ কৰি দেশৰ ভিতৰৰ শ্ৰমিক-কৃষক আৰু ৰাজনৈতিক দলবোৰৰ বিদ্ৰোহ, বিক্ষোভ সকলো দমন কৰাৰ কামত এই কছাকসকলকে ব্যৱহাৰ কৰা হৈছিল। গণতান্ত্ৰিকেই হওক বা সমাজবাদীয়েই হওক সকলো বিপ্লৱীৰ বাবেই কছাকসকল হৈ পৰিছিল এক নৃশংস প্ৰতিক্ৰিয়াশীল শক্তি। কেৰেনেস্কিয়েও পেট্ৰোগ্ৰাড চভিয়েটৰ বিৰুদ্ধে সামৰিক অভিযান চলাবলৈ এই কছাক বাহিনীৰেই সহায় লৈছিল।

যদিও দেশৰ ৰাজনৈতিক উত্থান-পতন, প্ৰগতিশীল ভাবাদৰ্শৰ প্ৰভাৱ কছাক সেনাসকলৰ ওপৰত নপৰাকৈ থকা নাছিল, (ঠায়ে ঠায়ে তেওঁলোকে বিপ্লৱী আৰু বলচেভিকসকলৰ বিৰুদ্ধে যুদ্ধ কৰিবলৈ অমান্তি হৈছিল, ঠায়ে ঠায়ে কিছুমান গোটে বিপ্লৱীসকলৰ লগো লৈছিল) তথাপিও সামৰিক বিশ্বস্ততাৰ কট্‌কটীয়া পৰম্পৰাৰ বাবেই বহুসময়লৈ বেছিভাগ কছাক সেনা তেওঁলোকৰ চভিয়েট বিৰোধী সেনানায়ক সকলৰ প্ৰতি অনুগত হৈয়েই আছিল।

অক্টোবৰ বিপ্লৱৰ পিছদিনাই ডন কছাকৰ আটামান নেতা কালাডিনে সমগ্ৰ ডন অঞ্চল জুৰি এখন স্বাধীন কছাক চৰকাৰ গঠনৰ কথা ঘোষণা কৰিলে। ইয়াৰ পিছতেই কুবান আৰু টেৰেক কছাকৰ আটামান সকলে নিজ নিজ এলেকাত এনে স্বাধীন চৰকাৰ গঠনৰ কথা ঘোষণা কৰিলে। অ'ৰনবাৰ্গ আৰু উচাৰী অঞ্চলতো চভিয়েট আৰু বলচেভিক বিৰোধী কছাক বাহিনী গঢ়ি তোলা হ'ল।

এইদৰে ডন অঞ্চলক কেন্দ্ৰ কৰি সমগ্ৰ দক্ষিণ এচিয়াই এক চভিয়েট বিৰোধী প্ৰতিবিপ্লৱৰ ঘাটি হিছাপে গঢ়লৈ উঠিল।

গৃহযুদ্ধৰ কালছোৱাত এই কছাকসকলেই প্ৰথমে কৰ্ণিলভ আৰু তাৰ পিছত ডেনিকেনৰ অধীনত গঢ়ি উঠা শ্বেত স্বেচ্ছাসেৱক বাহিনীৰ মূল শক্তি হৈ পৰিল।

বিপ্লৱৰ ঢৌ কিন্তু কছাক এলেকাবোৰত একেবাৰে নপৰাকৈ নাথাকিল। বিশেষকৈ মাটিৰ মালিকীস্বত্বৰ ক্ষেত্ৰত প্ৰচলিত হৈ থকা চৰম বৈষম্যই কছাক এলেকাবোৰৰ মাজতো ধনী আৰু দুখীয়াৰ মাজত বিভাজনৰ সৃষ্টি কৰিলে। বিশেষকৈ ডন নদীৰ উত্তৰ পাৰৰ কছাকসকলৰ মাজত, য'ত এই বৈষম্য অধিক প্ৰকট আছিল, য'ত ধনী কছাক জমিদাৰহঁতৰ শোষণ আৰু অত্যাচাৰো বেছি আছিল, তাত এই বিভাজন ঘটিল অধিক দ্ৰুতভাৱে। ইয়াৰ লগতে দীঘলীয়া যুদ্ধই আনি দিয়া অৱসাদ, অৰ্থনৈতিক কষ্টই জন্ম দিয়া বিক্ষুব্ধি আৰু বিপ্লৱী প্ৰচাৰেও সাধাৰণ কছাকসকলৰ মনত ক্ৰিয়া কৰিলে।

এহাতে বলচেভিক আৰু বিপ্লৱীহঁতে সমগ্ৰ সামাজিক অন্যায়, শোষণ, নিপীড়নৰ অন্তপেলোৱাৰ প্ৰতিশ্ৰুতি দিছে, সমগ্ৰ মাটি খেতিয়কসকলৰ মাজত বিলাই দিয়াৰ প্ৰতিশ্ৰুতি দিছে ; অকল প্ৰতিশ্ৰুতিয়েই নহয় ভূমি নীতি ঘোষণাৰ জৰিয়তে অত্যাচাৰী সামন্ত, জমিদাৰহঁতৰ বিশাল খাত-পামবোৰ বাজেয়াপ্ত কৰাৰ কথা ঘোষণা কৰিছে, ইয়াৰ বিপৰীতে কছাক জেনেৰেলহঁতে, প্ৰাচীন পন্থী নেতাহঁতে পূৰ্বৰ ব্যৱস্থা বচাই ৰাখাৰ ওপৰতে গুৰুত্ব দি আহিছে। কোনোধৰণৰ সামাজিক, অৰ্থনৈতিক সংস্কাৰৰ কথা তেওঁলোকে ভুলতেও কোৱা নাই।

এই পাৰ্থক্যবোৰ কছাক মুখিয়ালহঁতৰ চকুৰ পৰা সাৰি যোৱা নাছিল।

বলচেভিকসকলে সকলোৰে মাটি কাঢ়ি ল'ব বুলি কছাক নেতাসকলে প্ৰচাৰ চলাই ফুৰিছিল। কিন্তু বলচেভিকসকলে স্বাৰ্থহীনভাৱে যেতিয়া ঘোষণা কৰিলে যে কোনো কছাক সৈনিক আৰু গৰিবলোকৰ মাটি বাজেয়াপ্ত কৰা নহয়, তেতিয়া কছাকসকলৰ মাজত বিভাজন আৰু গভীৰ হৈ পৰিল।

কালাডিনে ডন অঞ্চলত স্বাধীন কছাক চৰকাৰ গঠনৰ ঘোষণা কৰাৰ পিছতেই এই অঞ্চলৰ পৰা চভিয়েটবোৰক উৎখাত কৰিবলৈ আৰম্ভ কৰিলে। কালাডিনৰ কছাক বাহিনীৰ লগত ঠায়ে ঠায়ে, বিশেষকৈ শ্ৰমিক প্ৰধান এলেকাবোৰত হোৱা সংঘৰ্ষত বহুতো বলচেভিক, চভিয়েট কৰ্মীৰ মৃত্যু হয় আৰু বাকীবোৰ উত্তৰলৈ পলাই যায়। মেনচেভিক আৰু অন্যান্য সমাজবাদী দলৰ প্ৰভাৱাধীন দক্ষিণৰ চাউনিবোৰৰ সেনাসকলে মূলতেই এই সংগ্ৰামত নিৰপেক্ষতাৰ ভূমিকা লয়। ডন অঞ্চলৰ পৰা চভিয়েট শক্তিক উৎখাত কৰি কালাডিন ৰুচ সেনাবাহিনীত থকা সমগ্ৰ কছাক গোটবোৰক ডন এলেকালৈ ঘূৰাই আনি এক

বিৰাট চভিয়েট বিৰোধী বাহিনী গঢ়ি তুলিছিল। অস্থায়ী চৰকাৰ, কেডেট দল আৰু অন্যান্য বিৰোধী শক্তিসমূহো ক্ৰমে আহি ডন অঞ্চলত জমা হ'লহি। জাৰৰ সেনাবাহিনীৰ বিষয়াবোৰো ইয়ালৈ আঁতৰি আহিল। চভিয়েট বিৰোধী জেনেৰেলবোৰ যেনে—কৰ্নিলভ, দেনিকিন, লুকম্‌স্কি আদিও নিজা সেনা-সামন্ত যি পাৰে লৈ ডনত হাজিৰ হ'লহি। নাভোচেৰ্কাস্কে নগৰত তেওঁলোকৰ চভিয়েট বিৰোধী ঘাটি গঢ়ি উঠিল।

বৃটিছ, ফ্ৰান্স আৰু আমেৰিকা চৰকাৰৰ প্ৰতিনিধিসকলো আহি ইয়াত হাজিৰ হ'লহি। তেওঁলোকে ভাবিছিল যে কালাডিনৰ নেতৃত্বত গোটখোৱা এই বিৰাট বাহিনীৰ সহায়েৰেই ৰাচিয়াত বিপ্লৱক ধ্বংস কৰি চভিয়েট চৰকাৰক ক্ষমতাচ্যুত কৰিব পৰা যাব। মিত্ৰ বাহিনীৰ তৰফৰ পৰা কালাডিনৰ বাবে প্ৰচুৰ অৰ্থসাহায্য আৰু অস্ত্ৰশস্ত্ৰৰ যোগান আহিবলৈ ধৰিলে। ইউক্ৰেনৰ ৰাডা আৰু জাৰ্মানসকলেও এই চৰকাৰৰ লগত যোগাযোগ আৰম্ভ কৰিলে। কালাডিনেও ৰাচিয়াৰ বিভিন্ন অঞ্চলত সিঁচৰতি হৈ থকা চভিয়েটবিৰোধী জেনেৰেলবোৰৰ লগত যোগাযোগ আৰম্ভ কৰি এক মিত্ৰজোট গঢ়ি তুলিবলৈ আৰম্ভ কৰিলে।

ইতিমধ্যে ডন অঞ্চলৰ ৰুস্তভ নগৰীত বলচেভিক আৰু বপ্লৱীসকলৰ নেতৃত্বত এক শক্তিশালী চভিয়েট শক্তি গঢ় লৈ উঠিছে। কালাডিনে ৰুস্তভৰ এই বলচেভিক কেন্দ্ৰটোকে তেওঁৰ আক্ৰমণৰ প্ৰধান লক্ষ্য কৰি ললে। ৰুস্তভত বলচেভিক নেতৃত্বত গঢ়ি উঠা শ্ৰমিক, ৰেডগাৰ্ড, কিছু কছাক আৰু ৰুচ পদাতিক বাহিনীক ধ্বংস কৰিব নোৱাৰালৈকে তেওঁ আগবাঢ়িব নোৱাৰে।

কালাডিনৰ আদেশ অনুসৰি তেওঁৰ অনুগত কছাকসকলে বিভিন্ন ঠাইত ঘাটি পাতি থকা ৰুচ সেনাবোৰক নিৰস্ত্ৰ কৰিবলৈ আৰম্ভ কৰিলে। গাঁও অঞ্চলত গঢ়ি উঠা চভিয়েটবোৰ ৰক্তাক্তভাৱে উৎখাত কৰা হ'ল, বলচেভিক সদস্যসকলক ধ'ৰতে পাই তত্তে গ্ৰেপ্তাৰ কৰা হ'ল আৰু বহুতকে গুলিয়াই হত্যা কৰা হ'ল। চাওঁতে চাওঁতে কালাডিনৰ কছাক বাহিনীয়ে চাৰিওফালৰ পৰা ৰুস্তভ নগৰী বেৰি ধৰিলেহি।

কালাডিনক দমন কৰিবলৈ চভিয়েট চৰকাৰেও ততাতৈয়াকৈ প্ৰস্তুতি হাতত লৈছিল। উত্তৰত কালাডিনৰ বিৰুদ্ধে এক সৈন্যবাহিনী সমাবেশিত কৰিবলৈ যত্ন কৰা হৈছিল আৰু ৰুস্তভ নগৰীলৈ যিমান পাৰি সাহায্য পঠিয়াবলৈ চেষ্টা কৰা হৈছিল। কিন্তু সেই সময়ত সমগ্ৰ ডন অঞ্চলত চভিয়েট শক্তি আৰু ফৌজবোৰ সংহত অৱস্থাত নাছিল, সৈন্যবল, অস্ত্ৰবল সকলো ফালৰপৰা তেওঁলোক আছিল দুৰ্বল।

এই কালাডিন বিৰোধী অভিযানত লেনিনে নিজেই প্ৰচণ্ড গুৰুত্ব দিছিল। তেওঁ কৈছিল যে কালাডিন আৰু দক্ষিণৰ বিদ্ৰোহীহঁতক যদি ধ্বংস কৰিব পৰা

নাথাকে, তেতিয়াহ'লে সমগ্ৰ বিপ্লৱেই ধ্বংস হৈ যাব। লেনিনৰ তত্ত্বাৱধানত সেয়ে সামৰিক আৰু ৰাজনৈতিক দুয়োদিশৰ পৰা কালাডিনৰ ওপৰত আক্ৰমণ চলাবলৈ প্ৰস্তুতি চলোৱা হৈছিল।

আনহাতে কালাডিনৰ কছাক বাহিনীয়ে সমগ্ৰ ডন অঞ্চল জুৰি চভিয়েটবোৰ উৎখাত কৰি ২৫ নবেম্বৰৰ দিনা ৰুস্তভ নগৰীৰ ওপৰত আক্ৰমণ আৰম্ভ কৰে। ৰুস্তভৰ প্ৰতিৰক্ষাত থকা দুৰ্বল লালফৌজ, ৰেডগাৰ্ড আৰু সশস্ত্ৰ শ্ৰমিকসকলে অমিত বিক্ৰমেৰে যুঁজি কালাডিনৰ এই প্ৰথম আক্ৰমণ কিন্তু ব্যৰ্থ কৰি দিয়ে। প্ৰথম যুঁজত হাৰি কালাডিনে নিজৰ কছাক বাহিনীক আকৌ প্ৰস্তুত কৰি এইবাৰ বিৰাট ফৌজেৰে আকৌ ৰুস্তভৰ ওপৰত আক্ৰমণ আৰম্ভ কৰে। এক প্ৰচণ্ড যুদ্ধত লালফৌজ আৰু লাল নাৱিক প্ৰতিৰক্ষাকাৰীসকলৰ গোলা-বাৰুদ শেষ হৈ যায়, তেওঁলোকে এইবাৰ হতাহতি যুঁজ আৰম্ভ কৰে। এই অৱস্থাত সুসজ্জিত কছাক ঘোঁৰাচোৱাৰী বাহিনীৰ আগত তেওঁলোক কিমান দেৰি তিষ্ঠিব। বাহিৰৰ পৰাও আহিব লগীয়া সাহায্য ইতিমধ্যে আহি নাপালেহি। ২ ডিচেম্বৰৰ দিনা কালাডিনৰ কছাকসকলে ৰুস্তভ নগৰী দখল কৰি লয়। সমগ্ৰ ডন অঞ্চলত চভিয়েট শক্তি নিঃশেষ হৈ যায়। কালাডিনৰ কছাক সেনাই এইবাৰ উত্তৰলৈ, মস্কো অভিমুখে অভিযান আৰম্ভ কৰে।

কালাডিনৰ কছাক, ইউক্ৰেনীয় ৰাডাৰ সেনা, ৰুমানীয় সীমান্তৰ বিদ্ৰোহী জেনেৰেল চেৰ্বাচেভৰ সেনাৰ এই আক্ৰমণ চভিয়েট ফৌজে প্ৰচণ্ডভাৱে বাধা দিবলৈ আৰম্ভ কৰে। ইয়াৰ লগে লগে চভিয়েট চৰকাৰে ডন অঞ্চলৰ জনগণৰ সমৰ্থন লাভ কৰিবলৈ এলানী ৰাজনৈতিক কাৰ্যসূচীও গ্ৰহণ কৰে। লেনিনৰ পৰামৰ্শত বলচেভিকসকলেও কছাকসকলৰ সমৰ্থন লাভ কৰিবৰ বাবে সচেতন প্ৰচেষ্টা হাতত ল'বলৈ আৰম্ভ কৰিলে।

সাংবাদিক জন ৰীডে এই বিষয়ে এটা সুন্দৰ ঘটনাৰ বৰ্ণনা কৰি গৈছে। নবেম্বৰ মাহত কছাকসকলৰ এক প্ৰতিনিধি দলে আহি ট্ৰট্‌স্কি আৰু লেনিনক লগ কৰি সুধিলে বলচেভিকসকলে কছাকসকলৰ মাটি-বাৰীবোৰ কাঢ়ি ৰাচিয়াৰ খেতিয়কসকলৰ মাজত ভগাই দিব বিচাৰিছে নেকি? ট্ৰট্‌স্কিয়ে কথাটো মিছা বুলি ক'লে। তেতিয়াহ'লে আপোনালোকে কছাক জমিদাৰহঁতৰ মাটিবোৰ বাজেয়াপ্ত কৰি কছাক খেতিয়কসকলৰ মাজত বিলাই দিবনেকি? লেনিনে ইয়াৰ উত্তৰত ক'লে, "সেইটো আপোনালোকৰ কাম। আমি কছাক খেতিয়কসকলক সহায় কৰিম। এই কাম কৰাৰ আটাইতকৈ ভাল উপায় হ'ল আপোনালোকে নিজৰ কছাক চভিয়েট গঢ়ি তোলক, আপোনালোকৰ প্ৰতিনিধিক চভিয়েটৰ কাৰ্যকৰী সমিতিত সুমুৱাই লোৱা হ'ব আৰু তেতিয়া চভিয়েট চৰকাৰখন আপোনাৰো চৰকাৰ হৈ পৰিব।" (পৃথিৱী কঁপোৱা দহটা দিন)

এই কথা-বাৰ্তাৰ পিছতেই ডনৰ উত্তৰ অঞ্চলৰ কছাকসকলৰ মাজত বিভাজন,

দ্রুত হৈ আছিল। জন ৰীডে লেখিছে যে যেতিয়া কছাক প্ৰতিনিধি এটাই কালাডিনক গৈ সুধিলে তেওঁ কছাক জমিদাৰহঁতৰ খাতৰোৰ দুখীয়া কছাকহঁতৰ মাজত বিলাই দিবনে নিদিয়ে, কালাডিনে ক'লে যে ই তেওঁৰ মৃতদেহৰ ওপৰেদি গৈহে সম্ভৱপৰ হ'ব। তাৰ পিছৰ পৰাই কালাডিনৰ কছাক বাহিনীৰ মাজত দ্রুত গৰা খহনীয়া আৰম্ভ হ'বলৈ ধৰে।

কছাকসকলক নিজৰ পক্ষলৈ আনিবলৈ চভিয়েট চৰকাৰে আৰু গুৰুত্বপূর্ণ কিছুমান পদক্ষেপ হাতত ললে। চভিয়েটৰ কংগ্রেছৰ নাম সলনি কৰি 'সৰ্ব ৰুচ শ্ৰমিক, কৃষক, কছাক আৰু সৈনিক প্ৰতিনিধিৰ চভিয়েটৰ কংগ্ৰেছ' কৰা হ'ল আৰু ইয়াত কছাক প্ৰতিনিধিত্বৰ ব্যৱস্থা কৰা হ'ল। কাৰ্যকৰী সমিতিতো তেওঁলোকৰ প্ৰতিনিধিৰ বাবে ঠাই উলিয়াই দিয়া হ'ল। ইয়াৰ পিছত চভিয়েট চৰকাৰে সকলো শ্ৰমজীৱি কছাকলৈ উদ্দেশ্য কৰি এক বিশেষ ডিক্রি বা অধ্যাদেশ প্ৰকাশ কৰিলে। ইয়াৰ জৰিয়তে চভিয়েট চৰকাৰে কছাকসকলৰ বাধ্যতামূলক সামৰিক সেৱা বাতিল কৰি দিলে, সেনাবাহিনীত কাম কৰা কছাকসকলক ঘোঁৰা, অস্ত্ৰ-শস্ত্ৰ আৰু ইউনিফৰ্ম যোগান ধৰাৰ প্ৰতিশ্ৰুতি দিলে ( আগেয়ে কছাকসকলে নিজৰ খৰচেৰে ইয়াক যোগাৰ কৰি ল'ব লাগিছিল ) আৰু কছাকসকলৰ মাটিৰ সমস্যা সমাধানৰ কথা দিলে।

এই পদক্ষেপবিলাকে ফল নিদিয়া নহয়। কছাকসকল বিভক্ত হৈ পৰিল। বহু কছাক সেনাই কালাডিনৰ বাহিনী এৰি নিজৰ নিজৰ গাঁৱলৈ, ঘৰলৈ আঁতৰি গ'ল। কিছুমানে আহি বলচেভিকসকলৰ লগত যোগ দিলেহি। চাওঁতে চাওঁতে কালাডিনৰ সমৰ্থন কমি আহিল। বিভিন্ন কাৰণত ডন অঞ্চলৰ কছাকসকলে ইয়াৰ পিছতো যদিও ডেনিকেন, ৰেংগল আদি প্ৰতিবিপ্লৱী সেনানায়কসকলৰ শ্বেত ফৌজত গৃহযুদ্ধৰ অন্তপৰালৈকে জড়িত হৈ থাকি গৈছিল ; কালাডিনৰ এই প্ৰাথমিক কছাক বিদ্ৰোহৰ প্ৰতি তেতিয়া কিন্তু কছাক সমৰ্থন কমি আহিছিল।

চভিয়েট বাহিনীয়ে ইতিমধ্যে প্ৰতি আক্ৰমণৰ বাবে শক্তি সংগ্ৰহ কৰিছিল। কামান, বৰতোপ, অশ্বাৰোহী বাহিনী আৰু বৰ্মসজ্জিত ৰেল-গাড়ীৰ এটা সেনা-বাহিনী কালাডিনৰ বিৰুদ্ধে যুদ্ধ যাত্ৰাৰ বাবে সাজু কৰা হৈছিল। জানুৱাৰী মাহৰ ১৫ তাৰিখে এই চভিয়েট বাহিনীয়ে ডন অভিযান আৰম্ভ কৰিছিল। তেওঁলোকৰ এই অভিযানত ডন অঞ্চলৰ কছাকসকলৰ মাজত ভাঙোন, কালাডিন বিৰোধী মনোভাৱৰ দ্রুত বিস্তাৰ, জনগণৰ ব্যাপক অসন্তোষ আৰু আত্মগোপন কৰি কালাডিনৰ বিৰুদ্ধে যুদ্ধ চলাই থকা ডনৰ শ্ৰমিক, ৰেডগাৰ্ড আৰু কছাক-সকলৰ গোটবোৰে বিৰাট সহায় কৰিছিল।

চভিয়েট বাহিনীয়ে ক্ৰমে ডন অঞ্চলৰ অভ্যন্তৰলৈ সোমাই আহিল। এটাৰ পিছত এটাকৈ বিভিন্ন ঘাটিবোৰ দখল কৰি ল'বলৈ ধৰিলে। ইতিমধ্যে ডন

অঞ্চলত সাধাৰণ কজাক খেতিয়ক আৰু সৈনিকসকলৰ মাজৰ অসন্তোষও বাঢ়ি আহিল। জানুৱাৰী মাহৰ শেষৰ ফাললৈ লালফৌজে কালাডিনৰ কজাক বাহিনীক উত্তৰৰ ৰণাঙ্গনত থান্-বান্ কৰি পেলালে। দলে দলে কজাক সেনা গাঁৱলৈ ঘূৰি যাবলৈ আৰম্ভ কৰিলে। কালাডিনৰ অভিযান ধ্বংস হৈ গ'ল। উপায়ন্তৰ হৈ কালাডিনে আত্মহত্যা কৰিলে। ইয়াৰ পিছতেই ফেব্ৰুৱাৰীৰ ২৪-২৫-ত লালফৌজে ৰস্তভ নগৰী আৰু নভোচেৰ্কাস্কে মুক্ত কৰিলে। ইয়াৰ পিছত কুবান, ইউৰাল আৰু মধ্য এচিয়াতো লালফৌজে সামৰিক বিজয় লাভ কৰিলে।

কিন্তু, কালাডিনৰ প্ৰচেষ্টা ধ্বংস কৰিলেও লালফৌজে দক্ষিণ ৰাচিয়া আৰু ডন অঞ্চলৰ পৰা সকলো প্ৰতিবিপ্লৱী ঘাটি উৎখাত কৰিবলৈ সক্ষম নহ'ল। এইবাৰ বিদেশী শক্তিসমূহ প্ৰত্যক্ষভাৱে যুদ্ধক্ষেত্ৰত নামি পৰিল। দক্ষিণত তেতিয়াও অস্থায়ী চৰকাৰৰ সদস্যসকল, কাডেট আৰু জেনেৰেলসকল আছেই, বিদেশী শক্তিবোৰে এইবাৰ তেওঁলোকক সক্ৰিয়ভাৱে সহায় কৰিবলৈ ধৰিলে। ডন অঞ্চলৰ গৃহযুদ্ধ শেষ নহ'ল, বৰঞ্চ বিদেশী হস্তক্ষেপত ই আকৌ মূৰ দাঙি উঠিল।

এই সময়ত দেশত এক নতুন ৰাজনৈতিক সংকটৰ সৃষ্টি হ'ল।

চচিয়েল ৰিভলিউচনেৰী গোটটোৱে এইবাৰ মুকলি বিদ্ৰোহ আৰম্ভ কৰিলে।

বহু দিনৰ পৰাই, দৰাচলতে অক্টোবৰ বিপ্লৱৰ আগৰ পৰাই, বিভিন্ন ৰাজনৈতিক প্ৰশ্নত বলচেভিকসকলৰ লগত এই চচিয়েল ৰিভলিউচনেৰী সকলৰ সংঘাট চলি আহিছিল। শেহতীয়াকৈ সাংবিধানিক সভা বা কনষ্টিটিৱেণ্ট এচেম্বলী খন জোৰকৈ ভাঙি দিয়া (এই বিষয়ে আগতে কৈ অহা হৈছেই) আৰু ব্ৰেষ্ট লিট্‌ভস্ক শান্তি স্থাপনৰ প্ৰশ্নটোত দুই দলৰ মাজত বিভেদ বাঢ়ি আহে। চভিয়েট চৰকাৰত অংশলোৱা বাম চচিয়েল ৰিভলিউচনেৰী গোটটোৱেও জাৰ্মান চৰ্ত মানি লৈ এখন অপমানজনক শান্তি চুক্তি সম্পাদন কৰাৰ ঘোৰ বিৰোধিতা কৰিছিল। তেওঁলোকে এনে চুক্তি সম্পাদনৰ পৰিবৰ্তে এক জাতীয় দেশপ্ৰেমিক যুদ্ধ গঢ়ি তোলাৰ পৃষ্ঠপোষকতা কৰিছিল। কিন্তু তেওঁলোকৰ বিৰোধীতা সফল নোহোৱাত তেওঁলোকে চভিয়েট চৰকাৰ আৰু বলচেভিক দলৰ সংস্পৰ্শৰ পৰা সম্পূৰ্ণভাৱে আঁতৰি আহিল।

সামগ্ৰিকভাৱে চচিয়েল ৰিভলিউচনেৰীসকলৰ মূল সমৰ্থন আছিল ৰাচিয়াৰ বিশাল গাঁও অঞ্চলৰ খেতিয়কসকলৰ মাজত। খেতিয়কসকলৰ সমৰ্থন আদায় কৰিবৰ কাৰণে তেওঁলোকে খেতিয়কক মাটি দিয়াৰ ওপৰত ভিত্তি কৰি এখন ব্যাপক কৃষি কাৰ্যসূচী প্ৰস্তুত কৰি উলিয়াইছিল। তেওঁলোকৰ এই কৃষক কেন্দ্ৰীক পেটিবুৰ্জোৱা ৰাজনৈতিক দৰ্শন তথা মানসিকতাৰ লগত বলচেভিক সকলৰ শ্ৰমিক শ্ৰেণীৰ নেতৃত্বত চৰকাৰ গঠন, সমাজবাদ প্ৰতিষ্ঠা আৰু কমাহীন

গৃহযুদ্ধৰ জৰিয়তে দেশৰ বৈপ্লৱিক ৰূপান্তৰৰ ৰাজনৈতিক কাৰ্যসূচীৰ সংঘাত আৰম্ভ হ'ল। যেতিয়া বিপ্লৱৰ পাছত দেশৰ মাটি, বিশেষকৈ জমিদাৰহঁতৰ বৃহৎ খাজ-পামবোৰ বাজেয়াপ্ত কৰি লোৱাৰ পাছত কৃষকৰ মাজত ভগাই দিয়াৰ পৰিবৰ্তে এই ভূ-সম্পত্তি ৰাষ্ট্ৰৰ মালিকানাধীনলৈ অনা হ'ল, ৰাষ্ট্ৰীয় কৃষি পাম গঢ়ি তোলাৰ কাৰ্যসূচী লোৱা হ'ল আৰু বাদবাকী খেতিয়কসকলৰ উৎপাদনৰ বাহী হোৱা অংশ গৃহযুদ্ধৰ সেই বিষম পৰিস্থিতিত বাধ্যতামূলকভাৱে ৰাষ্ট্ৰই অধিগ্ৰহণ কৰি ললে, তেতিয়া গাঁও অঞ্চলৰ খেতিয়কসকল—বিশেষকৈ ধনী খেতিয়কসকলৰ মাজত অসন্তোষ বাঢ়ি আহিল (গৃহযুদ্ধৰ সময়ত দেশত, বিশেষকৈ চহৰ অঞ্চলত আকাল ৰোধ কৰিবৰ বাবে আৰু যুদ্ধৰত চভিয়েট সৈনিক-সকলক খাদ্য-পাতিৰ যোগান ধৰিবলৈ এনেদৰে বাধ্যতামূলকভাৱে শস্য অধিগ্ৰহণৰ পদক্ষেপ ল'বলৈ চভিয়েট চৰকাৰ বাধ্য হৈছিল। এই কঠোৰ অৰ্থনৈতিক কাৰ্যসূচীকে ঐতিহাসিকসকলে 'ৱাৰ' যুদ্ধকালিন কমিউনিজম আখ্যা দিছে। (এই বিষয়ে পৰৱৰ্তী অংশত আলোচনা কৰা হৈছে)। কিন্তু, এনে কাৰ্যকলাপৰ ফলত গাঁৱৰ কৃষকসকলৰ মাজত দেখা দিয়া স্বাভাৱিক অসন্তোষে কৃষকসকলৰ মাজত চচিয়েল ৰিভলিউচনেৰী দলৰ স্থিতি আৰু শক্তিৰ প্ৰতিয়েই প্ৰচণ্ড প্ৰত্যাহ্বানৰ সৃষ্টি কৰিলে। চচিয়েল ৰিভলিউচনেৰী দলে এইবাৰ কৃষক অসন্তোষৰ কাৰণে আৰু ইয়াক কামত লগাই বলচেভিক চৰকাৰৰ বিৰুদ্ধাচৰণ আৰম্ভ কৰিলে।

কেৰেনস্কিৰ চৰকাৰৰ যুদ্ধমন্ত্ৰী বৰিচ চেভিনকভে চচিয়েল ৰিভলিউচনেৰী দলৰ সোঁপন্থী গোটটোৰ নেতৃত্ব দি সমগ্ৰ দেশ জুৰি দেশপ্ৰেমিক আৰু বলচেভিক বিৰোধী এক আন্দোলনৰ সূত্ৰপাত কৰিলে। এই দলৰ নেতৃত্বত এলানী পোতাঘাটমূলক কাৰ্যকলাপৰ আৰম্ভ হ'ল। ব্ৰেষ্ট লিটভস্ক শান্তি চুক্তি বানচাল কৰি দিবৰ বাবে মস্কোত থকা জাৰ্মান ৰাষ্ট্ৰদূত কাউণ্ট উইলহেল্ম ফন মিৰবাখহাৰিকক হত্যা কৰাৰ প্ৰচেষ্টা লোৱা হ'ল। লগতে ৰাচিয়াৰ পৰা জাৰ্মানীলৈ খাদ্য-পাতিৰে বোজাই হৈ যোৱা ৰেলবোৰ বগৰোৱা, ভঁৰালবোৰ বমা দি উৰুৱাই দিয়া আদি কামবোৰ আৰম্ভ কৰা হ'ল। তেওঁলোকে ভাবিছিল যে এই কামবোৰৰ জৰিয়তে তেওঁলোকে ৰুচ-জাৰ্মান শান্তি চুক্তি বানচাল কৰি দিব পাৰিব। বৃটিশ, ফ্ৰান্স আদি মিত্ৰবাহিনীৰ প্ৰতিনিধিসকলে তেওঁলোকৰ এই কাম-কাজত স্বাভাৱিকতেই অতি উৎসাহেৰে উদ্‌গনী যোগালে।

এইবোৰ প্ৰচেষ্টাত বৰ এটা সফল হ'ব নোৱাৰি চেভিনকভৰ নেতৃত্বত চচিয়েল ৰিভলিউচনেৰীসকলে গাঁও অঞ্চলত খেতিয়ক সকলৰ মাজত অভ্যুত্থান সংগঠিত কৰিবলৈ চেষ্টা কৰিলে। এওঁলোকে এনেদৰে এটা সেনা-বাহিনী গোটাই এইবাৰ সশস্ত্ৰ অভ্যুত্থান ঘটাবলৈ চালে। চেভিনকভৰ সেনাই ৰাজধানী মস্কোৰ উত্তৰে অৱস্থিত গুৰুত্বপূৰ্ণ চহৰ য়াৰস্লাভ দখল কৰি ললে। কিন্তু এই চহৰক কেন্দ্ৰ

কৰি এক সমগ্ৰ বলচেভিক বিৰোধী ঘাটি নিৰ্মাণৰ প্ৰচেষ্টা সফল নহ'ল, মস্কো আৰু পেট্ৰগ্ৰাড নগৰীৰ পৰা লালফৌজৰ সেনাই আহি দুসপ্তাহৰ ভিতৰতেই এই চহৰ পুনৰ দখল কৰি ললে। চচিয়েল বিভলিউচনেৰী দলৰ সশস্ত্ৰ বিদ্ৰোহৰ প্ৰচেষ্টাৰ অন্ত পৰিলে যদিও বিচ্ছিন্ন সোতাঁবাটমূলক কাৰ্যকলাপ, গুপ্তহত্যা আদিৰ দিঘলীয়া পৰ্ব এটাৰ সূত্ৰপাত হ'ল।

চচিয়েল বিভলিউচনেৰীসকলক দমন কৰাৰ মাজেৰে ৰাচিয়াৰ গৃহযুদ্ধত ৰাজনৈতিক সন্ত্ৰাসবাদ আৰু ৰাষ্ট্ৰৰ প্ৰতিসন্ত্ৰাসৰ এক দুখীয়া অধ্যায়ৰ সূত্ৰপাত হ'ল। ইতিমধ্যেই 'চেকা'ৰ নামেৰে এটা পুলিচ চোৰাংচোৱা সংস্থা গঢ়ি তোলাৰ কথা কৈ অহা হৈছেই, এইবাৰ এই চোৰাংচোৱা সংস্থাৰ গোপন কাম-কাজ আৰু ৰাষ্ট্ৰ সন্ত্ৰাসৰ মাত্ৰা বাঢ়ি আহিল।

বলচেভিক নেতৃত্বত চভিয়েট চৰকাৰে প্ৰতিবিপ্লৱী কেন্দ্ৰবোৰ ধ্বংস কৰি অহাৰ সময়তেই ৰাচিয়াত বিদেশী শক্তিৰ প্ৰত্যক্ষ সামৰিক হস্তক্ষেপ আৰম্ভ হৈ যায়। চভিয়েট বিৰোধী শক্তিবোৰক সহায় কৰিবৰ বাবে এইবাৰ মিত্ৰ শক্তিয়ে সেনা-সামন্ত লৈ মুকলিকৈয়ে নামি পৰিল। কোনো ধৰণৰ যুদ্ধঘোষণা নকৰাকৈয়েই তেওঁলোকে চভিয়েট চৰকাৰৰ বিৰুদ্ধে যুদ্ধ আৰম্ভ কৰিলে। ১৯১৮ চনৰ ১৬ মাৰ্চৰ দিনা বৃটিছ আৰু ফৰাচী সেনাই উত্তৰ ৰাচিয়াৰ মুৰমানস্ক অঞ্চলত অৱতৰণ কৰিলে। দুমাহৰ ভিতৰতে আমেৰিকাৰ সেনাও আহি এওঁলোকৰ লগ লাগিলাহি। এই বিদেশী সেনাবাহিনীৰ লগত স্থানীয় বিষয়া আৰু নেতাসকলে সক্ৰিয় সহযোগিতা আৰম্ভ কৰি দিলে।

ইয়াৰ পিছৰ মাহতেই ৰাচিয়াৰ পূব সীমান্তৰ ভ্লাডিভষ্টক পোতাশ্ৰয়ত ফৰাচী আৰু বৃটিছ সেনাই অৱতৰণ কৰিলে। ইয়াতো মাৰ্কিন সেনা পিছত আহি সোমালহি আৰু এওঁলোকে বন্দৰকে ধৰি প্ৰিমৰিয়া অঞ্চল দখল কৰি ললে। ইয়াতো ক্ৰমে বিদেশী সেনাৰ সাহাৰ্যত এক প্ৰতিবিপ্লৱী চৰকাৰ গঢ়ি তোলাৰ প্ৰচেষ্টা আৰম্ভ হ'ল। আগষ্ট মাহলৈ আৰ্কএঞ্জেলতো বিদেশী সেনা সোমালহি আৰু স্থানীয় চভিয়েটৰ নেতা চাইকভস্কিৰ সহায়ত আৰু এক চৰকাৰ গঢ়ি তুলিলে। বিদেশী শক্তিবোৰে কাজাভিনৰ পতনৰ পাছত দক্ষিণ ৰাচিয়াত ডেনিকেন আৰু চাইবেৰিয়াত বেগল নামৰ সামৰিক নেতা দুজনক সহায় কৰা আৰম্ভ কৰিলে।

ঠিক এনে সময়তে সমগ্ৰ ৰাচিয়াক আৰু এক বিদ্ৰোহে কঁপাই তুলিলে। ই হ'ল বিখ্যাত চেক্ সেনাবাহিনীৰ বিদ্ৰোহ।

প্ৰথম মহাসমৰত বহুত সেনাৰ হাতত অষ্ট্ৰিয়া-হাংগেৰীৰ সেনা বাহিনীত কাম কৰা বহু হাজাৰ চেকোশ্লোভাক সৈনিক বন্দী হৈছিল। বহু হাজাৰ চেক্ সৈনিক আৰু বিষয়াই নিজৰ পক্ষ পৰিত্যাগ কৰিও ৰাচিয়াৰ কাষলৈ গুচি আহিছিল। এই সেনানায়ক আৰু যোদ্ধাসকলক জাৰতন্ত্ৰী ৰাচিয়াই বিশেষ

সা-সুবিধা দি এটা সুসজ্জিত চেক বাহিনী হিচাপে গঢ়ি তুলিছিল। অষ্ট্ৰিয়া সাম্ৰাজ্যৰ পৰা চেকোশ্লোভাকিয়াক স্বাধীন কৰিবৰ বাবে এই বাহিনী প্ৰস্তুত কৰা হৈছিল। জাৰতন্ত্ৰী ৰাচিয়া ধ্বংস হৈ যোৱাৰ পাছত এই চেক বাহিনীটো এটা সুসজ্জিত বাহিনী হিচাপে ৰৈ গৈছিল। মিত্ৰবাহিনীয়ে এই সেনাসকলক পূব দিশেদি, প্ৰায় পৃথিৱীখন ঘূৰাই পশ্চিম ইউৰোপৰ ৰণাঙ্গনলৈ লৈ আহিব বিচাৰিছিল। ১৯১৮ চনৰ মাৰ্চ মাহত চভিয়েট চৰকাৰেও এই প্ৰস্তাৱৰ প্ৰতি সমৰ্থন জনাইছিল আৰু ৰাচিয়াৰ মাজেদি যেনেয়ে এই বিৰাট বাহিনীটোক ব্লাডিভষ্টক পোতাশ্ৰয়লৈ যাবলৈ সুবিধা কৰি দিবলৈ গান্ত লৈছিল। মে' মাহৰ পৰা এই চেক সেনাবাহিনী ৰেলপথেৰে কাজানৰ পৰা ব্লাডিভষ্টকলৈ যাবলৈ আৰম্ভ কৰিলে। চাওঁতে চাওঁতে ৫০০০ মাইল (৮০০০ কিলোমিটাৰ) জোৰা এই সুদীৰ্ঘ ৰেল পথটোত এই চেক সেনাবাহিনী সিঁচৰতি হৈ পৰিল। বাটত ৰচদ-পাতিৰ যোগান আৰু নিজৰ ৰেলবোৰ আগতীয়াকৈ পাৰ কৰি নিয়াৰ প্ৰসংগ লৈ স্থানীয় চভিয়েটবোৰৰ লগত এই সেনাবাহিনীৰ খকাখুন্দা লাগিবলৈ আৰম্ভ কৰিলে। ৰেলপথত উত্তেজনা বিয়পি পৰিল। ইয়াৰ মাজতে নানা তৰহৰ উৰা বাতৰিয়ে চেক সেনাসকলক উত্তেজিতো কৰি তুলিলে। বিদেশী চোৰাংচোৱা বোৰে নানাতৰহৰ গুজব ৰটনা কৰি সাধাৰণ চেক সৈনিকসকলক বিভ্ৰান্ত কৰি তুলিলে। মাজতে ওলাল যে চভিয়েট চৰকাৰে এইবাৰ চেক সেনাসকলক অষ্ট্ৰিয়া-জাৰ্মানীৰ হাতত প্ৰত্যাৰ্পণ কৰিব। এনে সময়তে (১৪ মে'ৰ দিনা) চেক সেনাবাহিনীৰ এটা দলে এদল যুদ্ধবন্দী অষ্ট্ৰ-জাৰ্মান সেনাক ব্ৰেষ্ট চুক্তিৰ অধীনত জাৰ্মানিলৈ ঘূৰাই পঠোৱা পালে। লগে লগে গণ্ডগোল আৰম্ভ হৈ গ'ল। প্ৰথমে কথা কটাকটি, তাৰ পিছত হতাহতি আৰু শেষত গুলিয়াগুলি আৰম্ভ হ'ল। এই ৰক্তপাতত বহুতো স্থানীয় চভিয়েট ৰেডগাৰ্ডো আহত আৰু নিহত হ'ল।

চেকসকলক ৰাচিয়াৰ মাজেৰে ব্লাডিভষ্টকলৈ যাবলৈ দিয়াৰ যি বুজাবুজি হৈছিল সেইমতে চেক সেনাসকলে নিজৰ হাতৰ অস্ত্ৰ-শস্ত্ৰ চভিয়েট সেনাৰ হাতত দি থৈ যোৱাৰ কথা আছিল। এই সংঘৰ্ষৰ পাছতেই চভিয়েট চৰকাৰে চেক বাহিনীক অস্ত্ৰ-শস্ত্ৰ শোধাই দিবলৈ নিৰ্দেশ দিলে। চেক সেনানায়কসকলে এই কাম কৰিবলৈ অসম্মত হ'ল। ২৯ মে'ৰ দিনা চভিয়েট সেনাই তেওঁলোকক নিৰস্ত্ৰ কৰিবলৈ চেষ্টা কৰোঁতে চেক সেনাই বাধা দিলে। জুন মাহলৈ সমগ্ৰ ট্ৰান্স-চাইবেৰীয় ৰেলপথ জুৰি চেক সেনা আৰু চভিয়েট বাহিনীৰ মাজত মুকলি সংঘৰ্ষ আৰম্ভ হৈ গ'ল। এই সুশিক্ষিত সশস্ত্ৰ বাহিনীক বাধা দিবলৈ স্থানীয় চভিয়েটবোৰ অপাৰগ হৈ পৰিল।

জুন মাহৰ শেষৰ ফালে ব্লাডিভষ্টকত চেক সেনা সকলে স্থানীয় চভিয়েটৰ উৎখাত কৰিলে আৰু এক প্ৰতিবিপ্লৱী চৰকাৰ প্ৰতিষ্ঠা কৰিলে। ইয়াৰ এমাহৰ

ভিতৰতে, ৩১ জুলাইলৈ সমগ্ৰ চাইবেৰিয়াতে চেক্ বাহিনীয়ে চভিয়েট ক্ষমতা উৎখাত কৰি পেলালে।

বিদেশী শক্তিবোৰে এই চেক্ বিদ্ৰোহৰ প্ৰতি আকুণ্ঠ সমৰ্থন জনালে। চভিয়েট ক্ষমতা ধ্বংস কৰাৰ বাবে তেওঁলোকে এক নতুন হাতিয়াৰ পালে।

চেক্ সেনানায়কসকলক লক্ষ লক্ষ ডলাৰ সাহায্য দিয়া হ'ল। বলচেভিক লালফৌজ সমগ্ৰ চাইবেৰিয়া জুৰি এই চেক্ বাহিনীৰ বিৰুদ্ধে মৰণপণ সংগ্ৰামত লিপ্ত হৈ পৰিল। সুসংগঠিত চেক্ বাহিনীয়ে এইবাৰ পূবৰ চাইবেৰিয়াৰ পৰা পশ্চিম মুখী অভিযান আৰম্ভ কৰিলে। ৰাচিয়াৰ বক্ষস্থলৰ পৰা চভিয়েট চৰকাৰক উৎখাত কৰাই তেওঁলোকৰ লক্ষ্য হৈ পৰিল। দুৰ্বল চভিয়েট বাহিনীক উৎখাত কৰি তেওঁলোকে চাইবেৰিয়া আৰু উত্তৰ ভল্গা অঞ্চলৰ সমগ্ৰ গুৰুত্বপূৰ্ণ চহৰবোৰ দখল কৰি ললে আৰু চাইবেৰিয়াত বিভিন্ন চভিয়েট বিৰোধী চৰকাৰ-বোৰ গঠন কৰাত ইন্ধন যোগালে। ইউৰাল পৰ্বতমালাৰ পশ্চিম অংশত কাৰ্যকৰী চভিয়েট চৰকাৰ নাইকিয়াই হৈ গ'ল। এই অংশত চেক্ বাহিনীক লৈ বিদেশী সাহায্যত এডমিৰেল কলচাকে এক বিৰাট শ্বেতৰক্ষী ফৌজ গঢ়ি তুলিলে। এই ফৌজটোৱে এইবাৰ পূবলৈ গতি কৰিবলৈ আৰম্ভ কৰিলে।

ইতিমধ্যে ডন অঞ্চলত, ইউক্ৰেনত, পূবৰ ইষ্টনিয়াতো চভিয়েটবিৰোধী সংগঠনবোৰ গঢ়ি উঠিল। বিদেশী শক্তিবোৰে এই আটাইবোৰ প্ৰচেষ্টাকে বিভিন্ন ধৰণে সহায় কৰিবলৈ ধৰিলে। ৰাচিয়াৰ বিভিন্ন ঠাইত বিদেশী শক্তিৰ সহায়ত গঢ়ি উঠা প্ৰতিবিপ্লৱী কেন্দ্ৰবোৰৰ ভিতৰত চাইবেৰিয়াৰ এডমিৰেল কলচাক, ডন অঞ্চলৰ জেনেৰেল ডেনিকেন, ইষ্টনিয়াত জেনেৰেল যুডেনিচ আৰু কুবান অঞ্চলত ড্ৰুটভৰ কছাক বিদ্ৰোহেই আছিল প্ৰধান। আৰু এই আটাইবোৰৰ লগত সংযোগসূত্ৰৰ দৰে চেক্ সেনাসকল আছেই। বলচেভিক নেতৃত্বাধীন চভিয়েট চৰকাৰ আকৌ এবাৰ চৌদিশৰ পৰা অৱৰুদ্ধ হৈ পৰিল।

# ২১

## আত্মনিয়ন্ত্ৰণ আৰু জাতিসমস্যা সমাধানৰ প্ৰসংগ-২
## বায়াল'ৰুচিয়া, লিথুৱানীয়া, লাটাভিয়া আৰু ইষ্টানিয়া



● বলচেভিক জাতিসংক্ৰান্তীয় নীতিৰ প্ৰয়োগ ঃ দূৰদৰ্শিতা আৰু দুৰ্বলতা ● বায়াল'ৰুচিয়াৰ প্ৰসংগ ● লিথুৱানীয়াৰ প্ৰসংগ ● লাটভিয়াৰ সমস্যা ● ইষ্টোনিয়া।

টীকা আর প্রসংগ ঃ


1. Carr, E. H. The Bolshevik Revolution. Penguin, London. Vol I & Vol III.
2. অক্টোবর সমাজতান্ত্রিক মহাবিপ্লব ঃ প্রগতি প্রকাশন, মস্কো, ( বাংলা )
3. Encyclopedia Brittanica. Vol-19. Chicago.
4. Nanerkov, A., The Illustrated History of the Great October Socialist Revolution. Progress Publishers. Moscow.

এইবাৰ আমি আকৌ আত্মনিয়ন্ত্ৰণৰ প্ৰসংগলৈ উভটি যাওঁ।

গৃহযুদ্ধৰ প্ৰসংগৰ লগত আত্মনিয়ন্ত্ৰণৰ প্ৰশ্নটো বৰ নিবিড়ভাৱে জড়িত। দৰাচলতে বহুজাতিক ৰাচিয়াৰ বিশাল অনা ৰুচ জাতিসমূহ অধ্যুষিত এলেকাত জাতীয় প্ৰশ্নবোৰ সমাধানৰ বাবে পদক্ষেপ নোলোৱাকৈ বিপ্লৱৰ বিস্তাৰ সম্ভৱপৰ হোৱা নাছিল। পুৰণা সমাজব্যৱস্থাক উৎখাত কৰি চভিয়েট শক্তি প্ৰতিষ্ঠা কৰোঁতে আৰু প্ৰতিষ্ঠা কৰাৰ পাছত ইয়াক ধৰি ৰখাৰ বেলিকাও জাতীয় প্ৰশ্নবোৰৰ মোকাবিলা কৰিব লগীয়া হৈছিল। গৃহযুদ্ধৰ কালছোৱাত, প্ৰতিবিপ্লৱী শক্তিবোৰ তথা বিদেশী হস্তক্ষেপকাৰীহঁতে বিভিন্ন অনাৰুচ জাতিৰ বুৰ্জোৱা আৰু জমিদাৰ সকলৰ লগ লাগি চভিয়েট বিৰোধী শিবিৰ গঠনৰ চেষ্টা চলাইছিল। এইক্ষেত্ৰতো বলচেভিকসকলে জাতীয় প্ৰশ্নবোৰৰ সম্মুখীন হ'ব লগীয়া হৈছিল।

এনে পৰিস্থিতিত বলচেভিক দলে গ্ৰহণ কৰা জাতি সমস্যা সংক্ৰান্তীয় নীতিবোৰৰ দূৰদৰ্শিতা আৰু কাৰ্যকাৰিতা প্ৰমাণিত হৈছিল।

বলচেভিকসকলে সকলো জাতিৰ আত্মনিয়ন্ত্ৰণ তথা বিচ্ছিন্ন হৈ স্বাধীন ৰাষ্ট্ৰ গঠনৰ অধিকাৰ নীতিগতভাৱে মানি লৈছিল। আনকি বহু জাতি, যিবোৰক জাৰ শাসনে জোৰকৈ ৰাচিয়াৰ ভিতৰত সুমুৱাই লৈছিল, তেনে জাতিবোৰৰ স্বাধীন ৰাষ্ট্ৰ গঠনৰ অধিকাৰ চভিয়েট চৰকাৰে বাস্তৱিকতেই বিনাদ্বিধাই মানি লৈছিল। পোলেণ্ড, ফিনলেণ্ড এনেদৰে স্বাধীন হৈ গৈছিল। ইয়াৰ বাহিৰেও ইউক্ৰেনীয়, বায়েলৰুচ আৰু অন্যান্য জাতিবোৰ, যিবোৰ ৰুচ জাতিৰ লগত অতি নিকট সম্পৰ্কৰে আবদ্ধ, সেইবোৰৰো স্বাধীনতাৰ অধিকাৰ নীতিগতভাৱে মানি লোৱা হৈছিল। এনে জাতিবোৰৰ ক্ষেত্ৰত ঠায়ে ঠায়ে বুৰ্জোৱা আৰু ঠায়ে ঠায়ে চভিয়েট সমাজবাদী প্ৰজাতন্ত্ৰ গঠন হৈছিল। গৃহযুদ্ধৰ উত্থান পতনত কেতিয়াবা বুৰ্জোৱা চৰকাৰ আকৌ কেতিয়াবা চভিয়েট-চৰকাৰৰো পতন ঘটিছিল। এই সমগ্ৰ প্ৰক্ৰিয়াটোৰ মাজেৰে লেনিনৰ নীতি অনুযায়ী সকলোজাতিৰ স্বাধীনতাৰ অধিকাৰ মানি লোৱা হৈছিল আৰু একেসময়তে সমানতাৰ ভিত্তিত এখন বহুজাতিক ফেডাৰেল ৰাষ্ট্ৰব্যৱস্থাত বিভিন্ন জাতিসমূহৰ স্বেচ্ছাকৃত সম্মিলনৰ প্ৰক্ৰিয়াটোও চলিছিল।

এই স্বেচ্ছাকৃত সম্মিলনৰ বাবে উপযুক্ত পৰিৱেশ সৃষ্টি হৈছিল একমাত্ৰ জাতিসমূহৰ আত্মনিয়ন্ত্ৰণ তথা বিচ্ছিন্নতাৰ অধিকাৰ মানি লোৱাৰ জৰিয়তেহে।

বলচেভিকসকলৰ জাতিসমস্যা সমাধানৰ এই প্ৰচেষ্টা যে সদায় নিভুৰ্ল বা শান্তিপূৰ্ণভাৱে হৈছিল তেনে নহয়। নতুন, অভিনৱ নীতি কিছুমান বাস্তৱত ৰূপায়ণ কৰিবলৈ যাওঁতে নানাতৰহৰ ভুল-ভ্ৰান্তি স্বাভাৱিকতেই হৈছিল। কেতিয়াবা অপ্ৰয়োজনীয় কঠোৰতা আকৌ কেতিয়াবা নীতিৰ যান্ত্ৰিক ৰূপায়ণৰ ফলত আত্মনিয়ন্ত্ৰণৰ দাবি উত্থাপন নকৰা জাতি এটাকো জোৰ কৰিয়েই স্বাধীনতা

দিয়াৰ নিছিনা কথা-কাণ্ডও সংঘটিত হৈছিল ( বায়াল'ৰুচিয়াৰ ক্ষেত্ৰতে এনে হৈছিল )। কিন্তু মূল নীতিৰ দিগ-দৰ্শন আৰু বিজ্ঞানসন্মত হোৱাৰ বাবে অতি কমসময়ৰ ভিতৰতেই বিপ্লৱ আৰু গৃহযুদ্ধৰ প্ৰচণ্ড ধুমুহা অতিক্ৰম কৰিও বলচেভিকসকলে জাৰ সাম্ৰাজ্যৰ অধীনত থকা প্ৰায় আটাইবোৰ জাতি, জাতিসত্তা আৰু সংখ্যালঘুগোটক সামৰিলৈ এখন ফেডাৰেল আৰ্হিৰ বহুজাতিক ৰাষ্ট্ৰ গঠনত সফলকাম হৈছিল।

লেনিন আৰু ষ্টেলিনৰ জাতি সম্পৰ্কীয় নীতিবোৰৰ ঐতিহাসিক শুদ্ধতা আৰু ব্যৱহাৰিকতাৰ ইয়েই আটাইতকৈ ডাঙৰ প্ৰমাণ। আজি পুৰণা চভিয়েট ইউনিয়ন ভাঙি পৰিলেও এই নীতি আৰু আদৰ্শবোৰ অকামিলা হৈ যোৱা নাই।

এইবাৰ আমি বায়াল'ৰুচিয়া আৰু বাল্টিক সাগৰীয় দেশ কেইখনত বলচেভিক আত্মনিয়ন্ত্ৰণৰ নীতিৰ প্ৰয়োগ, ফলাফল আৰু গৃহযুদ্ধৰ ঘটনাৱলী নিৰীক্ষণ কৰোঁ।

বায়াল'ৰুচ বা শ্বেতৰুচসকল আছিল ৰাচিয়াৰ বৃহৎ শ্লাভজাতিৰ প্ৰধান তিনটা ঠালৰ এটা। বাকী দুটা ঠাল হ'ল ইউক্ৰেনীয় আৰু বৃহৎ ৰুচসকল। ইয়াৰ ভিতৰত বায়াল'ৰুচ আৰু বৃহৎ ৰুচসকলৰ মাজত নৃগোষ্ঠীগত, সামাজিক আৰু সাংস্কৃতিক সম্পৰ্ক আছিল অতি নিবিড়। দৰাচলতে শ্বেতৰুচসকলে নিজকে বৃহৎৰুচ সকলৰ পৰা বেলেগ এক সত্তা বুলি নাভাবিছিলেই। অৱশ্যে অধ্যুষিত এই বিশাল অঞ্চল কেতিয়াও তেনেদৰে ৰাজনৈতিকভাৱে স্বাধীন নাছিলেই। ১২৪০ শতিকালৈ এই অঞ্চল আছিল কিয়েভ ৰাজ্য বা ইউক্ৰেনীয় সকলৰ অধীন। ১৭ শতিকালৈ এই অঞ্চল লিথুৱানীয়া আৰু প্যোলেণ্ডৰ অধীন আছিল। পলিচ জমিদাৰসকলৰ বৃহৎ বৃহৎ খাত-পাম আৰু জমিদাৰিবোৰ ইয়াতো গঢ়ি উঠিছিল। ১৭২২ চনৰ পাছতহে ই ৰুচ সাম্ৰাজ্যৰ অধীন হয়। আৰু তেতিয়াৰ পৰা প্ৰথম মহাসমৰৰ সময়লৈকে এই অঞ্চল জাৰ সাম্ৰাজ্যৰ অধীনত থাকে।

এই বিশাল অঞ্চলত আধুনিক জাতিয়তাবাদী চিন্তাই বিশেষ গা কৰি উঠা নাছিল। চহৰীয়া মধ্যবিত্ত বুদ্ধিজীৱিৰ এচামৰ মাজত এনে চিন্তাই কিছু বিকাশ লাভ কৰিছিল যদিও সি মূলতে জাৰ সাম্ৰাজ্যৰ ৰুচ আমোলাতন্ত্ৰৰ স্বৈৰাচাৰৰ বিৰুদ্ধে স্থানীয় পৰ্যায়ৰ স্বায়ত্ত-শাসন লাভ কৰাৰ পৰ্যায়তে সীমাবদ্ধ আছিল। বিচ্ছিন্নতা আৰু স্বাধীনতাৰ দাবি এই অঞ্চলৰ পৰা উত্থাপিত হোৱাই নাছিল বুলিব পাৰি। প্ৰথম মহাসমৰত এই অঞ্চলৰ এক বৃহৎ অংশ জাৰ্মান আৰু অষ্ট্ৰিয়ান বাহিনীয়ে দখল কৰি লোৱাৰ পাছতহে কিছু পৰিমাণে জাতীয়তাবাদী চেতনা গঢ়লৈ উঠিবলৈ আৰম্ভ কৰে।

১৯১৭ চনৰ মাৰ্চ মাহত বায়াল'ৰুচ জাতিয়তাবাদীসকলে এখন জাতীয় কংগ্ৰেছ সংগঠিত কৰে। এই জাতীয় কংগ্ৰেছেও ৰাচিয়াৰ পৰা বিচ্ছিন্ন হোৱাতকৈ ৰাচিয়াৰ ভিতৰতে এখন গণতান্ত্ৰিক ফেডাৰেল প্ৰজাতন্ত্ৰ গঠন কৰি ফেডাৰেল ৰাষ্ট্ৰৰ অধীনত স্বায়ত্ত-শাসনহে পৃষ্ঠপোষকতা কৰে। কিন্তু এইয়াতে যুদ্ধৰ গতি

আৰু আনহাতে ৰাচিয়াৰ ৰাজনীতি সলনি হৈ অহাৰ লগে লগে, বিশেষকৈ ৰাচিয়াৰ বুৰ্জোৱা অস্থায়ী চৰকাৰ দুৰ্বল হৈ বিপ্লৱীসকলৰ শক্তি বাঢ়ি অহাৰ লগে লগে বায়েলৰুচ জাতীয়তাবাদীসকলৰ মনোভাবৰো কিছু পৰিৱৰ্তন ঘটে। আগষ্ট মাহত (১৯১৭) বুৰ্জোৱাসকলে ৰাজধানী মিন্‌স্ক নগৰীত এখন বায়ালৰুচিয়া জাতীয় 'ৰাডা' গঠন কৰে। তেতিয়াৰ পৰা বুৰ্জোৱা জাতীয়তাবাদ তথা বিলগ্নতাৰ চিন্তা-চৰ্চাও বাঢ়ি আহিবলৈ ধৰে।

কিন্তু অক্টোবৰ বিপ্লৱৰ পিছতেই, ডিচেম্বৰ মাহত বলচেভিকসকলে এক অভ্যুত্থান ঘটাই মিনস্ক নগৰীত বুৰ্জোৱা ৰাডাক উৎখাত কৰি এখন চভিয়েট চৰকাৰ গঠন কৰিবলৈ সক্ষম হয়। এই চৰকাৰে তৎকালে বলচেভিক নীতি অনুযায়ী বায়ালৰুচিয়াৰ মেহনতী জনসাধাৰণৰ বাবে আত্মনিয়ন্ত্ৰণৰ অধিকাৰৰ দাবি তোলে। এই চৰকাৰৰ আয়ুস কিন্তু বেছিদিন নাছিল। ব্ৰেষ্ট শান্তি চুক্তিৰ বাবে আলোচনা চলোতেই জাৰ্মানীয়ে শান্তিৰ এক অন্যতম চৰ্ত হিছাপে শ্বেতৰাচিয়াৰ আধাতকৈ বেছি অংশ দাবি কৰিলে। তাৰ পিছত যেতিয়া এই চৰ্ত (লগতে আনবোৰ চৰ্ত) মানিলোৱাৰ ক্ষেত্ৰত চভিয়েট চৰকাৰে কিছু হেঁহকা-পিছলা কৰিলে তেতিয়া ১৭ ফেব্ৰুৱাৰীৰ দিনা (১৯১৮) জাৰ্মান জেনেৰেল ষ্টাফে আক্ৰমণ আৰম্ভ কৰিলে। জাৰ্মান সেনা হুৰহুৰাই বায়ালৰুচিয়া, ইউক্ৰেন আৰু বাল্টিক সাগৰীয় দেশবোৰলৈ সোমাই আহিল।

জাৰ্মান সেনাই আহি বায়ালৰুচিয়াৰ পৰা চভিয়েট চৰকাৰক উৎখাত কৰি মিন্‌স্ক নগৰীত নিজৰ আজ্ঞাবহ 'ৰাডা' এখন গঠন কৰিলেহি। ১৯১৮ চনৰ নবেম্বৰ মাহত জাৰ্মান বিপৰ্যয়ৰ ফলত যেতিয়া এই অঞ্চলবোৰৰ ওপৰত জাৰ্মান নিয়ন্ত্ৰণ হেৰাই গ'ল; ব্ৰেষ্ট লিট্‌ভস্ক শান্তি চুক্তি যেতিয়া নিজে নিজেই নাইকিয়া হোৱাৰ দৰে হ'ল, তেতিয়া আকৌ এবাৰ এই অঞ্চলত চভিয়েট শক্তিবোৰ মূৰ দাঙি উঠিল। ১৯১৯ চনত ১ জানুৱাৰীত ষ্টেলিনৰ পৰামৰ্শমতে স্থানীয় কমিউনিষ্ট সকলে মিন্‌স্ক নগৰীত এখন স্বাধীন বায়ালৰুচ চভিয়েট প্ৰজাতন্ত্ৰ প্ৰতিষ্ঠা কৰিলে আৰু এক অস্থায়ী চৰকাৰ গঠন কৰিলে।

কিন্তু ১৯১৯ চনৰ পোলেণ্ডৰ আক্ৰমণত (এই বিষয়ে পাছত কোৱা হৈছে) বায়ালৰুচিয়া আৰু লিথুৱানীয়া পোলেণ্ডৰ অধীন হৈ পৰে। ১৯২০ চনত চভিয়েট বাহিনীয়ে পলিচ সেনাক বিতাড়িত কৰি বায়ালৰুচিয়া মুক্ত কৰে। ৰীগাত হোৱা ৰুচ পলিচ শান্তি চুক্তিৰ অধীনত বায়েলৰুচিয়াৰ পশ্চিমৰ একাংশ পোলেণ্ডক এৰি দি বাকী অংশত পুনৰায় স্বাধীন বায়ালৰুচ চভিয়েট প্ৰজাতন্ত্ৰ গঠন কৰা হয়।

১৯২২ চনত যেতিয়া বিভিন্ন স্বাধীন জাতীয় গোটবোৰক সামৰি ফেডাৰেল আহিত চভিয়েট ৰাচিয়া গঠন কৰা হয়, তেতিয়া এই স্বাধীন বায়ালৰুচ চভিয়েট-প্ৰজাতন্ত্ৰও এই ফেডাৰেচনত অংশগ্ৰহণ কৰে।

জাতিসংক্ৰান্তীয় নীতিসমূহ ৰূপায়িত কৰিবলৈ যাওঁতে বলচেভিক নেতা- সকলে এনেদৰেই বিশেষ জাতীয় জাগৰণ বা আন্দোলন নথকা সত্বেও বায়াল'ৰুচ সকলক আত্মনিয়ন্ত্ৰণৰ অধিকাৰ তথা স্বাধীনতা প্ৰায় জোৰকৈ দিয়াৰ দৰেই অৰ্পণ কৰে। পাছত বিভিন্ন জাতিসত্তাৰ স্বেচ্ছাকৃত সম্মিলনৰে ঐক্যবদ্ধ ফেডাৰেল চভিয়েট ৰাষ্ট্ৰ গঠন কৰাৰ বেলিকা এই স্বাধীন প্ৰজাতন্ত্ৰই ইয়াত যোগদান কৰে। বহু দিশৰ পৰা চাবলৈ গলে জাতীয় আন্দোলনৰ অবৰ্তমানত বায়াল'ৰুচিয়াৰ আত্মনিয়ন্ত্ৰণৰ তথা স্বাধীনতাৰ অধিকাৰৰ স্বীকৃতিৰ প্ৰশ্নটো এক কাগজী কচৰৎ তথা কৃটিম বস্তুৰ দৰে হৈ থাকিল। এনে নীতি গ্ৰহণ কৰা বাবে জাতিসত্তা বিভাগৰ পিপলচ কমিচাৰ ষ্টেলিনও নিজৰ দলৰ ভিতৰতে কটু সমালোচনাৰ সম্মুখীন হ'ব লগীয়া হৈছিল। বায়াল'ৰুচিয়াৰ ক্ষেত্ৰত জাতিসত্তা সম্পৰ্কীয় নীতিবোৰৰ যান্ত্ৰিক ৰূপায়ণ কৰা হৈছে বুলি আৰু বাস্তৱ ভিত্তি নথকাকৈয়ে বায়াল'ৰুচিয়াক এক সুকীয়া আত্মনিয়ন্ত্ৰণকাৰী গোট হিছাপে স্বীকৃতি দিয়া হৈছে বুলি উত্থাপিত এই অভিযোগবোৰ ভিত্তিহীন বুলি ক'ব নোৱাৰি। এনেদৰে বায়েল'ৰাচিয়াক এক স্বাধীন আত্মনিয়ন্ত্ৰণকাৰী গোট হিছাপে দিয়া স্বীকৃতি আৰু স্বাধীন বায়াল'ৰুচিয়াৰ চভিয়েট ইউনিয়নত অন্তৰ্ভুক্তিয়ে বলচেভিক জাতীয় নীতিবোৰৰ বিকাশ তথা চভিয়েট ৰাচিয়াৰ জাতিসমস্যা সমাধানত কিবা ইতিবাচক ভূমিকা লৈছিল নে নাই সেইবিষয়ে সন্দেহৰ অৱকাশ আছে। ঐতিহাসিক বিচাৰত এই গোটেই কাৰবাৰটো জাতীয় প্ৰশ্ন নিষ্পত্তিৰ ক্ষেত্ৰত এক কৃত্ৰিম প্ৰচেষ্টা যেন বুলিহে অনুমান হয়।

এইবাৰ আমি বাল্টিক সাগৰীয় দেশ লিথুৱানীয়া, লাটভিয়া আৰু ইষ্টোনিয়াৰ প্ৰসংগলৈ আহোঁ। এই তিনিওখন দেশৰ স্বাধীনতাৰ প্ৰসংগত তেতিয়াৰ দৰে বৰ্তমানে যথেষ্ট বিতৰ্কৰ সৃষ্টি কৰিছে। আজিও, অক্টোবৰ বিপ্লৱৰ আঠটা দশকৰ পিছতো এই দেশ কেইখনত প্ৰথমে আত্মনিয়ন্ত্ৰণৰ অধিকাৰ তথা স্বাধীনতাৰ প্ৰশ্ন উত্থাপিত হৈছে আৰু ঘটনাক্ৰমত তিনিওখন দেশেই সম্পূৰ্ণ স্বাধীনতা আৰু সাৰ্বভৌমত্ব লাভ কৰি বিশ্বৰ স্বীকৃতি পাবলৈকো সক্ষম হৈছে।

প্ৰথমেই লিথুৱানীয়া ঃ

লিথুৱানীয়া এখন প্ৰাচীন দেশ। ইন্দো-ইউৰোপীয় মূলৰ লিথুৱানীয় ভাষা কোৱা এই লোকসকলে এটাসময়ত বৰ্তমানৰ পোলেণ্ড আৰু ৰাচিয়াৰ এক বৃহৎ অংশ জুৰি নিজৰ আধিপত্য কায়েম কৰিছিল। ১৩ শতিকাত জাৰ্মান আক্ৰমণকাৰীহঁতক পৰাস্ত কৰি এই এলেকাত এখন স্বাধীন লিথুৱানীয় ৰাজ্য গঢ়ি উঠিছিল আৰু ই ইতিহাসত গ্ৰেণ্ড ডাচি অৱ লিথুৱানীয়া বুলি পৰিচিত হৈ পৰিছিল। ১৫৯৬ চনলৈ কেথলিক ধৰ্মাৱলম্বী পোলেণ্ড আৰু লিথুৱানীয়াই

লগ হৈ পলিচ-লিথুৱানীয় কমনৱেলথ বোলা এখন শক্তিশালী যুক্তৰাজ্য গঢ়ি তুলিছিল। উত্তৰৰ বাল্টিক সাগৰৰ পৰা দক্ষিণৰ কৃষ্ণসাগৰৰ ওচৰলৈকে বিস্তৃত এই বিশাল যুক্তৰাজ্যৰ ভিতৰত বৰ্তমানৰ লাটভিয়া, ইষ্টোনিয়া, ইউক্ৰেনৰ একাংশ আৰু বায়াল'ৰুচিয়া আদি দেশবোৰো সোমাই পৰিছিল। ১৭৬২-৯৬ চনত, সাম্ৰাজ্ঞী কেথেৰীণ ডি গ্ৰেটৰ দিনত ৰাচিয়া, অষ্ট্ৰিয়া আৰু প্ৰুচিয়াই মিলি লিথুৱানীয়-পলিচ কমনৱেলথখন তিনিভাগ কৰি নিজৰ মাজত ভগাই লয়। তেতিয়াৰ পৰাই পোলেণ্ড আৰু লিথুৱানীয়াৰ স্বাধীন অস্তিত্ব লোপ পায় আৰু কুৰি শতিকালৈকে দুয়োখন দেশ পৃথিৱীৰ মানচিত্ৰৰ পৰা নাইকিয়া হৈ যায়।

কুৰি শতিকাৰ প্ৰথম ভাগৰ পৰাই এই পদানত দেশ দুখনত আত্মনিয়ন্ত্ৰণৰ অধিকাৰ তথা স্বাধীনতাৰ চিন্তাচৰ্চা বাঢ়ি আহিবলৈ ধৰিলে।

লিথুৱানীয়া আছিল মূলতেই এক কৃষিপ্ৰধান অঞ্চল; ৰাজধানী ভিলনুচ আৰু দুখনমান চহৰৰ সামান্য লঘু শিল্পৰ বাহিৰে এই অঞ্চলৰ উদ্যোগীকৰণ তেনেদৰে হোৱাই নাছিল। এক স্থানীয় বুৰ্জোৱা শ্ৰেণীয়েও ভালদৰে বিকাশ লাভ কৰিব পৰা নাছিল। বুৰ্জোৱা জাতিয়তাবাদী আন্দোলন সেয়ে এই অঞ্চলত শক্তিশালীভাৱে গঢ় উঠা নাছিল। জাতিয়তাবাদী চেতনা তথা স্বাধীনতাৰ আকাংক্ষা মূলতেই এমুঠিমান চহৰীয়া মধ্যবিত্তৰ মাজত সীমাবদ্ধ আছিল। কিন্তু, কুৰি শতিকাৰ প্ৰথম ভাগত আধুনিক জাতিয়তাবাদ শক্তিশালীভাৱে বিকশিত নহ'লেও লিথুৱানীয় সকলে সদায় নিজকে ৰাচিয়াৰ লোক সকলৰ পৰা পৃথক বুলি গণ্য কৰিছিল। মূলতেই ৰোমান কেথলিক ধৰ্মাৱলম্বী লিথুৱানীয় সকলে গ্ৰীক অৰ্থডক্স গীৰ্জাৰ অনুগামী ৰাচিয়াৰ লোকসকলৰ লগত বিশেষ একাত্মবোধ নকৰিছিল। লিথুৱানীয় জাতিয়তাবাদীসকলে এফালে পোলেণ্ড আৰু আনফালে ৰাচিয়া এই দুই বৃহৎ শক্তিৰ মাজত অত্যন্ত সাবধানতাৰে আৰু সংশয়ৰে স্বাধীনতাৰ চিন্তা কৰিব লগীয়া হৈছিল।

কিন্তু, বিদেশী শক্তিৰ সহায় নোহোৱাকৈ তেওঁলোকে স্বাধীনতাৰ বাবে কোনোধৰণৰ পদক্ষেপ বাস্তৱত ল'ব পৰা নাছিল। আমেৰিকাত প্ৰবাসী লিথুৱানীয় সকলৰ সহায় সমৰ্থনত গঢ় উঠা জাতিয়তাবাদী আন্দোলন মূলতেই জাৰ্মান অনুগ্ৰহৰ ওপৰত নিৰ্ভৰশীল আছিল।

অক্টোবৰ বিপ্লৱৰ পাছত ব্ৰেষ্ট লিট্‌ভস্ক শান্তি আলোচনাৰ সময়ত জাৰ্মানীয়ে লিথুৱানীয়াৰ স্বাধীনতা দানৰ চৰ্ত আৰোপ কৰে। এই সময়তে ১৯১৭ চনৰ শেষৰ ফালে (বা ১৯১৮ চনৰ জানুৱাৰীত) জাৰ্মান সমৰ্থনত লিথুৱানীয়াত এখন বুৰ্জোৱা জাতীয় পৰিষদ বা 'টৌৰিবা' গঠন কৰা হয়। ফেব্ৰুৱাৰীত জাৰ্মান আক্ৰমণৰ লগে লগে এই জাতীয় পৰিষদে ১৯১৮ চনৰ ১৬ তাৰিখৰ দিনা লিথুৱানীয়াৰ স্বাধীনতা ঘোষণা কৰে। ইয়াৰ পিছতেই জাৰ্মান সেনাবাহিনীয়ে লিথুৱানীয়া দখল কৰি লয় আৰু নতুন চৰকাৰক স্বীকৃতি দিয়ে।

ইতিমধ্যে লিথুৱানিয়াত বলচেভিক সকলৰ নেতৃত্বত বিভিন্ন ঠাইত চভিয়েট বোৰো গঢ়ি উঠিবলৈ আৰম্ভ কৰিছিল। জাৰ্মান সেনাই দখল কৰাৰ পিছত বুৰ্জোৱা চৰকাৰে এই চভিয়েটবোৰ ভাঙি পেলাবলৈ আৰম্ভ কৰে। নবেম্বৰ মাহত জাৰ্মান বিপৰ্যয়ৰ পাছত যেতিয়া ব্ৰেষ্ট লিটভস্ক শান্তি চুক্তি অৰ্থহীন হৈ পৰিল, তেতিয়া লিথুৱানীয়াতো এক ৰাজনৈতিক শূন্যতাৰ সৃষ্টি হ'ল। এই সময়ত বলচেভিক সকলৰ উদ্যোগত লিথুৱানীয়াত এক অস্থায়ী শ্ৰমিক কৃষক চৰকাৰ গঠন কৰা হয়। এই ক্ষেত্ৰত কিন্তু বাহ্যল'ৰ চিয়াৰ দৰে স্বাধীন লিথুৱানীয় চভিয়েট প্ৰজাতন্ত্ৰ ঘোষণা কৰা হোৱা নাছিল। ( পিছত বলচেভিক সকলে স্বাধীন চভিয়েট প্ৰজাতন্ত্ৰ ঘোষণা নকৰাটোক এক ডাঙৰ ৰাজনৈতিক ভুল বুলি কৈছিল। কিয়নো তেওঁলোকৰ মতে স্বাধীনতা ঘোষণা নকৰাৰ বাবে লিথুৱানীয় জাতীয় চেতনাক বুৰ্জোৱাহঁতৰ প্ৰভাৱৰ পৰা মুক্ত কৰিব পৰা নগ'ল আৰু শেহান্তৰত বুৰ্জোৱাবেই জয় হ'ল। ) পেট্ৰোগ্ৰাডৰ চভিয়েট চৰকাৰে এই লিথুৱানীয় চৰকাৰক তৎকালে স্বীকৃতি প্ৰদান কৰিলে। ১৯১৯ চনৰ জানুৱাৰী মাহত এই চৰকাৰে বুৰ্জোৱা 'টেৰিবা' বা জাতীয় পৰিষদক উৎখাত কৰিবলৈ সক্ষম হ'ল। কিন্তু ইয়াৰ পিছতেই ৰুচ-পলিচ যুদ্ধ আৰম্ভ হ'ল আৰু এপ্ৰিল মাহত ( ১৯১৯ ) পলিচ সেনাই লিথুৱানীয়া দখল কৰি ললে আৰু বুৰ্জোৱা জাতীয় পৰিষদৰ ( টেৰিবা ) চৰকাৰ পুনৰ ক্ষমতালৈ ঘূৰি আহিল। পিছৰ বছৰ (১৯২০) জুন মাহত চভিয়েট লালফৌজে পলিচবাহিনীক পৰাস্ত কৰি লিথুৱানীয়া মুক্ত কৰিলে যদিও ৰুচ পলিচ শান্তি চুক্তিৰ ( ৰীগা চুক্তি ১৯২০ চনৰ ১২ জুলাই ) অধীনত লিথুৱানীয়াৰ স্বাধীনতাৰ দাবি মানি ল'বলৈ বাধ্য হ'ল। লিথুৱানীয়াৰ বুৰ্জোৱা চৰকাৰৰ লগত হোৱা এক চুক্তি অনুসৰি চভিয়েট ৰাচিয়াই লিথুৱানীয়াৰ স্বাধীনতা মানি ললে আৰু বুৰ্জোৱা চৰকাৰক স্বীকৃতি প্ৰদান কৰিলে। তেতিয়াৰ পৰা বিভিন্ন উত্থান-পতনৰ মাজেৰে লিথুৱানীয়াত এক বুৰ্জোৱা চৰকাৰে স্বাধীনভাৱে শাসনভাৰ চলাবলৈ ধৰিলে। এই চৰকাৰ ১৯৩৯ চনলৈকে কুৰি বছৰ বৰ্তি থাকিল ( সেয়া অন্য প্ৰসংগ )।

লিথুৱানীয়াত বুৰ্জোৱা চৰকাৰে গৃহযুদ্ধৰ কালছোৱাত বিদেশী শক্তিৰ সহায় আৰু পৃষ্ঠপোষকতাত এক চভিয়েট আৰু বলচেভিক বিৰোধী সন্ত্ৰাসৰ সূত্ৰপাত কৰিছিল। চভিয়েটবোৰক এফালৰপৰা উৎখাত কৰি অনা হৈছিল। বলচেভিক আৰু সাম্যবাদীসকল ৰাচিয়ালৈ পলাই যাব লগীয়া হৈছিল। গৃহ-যুদ্ধত চভিয়েট বিজয়ৰ পাছত এই অঞ্চল মুক্ত কৰাতো সম্ভৱপৰ আছিল যদিও লিথুৱানীয়াক ৰক্ষণাবেক্ষণ দি থকা বৃটিছ নৌবহৰৰ যুদ্ধজাহাজবোৰৰ কথা ভাবিয়েই বলচেভিকসকলে এনে প্ৰচেষ্টা গ্ৰহণ কৰা নাছিল। এবাৰ নীতিগত-ভাৱে লিথুৱানীয়াৰ আত্মনিয়ন্ত্ৰণ তথা স্বাধীনতাৰ অধিকাৰ মানি লোৱাৰ পাছত তাক উলংঘা কৰাটো উচিত কাম বুলি বলচেভিকসকলে ভবা নাছিল। সেয়ে

বুচ-পলিচ বুখত লিথুৱানীয়াক মুক্ত কৰাৰ পিছতো, লিথুৱানীয়া লালফৌজৰ অধীনত থকাৰ পাছতো, বলচেভিক চৰকাৰে বুর্জোৱা চৰকাৰৰ লগত চুক্তি কৰি লিথুৱানীয়াৰ স্বাধীনতা মানি লৈছিল। ইয়াৰ ফলত এক ফেডাৰেল পাঁচনিৰ সমাজবাদী চভিয়েট প্ৰজাতন্ত্ৰত লিথুৱানীয়াৰ অন্তভুক্তিও অসম্ভৱ হৈ পৰি-ছিল। ( এই কাম ১৯৩৯ চনত, নাজী জাৰ্মানীৰ ভাবুকিৰ সন্মুখত এক বেলেগ পন্থাৰে সম্পাদন কৰা হৈছিল ঃ অৱশ্যে সেৱা এক সুকীয়া প্ৰসংগ। ইয়াৰ বাবে চাওক লেখকৰ 'জাতীয় প্ৰশ্ন আৰু আত্মনিয়ন্ত্ৰণ' কিতাপত সন্নিবিষ্ট টোকা। )

**লাটভিয়া আৰু ইষ্টোনিয়াৰ প্ৰসংগ ঃ**

লাটভিয়া হ'ল আদিম বাল্ট জাতিৰ আৱাসভূমি। তেওঁলোকৰো নিজস্ব ভাষা আৰু সংস্কৃতি আছে। অকণমানি এই দেশখন বিভিন্ন সময়ত জাৰৰ শক্তিশালী চুবুৰীয়াহঁতৰ পদানত হৈ থাকিব লগীয়া হয়। ১২০০ চনত লাটভিয়া জাৰ্মান আক্ৰমণকাৰীহঁতৰ পদানত হয় আৰু তেতিয়াৰ পৰাই ইয়াত লুথেৰীয়ান গীৰ্জাৰ প্ৰতিপত্তি আৰম্ভ হয়। কিছু সংখ্যক লোক অৱশ্যে ৰোমান কেথলিক পন্থাত মানে। ১৬০০ চনত চুবুৰীয়া পোলেণ্ড আৰু চুইডেনে নিজৰ মাজত দেশখন ভাগ কৰি লয়। ইয়াৰ পাছত ই পলিচ' লিথুৱানীয় কমনৱেলথৰো অংশ হৈ পৰে। ১৭৯৫ চনলৈ সমগ্ৰ লাটভিয়া জাৰ সাম্ৰাজ্যৰ অধীন হৈ পৰে আৰু ৰাচিয়াৰ বাল্টিক সাগৰলৈ ওলোৱাৰ মূল বন্দৰ হৈ পৰে।

একেদৰেই কণমানি ইষ্টোনিয়াইয়ো বিভিন্ন সময়ত বিভিন্ন বিদেশী শক্তিৰ পদানত হ'ব লগীয়া হয়। ত্ৰয়োদশ শতিকালৈ স্বাধীন ইষ্টোনিয়া জাৰ্মান সাম্ৰাজ্যৰ অংশ হৈ পৰে আৰু জাৰ্মান প্ৰভাৱত দেশখনত লুথেৰীয়ান গীৰ্জাৰ প্ৰটেষ্টাণ্ট খ্ৰীষ্টান ধৰ্মই মূল হৈ পৰে। ১৫০০ শতিকাৰ শেষৰ ভাগত ইষ্টোনিয়া চুইডিচ সাম্ৰাজ্যৰ অধীন হয়। ১৭২১ চনত চুইডেনে ৰাচিয়াৰ পিটাৰ ডি গ্ৰেটৰ লগত কৰা এক চুক্তি অনুযায়ী এই অঞ্চল জাৰ সাম্ৰাজ্যক সমৰ্পণ কৰে। তেতিয়াৰ পৰাই ইষ্টোনিয়া জাৰতন্ত্ৰী ৰাচিয়াৰ অন্তৰ্গত হৈ থাকে।

এই দুইখন দেশতেই কিন্তু কুৰি শতিকাৰ প্ৰথম ভাগলৈ যথেষ্ট পৰিমাণে শিল্প উদ্যোগ গঢ়ি উঠিছিল। পুঁজিবাদী বিকাশে ইয়াত উৎকৰ্ষতা লাভ কৰিবলৈ সক্ষম হৈছিল। দুইটা অঞ্চলতে এক শক্তিশালী ঔদ্যোগিক আৰু বেপাৰী বুৰ্জোৱা তথা এক ব্যাপক মধ্যবিত্ত আৰু শ্ৰমিক শ্ৰেণীয়ে আত্মপ্ৰকাশ কৰিছিল আৰু গণতান্ত্ৰিক ৰাজনীতিৰ পৰম্পৰাও ইয়াত গঢ়ি উঠিছিল। কৃষিত পুঁজিবাদী ৰূপান্তৰৰ ফলত গৰিব আৰু উপান্ত খেতিয়কৰ এটা বৰ্গও ইয়াত গঢ়ি উঠিছিল। গাঁও, চহৰ দুয়ো ঠাইতে এটা সৰ্বহাৰা শ্ৰেণীও বিকশিত হৈ উঠিছিল।

১৯১৭ চনত লাটভিয়াত দুটা শক্তিশালী সোঁপন্থী ৰাজনৈতিক দল গঢ়ি

উঠিছিল। এটা আছিল বুর্জোৱা আৰু জমিদাৰহঁতৰ শক্তিশালী 'কৃষক ইউনিয়ন' দল আৰু আনটো আছিল চহৰীয়া ঔদ্যোগিক বুর্জোৱাহঁতৰ 'ৰিপাব্লিকান' বা প্রজাতন্ত্রী দল। দুইটা দলেই লাটভিয়াৰ জাতীয়তাবাদৰ প্ৰবক্তা আছিল আৰু প্রথম অৱস্থাত দুইটাই লাটভিয়াক ৰাচিয়াৰ ভিতৰত এক স্বায়ত্ত-শাসিত ৰাজ্য হিচাপে গঢ়ি তোলাৰ পৃষ্ঠপোষকতা কৰিছিল। তেওঁলোকে আনকি লাটভিয়াৰ বাবে স্বকীয়া সংবিধান প্রণয়নৰ বাবে সাংবিধানিক সভা আহ্বান কৰাৰো দাবি কৰিছিল। এই দুইটা দলৰ ভিতৰত ৰিপাব্লিকান দলে জাতিয়তাবাদী বুর্জোৱা সংস্কাৰৰ পৃষ্ঠপোষকতা কৰিছিল আৰু লাটভিয়াৰ ৰাজনীতি আৰু অর্থনীতিৰ পৰা জার্মান জমিদাৰ (বেৰণ) সকলক উৎখাত কৰাৰ চেষ্টা কৰিছিল। আনহাতে জার্মান জমিদাৰসকলে পৃষ্ঠপোষকতা কৰা 'কৃষক ইউনিয়ন' দলে স্বাভাৱিকতেই ৰাচিয়াৰ পৰা স্বাধীনতা বিচাৰিছিল।

ৰাচিয়াত ফেব্রুৱাৰী বুর্জোৱা গণতান্ত্রিক বিপ্লৱ সম্পন্ন হোৱাৰ পাছত এই দুইটা বুর্জোৱা দলে লাটভিয় মেনচেভিক আৰু অন্যান্য পেটিবুর্জোৱা গোটবোৰৰ লগতে এক লাটভিয় জাতীয় পৰিষদ গঠন কৰিছিল। বুর্জোৱাসকলে জার্মান শোষণ আৰু জাৰতন্ত্রী ৰাচিয়াৰ আমোলাতন্ত্রৰ স্বৈৰাচাৰৰ বিৰুদ্ধে লাটভিয়সকলৰ জাতীয় চেতনা জগায় তুলিবলৈ সক্ষম হয়। লাটভিয়াৰ স্বাধীনতাৰ দাবিক তেওঁলোকে জনসাধাৰণৰ মাজত জনপ্রিয় কৰি তোলে।

লাটভিয়া (আৰু ইষ্টোনিয়াও) প্রথম মহাসমৰৰ যুদ্ধক্ষেত্রৰ মাজত অৱস্থিত আছিল। যুদ্ধৰ ফ্রণ্টলাইনে দেশখনক দুভাগে বিভক্ত কৰি পেলাইছিল। পশ্চিমৰ অংশটো জার্মানীৰ আৰু পূব অংশটো ৰাচিয়াৰ অধীনত আছিল।

এই অঞ্চলত শ্রমিক শ্রেণীৰ আন্দোলনো গঢ় উঠিছিল। কিন্তু অন্যান্য সমাজবাদী দলবোৰৰ তুলনাত বলচেভিক দলৰ সংগঠন ইয়াত আপেক্ষাকৃতভাৱে দুর্বল আছিল। অৱশ্যে ফ্রণ্টৰ সেনাসকলৰ মাজত, বিশেষকৈ লাটভিয় আৰু লেটিশ পদাতিক ৰেজিমেণ্টবোৰৰ মাজত বলচেভিক দলৰ প্রচুৰ প্রভাৱ আছিল। এই সেনাবাহিনীৰ সমর্থনতেই বলচেভিকসকলে চহৰ অঞ্চলত, চোভিয়েট, পোৰভ্‌মাৰ ওপৰত নিজৰ নিয়ন্ত্রণ কায়েম কৰিবলৈ সক্ষম হৈছিল।

কিন্তু বলচেভিকসকলে লাটভিয়াত জাতি সংক্রান্তীয় নীতিৰ ক্ষেত্রত ভুল কৰিছিল। যি সময়ত বুর্জোৱাৰ প্রচাৰৰ ফলত লাটভিয়াৰ সাধাৰণ ৰাইজৰ মাজত 'স্বাধীনতাৰ' ধাৰণাটো জনপ্রিয় হৈ উঠিছিল সেইসময়ত স্থানীয় বলচেভিক নেতাসকলে স্বাধীন লাটভিয়াৰ ধাৰণাৰ বিৰোধিতা কৰিছিল। আনকি ইউক্রেন বা বায়েল'ৰাচিয়াৰ দৰে স্বাধীন লাটভিয় সমাজবাদী চভিয়েট প্রজাতন্ত্র প্রতিষ্ঠা কৰাৰো তেওঁলোকে বিৰোধিতা কৰিছিল। এনেদৰে স্বাধীন চভিয়েট প্রজাতন্ত্র প্রতিষ্ঠাৰ দ্বাৰা তেওঁলোকে বুর্জোৱা জাতীয়তাবাদ আৰু স্বাধীনতাৰ ধ্বনীৰ জনপ্রিয়তা নাইকিয়া কৰিব পাৰিলেহেঁতেন আৰু পাছত

এক ফেডাৰেল চভিয়েট ৰাচিয়া গঠনত অংশগ্ৰহণ কৰিব পাৰিলেহেঁতেন—( বলচেভিক জাতীয় নীতিৰ এইটোৱেই মূল ৰাজনৈতিক লক্ষ্য আছিল )। কিন্তু, ইয়াক নকৰি তেওঁলোকে প্ৰথমৰ পৰাই এক ফেডাৰেল ৰাচিয়াৰ ভিতৰত স্বায়ত্ত-শাসনৰ পৃষ্ঠপোষকতা কৰিছিল। তেওঁলোকৰ এই স্থিতি কিন্তু জনতাৰ মাজত জনপ্ৰিয় হোৱা নাছিল।

আনহাতে অক্টোবৰ বিপ্লৱৰ সময়লৈ লাটভিয় বুৰ্জোৱা শ্ৰেণীৰ নেতৃত্বত লাটভিয় অভিজাত, জমিদাৰ, জাতীয়তাবাদী সামৰিক অফিচাৰ আদিয়ে সম্মিলিত হৈ বুচ লাটভিয়াৰ ভালুক চহৰত এক শক্তিশালী সামৰিক বাহিনী গোট খুৱাইছিল। অক্টোবৰ বিপ্লৱৰ পাছত নবেম্বৰ মাহৰ শেষলৈ চভিয়েট বাহিনীয়ে ৰাজধানী পেট্ৰোগ্ৰাডৰ প্ৰতি ভাবুকিৰ সৃষ্টি কৰা এই বাহিনীৰ বিৰুদ্ধে অভিযান আৰম্ভ কৰে আৰু ডিচেম্বৰ মাহৰ শেষলৈ সমগ্ৰ বুচ লাটভিয়াত চভিয়েটৰ প্ৰাধান্য প্ৰতিষ্ঠিত কৰে। ডিচেম্বৰৰ শেষত বুৰ্জোৱা সকলক উৎখাত কৰি লাটভিয়াত চভিয়েট চৰকাৰ প্ৰতিষ্ঠা কৰা হয়।

ইতিমধ্যে লাটভিয় বুৰ্জোৱা শ্ৰেণীয়ে জাৰ্মানীৰ লগত যোগাযোগ কৰি জাৰ্মান অধিকৃত লাটভিয়াত এক নতুন বুৰ্জোৱা চৰকাৰ (কুলাণ্ড ডাচ্ নামেৰে ) গঠন কৰে। ইয়াৰ পিছতে ব্ৰেণ্টলিট্‌ভস্ক শান্তি চুক্তিৰ আলোচনাত জাৰ্মানীয়ে লাটভিয়াৰ স্বাধীনতাক স্বীকৃতি দিয়াৰ দাবি উত্থাপন কৰে। ইয়াৰ পিছতে ১৯১৮ চনৰ ফেব্ৰুৱাৰী মাহত জাৰ্মান আক্ৰমণ আৰম্ভ হয় আৰু অচিৰেই সমগ্ৰ লাটভিয়া জাৰ্মান সেনাৰ অধীন হয়। লাটভিয়াৰ পৰা চভিয়েট চৰকাৰক উৎখাত কৰি বুৰ্জোৱা চৰকাৰক ক্ষমতাত অধিস্থিত কৰা হ'ল। বলচেভিক, লাটভিয় কমিউনিস্ট আৰু চভিয়েট সেনাবাহিনীয়ে লাটভিয়া এৰি যাবলৈ বাধ্য হ'ল।

কিন্তু জাৰ্মান বিপৰ্যয়ৰ পিছত বুৰ্জোৱা চৰকাৰ অকলশৰীয়া হৈ পৰিল। ডিচেম্বৰ মাহৰ ( ১৯১৮ ) শেষৰ ফালে আকৌ চভিয়েট শক্তিবোৰে চৰকাৰ গঠনৰ প্ৰয়াস চলালে। সীমান্ত পাৰ হৈ চভিয়েট লালফৌজ, লাটভিয়াৰ স্থানীয় বিপ্লৱী লেটিচ ৰেজিমেণ্টৰ সেনাবোৰ আৰু বলচেভিকসকল সোমাই আহিল আৰু এক চভিয়েট চৰকাৰ গঠনৰ কথা ঘোষণা কৰিলে। এই ক্ষেত্ৰত ষ্টেলিনে স্পষ্টকৈ কৈছিল যে চভিয়েট চৰকাৰে পশ্চিমৰ অঞ্চলবোৰক কেতিয়াও নিজৰ এলেকা বুলি গণ্য নকৰে, এই অঞ্চলসমূহ ইয়াৰ মেহনতী জনগণৰ সম্পত্তি আৰু এই জনসাধাৰণে স্বাধীনভাৱে নিজৰ ৰাজনৈতিক ভাগ্য নিৰ্ণয় কৰাৰ অধিকাৰ আছে। কিন্তু চভিয়েট ৰাচিয়াই ইয়াৰ ইষ্টোনিয়ান ( লেট ), কমৰেডসকলক নিজৰ দেশক বুৰ্জোৱাৰ গ্ৰাসৰ পৰা মুক্ত কৰাৰ ক্ষেত্ৰত সম্পূৰ্ণ সহায়তা আগবঢ়াব।

অৰ্থাৎ চভিয়েট ৰাচিয়াই বুৰ্জোৱাৰ নহয়, জনসাধাৰণৰ আত্মনিয়ন্ত্ৰণৰ অধিকাৰক সম্পূৰ্ণভাৱে স্বীকাৰ কৰে।

জানুৱাৰী মাহলৈ পেট্ৰোগ্ৰাড চভিয়েট চৰকাৰে স্বীকৃতি দিয়া লাটাভিয়াক চভিয়েট চৰকাৰে ৰাজধানী ৰীগা নগৰীত নিজকে প্ৰতিষ্ঠা কৰিলে।

কিন্তু এই চৰকাৰো স্থায়ী নহ'ল। জাৰ্মান বিপৰ্যয়ৰ পিছত বুৰ্জোৱা চৰকাৰৰ ৰক্ষক হিছাপে আগবাঢ়ি আহিল বৃটেইন। বৃটিছ নৌবহৰৰ শক্তিশালী যুদ্ধ জাহাজবোৰে লাটাভিয়া (আৰু ইষ্টোনিয়াৰ) সমুদ্ৰ তীৰত অৱস্থান ললেহি। বাল্টিক সাগৰ বৃটিছ যুদ্ধ জাহাজে ঘেৰি পেলালে। বৃটিছ ভাবুকিৰ সম্মুখত ১৯১৯ চনৰ জানুৱাৰী মাহতেই ইষ্টোনিয়াৰ আৰু মে মাহত লাটাভিয়াৰ চভিয়েট চৰকাৰৰ পতন ঘটিল। দুইখন দেশতেই বৃটিছ শক্তিৰ ৰক্ষণাবেক্ষণত বুৰ্জোৱা চৰকাৰে পুনৰ ক্ষমতা দখল কৰিলে। গৃহযুদ্ধৰ সেই পৰিস্থিতিত দুই চৰকাৰে নিজৰ স্থিতি শক্তিশালী কৰি ল'বলৈকো বহুত সময় পালে। ইতিমধ্যে ৰুচ-পলিচ' যুদ্ধৰ পাছত চভিয়েট ৰাচিয়ায়েও পশ্চিম সীমান্তত এই স্বাধীন দেশ দুখনৰ বুৰ্জোৱা চৰকাৰকেই স্বীকৃতি দিলে। দেশ দুখনৰ আত্মনিয়ন্ত্ৰণৰ দাবি মানি লোৱা হ'ল। ইষ্টোনিয়াৰ লগত ২ ফেব্ৰুৱাৰীত আৰু লাটাভিয়াৰ লগত ১১ আগষ্টত ( ১৯২০ চন ) শান্তি চুক্তি স্বাক্ষৰিত হ'ল।

তিনিওখন বাল্টিক সাগৰীয় দেশেই স্বাধীনতা লাভ কৰিলে।

ইষ্টোনিয়াৰ ইতিহাসো লাটাভিয়াৰ দৰে একেই আছিল।

লাটাভিয়াৰ দৰে ইষ্টোনিয়াও আছিল শিল্প-উদ্যোগৰ দিশত বিকশিত অঞ্চল আৰু ইয়াতো এক শক্তিশালী বণিক আৰু ঔদ্যোগিক বুৰ্জোৱা শ্ৰেণী তথা মধ্যবিত্ত শ্ৰেণীয়ে ভালদৰেই বিকাশ লাভ কৰিছিল। লাটাভিয়াৰ দৰে জাৰ্মান ভূস্বামী সকলৰো ইয়াত সামাজিক আৰু অৰ্থনৈতিক প্ৰতিপত্তি আছিল। এই বুৰ্জোৱা শ্ৰেণীৰ মূল ৰাজনৈতিক দল আছিল 'এস্তোনিয় গণতান্ত্ৰিক দল' আৰু 'ৰেডিকেল ডেমক্ৰেটিক পাৰ্টি" নামৰ দুটা দল। ৰুচ বুৰ্জোৱা দলবোৰৰ লগত এই দলকেইটাৰ নিবিড় সম্পৰ্ক আছিল। অক্টোবৰ বিপ্লৱৰ আগলৈকে ইষ্টোনিয়াৰ বুৰ্জোৱাসকলে ৰাচিয়াৰ পৰা বিচ্ছিন্নতাৰ প্ৰসংগ উত্থাপন কৰা নাছিল। ইয়াৰ কাৰণ আছিল অৰ্থনৈতিক। ইষ্টোনিয়াৰ ঔদ্যোগিক বুৰ্জোৱাই নিজৰ কাৰখানাত উৎপাদিত পণ্যৰ বাবে সমগ্ৰ ৰাচিয়াৰ বজাৰখন পাব বিচাৰিছিল। কিন্তু, অক্টোবৰ বিপ্লৱত বলচেভিকসকল ক্ষমতালৈ অহাৰ লগে লগে তেওঁলোকে বিপ্লৱৰ ভয়তেই স্বাধীনতাৰ দাবি সৰবে উত্থাপন কৰিবলৈ আৰম্ভ কৰিলে আৰু ৰাইজৰ মাজত জাতীয়তাবাদী ভাবধাৰা প্ৰচাৰ কৰাত উঠি পৰি লাগিল।

ইষ্টোনিয়াতো শ্ৰমিক শ্ৰেণীৰ ৰাজনীতিয়ে ভালদৰেই বিকাশ লাভ কৰিছিল। অক্টোবৰ বিপ্লৱৰ পিছতেই চভিয়েটবোৰে ৰাজধানী তাল্লিন চহৰকে ধৰি প্ৰায়বোৰ চহৰতেই নিজৰ নিয়ন্ত্ৰণ কায়েম কৰিবলৈ সক্ষম হৈছিল। ফ্ৰন্ট লাইনৰ বিপ্লৱী সেনাবাহিনীৰ সহায়ত ইয়াত এক সামৰিক বিপ্লৱী সমিতি গঠন কৰি এক চভিয়েট চৰকাৰ প্ৰতিষ্ঠা কৰা হয়। ইষ্টোনিয়াৰ বুৰ্জোৱাসকল এইবাৰ শৰণাপন্ন হ'ল

জার্মানীৰ। জার্মানীয়ে ব্ৰেণ্ট শান্তিচুক্তিৰ আলোচনাত ইষ্টোনিয়াৰ আত্মনিয়ন্ত্ৰণৰ অধিকাৰৰ তথা স্বাধীনতাৰ স্বীকৃতি দাবি কৰিলে। ইয়াৰ পাছত চলোৱা আক্ৰমণত জার্মান সেনাই সমগ্ৰ ইষ্টোনিয়া দখল কৰি ললে আৰু ইয়াৰ পৰা চভিয়েট চৰকাৰক উৎখাত কৰি এক আজ্ঞাবহ ইষ্টোনিয় চৰকাৰ গঠন কৰিলে।

এই চৰকাৰো বেছিদিন নিটিকিল। ১৯১৮ চনৰ নবেম্বৰত জার্মান সাম্ৰাজ্যৰ ভেটি ভাঙি পৰাৰ লগে লগে এই চৰকাৰো ৰক্ষণাবেক্ষণহীন হৈ পৰিল। সেইবছৰেই লাটাভিয়াৰ দৰে ২৯ নবেম্বৰত বিপ্লৱীসকলে এক ইষ্টোনিয় চভিয়েট চৰকাৰ গঠন কৰিলে। বাল্টিক সাগৰীয় অন্য দেশ কেইখনৰ দৰে ইয়াতো স্থানীয় বলচেভিকসকলে স্বাধীন ইষ্টোনিয় চভিয়েট চৰকাৰ গঠন কৰাৰ পৰিবৰ্তে ৰাচিয়াৰ লগত যুক্তৰাষ্ট্ৰীয় ব্যৱস্থাৰ অধীনত স্বায়ত্ত-শাসনহে পৃষ্ঠপোষকতা কৰিলে। ফলত বুৰ্জোৱাৰ জাতীয়তাবাদী প্ৰচাৰৰ আগত তেওঁলোকে ঠাৰৰিব নোৱাৰিলে। ইয়াৰ উপৰিও কৃষকসকলৰ আস্থা আৰ্জন কৰিবলৈকো তেওঁলোক সক্ষম নহ'ল। ফলত লাটাভিয়াৰ দৰে ইয়াতো যেতিয়া বৃটিছ নৌবহৰে ভাবুকিৰ সৃষ্টি কৰিলেহি তেতিয়া জানুৱাৰী মাহত ইষ্টোনিয় চভিয়েট চৰকাৰৰ পতন ঘটিল।

ব্ৰেষ্টলিটভস্ক চুক্তিৰ আধাৰত চভিয়েট চৰকাৰে ইষ্টোনিয়াৰ আত্মনিয়ন্ত্ৰণৰ তথা স্বাধীনতাৰ অধিকাৰ স্বীকাৰ কৰি লৈছিল। এতিয়াও চভিয়েট চৰকাৰে ইষ্টোনিয়াৰ বুৰ্জোৱা চৰকাৰকে স্বীকৃতি প্ৰদান কৰিলে। জাতীয় আত্মনিয়ন্ত্ৰণৰ অধিকাৰক স্বীকৃতি দিয়াৰ বলচেভিক নীতিৰ ফলত লাভবান হ'ল বাল্টিক সাগৰীয় দেশ কেইখনৰ বুৰ্জোৱা চৰকাৰবোৰ। ১৯২০ চনৰ ২ ফেব্ৰুৱাৰীত চুক্তি সম্পাদনৰ জৰিয়তে আনুস্থানিকভাৱে এই স্বীকৃতি প্ৰদান কৰা হ'ল। ইষ্টোনিয়াও স্বাধীন হ'ল।

স্বাধীন ইষ্টোনিয়া আৰু লাটাভিয়াত কিন্তু চভিয়েট আন্দোলন বেছ শক্তিশালীভাৱেই হৈছিল। সেনাবাহিনীৰ সক্ৰিয় সহযোগত বলচেভিকসকলে ক্ষমতা দখল কৰিবলৈ সক্ষম হৈছিল যদিও জাতীয় প্ৰশ্নত সঠিক অৱস্থান গ্ৰহণ নকৰাৰ বাবে অৱশেষত তেওঁলোকে ক্ষমতা ধৰি ৰাখিবগৈ নোৱাৰিলে। প্ৰায় দুই দশক কাল এই বাল্টিক সাগৰীয় দেশ কেইখন স্বাধীন হৈ থাকিল।

১৯১৯ চনত ইষ্টোনিয়াত বৃটিছ পৃষ্ঠপোষকতাত এক চভিয়েট বিৰোধী সামৰিক শক্তি গঢ়ি উঠিছিল। শ্বেত বাহিনীৰ অন্যতম নায়ক জেনেৰেল য়ুডিনিচে বৃটিছৰ সহায়ত ইষ্টোনিয়াত এক বিৰাট প্ৰতিবিপ্লৱী সেনাবাহিনী গঢ়ি তুলিছিল। ইষ্টোনিয়া আৰু লাটাভিয়াৰ বুৰ্জোৱা চৰকাৰে কিন্তু এই প্ৰচেষ্টাত সহায় কৰা নাছিল। কাৰণ য়ুডিনিচৰ লক্ষ্য আছিল ৰাচিয়াত পুৰণা শাসন আৰু সমাজ পুৰ্ণপ্ৰতিষ্ঠা কৰা। স্বাভাৱিকতেই ইষ্টোনিয়া আৰু লাটাভিয়াৰ ৰাইজৰ স্বাধীনতাৰ দাবিৰ প্ৰতি তেওঁৰ কোনোধৰণৰ অনুকম্পা নাছিল। এই শ্বেত জেনেৰেল য়ুডিনিচে কিন্তু ইষ্টোনিয়াৰ ঘাটিৰ পৰা চভিয়েট ৰাচিয়াৰ ওপৰত

আয়াৰল চন্নাই ৰাজধানী পেট্ৰোগ্ৰাডৰ কাষ পাইছিলগৈ। অৱশেষত এক কঠোৰ গৃহযুদ্ধৰ মাজেৰে চভিয়েট লালফৌজে য়ুডানিচক পৰাস্ত কৰিবলৈ সক্ষম হয়গৈ।

বায়াল'ৰাচিয়া আৰু বাল্টিক সাগৰীয় অঞ্চলত চভিয়েট চৰকাৰৰ জাতি সম্পৰ্কীয় নীতিৰ ৰূপায়নৰ প্ৰচেষ্টা আছিল এনেকুৱা। সকলো জাতিৰ আত্মনিয়ন্ত্ৰণ তথা বিচ্ছিন্নতাৰ অধিকাৰক স্বীকৃতি দিয়াৰ মাজেৰে জাতিবোৰৰ মাজত সমতাৰ ভিত্তিত সংগ্ৰামী ঐক্য গঢ়ি তুলিব বিচৰা হৈছিল। বুৰ্জোৱা বিচ্ছিন্নতাকামী জাতীয়তা-বাদী চিন্তাক পৰাস্ত কৰিবলৈ আনকি স্বাধীন চভিয়েট গণৰাজ্য গঠনৰ পৃষ্ঠ-পোষকতা কৰা হৈছিল। এনেদৰে চভিয়েট গণৰাজ্যবোৰৰ স্বেচ্ছাকৃত ঐক্যৰ দ্বাৰা এখন সম্মিলিত বহুজাতিক ফেডাৰেল ৰাচিয়া গঢ়ি তুলিব বিচৰা হৈছিল। বায়াল'ৰাচিয়াত এই নীতি আখৰে আখৰে পালন কৰি বলচেভিকসকল সফল-কামো হৈছিল। কিন্তু, অপেক্ষাকৃতভাৱে উন্নত পুঁজিবাদী বিকাশেৰে সংঘটিত হোৱা বাল্টিক সাগৰীয় দেশবোৰত স্থানীয় বলচেভিকসকলে স্বাধীন চভিয়েট গণৰাজ্য প্ৰতিষ্ঠাৰ পৰিবৰ্তে স্বায়ত্ত-শাসনৰ পৃষ্ঠপোষকতা কৰি বুৰ্জোৱাৰ জাতীয়তাবাদী আপিলৰ জনপ্ৰিয়তাৰ মোকাবিলা কৰিব নোৱাৰিলে। তিনিওখন দেশতে অৱশেষত বিভিন্ন ঐতিহাসিক কাৰণত বুৰ্জোৱা শ্ৰেণীয়েই ক্ষমতা লাভ কৰিবলৈ সক্ষম হ'লগৈ আৰু চভিয়েট চৰকাৰে এই তিনিওখন দেশতেই বুৰ্জোৱা চৰকাৰৰ অধীনতেই আত্মনিয়ন্ত্ৰণ তথা স্বাধীনতাৰ অধিকাৰ মানি ললে।

# ২২

## চাইবেৰিয়াত গৃহযুদ্ধ আৰু এডমিৰেল কলচাক'



● চাইবেৰিয়াত গৃহযুদ্ধৰ সূচনা ● বিভিন্ন ঠাইত প্ৰতিবিপ্লৱী চৰকাৰ গঠন ● এডমিৰেল কলচাকৰ অভ্যুদয় ● কলচাকৰ শ্বেতবাহিনীৰ সন্ত্ৰাস আৰু চাইবেৰিয়াত নিৰ্মম গৃহযুদ্ধ আৰম্ভ ● সমগ্ৰ চভিয়েট বিৰোধী প্ৰচেষ্টাৰ একত্ৰীকৰণ আৰু অভ্যুত্থানৰ জৰিয়তে কলচাকৰ সৰ্বময় ক্ষমতা গ্ৰহণ ● জাৰ পৰিয়ালৰ হত্যা ● পশ্চিমত জাৰ্মান বিপৰ্যয়ৰ ফলত পূব সীমান্তত চভিয়েট বাহিনীৰ আক্ৰমণ আৰম্ভ ● চাইবেৰিয়াত ব্যাপক কৃষক বিদ্ৰোহ ● চেক্ সেনাবাহিনীৰ বিৰুদ্ধে লালফৌজৰ অভিযান আৰু বিজয় লাভ ● চেক্ সেনাবাহিনীৰ ৰণাঙ্গনৰ পৰা অপসাৰণ ● কলচাকৰ বিৰুদ্ধে ক্যু-ডেটা আৰু কলচাকৰ পলায়ন ● লালফৌজৰ দ্বাৰা কলচাক বাহিনীৰ উৎখাত আৰম্ভ ● কলচাকৰ গ্ৰেপ্তাৰ, বিচাৰ আৰু মৃত্যুদণ্ড ● বিশাল চাইবেৰিয়াত গৃহযুদ্ধৰ স্বৰূপ ● শেষ অধ্যায়—সুদূৰ প্ৰাচ্যত স্বাধীন নিৰপেক্ষ গণৰাজ্যৰ প্ৰতিষ্ঠা, ইয়াৰ কাম-কাজ আৰু পতনৰ জৰিয়তে সমগ্ৰ চাইবেৰিয়া বাচিয়াত অন্তৰ্ভুক্তি।

টীকা আবদ্ধ প্রসংগ :

1. E. H. Carr—The Bolshevik Revolution. Penguin, London. Vol. I

2. অক্টোবর সমাজতান্ত্রিক মহাবিপ্লব : প্রগতি প্রকাশন, মস্কো। (বাংলা)

3. Encyclopedia Brittanica. Vol. 19. Chicago.

4. A Short History of the Soviet Union. Progress Publishers, Moscow.

গৃহযুদ্ধ এইবাৰ আৰম্ভ হ'ল চাইবেৰিয়াৰ বিস্তীর্ণ প্রান্তৰত।

চেক্‌ সেনাবাহিনীয়ে ট্রান্স চাইবেৰিয়া ৰেলপথৰ বেছিভাগ অংশ দখল কৰি পশ্চিমলৈ আগবাঢ়ি আহিল। এটা সময়ত তেওঁলোকে সমগ্র চাইবেৰিয়াকে ইউৰোপীয় ৰুচিয়াৰ পৰা বিচ্ছিন্ন কৰি পেলালে। জুন মাহত চেক বাহিনীয়ে গুৰুত্বপূর্ণ নগৰ চামাৰা দখল কৰি কোঠ মাৰি বহিল। চাইবেৰিয়াৰ ইউৰোপীয় অংশ আৰু মূল ৰাচিয়াৰ বহু এলেকাও তেওঁলোকে দখল কৰি ললে।

চেক্‌ সেনাবাহিনীৰ অভিযানে বিচ্ছিন্ন কৰি পেলোৱা এই মধ্য এচিয়া আৰু চাইবেৰিয়াত এইবাৰ বিভিন্ন ধৰণৰ চভিয়েট বিৰোধী চৰকাৰে পোখা মেলিবলৈ ধৰিলে। বিদেশী শক্তিৰ সহায় সমর্থনত এই চৰকাৰবোৰ শক্তিশালী হৈ উঠিল।

চামাৰাত চেক্‌ সেনাবাহিনীৰ ৰক্ষণাবেক্ষণত সোঁপন্থী চ'চিয়েল ৰিভলিউ-চনেৰী, সমাজবাদী, কেইজনমান মানচেভিক আৰু ভংগ কৰি দিয়া কনষ্টিটিউৱেন্ট এচেম্বলী বা সাংবিধানিক সভাৰ এগালমান সদস্যই এখন চৰকাৰ গঠন কৰিলে। কেইমাহমান বৰ্তি থকা এই প্রতিবিপ্লৱী চৰকাৰখন 'চামাৰা' চৰকাৰ বুলি জনাজাত।

১৯১৮ চনৰ জুলাই মাহত চাইবেৰিয়াৰ ওম্‌স্ক চহৰত আৰু এখন বলচেভিক বিৰোধী বুর্জোৱা চৰকাৰ গঠন কৰা হয়। পশ্চিম চাইবেৰিয়াৰ এক বিশাল অঞ্চল জুৰি এই চৰকাৰেও কিছুসময়ৰ বাবে নিজৰ কর্তৃত্ব প্রতিষ্ঠা কৰিব পাৰিছিল।

পূব চাইবেৰিয়াৰ কচাকসকলৰ প্রধান (আটামেন) চেমেনভে ১৯১৭ চনৰ শেষৰফালে এক বিদ্রোহী কচাক সেনাদল গঢ়ি তোলে আৰু চাইবেৰিয়া অভিমুখে অভিযান আৰম্ভ কৰে। প্রথমে ফৰাচী সহায়ত আৰম্ভ হোৱা এই প্রচেষ্টাই শেষত ১৯১৮ চনত পূবত জাপানী অৱতৰণকাৰী সেনাসকলৰ সমর্থন লাভ কৰিবলৈ সক্ষম হয়। বৈকাল হ্রদৰ কাষৰ এক বিৰাট অঞ্চল জুৰি জাপানী সেনাৰ সহায়ত চেমেনভে চিতা নগৰীত এখন চৰকাৰ গঠন কৰে।

এনেদৰে আৰু বেলেগ বেলেগ ঠাইতো চৰকাৰ গঢ়াৰ প্রচেষ্টা চলে।

বিদেশী শক্তিবোৰে এই আটাইবোৰ বলচেভিক বিৰোধী শক্তিকে একত্রিত কৰি এক ঐক্যবদ্ধ চভিয়েট বিৰোধী কেন্দ্র গঢ়ি তুলিবলৈ প্রচণ্ড হেঁচা দিয়ে। পূব চাইবেৰিয়াৰ জাৰৰ নৌবাহিনীৰ এডমিৰেল কলচাকেও এক নিজস্ব শক্তিশালী শ্বেতবাহিনী ইতিমধ্যে গঢ়ি তুলিছে। এই আটাইবোৰকে একত্রিত কৰিবলৈ চেপ্টেম্বৰ মাহত (১৯১৮) উফা নগৰীত এখন সভা আহ্বান কৰা হয়। জাপানী-সকলৰ প্রভাৱত চেমেনভে এই সভাত যোগ নিদিলেও বাদ-বাকী চামাৰা চৰকাৰ, ওম্‌স্কৰ চৰকাৰ, বিভিন্ন বিদ্রোহী কচাক সেনানায়কবোৰৰ চৰকাৰবোৰ আৰু উপজাতিসকলৰ মাজৰ পৰা কাজাখ, তুর্কতাৰ্তাৰ আৰু বচকিৰ্‌ চৰকাৰৰ প্রতিনিধিয়ে (এই উপজাতিয় চৰকাৰবোৰো মূলতে বিপ্লৱৰ পাছত গঢ়ি উঠা

উপজাতিবোৰৰ শাসকগোষ্ঠীৰ চভিয়েট বিৰোধী চৰকাৰ আছিল ) ইয়াত যোগ দান কৰে। ২৩ চেপ্টেম্বৰৰ দিনা সকলো মিলি এক অন্তৰ্বৰ্তীকালিন সৰ্বৰুচ-চৰকাৰ ( Provisional All Russian Government ) গঠন কৰে। এখন সাংবিধানিক সভা আহ্বান কৰি এই চৰকাৰক স্থায়ী ৰূপ দিবলৈ স্থিৰ কৰা হয় আৰু চৰকাৰৰ কাম-কাজ পৰিচালনা কৰিবলৈ এখন পাঁচজনীয়া সঞ্চালক মণ্ডলি ( ডাইৰেক্টৰেট ) গঠন কৰা হয়। সোঁপন্থী চ'চিয়েল ৰিভলিউচনেৰী নেতা এভ্‌ক্‌জেনটিভ ইয়াৰ সভাপতি হয়। ওম্‌স্ক নগৰীত এই চৰকাৰে কাম-কাজ আৰম্ভ কৰে।

ইতিমধ্যে কিন্তু যুদ্ধক্ষেত্ৰত চভিয়েট বাহিনীয়ে গুৰুত্বপূৰ্ণ বিজয় লাভ কৰিবলৈ সক্ষম হয়। ৰেডগাৰ্ড, বিপ্লৱী নাৱিক, শ্ৰমিক আৰু বিশ্বাসী সেনা-সকলেৰে গঠিত লালফৌজে চেক্ সেনাবাহিনীৰ বিৰুদ্ধে প্ৰচণ্ড অভিযান আৰম্ভ কৰে আৰু এখনৰ পাছত এখনকৈ চিম্‌বিৰস্ক, কাজান আদি নগৰ মুক্ত কৰে আৰু চামাৰা অভিমুখে অভিযান আৰম্ভ কৰে। অক্টোবৰ মাহত লালফৌজে চামাৰা মুক্ত কৰে। চামাৰা চৰকাৰৰ সদস্যসকল ছেদেলি-ভেদেলি হৈ দিহিঙে-দিপাঙে পলাই যায়।

ইতিমধ্যে সুদূৰ পূৱৰ পৰা এডমিৰেল কলচাক সেনা-সামন্তৰে সৈতে পশ্চিম চাইবেৰিয়ালৈ আগবাঢ়ি আহিল। ব্লাডিভষ্টকত তেওঁ গঢ়ি তোলা প্ৰতিবিপ্লৱী শ্বেতবাহিনীয়ে বাটে-পথে চভিয়েটবোৰ ধ্বংস কৰি আহিছিল। বৃটিছ চৰকাৰে এই বাহিনীক ধন-জন অস্ত্ৰ-শস্ত্ৰ সকলোফালেদি সহায় কৰিছিল আৰু বৃটিছ সামৰিক প্ৰশিক্ষকসকলে এই বাহিনীক প্ৰশিক্ষণ দিছিল। প্ৰাচীনপন্থী এডমিৰেল কলচাক আৰু তেওঁৰ সেনাসকলে অতি নৃশংসভাৱে বলচেভিকসকলক ধ্বংস কৰিবলৈ, চভিয়েট ক্ষমতা উৎখাত কৰিবলৈ চেষ্টা কৰিছিল। চেক সেনা-বাহিনীৰ সহায় সমৰ্থনত তেওঁ চাইবেৰিয়াত বিপ্লৱৰ কণ-কঠীয়া মাৰিবলৈ উদ্যোগ লৈছিল। চেক্ সেনানায়কসকল এই বৰ্বৰতাত অতি ক্ৰুদ্ধ হৈ পৰিছিল। কলচাকৰ শ্বেত বাহিনীৰ লগত লগ লাগি চেক্ সেনাসকলেও এনে অত্যাচাৰ উৎপীড়নৰ অংশীদাৰ হৈ পৰাত তেওঁলোক স্বাভাৱিকতেই চিন্তিত হৈ পৰিছিল। চেক্ সেনানায়কসকলে লিখিছিল, "চেক্ আৰু শ্লোভাক সঙ্গীনৰ ৰক্ষণাবেক্ষণৰ অধীনত স্থানীয় ৰুচ সামৰিক সংগঠনে এনে ধৰণৰ কিছুমান কামত লিপ্ত হৈছে যিবোৰে সমগ্ৰ সভ্যজগতক ত্ৰাসিত কৰি তুলিব। গাঁৱৰ পাছত গাঁও জ্বলাই দিয়া, অসামৰিক ৰুচ লোকক সেনাবাহিনীৰ সমগ্ৰ এটা গোটে ধৰি অমানুষিকভাৱে মাৰধৰ কৰা, ৰাজনৈতিকভাৱে নিৰ্ভৰযোগ্য নহয় বুলি সন্দেহ কৰিয়েই গণ-তান্ত্ৰিক লোকসকলক বিনা বিচাৰে গুলিয়াই হত্যা কৰাতো নিত্য-নৈমিত্তিক ঘটনা হৈ পৰিছে।"

সঁচাকৈয়ে দয়া-মায়াহীন আছিল কলচাকৰ বাহিনীৰ লগত হোৱা গৃহযুদ্ধ।

চভিয়েট লালফৌজ বা কলচাকৰ শ্বেত ফৌজ কোনেও কাকো সামান্য অনুকম্পাও দেখুৱা নাছিল। এটাই আনটোক সম্পূর্ণভাৱে ধ্বংস কৰিবলৈ আছিল দৃঢ়-প্ৰতিজ্ঞ। সেয়ে এনে সংগ্ৰামত যুদ্ধবন্দী হোৱা সৈনিকসকলক বন্দী কৰাৰ কোনো নিয়ম মনা হোৱা নাছিল। যুদ্ধবন্দীসকলক ততালিকে হত্যা কৰা হৈছিল। এটা পক্ষই আনটো পক্ষৰ শেষজনলৈকে ধ্বংস কৰিবলৈ চেষ্টা কৰিছিল। এনে নৃশংস গৃহযুদ্ধত হাজাৰে হাজাৰে সৈনিক, অসামৰিক লোক মৃত্যুৰ মুখত পৰিছিল।

কলচাকৰ বাহিনীৰ নৃশংসতা কেৱল যুদ্ধক্ষেত্ৰতেই সীমাবদ্ধ নাছিল।

নিজৰ সেনাবাহিনীৰ বাবে ৰচদ-পাতি আৰু ঘোঁৰা যোগাৰ কৰিবৰ বাবে কলচাকে চাইবেৰিয়াত গাঁৱৰ পাছত গাঁও লুটপাট কৰিছিল। জোৰ জবৰদস্তি কৰি খাদ্য শস্য কাঢ়ি নিছিল কৃষকসকলৰ পৰা। প্ৰতিৰোধটো দূৰৰে কথা, কোনোবাই সামান্য প্ৰতিবাদ কৰিলেও শাস্তি হিছাপে শ্বেতবাহিনীয়ে সমগ্ৰ গাঁওখনকে জ্বলাই দিছিল আৰু নিৰ্বিচাৰে মানুহক গুলি কৰি মাৰিছিল। যিবোৰ গাঁৱে চভিয়েট শক্তি বা লালফৌজক সহায় কৰিছিল বুলি গম পাইছিল, সেইবোৰ গাঁও তেওঁ সম্পূৰ্ণ নিশ্চিহ্ন কৰি পেলাইছিল। চভিয়েটৰ বা বিপ্লৱৰ লগত যুক্ত থকা বুলি কাৰোবাৰ ওপৰত সন্দেহ হ'লেই চলিছিল অকথ্য অত্যাচাৰ। কেতিয়াবা সন্দেহবশতঃ বহুলোকক মেচিনগানেৰে গুলিয়াই ছিন্ন-ভিন্ন কৰি দিয়া হৈছিল। প্ৰতি অঞ্চলতে স্থানীয় দালাল, শ্বেতবাহিনীৰ সমৰ্থকসকলৰ সহায়ত বলচেভিক আৰু বিপ্লৱীসকলক খেদি মেলি ধৰা হৈছিল।

কেতিয়াবা নিজে বলে পৰা পৰিমাণে খাদ্যশস্য, বয়-বস্তু আদি লোৱাৰ পিছত কিবা নিব নোৱাৰাকৈ ৰৈ গলে সেইবোৰ যাতে লালফৌজৰ হাতত নপৰে তাৰবাবে সমগ্ৰ খাদ্যশস্যৰ ভঁৰালবোৰেই জ্বলাই দিয়া হৈছিল। ট্ৰেন্স-চাইবেৰিয় ৰেল লাইনৰ দুয়োকাষৰ ঘন বসতিপূৰ্ণ গাঁওবোৰ কলচাক বাহিনীৰ শ্বেতসন্ত্ৰাসত বিধ্বস্ত হৈ পৰিছিল। চাৰিওফালে ভয়ানক আকালে দেখা দিবলৈ আৰম্ভ কৰিছিল। ভয়ত মানুহে গাঁও-চহৰ এৰি চাইবেৰিয়াৰ অৰণ্য অঞ্চলৰ মাজত লুকাই থাকিব লগীয়া হৈছিল।

এনেদৰেই শ্বেতবাহিনীৰ বিৰুদ্ধে চাইবেৰিয়াৰ বিভিন্ন ঠাইত বিভিন্ন গেৰিলা ফৌজবোৰ গঢ়ি উঠিছিল। লালফৌজৰ সহায়ত, বলচেভিকসকলৰ নিৰ্দেশত আৰু কেতিয়াবা স্বতঃস্ফূৰ্তভাৱে এই গেৰিলাবাহিনীবোৰে কলচাক আৰু পাছৰ অন্যান্য শ্বেতবাহিনীবোৰৰ বিৰুদ্ধে অবিৰত সংগ্ৰাম চলাই গৈছিল।

যেতিয়া কোনো চহৰ, গাঁও বা এলেকা লালফৌজ বা এনে মুক্তি যুদ্ধাসকলে দখল কৰি লৈছিল, তেতিয়া তেওঁলোকেই শ্বেতবাহিনীৰ দালাল, সহায় কৰোঁতা লোক আৰু বুৰ্জোৱাহঁতক ধৰি ধৰি হত্যা কৰিছিল।

এক নিৰ্মম, নিৰ্দয়, ৰক্তাক্ত গৃহযুদ্ধই সমগ্ৰ চাইবেৰিয়া অঁচৰেই ছানি পেলাইছিল।

এডমিৰেল কলচাকে ওম্স্ক নগৰ পোৱাৰ পিছত বৃটিছৰ সমৰ্থনত বিদ্ৰোহী চৰকাৰৰ সমগ্ৰ ক্ষমতা নিজৰ হাতলৈ আনিবলৈ চেষ্টা চলালে। ১৮ নবেম্বৰৰ দিনা তেওঁ সশস্ত্ৰ অভ্যুত্থানৰ জৰিয়তে ওম্স্কৰ অন্তৰ্বৰ্তীকালিন সৰ্বৰুচ চৰকাৰখন ওফৰাই দিয়ে আৰু নিজকে সৰ্বময় শাসনকৰ্তা বুলি ঘোষণা কৰে। কলচাকৰ এই ক্যুডেটাৰ ফলত এই বলচেভিক বিৰোধী চৰকাৰখনৰ যিবা এক সম্মান আৰু সমৰ্থন আছিল সিও লোপ পালে। বেছিভাগ সদস্যয়েই ওম্স্কৰ পৰা হয় আঁতৰি গ'ল, নহ'লে নিষ্ক্ৰিয় হৈ পৰিল ; বহুতে গৈ বলচেভিক সকলৰো ল'গ লাগিলগৈ।

বিদেশী শক্তিবোৰে এইবাৰ এডমিৰেল কলচাকৰ মাজতেই ৰাচিয়াক বলচেভিকৰ প্ৰভাৱৰ পৰা মুক্ত কৰাৰ উপায় দেখিবলৈ পালেগৈ। তেওঁলোকে কলচাকক প্ৰচুৰ সহায় সমৰ্থন দিবলৈ আৰম্ভ কৰিলে।

এই সময়ছোৱাত ( ১৯১৮ চনৰ প্ৰথম ছটা মাহত ) বহুকেইটা গুৰুত্বপূৰ্ণ ঘটনা প্ৰায় এঁকেলগেই ঘটিবলৈ আৰম্ভ কৰিলে।

প্ৰথমটো আছিল জাৰ নিকলাচ আৰু তেওঁৰ পৰিয়ালবৰ্গক হত্যা।

বলচেভিক চৰকাৰে ক্ষমতাচ্যুত জাৰ আৰু তেওঁৰ পৰিয়ালক চাইবেৰিয়াৰ একেটেৰিণবাৰ্গ বোলা চহৰত অন্তৰীণ কৰি ৰাখিছিল। দৰাচলতে বুৰ্জোৱা অস্থায়ী চৰকাৰৰ দিনৰ পৰাই তেওঁলোকক তাত ৰখা হৈছিল। স্থানীয় চভিয়েটৰ ওপৰত এই ৰাজকীয় বন্দীসকলক দেখা-শুনা কৰাৰ দায়িত্ব আছিল। জাৰ আৰু তেওঁৰ পৰিয়ালৰ ভৱিষ্যৎ লৈ ৰাচিয়াত বিভিন্ন ধৰণৰ বিতৰ্ক চলি আছিল। জাৰ নিকলাচ ( দ্বিতীয়ই ) ফেব্ৰুৱাৰী গণতান্ত্ৰিক বিপ্লৱৰ সময়তেই সিংহাসন ত্যাগ কৰিলেও তেওঁৰ ৰাজনৈতিক ভূমিকা লৈ বহুত প্ৰশ্ন থাকি গৈছিল। ৰাচিয়াত প্ৰাচীনপন্থী সকলেতো শেষ মুহূৰ্তলৈকে জাৰক সিংহাসনত পুনৰ বহুৱাৰ সপোন দেখিছিল, বাঞ্ছা কৰিছিল সৰ্বময় ৰাজতন্ত্ৰৰ পুনৰ প্ৰতিষ্ঠা। বহু বুৰ্জোৱা দলেও জাৰক সমগ্ৰ ৰাচিয়াক ঐক্যবদ্ধ কৰি ৰাখিব পৰা এক প্ৰতীক হিছাপে লৈ বৃটেইনৰ আৰ্হিত এক সাংবিধানিক ৰাজতন্ত্ৰ পুনৰ প্ৰতিষ্ঠাৰ কথাও ভাবিছিল। আনহাতে বলচেভিকসকলে শত্ৰুৱে জাৰক লৈ কিবা ৰাজনৈতিক গণ্ডগোল কৰিবলৈ চেষ্টা কৰে বুলি আশংকা কৰি জাৰৰ ওপৰত চোকা নজৰ ৰাখিছিল। কলচাক আৰু চেক্ সেনাসকল যেতিয়া আহি প্ৰায় একেটেৰিণবাৰ্গৰ ওচৰ পালেহি তেতিয়া তেওঁলোক সঁচকিত হৈ উঠিল। আনহাতে জাৰ পৰিয়ালেও ওম্স্কলৈ পলাই যাবলৈ বিচাৰিছে বুলি গুজব প্ৰচাৰ হ'ল। যদি এবাৰ কেনেবাকৈ জাৰ পৰিয়াল শ্বেতবাহিনীৰ লগ লাগেগৈ, তেনেহ'লে জাৰক আগত লৈ প্ৰতিবিপ্লৱীসকলে এক ৰাজনৈতিক গণ্ডগোল লগাব পাৰে।

গৃহযুদ্ধৰ সেই পৰিস্থিতিত এনে কাম ঘটিবলৈ দিব নোৱাৰে তেওঁলোকে। জুলাইৰ ১৬-১৭ তাৰিখে একেটেৰিনবাৰ্গ চভিয়েটৰ সদস্যসকলে জাৰ পৰিয়াল সম্পৰ্কে খৰখেদাকৈ এক সিদ্ধান্ত লয়। এই সিদ্ধান্ত মতে নাগৰিক আৰু নাগৰিকা ৰমানভক তেওঁৰ পুত্ৰ-কন্যাসহ কোনোধৰণৰ বিচাৰ নকৰাকৈ গুলিয়াই হত্যা কৰে। জাৰ পৰিয়ালৰ হত্যাৰ লগে লগে ৰুচ ইতিহাসৰ এটা অধ্যায়ৰ অন্ত পৰিল।

ইতিমধ্যে ৰণক্ষেত্ৰত চভিয়েট বাহিনী শক্তিশালীহৈ উঠিবলৈ আৰম্ভ কৰিছে। ইউৰোপৰ পশ্চিম সীমান্তত জাৰ্মান সামৰিক বিপৰ্যয় আৰম্ভ হোৱাৰ লগে লগে জাৰ্মান সাম্ৰাজ্য তথা জাৰ্মান-অষ্ট্ৰিয়ান কেন্দ্ৰীয় শক্তিৰ পতন আৰম্ভ হয়। ইয়াৰ ফলত পূৰ্বদিশত; ৰাচিয়াত, জাৰ্মান দখলকাৰী সেনাবাহিনীও নাইকিয়া হৈ পৰিবলৈ ধৰে। লেনিনে কোৱাৰ দৰে সঁচাকৈয়ে কেন্দ্ৰীয় শক্তিসমূহৰ পতনৰ লগে লগে ব্ৰেষ্টলিটভস্ক চুক্তিখনো নিজে নিজে জহি-খহি নাইকিয়া হৈ যবলৈ ধৰিলে। জাৰ্মান সেনাৰ দখলত থকা ইউক্ৰেন, বায়েলৰাচিয়া, বাল্টিক সাগৰীয় দেশ লাটাভিয়া, লিথুৱানীয়া, ইষ্টোনিয়াও ৰক্ষণাবেক্ষণহীন হৈ পৰে। এই অঞ্চলবোৰত চভিয়েট শক্তি পুনৰ প্ৰতিষ্ঠাৰ কাম এইবাৰ আকৌ আৰম্ভ হয়। ইউক্ৰেন, বায়েলৰাচিয়া আৰু বাল্টিক সাগৰীয় দেশবোৰত স্বাধীন বা অন্যধৰণৰ চভিয়েট চৰকাৰ গঠনৰ কাম আৰম্ভ হৈ যায়। (এই প্ৰচেষ্টাবোৰৰ পৰিণতি সম্পৰ্কে আগৰ অধ্যায়ত উল্লেখ কৰি অহা হৈছেই)। কেন্দ্ৰীয় শক্তিবোৰৰ এনে ৰাজনৈতিক পতনৰ ফলত আকৌ এবাৰ ইউৰোপত বিপ্লৱী জাগৰণ হোৱাৰ সম্ভাৱনা উজ্জ্বল হৈ উঠিল। বলচেভিকসকলে আকুল আগ্ৰহেৰে এই বিপ্লৱ আৰম্ভ হোৱালৈ বাট চালে। হঠাৎ এই সময়তে জাৰ্মান নৌবহৰত বিদ্ৰোহ আৰম্ভ হ'ল। কিয়েল পোতাশ্ৰয়ত যুদ্ধ জাহাজবোৰত ৰঙা পতাকা উত্তোলন কৰা হ'ল। জাৰ্মান তথা ইউৰোপীয় বিপ্লৱৰ এয়ে সূচনা বুলি ৰুচ বলচেভিক-সকলে ইয়াক সাদৰ সম্ভাষণ জনালে। কিন্তু, তেওঁলোকে আশাকৰা মতে ইউৰোপীয় বিপ্লৱ আৰম্ভ হৈ নগ'ল, জাৰ্মান চৰকাৰে এই নৌবিদ্ৰোহ মষিমূৰ কৰিলে।

কিন্তু জাৰ্মান বিপৰ্যয়ৰ ফলত ৰাচিয়াৰ পশ্চিম সীমান্তৰ সামৰিক ভাবুকি নাইকিয়া হৈ গ'ল। চভিয়েট চৰকাৰে এইবাৰ পশ্চিম সীমান্তৰ পৰা লাল-ফৌজৰ সেনাবোৰ গৃহযুদ্ধৰ ৰণাঙ্গনলৈ লৈ আহিবলৈ সক্ষম হ'ল। লগে লগে গৃহযুদ্ধত গুণগত পৰিৱৰ্তন ঘটিবলৈ ধৰিলে। চভিয়েট লালফৌজে এইবাৰ প্ৰাধান্য বিস্তাৰ কৰিবলৈ আৰম্ভ কৰিলে। বিদ্ৰোহী চেক্ বাহিনী আৰু কলচাকৰ শ্বেতবাহিনীক লালফৌজে এখনৰ পিছত এখন যুদ্ধত পৰাজিত কৰিবলৈ ধৰিলে। চেক্ অগ্ৰগতি বন্ধ হৈ গ'ল। বৰঞ্চ চেক্ বাহিনী এইবাৰ পশ্চাদপসৰণ কৰিবলৈ বাধ্য হ'ল।

কলচাকৰ শ্বেত চৰকাৰৰ অত্যাচাৰ উৎপীড়নৰ ফলত ইতিমধ্যে বিশাল চাইবেৰিয়াৰ বিভিন্ন অঞ্চলত ব্যাপক কৃষক বিদ্ৰোহ আৰম্ভ হৈ গ'ল। বিদ্ৰোহী কৃষকসকলে বলচেভিক নেতৃত্ব সশস্ত্ৰ গেৰিলাবাহিনী বনাই হাবিত থাকি শ্বেতবাহিনীৰ বিৰুদ্ধে যুদ্ধ কৰিবলৈ আৰম্ভ কৰিলে। ১৯১৯ চনলৈ সমগ্ৰ চাইবেৰিয়া কৃষক গেৰিলা যুদ্ধত উত্তাল হৈ উঠিল। ইতিমধ্যে চেক্ বাহিনীক হৰুৱাই চভিয়েট লালফৌজো ক্ৰমে পূবলৈ আগবাঢ়ি আহিল। সশস্ত্ৰ কৃষকৰ দলবোৰে লালফৌজৰ লগ হৈ চাইবেৰিয়াৰ পৰা কলচাকৰ শ্বেতবাহিনীক উৎখাত কৰিবলৈ আৰম্ভ কৰিলে।

এই সময়তে এডমিৰেল কলচাকৰ চৰকাৰে বিদেশী শক্তিবোৰৰ পৰা ৰাচিয়াৰ বৈধ চৰকাৰ হিচাপে স্বীকৃতি লাভ কৰিবলৈকো সক্ষম হ'ল। ইমান দিনে জাপানী প্ৰভাৱত চাইবেৰিয়াৰ কচাক নেতা চেমেনভে কলচাকৰ কৰ্তৃত্ব মানি লোৱা নাছিল। আনকি কলচাকে চেমেনভক সামৰিক কমাণ্ডৰ পৰা অপসাৰিত কৰিব খোজা প্ৰচেষ্টাও জাপানী হস্তক্ষেপত বন্ধ হৈছিল। এতিয়া চেমেনভেও কলচাক চৰকাৰৰ কৰ্তৃত্ব মানি ললে। চভিয়েট লালফৌজৰ অভিযান আৰম্ভ হোৱাৰ লগে লগে শ্বেতবাহিনীও সংগঠিত হৈ পৰিল। পৰিচত পশ্চিমীয়া শক্তিবোৰে ইয়াৰ আগতে চভিয়েট ৰাচিয়াৰ লগত এটা বুজাপৰালৈ আহিবলৈ যি প্ৰচেষ্টা হাতত লৈছিল, এইবাৰ কলচাকৰ ভৰসাতে তেওঁলোকে ইয়াকো বাতিল কৰিলে। কলচাকৰ অত্যাচাৰী শ্বেতবাহিনীয়ে কিন্তু চভিয়েট লালফৌজক বেছি দেৰী বাধা দি ৰাখিব নোৱাৰিলে। ১৯১৯ চনৰ শেষৰ ফালে ( নৱেম্বৰ মাহত ) শ্বেত বাহিনীয়ে ওম্স্ক চহৰ এৰি যাবলৈ বাধ্য হ'ল। দুদিনৰ পাছতেই লালফৌজে এই চহৰ দখল কৰি ললে।

এই সময়ত চেক্ সেনাবাহিনীয়েও কলচাকক সমৰ্থন জনাই যাবলৈ অমান্তি হ'ল। ৰুচ গৃহযুদ্ধত আৱদ্ধ হৈ পৰি তেওঁলোকৰ অৱস্থা নাইকিয়া হ'ল। যুদ্ধই আমনিলে তেওঁলোকক। বিদেশী শক্তিবোৰক তেওঁলোকে খোলাখুলিকৈ জনাই দিলে তেওঁলোকে আৰু অত্যাচাৰী কলচাক চৰকাৰক সহায়ো কৰিব নোৱাৰে আৰু ট্ৰান্স-চাইবেৰীয় ৰেলপথক ৰক্ষণাবেক্ষণ দিবও নোৱাৰে। তেওঁলোকে ততালিকে যুদ্ধক্ষেত্ৰৰ পৰা আঁতৰি যাবলৈ দিবলৈ দাবি জনালে। বলচেভিকসকলে এই দাবি মানি ললে। চেক্ সেনাসকলক সসম্মানে আঁতৰি যাবলৈ দিবলৈ তেওঁলোকৰ কোনো আপত্তি নাই।

চেক্ সেনাসকল এনেদৰে নিষ্ক্ৰিয় হৈ আঁতৰি পৰাত এডমিৰেল কলচাকৰ শ্বেত বাহিনীবো কঁকাল পৰি আহিল। ওম্স্কৰ পৰা আঁতৰি গৈ কলচাকে পূব চাইবেৰিয়াৰ বৈকাল হ্ৰদৰ পাৰৰ ইৰকুট্স্কত শ্বেত চৰকাৰৰ ৰাজধানী প্ৰতিষ্ঠা কৰিলেগৈ। কিন্তু ইয়াতো কিছুদিনৰ পাছত গণ্ডগোল আৰম্ভ হ'ল। কলচাকৰ ব্যৱহাৰ আৰু কাৰ্যকলাপে ইতিমধ্যে তেওঁৰ চৰকাৰক সমৰ্থন কৰা

ৰাজনৈতিক দলবোৰকো নিষিদ্ধ কৰি পেলাইছিল। ১৯১৯ চনৰ ২৪ ডিচেম্বৰৰ দিনা ইৰকুট্স্কত কলচাকৰ চৰকাৰৰ বিৰুদ্ধে এওঁলোকে এক সশস্ত্ৰ অভ্যুত্থান আৰম্ভ কৰিলে। কলচাকৰ অধীনৰ সেন্যসকলৰ একাংশৰ সমৰ্থনো এওঁলোকে লাভ কৰিলে। এক ৰক্তাক্ত অভ্যুত্থানৰ মাজেৰে ১৯২০ চনৰ ৫ জানুৱাৰীৰ দিনা বিদ্ৰোহীসকলে কলচাকৰ শ্বেত চৰকাৰ ভাঙি দিলে আৰু চ'চিয়েল ৰিভলিউচনেৰী দলৰ নেতাসকলৰ উদ্যোগত 'ৰাজনৈতিক কেন্দ্ৰ – পলিটিকেল চেণ্টাৰ' নামে এক নতুন চৰকাৰ গঠন কৰিলে। কলচাক কথমপি পলাই সাৰি ভাৰখান-উদিনস্ক পালেগৈ। তেওঁৰ এজন অনুগত জেনেৰেল কেপেল্লে এদল সৈন্য লৈ বৰফেৰে গোটমাৰি থকা বৈকাল হ্ৰদৰ ওপৰেদি গৈ পূৱ চাইবেৰিয়াত কচাক নেতা চেমেনভৰ লগ লাগিলেগৈ। তাত তেওঁ আৰু দুটা বছৰ বলচেভিকসকলৰ বিৰুদ্ধে এক ৰক্তাক্ত সংগ্ৰাম চলাই গৈছিল।

কলচাকক এইবাৰ তেওঁৰ অনুগামীসকলেই ৰাজনৈতিক ক্ষমতা এৰি দিবলৈ হেঁচা মাৰি ধৰিলে। তেওঁৰ নেতৃত্বৰ ওপৰত সকলোৰে বিতৃষ্ণা জন্মিছিলগৈ। উপায়ন্তৰ হৈ কলচাকে এখন আদেশনামাৰ জৰিয়তে তেওঁৰ হাতৰ 'ৰাচিয়াৰ সৰ্বময় ক্ষমতা' জেনেৰেল ডেনিকিনৰ হাতলৈ হস্তান্তৰিত কৰিবলৈ বাধ্য হ'ল। চাইবেৰিয়াৰ সমগ্ৰ প্ৰশাসনিক আৰু সামৰিক শক্তি তেওঁৰ অন্যতম প্ৰধান বিৰোধী কচাক নেতা চেমেনভৰ হাতলৈ এৰি দিব লগা হ'ল। ক্ষমতাহীন এডমিৰেল কলচাকে এইবাৰ পশ্চিমলৈ পলাই যাবলৈ চেষ্টা কৰিলে।

ইতিমধ্যে চ'চিয়েল ৰিভলিউচনেৰী নেতাসকলৰ উদ্যোগত গঢ়ি উঠা 'ৰাজনৈতিক কেন্দ্ৰ'ৰো অৱস্থা শোচনীয় হৈ পৰিল। কোনেও এই চৰকাৰক সমৰ্থন কৰিবলৈ ৰাজী নহ'ল। উপায়হীন হৈ এই চৰকাৰে ১৫ দিনৰ পিছতেই বলচেভিক 'সামৰিক বৈপ্লৱিক সমিতি'ৰ হাতত শান্তিপূৰ্ণভাৱে নিজৰ ক্ষমতা অৰ্পণ কৰিলে। চাইবেৰিয়াত এতিয়া ৰাজনৈতিক ক্ষমতাৰ মূল কেন্দ্ৰবিন্দু হৈ পৰিল বলচেভিক সামৰিক বৈপ্লৱিক সমিতি।'

আনহাতে পলাই যাওঁতেই বাটতে এডমিৰেল কলচাক চেক্ সেনাবাহিনীৰ দল এটাৰ হাতত বন্দী হ'ল। চেক্ বাহিনীয়ে বন্দী কলচাকক সামৰিক বৈপ্লৱিক সমিতিৰ হাতত শোধাই দিলে। ফেব্ৰুৱাৰী মাহৰ ৭ তাৰিখে (১৯২০ চন) এই সমিতিয়ে কলচাকৰ বিচাৰ কৰি মৃত্যুদণ্ড দিলে। সেইদিনাই তেওঁক গুলিয়াই হত্যা কৰা হ'ল।

কলচাকৰ মৃত্যুৰ লগে লগে চাইবেৰিয়াত গৃহযুদ্ধৰ এটা নৃশংস, ৰক্তাক্ত অধ্যায়ৰ অন্ত পৰিল। এতিয়া বাকী থাকিল মাঠোন দুটা শক্তি —চভিয়েট লালফৌজ আৰু জাপানী সেনাবাহিনী। দুই পক্ষই সম্মুখ সংঘৰ্ষৰ বাট সযত্নে এৰাই চলিবলৈ ধৰিলে। লাহে লাহে জাপানী বাহিনীও ৰাচিয়াৰ পৰা আঁতৰি যাবলৈ ধৰিলে। অৱশেষত বিশাল চাইবেৰিয়াৰ পূবৰ

বৃটিছ, আমেৰিকান, জাপানী আদিৰ বিদেশী সেনা আৰু শ্বেতবাহিনীৰ অৱশিষ্ট সেনা থকা এটা এলেকাৰ বাহিৰে বাকী সকলোখিনি চোভিয়েট শক্তিৰ অধীন হৈ পৰিল। ১৯২১ চনৰ শেষলৈ এই প্ৰক্ৰিয়াই সম্পূৰ্ণতা লাভ কৰিলে।

বিশাল চাইবেৰিয়া আছিল অতি পাতল জনবসতিৰ এলেকা। দক্ষিণৰ ট্ৰান্স-চাইবেৰিয় ৰেলপথ আৰু নদীবোৰৰ দুয়োপাৰে স্তেপৰ সাৰুৱা সমতলত কিন্তু ঘন জনবসতিপূৰ্ণ জনপদসমূহ গঢ়ি উঠিছিল। এইবোৰ এলেকাত মূলতেই ইউৰোপীয় ৰাচিয়াৰ পৰা অহা খেতিয়কসকল আৰু ঠায়ে ঠায়ে কচাকসকল বাস কৰিছিল। চাইবেৰিয়াত ৰুচভাষী লোকৰ কলনিয়েই আছিল সৰ্বাধিক। ভূমিহীন আৰু দৰিদ্ৰ ৰুচ খেতিয়কসকলে খেতিৰ মাটি বিচাৰি দলে দলে চাইবেৰিয়ালৈ আহিছিল। ইয়াৰ বিশাল সমতলত তেওঁলোকে একোখণ্ড ডাঙৰ মাটিত খেতি-বাতি কৰাৰ সুবিধা পাইছিল। ইউৰোপীয় ৰাচিয়াৰ কৃষকসকলৰ তুলনাত সেয়ে চাইবেৰিয়াৰ খেতিয়কসকলৰ হাতত জনমূৰি বহু বেছি মাটি আছিল। এই ৰুচভাষী লোকসকলৰ মাজত সেয়ে কোনোধৰণৰ জাতিসত্তাৰ সমস্যা নাছিল। জাতিয়তাবাদ, জাতীয় আত্মনিয়ন্ত্ৰণৰ অধিকাৰ আদি প্ৰশ্নবোৰৰ চাইবেৰিয়াৰ সমাজত কোনো গুৰুত্ব নাছিল। ইয়াৰ ৰাজনীতিয়ে মূলতেই ৰাচিয়াৰ মূলসুঁতিৰ দলীয় ৰাজনীতি আৰু শ্ৰেণীচেতনাকেই প্ৰতিফলিত কৰিছিল। সেয়ে চাইবেৰিয়াৰ বেছিভাগতেই গৃহযুদ্ধ মূলতেই, শ্ৰেণীগত আৰু দলীয় ৰাজনীতিৰ আধাৰতেই পৰিচালিত হৈছিল। কেৱল সীমান্তৱৰ্তী এলেকাৰ কচাক আৰু কাজাখসকলৰ মাজতহে সামান্য জাতিয়তাবাদৰ প্ৰভাৱ আছিল।

চাইবেৰিয়াৰ বিশাল স্তেপভূমিত যিবোৰ অঘৰী পশুপালক জনগোষ্ঠীয়ে বসবাস কৰিছিল, তেওঁবিলাকৰ মাজত জাতীয়তাবাদী আদৰ্শই খোপনি পুতিব পৰাকৈ সামাজিক বিকাশেই সংঘটিত হোৱা নাছিল। সেয়ে-তেওঁলোকৰ বাবে জাতীয়তাবাদীৰাজনীতিৰ প্ৰাসংগিকতাও নাছিল। অঘৰী পশুপালক জনগোষ্ঠী-সমূহৰ বাবে এঠাইৰ পৰা আনঠাইলৈ পশুৰ পাল লৈ ঘাঁহ বিচাৰি ঘূৰি ফুৰাৰ স্বাধীনতা, নিজৰ নীতি-নিয়ম আৰু পৰম্পৰাবোৰ ৰক্ষা কৰি চলাৰ সুবিধাবোৰেই মূল সমস্যা আছিল। বলচেভিকসকলে এনে জনগোষ্ঠীবোৰৰ নিজস্ব জীৱনধাৰা আৰু পৰম্পৰা ৰক্ষা কৰিব পৰাকৈ স্বায়ত্ত-শাসিত এলেকা সৃষ্টি কৰাৰ গেৰাণ্টি দিছিল। তেওঁলোকৰ জাতিসমস্যা সংক্ৰান্তীয় নীতিত এই ব্যৱস্থাবোৰো সন্নিৱিষ্ট আছিল। চাইবেৰিয়াত অৱশ্যে গৃহযুদ্ধৰ কালছোৱাত এনে নীতি ৰূপায়ণৰ প্ৰশ্নবোৰ তাৎকালিক সমস্যা হিছাপে দেখা দিয়া নাছিল। য়াকুট, বুৰিয়াট, টুভা, মঙ্গোল আদি এনে স্থানীয় চাইবেৰিয় জনগোষ্ঠীবোৰৰ বাবে ১৯২২ চনৰ পাছত এই নীতিৰ আধাৰতেই বিভিন্ন পৰ্যায়ৰ স্বায়ত্ত-শাসনৰ ব্যৱস্থা কৰা হৈছিল। স্বায়ত্ত-শাসিত জিলা, এলেকাৰ পৰা আৰম্ভ কৰি স্বায়ত্ত-শাসিত চোভিয়েট সমাজবাদী প্ৰজাতন্ত্ৰ গঠন কৰালৈকে এই ব্যৱস্থা সম্প্ৰসাৰিত

কৰা হৈছিল আৰু এনেদৰেই চাইবেৰিয়াৰ জাতিসমস্যা সমাধানৰ ব্যৱস্থা লোৱা হৈছিল।

এইবাৰ আমি চাইবেৰিয়াৰ গৃহযুদ্ধৰ শেষ অধ্যায়টোলৈ আহোঁহক।

চভিয়েট আক্ৰমণৰ সময়তেই হঠাৎ চাইবেৰিয়াৰ পূব অংশটো লৈ এখন স্বাধীন ৰাজ্য গঢ়ি তোলাৰ এটা অদ্ভুত প্ৰস্তাৱ উত্থাপিত হ'ল। চভিয়েট লাল ৰাচিয়া আৰু বুৰ্জোৱা দুনিয়াৰ মাজত এক 'বাকাৰ ষ্টেট' হিচাপে থাকিব এই নিৰপেক্ষ স্বাধীন পূৰ্ব চাইবেৰিয়া ৰাজ্যখন। এই প্ৰস্তাৱ প্ৰথমে উত্থাপন কৰিছিল ইৰকুটস্কৰ 'ৰাজনৈতিক কেন্দ্ৰৰ' প্ৰতিনিধিসকলে। চভিয়েট চৰকাৰেও এই প্ৰস্তাৱ মানি ললে। দৰাচলতে সেইসময়ত পশ্চিমত পোলেণ্ডৰ লগত যুদ্ধ আৰম্ভ হোৱাৰ আশংকাই দেখা দিছে, সেয়ে চভিয়েট চৰকাৰে পূব চাইবেৰিয়াত যিকোনো প্ৰকাৰে যুদ্ধ বন্ধ কৰি শান্তি স্থাপন কৰাতো বিচাৰিছিল। এই নতুন ৰাজ্যখনৰ চৰকাৰত কমিউনিষ্টসকলেও অংশগ্ৰহণ কৰিব। এমেৰিকাকে ধৰি পশ্চিমীয়া শক্তিবোৰেও এই প্ৰস্তাৱ মানি ললে। চভিয়েট ৰাচিয়াত ইজনৰ পিছত সিজনকৈ বলচেভিক বিৰোধী জেনেৰেলক সহায় কৰি বিফল হৈ ভাগৰি পৰিছে তেওঁলোকো। বৃটিছ আৰু ফ্ৰান্সে ইতিমধ্যে তেওঁলোকৰ ফৌজ আঁতৰাই নিছে। এতিয়া যদি এনে এখন নিৰপেক্ষ চৰকাৰ সমৰ্থন কৰি কিবা অকণমান খোপনি ৰাখিব পৰা যায় বেয়া নহয়। এই দিশৰ পৰাই তেওঁলোকে এই প্ৰস্তাৱক সমৰ্থন কৰিলে। আনহাতে বলচেভিক নেতাসকলে জানিছিল যে বিপ্লৱৰ আমোঘ গতিৰ আগত এনে নিৰপেক্ষ চাইবেৰীয়া ৰাজ্য ক্ষণস্থায়ী হ'বলৈ বাধ্য। শান্তিৰ বিনিময়ত কিছু দেৰি অপেক্ষা কৰাত তেওঁলোকৰ আপত্তি নাই।

এই নতুন চাইবেৰিয়া চৰকাৰে সমগ্ৰ ট্ৰান্স-চাইবেৰীয় ৰেল পথটো বিদেশী সেনাৰ পৰা মুক্ত কৰাৰ দায়িত্ব গ্ৰহণ কৰিলে। নানান উত্থান-পতনৰ পাছত ১৯২০ চনৰ ১৪ মে'ৰ দিনা এই গণতান্ত্ৰিক 'ফাৰ ইষ্টাৰ্ন ৰিপাব্লিকক' চভিয়েট চৰকাৰে স্বীকৃতি দিলে। ব্লাডিভষ্টক পোতাশ্ৰয়ৰ চৌদিশে ঘাটি পাতি বহা জাপানী সেনাবাহিনীৰ নেতাসকলেও ট্ৰান্স-বৈকাল অঞ্চলৰ এই ৰাজ্যৰ পৰা জাপানী সেনা আঁতৰাই নি ইয়াক পৰোক্ষভাৱে স্বীকৃতি দিলে। ইয়াৰ পিছত এক আন্তৰ্জাতিক কূটনৈতিক প্ৰচেষ্টাৰ মাজেৰে এই ৰিপাব্লিকৰ চৰকাৰে ব্লাডিভষ্টক আৰু চাইবেৰিয়াৰ পৰা সমগ্ৰ জাপানী বাহিনী অপসাৰণ কৰাবলৈ সক্ষম হ'ল। জাপানী সেনা ৰাচিয়াৰ মাটিৰ পৰা আঁতৰি যোৱাৰ লগে লগে এনে নিৰপেক্ষ দেশ এখন বৰ্তি থকাৰো কোনো বাস্তৱ যুক্তি নোহোৱা হ'ল। ১৯২২ চনৰ ১০ নবেম্বৰত এই ৰাজ্যৰ সংসদে এই ট্ৰান্স-বৈকাল অঞ্চলৰ স্বাধীন দেশখনৰ চভিয়েট ৰাচিয়াত অন্তৰ্ভুক্তিৰ কথা ঘোষণা কৰিলে। বলচেভিক কূটনীতিৰ বিৰাট বিজয়লাভ হ'ল।

সুদূৰ প্ৰাচ্যত গৃহযুদ্ধৰ অন্ত পৰিল। সমগ্ৰ চাইবেৰিয়া চভিয়েট শক্তিৰ অধীন হৈ পৰিল।

২৩

# আত্মনিয়ন্ত্ৰণ আৰু জাতিসমস্যা সমাধানৰ প্ৰসংগ-৩ সমাজবাদী বিপ্লৱ আৰু ইচলাম ঃ পূব সীমান্ত তথা তুৰ্কীস্থানত জাতীয় প্ৰশ্ন আৰু গৃহযুদ্ধ



● ৰাচিয়াৰ পূব সীমান্তৰ প্ৰসংগ ● সীমান্তৰ জনগোষ্ঠী অধ্যুষিত এলেকাসমূহ ● টাটাৰ, বচ্‌খিৰ, মাৰি, চুভাচ্ছ, ভল্‌য়াক সকলৰ প্ৰশ্ন ● বলচেভিক দল আৰু ইচলাম ধৰ্ম ● জাতিয়তাবাদ আৰু ইচলামৰ মাজৰ সম্পৰ্ক ● সীমান্তৰ জাতিসমস্যা সমাধান ● মধ্যএচিয়াৰ তুৰ্কীস্থানৰ প্ৰসংগ ● তুৰ্কীস্থানত চভিয়েট আৰু জাতিয়তাবাদী শক্তিবোৰৰ চৰিত্ৰ ● তুৰ্কীস্থান প্ৰসংগত কেন্দ্ৰীয় হস্তক্ষেপ ● এনভাৰ পাছাৰ বিদ্ৰোহ ● তুৰ্কীস্থানত জাতিসমস্যাৰ সমাধান।

টীকা আর প্রসংগ ঃ

1. Carr, E. H.—The Bolshevik Revolution, Penguin, London. Vol—1.
2. Lenin, V.I.—Address to the Second All Russia Congress of the Communist Organisation of the Peoples of the East. 22. Nov. 1919. Collected Works. Vol. 30. p-158—62.
3. অক্টোবর সমাজতান্ত্রিক মহাবিপ্লব, প্রগতি প্রকাশন, মস্কো।

বিশাল জাৰ সাম্ৰাজ্যৰ দক্ষিণ পূব অংশত বিভিন্ন অঘৰী জাতি আৰু ইচলাম ধৰ্মাৱলম্বী লোকসকলে বাস কৰিছিল। বিভিন্ন সময়ত জাৰতন্ত্ৰী ৰাচিয়াত অন্তৰ্ভুক্ত কৰি লোৱা এই এলেকাবোৰ আছিল ৰুচ উপনিৱেশৰ দৰে। ৰুচ শাসনকৰ্তা, কৰ্মচাৰী আৰু সেনানায়কসকলে ঠায়ে ঠায়ে নিজাবৰিয়াকৈ আৰু ঠায়ে ঠায়ে স্থানীয় শাসকশ্ৰেণীৰ লগ হৈ এই অঞ্চলবোৰ শাসন কৰিছিল। এই এলেকাত বাস কৰা ৰুচ শ্ৰমিক, কৃষক আৰু বেপাৰী-সকলকো তেওঁলোকে ঔপনিৱেশিক সুবিধাবাদী শাসকগোষ্ঠীৰ সহযোগী কৰি লৈছিল। স্থানীয় জনগোষ্ঠীসকলক কেৱল ঔপনিৱেশিক আৰু স্বৈৰতান্ত্ৰিক শাসন-শোষণৰ দ্বাৰাই নহয়, জাতিগত ভাৱেও পদদলিত কৰি ৰখা হৈছিল। ৰুচ ঔপনিৱেশিক শাসন আৰু জাতিগত নিষ্পেষণৰ কদৰ্যৰূপ ইয়াতেই আটাইতকৈ বেছি প্ৰকট হৈ পৰিছিল। আনহাতে আকৌ ৰুচ ঔপনিৱেশিক শাসনে এই অঞ্চললৈ সভ্যতাৰ বীজো কঢ়িয়াই আনিছিল। এঙ্গেলচেও লেখি গৈছে যে ৰুচ সাম্ৰাজ্যই অঘৰী টাটাৰ, বছখিৰ আদি জাতিগোষ্ঠীৰ ওপৰত সভ্যতাৰ প্ৰভাৱ পেলাইছিল। এই সাম্ৰাজ্যৰ ছত্ৰছায়াত এই এলেকাবোৰত এক স্থানীয় সুবিধাভোগী শাসকগোষ্ঠী গঢ়ি উঠিছিল। কিন্তু এই গোষ্ঠীটো আছিল প্ৰাচীনপন্থী, পাৰম্পৰিক ভূস্বামী শ্ৰেণীৰ। আধুনিক মধ্যবিত্ত জাতীয় নেতৃত্ব গঢ়ি উঠা নাছিল।

এই বিশাল এলেকাক দুটা ডাঙৰ ভাগত ভাগ কৰিব পাৰি। প্ৰথমটো হ'ল মূল ৰাচিয়াৰ মাজত সোমাই থকা বিভিন্ন জাতিগোষ্ঠী অধ্যুষিত এলেকাবোৰ আৰু দ্বিতীয়টো হ'ল জাৰসাম্ৰাজ্যত অন্তৰ্গত মধ্য এচিয়াৰ তুৰ্কীস্থান বোলা বিশাল অঞ্চল। এই দুই ঠাইত চভিয়েট ক্ষমতা প্ৰতিষ্ঠা, জাতিসমস্যাৰ সমাধান আৰু গৃহযুদ্ধৰ কাহিনীয়ে আমাক কেতবোৰ গুৰুত্বপূৰ্ণ ঐতিহাসিক শিক্ষা দিয়ে।

আমি প্ৰথমতে ৰাচিয়াৰ ভিতৰৰ পূব সীমান্তৰ বিভিন্ন জনগোষ্ঠী অধ্যুষিত এলেকাবোৰৰ কথা আলোচনা কৰোহঁক।

যি সময়ত ৰাচিয়াৰ পশ্চিম সীমান্তৰ পলিচ, ইউক্ৰেনীয় বা বাল্টিক অঞ্চলৰ বিভিন্ন জাতিসমূহক ঐক্যবদ্ধ কৰিবলৈকে আত্মনিয়ন্ত্ৰণৰ তথা স্বাধীনতাৰ অধিকাৰৰ স্বীকৃতি মানি লোৱাতো প্ৰয়োজন হৈছিল, সেইসময়ত এই এলেকাবোৰত সমস্যা এনে ধৰণৰ নাছিল। পশ্চিমৰ জাতি সমূহ আছিল বিকশিত, সুসভ্য ঃ এইবোৰৰ ভিতৰত বুৰ্জোৱা আৰু মধ্যবিত্ত শ্ৰেণীয়ে বিকাশ লাভ কৰিছিল আৰু জাতীয়তাবাদী আন্দোলন গঢ়ি উঠাৰ বাস্তৱ চৰ্তসমূহো সৃষ্টি হৈছিল। সেয়ে এই অঞ্চলত আত্মনিয়ন্ত্ৰণ আৰু বিচ্ছিন্নতাৰ অধিকাৰৰ স্বীকৃতিৰ জৰিয়তে জাতিসমস্যা সমাধানৰ মাজেদিহে বিপ্লৱ অগ্ৰসৰ হৈছিল। কিন্তু পূবৰ অঘৰী বা অৰ্ধস্থায়ী জনগোষ্ঠীবোৰৰ মাজত প্ৰকৃত অৰ্থত জাতীয়তাবাদী

আন্দোলন গঢ়ি উঠিব পৰাকৈ সমাজে বিকাশ লাভ কৰা নাছিল। কিন্তু, তথাপিও জাৰতন্ত্ৰী ৰাচিয়াৰ ঔপনিৱেশিক শাসন আৰু জাতীয় অৱমাননাৰ বিৰুদ্ধে সমাজৰ নেতাসকলৰ মাজত সচেতনতাৰ সৃষ্টি নোহোৱাকৈ থকা নাছিল। বিশেষকৈ মুছলমান ধৰ্মীয় নেতা মোল্লাসকল আৰু পাৰম্পৰিক সামাজিক নেতাসকলৰ মাজত এই চেতনাই জাতীয় স্বায়ত্ত-শাসনৰ দাবি হিচাপে পৰিস্ফুট হ'বলৈ আৰম্ভ কৰিছিল।

ৰাচিয়াৰ ফেব্ৰুৱাৰী গণতান্ত্ৰিক বিপ্লৱ আৰু জাৰতন্ত্ৰৰ উৎখাতে এই প্ৰক্ৰিয়াক অধিক ত্বৰান্বিত কৰিছিল। বিপ্লৱৰ পাছৰ অস্থায়ী চৰকাৰৰ বুৰ্জোৱা নেতৃবৃন্দইয়ো আগৰ জাৰ চৰকাৰৰ দৰে এই জনগোষ্ঠীসমূহৰ স্বায়ত্ত-শাসনৰ দাবিক বৰ গুৰুত্ব দিয়া নাছিল। সেইসময়ত বলচেভিকসকলে নিজৰ ঘোষিত জাতীয় নীতিৰ ভিত্তিত স্বায়ত্ত-শাসন সমৰ্থন কৰাত এই জনগোষ্ঠীসমূহৰ মুছলমান নেতাসকলে বলচেভিক দলৰ প্ৰতি অধিক আকৰ্ষিত হৈছিল।

কিন্তু অক্টোবৰ সমাজতান্ত্ৰিক বিপ্লৱৰ পাছত যেতিয়া বলচেভিকসকল ক্ষমতালৈ আহিল আৰু আহি জাতীয় স্বায়ত্ত-শাসনৰ লগত ভূমিনীতি, অৰ্থনীতি আদিত সমাজ ৰূপান্তৰৰ বৈপ্লৱিক কাৰ্যসূচী গ্ৰহণ কৰিলে তেতিয়া এই সামন্তীয় আৰু প্ৰাচীনপন্থী নেতাসকলৰ অৰ্থনৈতিক আৰু সামাজিক স্থিতিৰ প্ৰতি প্ৰচণ্ড ভাবুকিৰ সৃষ্টি হ'ল। তেওঁলোকৰ ইমানদিনৰ খোপনি বিপ্লৱে লৰাই দিব খুজিলে। তেতিয়া এই প্ৰাচীন পন্থী নেতাসকলে প্ৰতিবিপ্লৱৰ লগ লাগিলগৈ। গৃহযুদ্ধৰ সময়ছোৱাত তেওঁলোকে বিভিন্ন শ্বেত চৰকাৰ আৰু সামৰিক নেতাসকলক সমৰ্থন জনালে। কিন্তু এই প্ৰতিবিপ্লৱী শ্বেত নেতাসকলৰ জনগোষ্ঠীবোৰৰ স্বায়ত্ত-শাসনৰ আকাংক্ষাৰ প্ৰতি সামান্য সম্মানো নাছিল। জাৰতন্ত্ৰী ঔপনিৱেশিক ব্যৱস্থা পুনৰ প্ৰৱৰ্তন কৰাৰ মনোভাব তেওঁলোকে গোপন কৰা নাছিল। এহাতে এনে জাৰতন্ত্ৰী অৱদমন আনহাতে সমাজবিপ্লৱৰ অচিনাকি উত্তাল সমুদ্ৰ—এই দোমোজাৰ মাজত পৰি এই প্ৰাচীন নেতাসকল বিমোৰ হ'ল। প্ৰতিবিপ্লৱৰ সঙ্গীহৈ বেছিভাগেই বিপ্লৱৰ আমোঘ গতিৰ আগত ধ্বংস হৈ গ'ল, ছিন্ন-ভিন্ন হৈ গ'ল তেওঁলোকৰ সামাজিক নেতৃত্ব।

এক ৰক্তাক্ত গৃহযুদ্ধৰ মাজেৰে সংঘটিত হ'ল এই প্ৰক্ৰিয়া।

ৰাচিয়াৰ পূব সীমাত বাস কৰা প্ৰধান জনগোষ্ঠী কেইটা আছিল টাটাৰ, বচ্‌খিৰ, মাৰি, ভল্‌য়াক আৰু চুভাচ্ছ। ইয়াৰ ভিতৰত টাটাৰসকল আছিল অপেক্ষাকৃতভাৱে বিকশিত। মূলতেই অঘৰী পশুপালক হ'লেও ঠায়ে ঠায়ে টাটাৰসকলে স্থায়ী কৃষি কাৰ্যতো সোমাই পৰিছিল আৰু তেওঁলোকৰ মাজত এটা বেপাৰী মধ্যশ্ৰেণীও গঢ়ি উঠিবলৈ আৰম্ভ কৰিছিল। আনহাতে বাকীবোৰ জনগোষ্ঠী আৰু কাজাখসকল আছিল মূলতেই অঘৰী পশুপালক। বিশাল ক্ষেত্ৰজুৰি থকা পশুৰ খাদ্য বিচাৰি তেওঁলোক এঠাইৰ পৰা আনঠাইলৈ ঘূৰি

খুৰিছিল। পশুচৰোৱাৰ অধিকাৰ আৰু ঘূৰি ফুৰাৰ স্বাধীনতাই আছিল তেওঁলোকৰ বাবে মূল প্ৰশ্ন ; সাৰুৱা মাটিবোৰত ৰুচ কৃষকসকলে খেতি-বাতি কৰিবলৈ আৰম্ভ কৰাত তেওঁলোকৰ পশুচাৰণ এলেকা কমি আহিছিল। এনেবোৰ প্ৰশ্নত ১৯১৬ চনত কাজাখসকলে এক প্ৰচণ্ড বিদ্ৰোহ কৰিছিল। স্থানীয় শাসনকৰ্তাই ৰুচ সৈনিকক মাতি আনি এই বিদ্ৰোহ দমন কৰিব লগীয়া হৈছিল।

এই অধৰী আৰু অৰ্ধঅধৰী জাতিবোৰ আছিল ইচলাম ধৰ্মাৱলম্বী। তেওঁলোকৰ মাজত মুছলমান ধৰ্মীয় নেতা মোল্লা, উলেমাসকলেই সমাজৰ স্বাভাৱিক নেতা আছিল। প্ৰাচীনপন্থী শাসকসকলৰ লগত সনা-পিটা হৈ এই ধৰ্মীয় নেতাসকলেই সমাজৰ বৌদ্ধিক নেতৃত্ব দিছিল। এক আধুনিক মধ্যবিত্ত-শ্ৰেণী আৰু বুদ্ধিজীৱী সম্প্ৰদায় গঢ়ি নুঠাৰ বাবে এই ধৰ্মীয় নেতাসকলেই জাতীয় চেতনাৰো মুখপাত্ৰ হৈ উঠিছিল। ফলত এই অঞ্চলবোৰত জাতীয়তাবাদ আৰু ইচলামধৰ্ম এৰাব নোৱাৰাকৈ মিহলি হৈ পৰিছিল। সেয়ে বলচেভিকসকলে এই অঞ্চলবোৰত জাতীয় সমস্যা সমাধানৰ ক্ষেত্ৰত নানান অসুবিধাত পৰিছিল।

১৯১৭ চনৰ মে' মাহত ৰাজধানী পেট্ৰোগ্ৰাডত এখন সৰ্বৰুচ মুছলমান মহাসভা আহ্বান কৰা হয়। এই মহাসভাই এখন গণতান্ত্ৰিক, ফেডাৰেল ৰাচিয়াৰ সীমাৰ ভিতৰত মুছলমান জাতিসত্তাবোৰৰ বাবে জাতীয় স্বায়ত্ত-শাসনৰ দাবি উত্থাপন কৰে। ইয়াৰ পিছতে টাটাৰ, বচ্‌খিৰ, কাজাখসকলেও সুকীয়া সুকীয়া মহাসভা পাতি স্বায়ত্ত-শাসনৰ অধিকাৰ দাবি কৰে।

বলচেভিকসকলে ইচলাম ধৰ্ম আৰু জাতীয়তাবাদৰ সম্পৰ্কটো বুজিব পাৰিছিল। সেয়ে ৰাচিয়াৰ মুছলমান ৰাইজক বিপ্লৱৰ পক্ষলৈ আনিবলৈ তেওঁ-লোকে কিছুমান নীতিগত প্ৰচেষ্টা হাতত লৈছিল। বিপ্লৱৰ পিছতেই মুছলিম ৰাইজৰ প্ৰতি এক আপীলত তেওঁলোকৰ ধৰ্মমত, আচাৰ-অনুষ্ঠান, উপাসনাৰ স্বাধীনতা আৰু স্বায়ত্ত-শাসনৰ আকাংক্ষা পূৰণ কৰাৰ প্ৰতিশ্ৰুতি দিয়া হয়। জাৰতন্ত্ৰৰ অধীনত মুছলমান ৰাইজৰ ওপৰত চলা ধৰ্মীয়, জাতিগত আৰু সকলো শোষণ নিৰ্যাতনৰ অন্ত পেলোৱাৰ কথা ঘোষণা কৰা হয়। মুছলমানসকলৰ বাবে চৰকাৰৰ ভিতৰত এক বিশেষ কমিচাৰেট বা বিভাগ গঢ়ি তোলা হয় আৰু লগতে মুছলমান প্ৰধান এলেকাবোৰত সমাজবাদী আৰু কমিউনিষ্ট শক্তিবোৰক উৎসাহ দিয়াৰ নীতি গ্ৰহণ কৰা হয়।

কিন্তু, এইবোৰ কৰা সত্ত্বেও বলচেভিকসকলে মুছলমান নেতাসকলক নিজৰ পক্ষলৈ আনিবলৈ প্ৰথমে সক্ষম নহ'ল। সমাজবাদী বিপ্লৱত নিজৰ সামাজিক অৱস্থান, সা-সুবিধা আৰু নেতৃত্ব হেৰুওৱাৰ ভয়ত মুছলমান মোল্লা নেতাইঁতে প্ৰতিবিপ্লৱী শিবিৰৰ লগত লগ লাগিলগৈ। চভিয়েট চৰকাৰক মানি নলৈ তেওঁলোকে নিজাববীয়াকৈ চৰকাৰ গঠনৰ কথা ঘোষণা কৰিলে।

এইবাৰ বলচেভিকসকলে মুছলমান নেতাসকলক, ধৰ্মীয় আগুৱাসকলৰ বিৰুদ্ধে

আৰুমান চলোৱে ৰাজনৈতিকভাৱে। কিন্তু তেওঁলোকে মুছলমান ধৰ্মীয় নেতা-সকলৰ সামাজিক স্থিতিৰ গভীৰতা বুজি পোৱা নাছিল। এনে নেতাসকল কেৱল ধৰ্মীয় নেতাই নাছিল, বৰঞ্চ পশ্চাৎপদ মুছলিম সমাজত তেওঁলোকে ৰাজনৈতিক, সামাজিক, সাংস্কৃতিক আৰু সামৰিক নেতৃত্বও প্ৰদান কৰিছিল। ধৰ্মীয় অনুশাসনবোৰৰ জৰিয়তে সমাজত শান্তিৰক্ষক আৰু গোচৰ বিচাৰৰ ভূমিকাও তেওঁলোকে সম্পাদন কৰিছিল। এওঁলোকক বাদ দি বা আক্ৰমণ কৰি মুছলমান ৰাইজক কাষত পোৱা টান। সেয়ে বলচেভিকসকলে একপাক্ষিকভাৱে মুছলমান গোষ্ঠীবোৰৰ বাবে স্বায়ত্ত-শাসনৰ অধিকাৰ ঘোষণা কৰি স্বায়ত্ত-শাসিত টাটাৰ-বচ্‌খিৰ প্ৰজাতন্ত্ৰ প্ৰতিষ্ঠা কৰা বা মোল্লাসকলৰ মাজৰ তৰুণ প্ৰগতিশালী অংশটোক হাত কৰি তেওঁলোকক বিভক্ত কৰিবলৈ লোৱা কৌশলবোৰৰ কোনো-টোৱেই বিশেষ সফলতা লাভ কৰিবলৈ সক্ষম নহ'ল।

এই মুছলমান জনগোষ্ঠীবোৰৰ লগত বলচেভিক দলৰ সম্পৰ্ক কিন্তু বহুলাংশে গৃহযুদ্ধৰ জয়-পৰাজয়ৰ ওপৰত নিৰ্ভৰশীল আছিল। যুদ্ধত বলচেভিকসকল জয়ী হ'লে তেওঁলোকে জনগোষ্ঠীবোৰৰ সমৰ্থনো লাভ কৰিছিল আৰু পৰাজিত হ'লে সমৰ্থন হেৰুৱাইছিল। বলচেভিকসকলৰ মাজত এটা ধাৰণা আছিল যে জাৰতন্ত্ৰ আৰু ধৰ্মীয় মোল্লাসকলৰ শোষণ নিৰ্যাতনত জৰ্জৰিত মুছলমান ৰাইজে বিপ্লৱক মুক্তিদাতা হিচাপে গ্ৰহণ কৰিব। পশ্চিমৰ অভিজ্ঞতাই তেওঁলোকক এনে ধাৰণা দিছিল। পশ্চিমত জাৰতন্ত্ৰ আৰু ইয়াৰ সহযোগী যাজকসকলৰ বিৰুদ্ধে সাধাৰণ ৰাইজ জাগি উঠাৰ দৰে মোল্লাতন্ত্ৰৰ বিৰুদ্ধেই শোষিত মুছলমান ৰাইজে বিদ্ৰোহ কৰিব বুলি তেওঁলোকে ভাবিছিল। কিন্তু, কাৰ্যক্ষেত্ৰত সেইটো নহ'ল। গৃহযুদ্ধৰ সমগ্ৰ কালছোৱাতেই মোল্লাসকলৰ নেতৃত্বত মুছলমান ৰাইজৰ গৰিষ্ঠ অংশই বলচেভিক আৰু চভিয়েট চৰকাৰক বিৰোধীতাহে কৰিলে। শ্বেত জেনেৰেলহঁতৰহে তেওঁলোক লগ লাগিল। চভিয়েট বাহিনীয়ে শ্বেত প্ৰতিবিপ্লৱীসকলৰ বিৰুদ্ধে চলোৱা সামৰিক অভিযানত মুছলমান জনগোষ্ঠীবোৰৰ লগতো ঠায়ে ঠায়ে যুদ্ধ কৰিব লগা হ'ল।

১৯২০ চনলৈ, গৃহযুদ্ধত চভিয়েট বাহিনীয়ে বিজয়লাভ কৰিবলৈ আৰম্ভ কৰাৰ পাছতহে পৰিস্থিতি সলনি হ'বলৈ ধৰে।

লেনিনে এইবাৰ শোষিত জাতিৰ জনগণ আৰু ৰাচিয়াৰ শ্ৰমিক, কৃষকৰ দৃঢ় মৈত্ৰী গঠন কৰাৰ ওপৰত গুৰুত্ব আৰোপ কৰে আৰু আগৰ ভুল-ভ্ৰান্তিবোৰ শুধৰাই মুছলমান জনগণৰ অন্তৰ জয় কৰাৰ ওপৰত গুৰুত্ব আৰোপ কৰে। একে সময়ৰ পৰা মুছলমান ৰাইজৰ মাজতো, নেতাসকলৰো, চভিয়েট সম্পৰ্কে মনোভাবৰ সলনি হয়।

গৃহযুদ্ধত বিজয়ৰ পাছত ৰাচিয়াত চভিয়েট কৰ্তৃত্ব প্ৰতিষ্ঠা হোৱাত মুছলমান নেতাসকলে এতিয়া চভিয়েটৰ লগত সহযোগিতা কৰিবলৈ আগবাঢ়িল। প্ৰতি-

বিপ্লবী নেত জেনেৰেলহঁতৰ কাম-কাজেও তেওঁলোকক বিতুষ্ট কৰি তুলিলে। শ্বেত-জেনেৰেলসকলে পুনৰ জাৰতন্ত্ৰৰ দিনৰ ব্যৱস্থাবোৰ পুনৰ প্ৰবৰ্তন কৰিব খোজা কামত তেওঁলোকে সমৰ্থন কৰিব পৰা নাছিল। আনহাতে চভিয়েটে মুছলিম জনগোষ্ঠীবোৰক জাতীয় স্বায়ত্ত-শাসন প্ৰদানৰ বাবে দিয়া প্ৰতিশ্ৰুতিয়েও তেওঁলোকক এতিয়া আকৰ্ষিত কৰিলে। এক বুজা-পৰাৰ মাজেদি আহি তেওঁলোকৰ একাংশই এই এলেকাত চভিয়েট শক্তিৰ প্ৰতিষ্ঠাত সহায় কৰিলে। ১৯২০ চনৰ মে' মাহত প্ৰথমে ফেডাৰেল ৰুচ প্ৰজাতন্ত্ৰৰ ভিতৰতে টাটাৰ স্বায়ত্ত-শাসিত চভিয়েট প্ৰজাতন্ত্ৰ গঠন কৰা হ'ল। তাৰ পাছত বচ্‌খিৰ, কাজাখৰ বাবে স্বায়ত্ত-শাসিত চভিয়েট প্ৰজাতন্ত্ৰ, কালমিক আৰু চুভাচ্ছসকলৰ বাবে সুকীয়া স্বায়ত্ত-শাসিত অঞ্চল গঠন কৰা হ'ল। ইউক্ৰেনতো ডাগেস্টান আৰু ক্ৰিমিয়াত স্বায়ত্ত-শাসিত চভিয়েট প্ৰজাতন্ত্ৰ গঠন কৰা হ'ল।

এনেদৰে পূব সীমান্তৰ ইচলামধৰ্মী জনগোষ্ঠীবোৰক স্বায়ত্ত-শাসিত ৰাজ্য আৰু এলেকা প্ৰদানৰ জৰিয়তে তেওঁলোকৰ জাতীয় আত্মনিয়ন্ত্ৰণৰ আকাংক্ষা পূৰণ কৰা আৰু নিজৰ স্বকীয়তা ৰক্ষা কৰাৰ ব্যৱস্থা গঢ়ি তোলা হ'ল। যদিও বহুদিনলৈকে এই স্বায়ত্ত-শাসিত গোটবোৰৰ ক্ষমতা নিৰ্ধাৰণ কৰা হোৱা নাছিল, তথাপিও এই প্ৰচেষ্টা জাতীয় আত্মনিয়ন্ত্ৰণৰ আকাংক্ষাক পূৰণ কৰি সমাজবাদী বিপ্লৱ আৰু চভিয়েট ব্যৱস্থাক আগবঢ়াই নিয়াৰ ক্ষেত্ৰত অভূতপূৰ্ব পদক্ষেপ আছিল। এখন বহুজাতিক দেশৰ মাজত জনগোষ্ঠীৰ পৰ্যায়ত জাতিসমস্যা সমাধানৰ ক্ষেত্ৰত ই এক আহিৰ্মূলক কাম আছিল।

এইবাৰ আমি মধ্য এচিয়াৰ প্ৰসংগলৈ আহোঁ।

মধ্য এচিয়াৰ বিশাল অঞ্চল জাৰ সাম্ৰাজ্যত অন্তৰ্ভুক্ত হয় মাত্ৰ ১৮৭০ চনত। এই অঞ্চল আগতে আছিল মঙ্গোল সম্ৰাট চেংগীজখানৰ সাম্ৰাজ্যৰ অন্তৰ্গত। টাইমুৰৰ ৰাজ্যও আছিল ইয়াতে। কাস্পিয়ান সাগৰৰ পৰা চীন আৰু মঙ্গোলীয়ালৈকে বিস্তৃত এই বিশাল এলেকা আছিল প্ৰাচীন সভ্যতাৰ পীঠস্থান। মূলতেই ইচলাম ধৰ্মাৱলম্বী এই অঞ্চলৰ জনসম্প্ৰদায় আছিল তুৰ্কী ভাষাভাষী। তুৰ্কী-মঙ্গোল এই বিশাল এলেকা জাৰ সাম্ৰাজ্যত অন্তৰ্ভুক্ত হোৱাৰ পাছতো ঠাই বিশেষে স্থানীয় নেতাসকলক শাসন কৰিবলৈ দিয়া হৈছিল। এনেদৰে বচৰাত আমীৰ আৰু খিভাত খানসকলে শাসন কৰিছিল।

জাৰসাম্ৰাজ্যত সোমাই পৰা কিন্তু মূল বাচিয়াৰ পৰা বেলেগ এই এলেকাক কোৱা হৈছিল ৰুচ তুৰ্কীস্থান।

ইয়াৰ উত্তৰ খণ্ডটো আছিল বিস্তীৰ্ণ স্তেপভূমি। কাজাখ পশুপালকসকলে ইয়াত বসবাস কৰিছিল। পিছলৈ এই অংশক কাজাখস্থান হিচাপে সুকীয়া পৰিচয় প্ৰদান কৰা হয়।

দক্ষিণৰ অংশটো আছিল ঘনবসতিপূৰ্ণ এলেকা। এই অঞ্চলত কাজাখসকলৰ সমগোত্ৰীয়, একে ভাষাভাষী তুৰ্ক-মঙ্গোলসকলে বাস কৰিছিল। মূলতেই যদিও এই বৃহৎ অঞ্চলৰ লোকসকল একেই, তথাপিও ঐতিহাসিক ৰাজনৈতিক কাৰণত ইয়াত চাৰিটা প্ৰধান এলেকা গঢ়ি উঠিছিল। প্ৰথমটো আছিল তুৰ্ক-মেনিস্থান, দ্বিতীয়টো উজবেকসকলৰ বাসভূমী উজবেকিস্থান, তৃতীয়টো কিৰঘিজসকলৰ আবাসস্থল কিৰঘিজিয়া আৰু চতুৰ্থটো হ'ল পাৰস্য বা ইৰাণী বংশোদ্ভৱ তাজিক গোষ্ঠীৰ বাসস্থান—তাজিকিস্থান। এই এলেকাৰ প্ৰশাসনিক কেন্দ্ৰ হিচাপে গঢ়ি উঠিছিল উজবেকিস্থানৰ তাচখণ্ড নগৰী। এই নগৰী আছিল পশ্চিমীয়া সভ্যতাৰ দুৱাৰ স্বৰূপ।

এই দক্ষিণ তুৰ্কীস্থানত আছিল বচৰা, সমৰখণ্ড, ককাণ্ড—তাচখণ্ডৰ নিচিনা প্ৰাচীন ইতিহাস প্ৰসিদ্ধ চহৰ। স্থায়ী কৃষিকাৰ্য ইয়াত ভালদৰেই গঢ়ি উঠিছিল আৰু কপাহ, পশু, চামৰা উৎপাদনত এই অঞ্চল আগবঢ়ুৱা আছিল। নগৰবোৰত একোটা স্থানীয় বণিক ব্যৱসায়ী আৰু মধ্যবিত্ত শ্ৰেণীও গঢ়ি উঠিছিল। প্ৰাচীন শাসকগোষ্ঠীৰো সামাজিক প্ৰতিপত্তি আছিল প্ৰচুৰ। জাতীয় আন্দোলন গঢ়ি উঠাৰ সামাজিক উপাদানবোৰ সৃষ্টি হৈছিল ইয়াতে। কিন্তু ইয়াতো ইচলাম ধৰ্মীয় নেতাসকলৰ, উলেমাসকলৰ, মোল্লাসকলৰ প্ৰচণ্ড প্ৰভাৱ আছিল। আৰু ৰাচিয়াত লোৱাৰ দৰে এওঁলোকেও মূলতে এক চভিয়েট বিৰোধী অৱস্থানেই গ্ৰহণ কৰিছিল।

১৯১৭ চনৰ ফেব্ৰুৱাৰী গণতান্ত্ৰিক বিপ্লৱৰ পাছতেই ৰুচ তুৰ্কীস্থান এলেকাৰ তাচখণ্ড নগৰীত মুছলমান জাতীয়তাবাদী আৰু চভিয়েট দুই ধৰণৰ সংগঠনেই গঢ়ি উঠিছিল। অস্থায়ী চৰকাৰৰ সমৰ্থক, মোল্লা, উলেমা আৰু জাতীয়তাবাদী-সকলৰ একাংশই 'তুৰ্কীস্থান সমিতি' বোলা এক সংগঠন গঢ়ি তুলিছিল আৰু ই এই অঞ্চলৰ চৰকাৰৰ দৰে কাৰ্যনিৰ্বাহ কৰিবলৈ আৰম্ভ কৰিছিল। ফেব্ৰুৱাৰী বিপ্লৱৰ পাছত জাৰতন্ত্ৰী ৰাচিয়াৰ কেন্দ্ৰীয় কৰ্তৃত্ব ভাগিযোৱাত এই স্বায়ত্ত-শাসনৰ আন্দোলনে গঢ়লৈ উঠিছিল।

একে সময়তে তাচখণ্ড নগৰীত শ্ৰমিক আৰু সৈনিক ডেপুটিৰ এক চভিয়েটো গঢ়লৈ উঠিছিল। ব্ৰইড' বোলা বলচেভিক নেতা এজন ইয়াৰ প্ৰধান উদ্যোক্তা আছিল। কিন্তু চভিয়েটৰ শক্তি প্ৰথমৰ পৰাই তুৰ্কীস্থানৰ জনসাধাৰণৰ এক ক্ষুদ্ৰ অংশৰ মাজতহে সীমাবদ্ধ আছিল। ৰুচ সাম্ৰাজ্যত অন্তৰ্ভুক্ত হোৱাৰ পাছত এই অঞ্চললৈ ৰুচ কৰ্মচাৰী, পুলিচ, সৈনিক, খেতিয়ক, কাৰিকৰীলোক আৰু শ্ৰমিকসকলৰ আগমন ঘটিছিল। বিশেষকৈ ৰেল শ্ৰমিকসকলৰ এক বৃহৎ সংখ্যা ইয়াত আছিল। মূলতেই এই ৰুচ সম্প্ৰদায় আৰু ৰেল শ্ৰমিকসকলৰ ওপৰত ভিত্তি কৰিয়েই চভিয়েট শক্তি আৰু বলচেভিক দলো গঢ়ি উঠিছিল। স্থানীয় জনতাৰ লগত তেওঁলোকৰ যোগাযোগ আছিল সামান্যই; বৰঞ্চ স্থানীয়

মুছলমানসকলক তেওঁলোকে অৱজ্ঞাৰ চকুৰেহে চাইছিল। চভিয়েট শক্তি আৰু বলচেভিক দলৰ মাজত বৃহৎ ৰুচ জাতিদম্ভৰ প্ৰভাৱ ভালদৰেই আছিল। এনে মনোভাবে বহু বছৰলৈকে এই অঞ্চলত মুছলমান জনগণৰ অন্তৰ জয় কৰি চভিয়েট ক্ষমতা প্ৰতিষ্ঠা কৰাত বাধা দিছিল।

১৯১৭ চনৰ চেপ্টেম্বৰ মাহতে তাচখণ্ড অস্থায়ী চৰকাৰৰ সমৰ্থক তুৰ্কীস্থান সমিতিক উৎখাত কৰি ক্ষমতা দখল কৰিলে। তাচখণ্ড চভিয়েটেই আছিল এচিয়াত ক্ষমতাদখল কৰা প্ৰথম চভিয়েট।

কিন্তু অক্টোবৰ বিপ্লৱৰ পাছতেই অৰেণবাৰ্গত জেনেৰেল ডুটডৰ অধীনত কচাক অভ্যুত্থান আৰম্ভ হয়। ফলত এই সমগ্ৰ তুৰ্কমেনিস্থান এলেকা ৰাচিয়াৰ পৰা দুবছৰৰ বেছি সময় বিচ্ছিন্ন হৈ পৰে। এই সময়ছোৱাত ইয়াত স্থানীয়ভাৱে বিপ্লৱ আৰু গৃহযুদ্ধ আৰম্ভ হয়। মুছলমান নেতাসকলে এইবাৰ ককাণ্ড নগৰত এখন কংগ্ৰেছৰ (জাতীয় মহাসভাৰ) আহ্বান কৰে আৰু ইয়াতেই তেওঁলোকে এখন স্বায়ত্ত-শাসিত তুৰ্কীস্থান চৰকাৰ গঠন কৰে। এওঁলোকে ৰাচিয়াৰ পৰা বিচ্ছিন্ন হৈ যাব বিচৰা নাছিল, বৰঞ্চ এক ফেডাৰেল গণতান্ত্ৰিক ব্যৱস্থাৰ অধীনত ৰাচিয়াৰ ভিতৰতেই স্বায়ত্ত-শাসন বিচাৰিছিল। এইবাৰ মুছলমান জাতীয়তাবাদী ককাণ্ড চৰকাৰ আৰু চভিয়েটৰ মাজত প্ৰতক্ষ্য সংঘৰ্ষ আৰম্ভ হয়।

ইতিমধ্যে চভিয়েট শক্তি তুৰ্কীস্থানৰ মুছলমান ৰাইজৰ পৰা প্ৰায় বিচ্ছিন্ন হৈ পৰিছে। তেওঁলোকে আনকি চৰকাৰত কোনো মুছলমান সদস্য নলবলৈকো আনুস্থানিক সিদ্ধান্ত গ্ৰহণ কৰিছিল। অৱশেষত চভিয়েট বাহিনীয়ে ককান্ড চৰকাৰক যুদ্ধত পৰাস্ত কৰিলে যদিও দেশত নিজৰ কৰ্তৃত্ব সম্পূৰ্ণভাৱে প্ৰতিষ্ঠা কৰিব নোৱাৰিলে। জাতীয়তাবাদী মুছলমান চৰকাৰ, চভিয়েট চৰকাৰ দুইটাই বৰ্তি থাকিল। তুৰ্কীস্থানৰ ওপৰত এদনীয়াকৈ নিয়ন্ত্ৰণ কোনেও ৰাখিব নোৱাৰিলে। ফলত এক নৈৰাজ্যবাদী পৰিস্থিতিৰ সৃষ্টি হ'ল।

তুৰ্কীস্থানৰ বিভিন্ন ঠাইত এইবাৰ ডকাইতৰ দলবোৰ গঢ়ি উঠিল। পৰ্বতত ঘাটি পাতি এই দলবোৰে দেশৰ বিভিন্ন ঠাইত হত্যা, লুটপাতৰ এক সন্ত্ৰাসৰ ৰাজত্ব আৰম্ভ কৰিলে। আনফালে বোখৰাৰ আমীৰেও চভিয়েট বিৰোধী অৱস্থান লোৱাত চভিয়েট ফৌজৰ তেওঁৰ লগত যুদ্ধ আৰম্ভ হ'ল। অৱশেষত চভিয়েট বোখৰাৰ আমীৰ আৰু খিভাব খানৰ স্বাধীন কৰ্তৃত্ব মানি ল'বলৈ বাধ্য হ'ল। তুৰ্কীস্থানত চৌদিশে অৰাজকতা বিয়পি পৰিল। এহাতে উগ্ৰ ৰুচ জাতিদম্ভৰ প্ৰভাৱিত চভিয়েটে ৰুচভাষীসকলৰ স্বাৰ্থ ৰক্ষা কৰিবলৈ তৎপৰ হ'ল; মুছলমান খেতিয়ক আৰু আন শক্তিবোৰৰ লগত কোনোধৰণৰ মিত্ৰতা কৰিবলৈ অমান্তি হ'ল; আনহাতে জাৰতন্ত্ৰৰ দিনৰ পৰা ঔপনিৱেশিক শাসন-শোষণত পিষ্ট তুৰ্কীস্থানৰ মুছলমানসকলৰ মাজত এক প্ৰতিৰক্ষাত্মক জাতীয়তাবাদ গঢ়ি উঠিল।

ইতিমধ্যে গৃহযুদ্ধ শেষ হৈ অহাত কেন্দ্ৰীয় নেতাসকলে তুৰ্কীস্থানৰ সমস্যাত হস্তক্ষেপ কৰিবলৈ স্থিৰ কৰিলে। লেনিনৰ নেতৃত্বত এই উদ্যোগ লোৱা হ'ল। প্ৰথমে তুৰ্কীস্থান চভিয়েটৰ ভুল-ভ্ৰান্তিবোৰ আঙুলিয়াই দি সমালোচনা কৰা হ'ল। তুৰ্কীস্থান চভিয়েটত মুছলমান জনতাক সমানুপাতিক প্ৰতিনিধিত্ব দিবলৈ আদেশ দিয়া হ'ল। তুৰ্কীস্থান চভিয়েটৰ বাবে এইটো এটা ডাঙৰ সমস্যা হৈ পৰিল। এনে কৰিব লাগিলে চভিয়েটৰ শতকৰা ৯৫ ভাগ লোক মুছলমান লোক ল'ব লাগিব। এনে কৰিলে পশ্চাৎপদ মোল্লা, উলেমা আৰু জনচেৰেক মুছলমান বুদ্ধিজীৱিয়ে অগ্ৰগামী ৰুচ শ্ৰমিক আৰু আন ৰুচ বাইজৰ ওপৰত প্ৰভুত্ব বিস্তাৰ কৰিব বুলি তেওঁলোকে আশংকা কৰিলে। কেন্দ্ৰীয় চভিয়েট চৰকাৰে কিন্তু সকলো জাতিগত বৈষম্য দূৰ কৰিবলৈ তৎকালে পদক্ষেপ ল'বৰ বাবে স্থানীয় কমিউনিষ্ট দলক কড়া নিৰ্দেশ দিলে। অৱশেষত স্থানীয় দলে এইবোৰ কাম কৰিব পৰাৰ আশা নেদেখি ৰাজধানীৰ পৰা এক বিশেষ তুৰ্কীস্থান কমিচনক তাচখণ্ডলৈ পঠোৱা হ'ল। এই কমিচনক জাতিগত বৈষম্যৰ ওৰ পেলাই তুৰ্কীস্থানত চভিয়েট কৰ্তৃত্ব প্ৰতিষ্ঠা কৰিবলৈ দায়িত্ব দিয়া হ'ল। কমিচনে এখন ৰেল গাড়ীত প্ৰচুৰ প্ৰচাৰ পত্ৰিকা, ৰাজনৈতিক সংগঠক, খাদ্য সামগ্ৰী আৰু এটা শকত লালফৌজৰ দল লৈ আহি তাচখণ্ড পালেহি। আহি পায়েই কমিচনে নিজৰ কাম আৰম্ভ কৰি দিলে।

লগত অনা লালফৌজৰ সহায়ত কমিচনে চভিয়েট বিৰোধী শক্তিবোৰক আৰু ডকাইতৰ দলবোৰক দমন কৰা আৰম্ভ কৰিলে। লগে লগে স্থানীয় কমিউনিষ্ট দলৰ পুনৰ গঠন আৰু ৰাজনৈতিক শিক্ষাদানৰ কাম আৰম্ভ কৰিলে। ইতিমধ্যে বোখৰা নগৰত গঢ়ি উঠা মুছলমান যুৱকসকলৰ 'ইয়ং বোখৰা মুভমেণ্ট' নামৰ সংগঠনৰ লগত মিত্ৰতা গঢ়ি তুলি চভিয়েটৰ শক্তি বৃদ্ধি কৰাৰ চেষ্টা কৰিলে। বোখৰাৰ আমীৰ আৰু খিভাৰ খানক উৎখাত কৰিলে। বৃহৎ ৰুচ জাতিদম্ভ আৰু আধিপত্যবাদৰ বিৰুদ্ধে সংগ্ৰাম আৰম্ভ কৰি জাতীয় অৱদমনৰ অন্ত পেলোৱাৰ চেষ্টা কৰিলে তথা মুছলমান ৰাইজৰ জাতীয় স্বায়ত্ত-শাসনৰ আকাংক্ষাক বাস্তৱ ৰূপ দিবলৈ আগবাঢ়িল। কমিচনৰ এই প্ৰচেষ্টাই মুছলমান সমাজৰ এক বৃহৎ অংশৰ সমৰ্থন লাভ কৰাৰ লগতে ৰুচ তুৰ্কীস্থানত চভিয়েট শক্তিকো টনকিয়াল কৰি তুলিলে। অৱশেষত সংযুক্ত ৰুচ সমাজবাদী চভিয়েট প্ৰজাতন্ত্ৰৰ অধীনত স্বায়ত্ত-শাসিত তুৰ্কীস্থান চভিয়েট প্ৰজাতন্ত্ৰ গঠন কৰাৰ কথা ঘোষণা কৰা হ'ল।

এই কামবোৰ কিন্তু সহজে হোৱা নাছিল। প্ৰতিটো কামতে প্ৰচণ্ড ৰাজনীতিগত আৰু সময়ত সশস্ত্ৰ সংগ্ৰামো কৰিব লগীয়া হৈছিল। নতুন প্ৰজাতন্ত্ৰ প্ৰতিষ্ঠাৰ পাছত ইয়াৰ পৰিচালনাৰ বাবে শ্ৰমিক, দেখিন বা মুছলমান

খেতিয়ক, কৃষক, লালফৌজ আৰু কছাক প্ৰতিনিধিৰ এক চভিয়েটৰ মহাসভা আহ্বান কৰা হ'ল।

ইয়াৰ পিছৰ বছৰতেই কিন্তু তুৰ্কীস্থানত এক প্ৰচণ্ড বিদ্ৰোহ হ'ল। তুৰ্কীস্থানীসকলৰ অন্যতম জাতীয়তাবাদী নেতা এনভাৰ পাছাই ইয়ং বোখৰা আন্দোলনৰ নেতৃত্ব দখল কৰি তুৰ্কীস্থানৰ পূব অংশত এক জাতীয়তাবাদী চভিয়েট বিৰোধ বিদ্ৰোহ আৰম্ভ কৰিলে। মুছলমান সমাজৰ প্ৰাচীন পন্থী-সকলৰো সমৰ্থন আদায় কৰি পাছাই পূব তুৰ্কীস্থানৰ ওপৰত নিজৰ কৰ্তৃত্ব প্ৰতিষ্ঠা কৰিবলৈ সক্ষম হ'ল। চভিয়েট বাহিনী আকৌ এক গৃহযুদ্ধত আৱদ্ধ হৈ পৰিল। ১৯২২ চনৰ আগষ্ট মাহত যুদ্ধত এনভাৰ পাছাৰ মৃত্যুৰ পাছতহে সমগ্ৰ তুৰ্কীস্থানৰ ওপৰত চভিয়েট কৰ্তৃত্ব প্ৰতিষ্ঠা হ'লগৈ।

এইবাৰ মস্কোৰ নিৰ্দেশত অন্য এক কমিচাৰে তুৰ্কীস্থানৰ পুনৰ গঠনৰ কাম আৰম্ভ কৰিলে। আগৰ প্ৰতিশ্ৰুতিমতে উত্তৰৰ বিশাল স্তেপভূমিক সুকীয়া কৰি এখন কাজাখ স্বায়ত্ত-শাসিত চভিয়েট প্ৰজাতন্ত্ৰ গঠন কৰা হ'ল। পশুপালক কাজাখ আৰু কছাকসকলৰ জাতীয় স্বায়ত্ত-শাসনৰ আকাংক্ষাক এনে দৰে বাস্তৱত ৰূপ দিয়া হ'ল।

দক্ষিণ তুৰ্কীস্থানকো জাতীয় ভিত্তিত চাৰিভাগত ভাগ কৰা হ'ল। যদিও এই চাৰিওটা অংশৰ তিনিটাতে মূলতে একেই তুৰ্ক-মংগোল গোষ্ঠীৰ তুৰ্কীভাষী, ইচলাম ধৰ্মী লোকেই বাস কৰিছিল; তথাপিও এক সুদীৰ্ঘ ঐতিহাসিক প্ৰক্ৰিয়াৰ মাজেৰে ইয়াত তিনিটা প্ৰধান জাতীয় গোট গঢ়ি উঠিছিল। জাতীয় আত্মনিয়ন্ত্ৰণ আৰু স্বায়ত্ত-শাসনৰ অধিকাৰক অধিক কাৰ্যকাৰীভাৱে বাস্তবায়িত কৰিবৰ বাবে উজবেকসকলৰ বাবে উজবেকিস্থান, তুৰ্কসকলৰ বাবে তুৰ্কমেনিস্থান আৰু কিৰঘিজসকলৰ বাবে কিৰঘিজিয়া স্বায়ত্ত-শাসিত চভিয়েট প্ৰজাতন্ত্ৰ প্ৰতিষ্ঠা কৰা হ'ল। ইৰাণী বংশোদ্ভৱ তাজিকসকলকো স্বায়ত্ত-শাসিত তাজিকিস্থান চভিয়েত প্ৰজাতন্ত্ৰ দিয়া হ'ল। তুৰ্কীস্থানৰ এই বিভাজনৰ অন্তৰালত বৃহৎ তুৰ্কী জাতীয়তাবাদী আন্দোলন গঢ়ি উঠাত (এনভাৰ পাছাৰ বিদ্ৰোহৰ সময়ত যিটোৰ সম্ভাৱনা দেখা দিছিল) বাধা দিয়াৰ প্ৰচেষ্টাও জড়িত আছিল। তথাপিও কেন্দ্ৰীয় চভিয়েট চৰকাৰৰ প্ৰত্যক্ষ হস্তক্ষেপত এচিয়াৰ মুছলমান বাইজৰ আত্মনিয়ন্ত্ৰণ তথা স্বায়ত্ত-শাসনৰ আকাংক্ষা পূৰণ কৰিবলৈ এনেদৰে স্বায়ত্ত-শাসিত চভিয়েট গণৰাজ্য প্ৰতিষ্ঠা কৰাটো বলচেভিক জাতীয় নীতি ৰূপায়নৰ আৰু জাতীয় অৱদমন অন্ত পেলোৱাৰ ক্ষেত্ৰত এটা ঐতিহাসিক পদক্ষেপ আছিল।

# ২৪

## আত্মনিয়ন্ত্রণ আৰু জাতিসমস্যা সমাধানৰ প্ৰসংগ-৪
## ট্ৰান্স ককেচিয়াত জাতিসমস্যা আৰু গৃহযুদ্ধ



● ট্ৰান্স-ককেচিয়া অঞ্চল ● ফেব্ৰুৱাৰী বিপ্লৱৰ পাছত ৰুচ কেন্দ্ৰীয় কৰ্তৃত্বৰ অৱসান আৰু জাতীয়তাবাদী আন্দোলনৰ জোৱাৰ ● বুৰ্জোৱা ট্ৰান্স-ককেচিয় কমিচাৰেট গঠন ● কমিচাৰেট ভংগ আৰু স্বাধীন জৰ্জিয়া, আৰ্মেনীয়া আৰু আজাৰবাইজান গণৰাজ্য প্ৰতিষ্ঠা ● তুৰ্কীৰ দ্বাৰা আৰ্মেনীয়া আৰু আজাৰবাইজান দখল ● জৰ্জিয়াৰ জাৰ্মান সাহায্য লাভ ● জাৰ্মান পতন আৰু বলচেভিক অভ্যুদয়—বাকুত অভ্যুত্থান আৰু স্বাধীন আজাৰবাইজান সমাজবাদী চভিয়েট গণৰাজ্য প্ৰতিষ্ঠা ● আৰ্মেনীয়াৰ প্ৰসংগ ● জৰ্জিয়াৰ প্ৰসংগ ● বলচেভিক তথা চভিয়েট জাতি সংক্ৰান্তীয় নীতিৰ বিষয়ে সামৰণিৰ দৃষ্টান্ত।

টীকা আর প্রসংগ :

1. Carr, E. H.—The Bolshevik Revolution, Penguin, London. Vol—I.
2. Polyakov, Y (Ed)—A Short History of Soviet Society. Progress Publishers, Moscow 1971.
3. Nanarkov, A.—The Illustrated History of the great October Socialist Revolution. Progress Publishers, Moscow.
4. সোভিয়েট বলশেভিক ( কমিউনিস্ট ) পার্টির ইতিহাস ( বাংলা )

এইবাৰ আমি ট্ৰান্স-ককেচাচ অঞ্চলত জাতিসমূহৰ আত্মনিয়ন্ত্ৰণৰ অধিকাৰ স্থাপনৰ প্ৰশ্নটো তথা গৃহযুদ্ধৰ গতি সম্পৰ্কে বুজ লওঁ।

ৰাচিয়াৰ দক্ষিণ-পূৱে, ককেচাচ পৰ্বতমালাৰ দক্ষিণে, কৃষ্ণসাগৰ আৰু কাস্পিয়ান সাগৰৰ মাজত এই ট্ৰান্স-ককেচিয় অঞ্চল অৱস্থিত। গুৰুত্বপূৰ্ণ এই অঞ্চলত বিভিন্ন জাতিৰ লোকে বসবাস কৰিছিল। ফলত এই অঞ্চলৰ জাতীয় প্ৰশ্নটো হৈ পৰিছিল জটিল। এই এলেকাত কেতবোৰ প্ৰাচীন, সমৃদ্ধ আৰু বিকশিত জাতিয়ে বাস কৰিছিল। তেওঁলোকৰ ক্ষেত্ৰত জাতীয় আত্মনিয়ন্ত্ৰণৰ অধিকাৰৰ প্ৰশ্নটো, আনকি বিচ্ছিন্ন হৈ স্বাধীন ৰাষ্ট্ৰগঠনৰ প্ৰশ্নটো, উপেক্ষা কৰিব পৰা নগৈছিল। আকৌ, ইয়াত কেতবোৰ অতি পশ্চাৎপদ সম্প্ৰদায়েও বাস কৰিছিল ; যিবোৰৰ বাবে আধুনিক অৰ্থত আত্মনিয়ন্ত্ৰণৰ অধিকাৰৰ কোনো অৰ্থ নাছিল। অতি সাধাৰণ পৰ্যায়ৰ স্থানীয় স্বায়ত্ত-শাসনৰ অধিকাৰ সাব্যস্ত কৰিবৰ বাবেও এই লোকসকল অনিচ্ছুক আৰু অপাৰগ আছিল। ইয়াৰ উপৰিও, এই অঞ্চলত বহু যুগৰে পৰা বিভিন্ন প্ৰব্ৰজনকাৰী জাতিৰ লোকে বসবাস কৰিছিল। ইয়াৰ ভিতৰত ৰুচ, ইউক্ৰেনীয় আৰু তুৰ্কী জাতিৰ লোকসকল আছিল। ই অঞ্চলটোৰ জাতীয় সমস্যাক জটিল কৰি পেলাইছিল। ধৰ্মৰ ক্ষেত্ৰতো অঞ্চলটোত বিভিন্নতা আছিল। জৰ্জিয়ানসকল আছিল খ্ৰীষ্টান কিন্তু আজাৰবাইজানীসকল আছিল মুছলমান।

এই অঞ্চলটো বহু যুগ অটমেন তুৰ্কী সাম্ৰাজ্যৰ অধীনত আছিল। সেয়ে ইয়াত তুৰ্কী লোক, ইচলাম ধৰ্ম আৰু পৰম্পৰা গভীৰভাৱে প্ৰবেশ কৰে। ১৮০১ চনৰ পৰা ১৮৭৮ চনৰ ভিতৰত এই এলেকা টুকুৰা টুকুৰকৈ জাৰ সাম্ৰাজ্যই তুৰ্কীৰ হাতৰ পৰা কাঢ়ি লয় আৰু ৰুচ শাসন প্ৰৱৰ্তন কৰে। ইয়াৰ আগতে জৰ্জিয়া এখন স্বাধীন খ্ৰীষ্টান ৰাজ্য হিছাপেও বহু যুগ বৰ্তী আছিল। পিছতহে ই অটমেন সাম্ৰাজ্যৰ অন্তৰ্ভুক্ত হৈ পৰিছিল।

এই এলেকাত আঠটা নৃগোষ্ঠীয়ে বসবাস কৰিছিল। ইয়াৰে ভিতৰত তিনিটা মূল আছিল। ইতিহাসৰ গতিত জৰ্জিয়ান, আৰ্মেনিয়ান আৰু আজাৰবাইজানী-সকলে একোটা জাতিসত্তা হিছাপে আত্মপ্ৰকাশ কৰিবলৈ সক্ষম হৈছিল। এই জাতিসত্তা কিটাও কিন্তু নিতান্তই ক্ষুদ্ৰ আছিল। ১৯১৭ চনতে প্ৰতিটোৰ জনসংখ্যা ২০ লাখতকৈ বেছি নাছিল। তিনিওটা জাতিসত্তাৰ মাজত বিভিন্ন কাৰণত নৃগোষ্ঠীগত, ধৰ্মীয় আৰু ৰাজনৈতিক সংঘৰ্ষ লাগি থাকিছিল।

এই অঞ্চলৰ অৰ্থনীতি মূলতেই পশ্চাপদ কৃষিভিত্তিক সামন্তীয় অৰ্থনীতি আছিল। প্ৰাচীন জৰ্জিয়া আৰু আৰ্মেনিয়াত কিন্তু এটা বণিক মধ্যবিত্ত শ্ৰেণী, কিছু পৰিমাণে জাতীয় বুৰ্জোৱাৰ উপাদান আৰু এটা বুদ্ধিজীৱী শ্ৰেণী গঢ়ি উঠিছিল। ইচলাম ধৰ্মীয় আজাৰবাইজানত সামন্তপ্ৰভু আৰু ধৰ্মীয় নেতা মোল্লা-উলেমাসকলেই সমাজৰ আগবঢ়া অংশ আছিল। জৰ্জিয়া আৰু

আৰ্মেনিয়াত থলুৱা শ্ৰমিকশ্ৰেণী তেনেদৰে গঢ়লৈ উঠাই নাছিল কিন্তু আজাৰ-বাইজানৰ বাকু তৈলকেন্দ্ৰক কেন্দ্ৰ কৰি, ৰুচ, ইউক্ৰেনীয় আৰু কিছু পৰিমাণে থলুৱা আজাৰবাইজানী শ্ৰমিকৰ এক গুৰুত্বপূৰ্ণ ঘাটি গঢ়ি উঠিছিল।

ট্ৰান্স-ককেচিয়াৰ তিনিটা প্ৰধান এলেকা জৰ্জিয়া, আজাৰবাইজান আৰু আৰ্মেনীয়াৰ কোনো সুনিৰ্দিষ্ট ভৌগোলিক সীমা নাছিল। তাৰ উপৰিও তুৰ্কী শাসনকালত আৰ্মেনীয় লোকসকল নিজৰ ঠাইৰ পৰা সিঁচৰতি হৈ পৰিছিল। জৰ্জিয়া আৰু আজাৰবাইজানত আৰ্মেনিয়াতকৈ বেছিসংখ্যক আৰ্মেনীয় লোকে বসবাস কৰিছিল। আৰু এই আৰ্মেনীয়সকলেই ইয়াত বেহা-বেপাৰ আৰু উদ্যোগত বেছি আধিপত্য কৰিছিল। সেয়ে জৰ্জীয় জাতীয়তাবাদে মূলতেই আৰ্মেনীয় বিৰোধী চৰিত্ৰ গ্ৰহণ কৰিছিল। ৰুচ বিৰোধীতাতকৈ আৰ্মেনীয় বিৰোধীতা ইয়াৰ মাজত বেছি আছিল।

ফেব্ৰুৱাৰী গণতান্ত্ৰিক বিপ্লৱৰ পিছত যেতিয়া সীমামুৰীয়া এলেকাবোৰত ৰুচ কেন্দ্ৰীয় কৰ্তৃত্ব নোহোৱাৰ দৰে হৈ পৰিল, সেই সময়তেই এই সমগ্ৰ অঞ্চলটোত জাতীয়তাবাদী আন্দোলনবোৰো সবল হৈ উঠিল। সমগ্ৰ ট্ৰান্স-ককেচিয়া জুৰি জাতীয়তাবাদী আৰু কিছু পৰিমাণে বিচ্ছিন্নতাবাদী জোৱাৰ প্ৰবল হৈ উঠিল। ১৯১৭ চনৰ ২৮ নবেম্বৰত, অক্টোবৰ বিপ্লৱৰ বিজয়লাভৰ পিছত এই অঞ্চলৰ পৰা সংবিধানিক সভালৈ নিৰ্বাচিত হোৱা প্ৰতিনিধিসকলে মিলি 'ট্ৰান্স-ককেচিয় কমিচাৰেট' বোলা এক সংগঠন গঠন কৰিলে। জৰ্জিয়া, আৰ্মেনীয়া আৰু আজাৰবাইজানৰ পৰা সমানুপাতিক হাৰত প্ৰতিনিধি লৈ ইয়াক সোনকালে আৰু বহলাই লোৱা হ'ল। আজাৰবাইজানী মুখিয়াল, জৰ্জিয়ান জমিদাৰ, আৰ্মেনীয় বুৰ্জোৱা আৰু ৰেডিকেল বুদ্ধিজীৱিসকলো ইয়াত সোমাই পৰিল। জৰ্জিয়াত মেনচেভিক দলৰ প্ৰাধান্য আছিল, আনকি স্থানীয় চভিয়েটো আছিল তেওঁলোকৰ দখলত। চভিয়েটো এই কমিচাৰেটৰ লগ লাগিল। এই কমিচাৰেটে নিজকে ট্ৰান্স-ককেচিয়াৰ চৰকাৰ বুলি ঘোষণা নকৰিলেও সাংবিধানিক সভা নোহোৱা পৰ্যন্ত তত্ত্বাৱধায়কৰ ভূমিকা গ্ৰহণ কৰিলে। সাংবিধানিক সভা ভাঙি দিয়াৰ পাছত কমিচাৰেট সম্পূৰ্ণভাৱে বলচেভিক আৰু চভিয়েট বিৰোধী হৈ পৰিল। চভিয়েট চৰকাৰক ই মানি ল'বলৈ অমান্তি হ'ল আৰু ট্ৰান্স-ককেচিয়াৰ বাবে আত্মনিয়ন্ত্ৰণৰ অধিকাৰ দাবি কৰিলে। এই কমিচাৰেটেই চাওঁতে চাওঁতে ট্ৰান্স-ককেচিয়াৰ চৰকাৰৰ দৰে হৈ পৰিল।

আনহাতে বলচেভিক আৰু কমিউনিষ্টসকলে ট্ৰান্স-ককেচিয়াৰ জাতিবোৰ অত্যন্ত ক্ষুদ্ৰ হোৱাৰ অজুহাতত এইবোৰৰ আত্মনিয়ন্ত্ৰণৰ তথা বিচ্ছিন্নতাৰ অধিকাৰৰ বিৰোধীতা কৰিলে। ১৯১৭ চনৰ চেপ্টেম্বৰত তেওঁলোকে এইমৰ্মে সিদ্ধান্ত গ্ৰহণ কৰিলে।

ব্ৰেষ্ট শান্তি চুক্তি অনুসৰি চভিয়েট বাচিয়াই বাটুম আৰু ট্ৰান্স-ককেচিয়াৰ

আন কিছু অঞ্চল তুৰ্কীক প্ৰত্যাৰ্পণ কৰিবলৈ ৰাজী হোৱাত এই কমিচাৰেটে ইয়াৰ ঘোৰ প্ৰতিবাদ জনালে আৰু ১৯১৮ চনৰ ২২ এপ্ৰিলৰ দিনা স্বাধীন ট্ৰান্স-ককেচিয় ফেডাৰেল প্ৰজাতন্ত্ৰ গঠনৰ কথা ঘোষণা কৰিল। একে সময়তে বাকু তৈল নগৰীত লেনিনৰ বন্ধু চাময়ানৰ নেতৃত্বত কমিউনিষ্টসকলে এক চভিয়েট ক্ষমতা প্ৰতিষ্ঠাৰ কথাও ঘোষণা কৰিলে।

এই ট্ৰান্স-ককেচিয় ফেডাৰেল গণৰাজ্য জাতিগত সংঘাটৰ বাবে কিন্তু বেছিদিন বাচি নাথাকিল। জৰ্জিয়ানসকলৰ ইয়াত প্ৰাধান্য থকাটো বাকীসকলে সহজে মানি ল'ব পৰা নাছিল। বিশেষকৈ মুছলমান আজাৰবাইজানীসকলে তুৰ্কীৰ লগত বেছি ঘনিষ্ঠতা ৰক্ষা কৰিবলৈ বিচাৰিছিল। এই কথাটো বাকী অনা ইচলামী জৰ্জিয়া, আৰ্মেনীয়াই ঘোৰ বিৰোধিতা কৰিছিল। জৰ্জিয়াৰ মূল ৰাজনৈতিক দল মেনচেভিক, আৰ্মেনিয়াৰ 'দুজনাক' আৰু আজাৰবাইজানৰ 'মুছৱাল-সমতা' দলৰ মাজত এইবোৰ প্ৰশ্নত সংঘাট আৰু অবিশ্বাস বাঢ়ি আহিছিল। ১৯১৮ চনৰ মে' মাহলৈ, মাত্ৰ এমাহৰ পিছতেই, সকলোৱে মিলি ট্ৰান্স-ককেচিয় প্ৰজাতন্ত্ৰখন ভংগ কৰি দিয়ে আৰু ইয়াৰ ঠাইত স্বাধীন জৰ্জিয়া, আৰ্মেনীয়া আৰু আজাৰবাইজান প্ৰজাতন্ত্ৰ প্ৰতিষ্ঠা কৰে। এখনৰ ঠাইত এইবাৰ তিনিখন সুকীয়া বুৰ্জোৱা গণৰাজ্য গঢ়ি তোলা হ'ল।

এইবাৰ তুৰ্কীৰ সেনাবাহিনীয়ে এই অঞ্চললৈ সোমাই আহিল আৰু স্বাধীন আৰ্মেনীয় গণৰাজ্য নাইকিয়া কৰি দিলেহি। আজাৰবাইজানত এক পুতলা আজ্ঞাবহ চৰকাৰ গঠন কৰিলেহি। কথা বিষম দেখি জৰ্জিয়াই জাৰ্মান সাহায্য ভিক্ষা কৰিলে। জাৰ্মানী সহায় কৰিবলৈ আগবাঢ়ি আহিল। ১৯১৮ চনৰ মে' মাহত জাৰ্মানী আৰু জৰ্জিয়াই এখন চুক্তি স্বাক্ষৰ কৰিলে। জৰ্জিয়াৰ মেঙ্গানিজ, তেল আৰু ট্ৰান্স-ককেচিয় ৰেলপথৰ ওপৰত আধিপত্য স্থাপনৰ বাবে জাৰ্মান সেনাই জৰ্জিয়া প্ৰজাতন্ত্ৰক ৰক্ষণাবেক্ষণ দিবলৈ সোমাই আহিল। ৰাচিয়াক বাদ দি ট্ৰান্স-ককেচিয় অঞ্চল কাৰ্যত জাৰ্মানী আৰু তুৰ্কীয়ে নিজৰ মাজত ভগাই ললে।

১৯১৮ চনৰ নবেম্বৰত জাৰ্মান শক্তিৰ পতনৰ পিছত জৰ্জিয়াক ৰক্ষণাবেক্ষণ দিবলৈ আগবাঢ়ি আহিল বৃটিছ আৰু ফৰাচী মিত্ৰশক্তি। পাৰস্যৰ ঘাটিৰ পৰা জেনেৰেল ভাণ্টাৰভিলৰ নেতৃত্বত বৃটিছ সেনা এই অঞ্চললৈ সোমাই আহিল আৰু তুৰ্কী প্ৰতিৰোধ ভংগ কৰি বাকু নগৰী দখল কৰি ললেহি। জৰ্জিয়া, আজাৰবাইজান আৰু আৰ্মেনীয় চৰকাৰক স্বীকৃতি দিয়া আৰু পেৰিচ শান্তি আলোচনাত তেওঁলোকৰ প্ৰতিনিধিৰ অন্তৰ্ভুক্তিৰ বিষয়ে বৃটিছ চৰকাৰে প্ৰতিশ্ৰুতি দিলে। কিন্তু বিপদ ঘটালে দক্ষিণ ৰাচিয়াৰ শ্বেত বাহিনীয়ে। এডমিৰেল কলচাক, জেনেৰেল ডেনিকেন কোনেও ট্ৰান্স-ককেচিয় জাতিসমূহৰ আত্মনিয়ন্ত্ৰণৰ অধিকাৰক স্বীকৃতি দিবলৈ মান্তি নহ'ল। তেওঁলোকৰ মতে এই

এলেকাবোৰ আছু ৰাচিয়াৰ এলেকা, ইয়াত আন কোনো স্বাধীন শক্তিৰ অস্তিত্ব থাকিবই নোৱাৰে। মিত্ৰবাহিনীয়ে তেতিয়া চভিয়েট চৰকাৰৰ বিৰুদ্ধে শ্বেত-বাহিনীক সমৰ্থন কৰিছে, গতিকে তেওঁলোকেও ককেচাচৰ প্ৰশ্নত এইবাৰ নীৰৱে থাকিল। লালফৌজে শ্বেতবাহিনীক ধ্বংস কৰাৰ পিছতহে মিত্ৰবাহিনীয়ে এই প্ৰজাতন্ত্ৰ কেইখনক আনুষ্ঠানিকভাৱে স্বীকৃতি দিয়ে। কিন্তু তেতিয়া বহুত দেৰি হৈ গৈছে। ১৯২০ চনৰ আগভাগতেই কেৱল ট্ৰান্স-ককেচিয়াই নহয় সমগ্ৰ ৰাচিয়াৰ পৰাই বিদেশী সেনাবোৰ আঁতৰি যাবলৈ আৰম্ভ কৰিছে। বিদেশী শক্তি আৰু সেনাৰ সমৰ্থনৰ অবিহনে এই কেইখনমান ককেচিয় প্ৰজাতন্ত্ৰ কেইখনৰ ভৱিষ্যত অনিশ্চিত হৈ পৰিল। চভিয়েট চৰকাৰে এই চৰকাৰ কেইখনক সাম্ৰাজ্যবাদী শক্তিৰ সহযোগী আৰু দালাল বুলি গণ্য কৰিছিল। এতিয়া জাৰ্মান, তুৰ্কী, শ্বেত, বৃটিছ আৰু ফৰাচী সেনাবাহিনী ট্ৰান্স-ককেচিয়াৰ পৰা একাদিক্ৰমে আঁতৰি যাবলগীয়া হোৱাৰ ফলত সৃষ্টি হোৱা শূন্যতা পূৰাবলৈ চভিয়েট লালফৌজ আগবাঢ়ি আহিল।

১৯২০ চনৰ এপ্ৰিলত বাকু নগৰীত বলচেভিকসকলৰ নেতৃত্বত এক শ্ৰমিক অভ্যুত্থান সংঘটিত হ'ল আৰু ই আজাৰবাইজানৰ বুৰ্জোৱা চৰকাৰক উৎখাত কৰিলে। বলচেভিকসকলে ইয়াত এখন সামৰিক বিপ্লৱী কমিটি গঠনৰ জৰিয়তে চভিয়েট চৰকাৰী শক্তি প্ৰতিষ্ঠা কৰিলে আৰু কেন্দ্ৰীয় চভিয়েট চৰকাৰৰ পৰা স্বীকৃতি বিচাৰিলে। কেন্দ্ৰীয় চভিয়েট চৰকাৰৰ সহযোগত এখন স্বাধীন আজাৰবাইজান চভিয়েট সমাজবাদী প্ৰজাতন্ত্ৰ গঠন কৰা হ'ল। এনেদৰে আজাৰবাইজান মূল চভিয়েট শক্তিৰ আৱৰ্তলৈ সোমাই আহিল।

জৰ্জিয়াৰ ক্ষেত্ৰত কিন্তু অলপ বিলম্ব হ'ল। ইতিমধ্যে পলেণ্ডৰ লগত যুদ্ধ আৰম্ভ হৈ গৈছে। এইসময়ত চভিয়েট চৰকাৰে নতুন সমস্যা সৃষ্টি কৰিব নোখোজাতকৈ জৰ্জিয়াৰ বুৰ্জোৱা স্বাধীন চৰকাৰৰ লগত এক শান্তি চুক্তি সম্পাদনৰ জৰিয়তে ইয়াক স্বীকৃতি জনালে। স্বাধীন বুৰ্জোৱা জৰ্জিয়া আৰু কিছুদিন বৰ্তি থাকিল।

আৰ্মেনীয়াৰ প্ৰসংগত চভিয়েট চৰকাৰ আৰু তুৰ্কীৰ সংঘাট আৰম্ভ হ'ল। এক সীমান্ত সংঘৰ্ষৰ পাছত তুৰ্কী সেনাবাহিনী আগবাঢ়ি আহিল আৰু সমগ্ৰ আৰ্মেনীয়া পুনৰ দখল কৰি ললে। উত্তৰৰ পৰা লালফৌজো আগবাঢ়ি আহিল। ৰুচ-তুৰ্কী যুদ্ধ আৰম্ভ হোৱাৰ পাছতে এক শান্তি চুক্তি সম্পাদিত হ'ল। আৰ্মেনীয়াৰ কিছু অঞ্চল চভিয়েট চৰকাৰে তুৰ্কীক এৰি দিলে আৰু বাকী অংশত লাল ফৌজৰ সমৰ্থনত আৰ্মেনীয়াৰ বুৰ্জোৱা চৰকাৰক উৎখাত কৰি এক স্বাধীন আৰ্মেনীয় চভিয়েট সমাজবাদী প্ৰজাতন্ত্ৰ প্ৰতিষ্ঠা কৰা হ'ল।

মেনচেভিক নেতৃত্বাধীন স্বাধীন জৰ্জিয়া চৰকাৰ যি কিছুদিন বৰ্তি থাকিল, তাৰে ভিতৰতে ই মিত্ৰবাহিনীৰ স্বীকৃতিকে ধৰি যথেষ্ট আন্তৰ্জাতিক সমৰ্থন

আদায় কৰিবলৈকো সক্ষম হ'ল। তেতিয়া বলচেভিক নেতৃত্বাধীন কমিনটানৰ লগত ইউৰোপৰ অন্যান্য সমাজবাদী নেতাসকলৰ তুমুল আক্ৰমণাত্মক সংগ্ৰাম চলিছে। কাউটস্কি, ৰামচে মেকডনাল্ড আদি এই নেতাসকলে জৰ্জিয়ালৈ আহি মেনচেভিক চৰকাৰৰ প্ৰতি নিজৰ সমৰ্থন জনালেহি। ইতিমধ্যে বলচেভিক সকলো বহি থকা নাছিল। জৰ্জিয়াৰ মেনচেভিক আৰু বুৰ্জোৱা চৰকাৰক ওফৰাই চভিয়েট ক্ষমতা প্ৰতিষ্ঠা কৰিবলৈ তেওঁলোকেও চেষ্টা কৰিছিল। বাকু নগৰীত অনুষ্ঠিত হোৱা 'পূবৰ ৰাইজৰ এক মহাসভাত' তেওঁলোকে আনুষ্ঠানিক-ভাৱে জৰ্জিয়াৰ চৰকাৰৰ শ্ৰমিকবিৰোধী আৰু সাম্ৰাজ্যবাদৰ অনুগামী নীতিৰ বিৰুদ্ধে আক্ৰমণ আৰম্ভ কৰে। জৰ্জিয়া চৰকাৰে বলচেভিকসকলৰ ওপৰত দমন, নিৰ্যাতন বঢাই আনে আৰু ইয়াৰ বিৰুদ্ধে সীমান্তৰ সিপাৰে জৰ্জিয়াৰ বলচেভিক-সকলে চভিয়েট সাহায্যত এক সেনাবাহিনী গোট খুৱাবলৈ আৰম্ভ কৰে। ১৯২১ চনৰ ২১ মাৰ্চৰ দিনা এই বলচেভিক বাহিনীয়ে জৰ্জিয়াৰ সীমান্ত পাৰহৈ ৰাজধানী অভিমুখে আগুৱাবলৈ ধৰে। তুৰ্কীয়ে লগে লগে জৰ্জিয়াৰ দুখন প্ৰদেশৰ ওপৰত দাবি তুলি চৰমপত্ৰ প্ৰদান কৰে। চভিয়েট চৰকাৰে তৎকালে তুৰ্কীৰ দাবি মানি লৈ তুৰ্কীৰ ভাবুকি নিষ্ক্ৰিয় কৰি পেলায়। ২৫ ফেব্ৰুৱাৰীৰ দিনা বলচেভিক ফৌজে ৰাজধানী তিফলিচ দখল কৰি স্বাধীন জৰ্জিয়া চভিয়েট সমাজবাদী গণৰাজ্য প্ৰতিষ্ঠাৰ কথা ঘোষণা কৰে। জৰ্জিয়াৰ মেনচেভিক আৰু বুৰ্জোৱা চৰকাৰ পলাই গৈ পেৰিচ পায়গৈ। জৰ্জিয়াৰ চভিয়েট চৰকাৰে ইয়াৰ পিছত বিভিন্ন জনগোষ্ঠীৰ বাবে জৰ্জিয়াৰ ভিতৰতে তিনিখন স্বায়ত্ত-শাসিত এলেকা গঠন কৰাৰ কথা ঘোষণা কৰে।

মূলতে সামৰিক শক্তিৰ সহায়ত ট্ৰান্স-ককেচিয় অঞ্চলৰ জাতীয় সমস্যা সমাধান কৰা হয় যদিও শেষত প্ৰতিটো জাতিসত্তা আৰু জনগোষ্ঠীৰ বাবে আত্মনিয়ন্ত্ৰণৰ আধাৰ হিছাপে একোখনকৈ স্বাধীন চভিয়েট গণৰাজ্য প্ৰতিষ্ঠা কৰা হয়। এই গণৰাজ্যবোৰে পাছত ফেডাৰেল চভিয়েট ইউনিয়নত যোগদান কৰে।

শেষ বিচাৰত, বলচেভিক নেতৃত্বত চভিয়েট চৰকাৰে লোৱা জাতীয় নীতিৰ বিষয়ে এটা কথা ক'ব লাগিব যে ই পৃথিৱীত জাতিসমস্যা সমাধানৰ বাবে এক বিকল্প, মানৱীয় আৰু যুক্তিসংগত আহি' ভাঙি ধৰিবলৈ সক্ষম হ'ল। বিশেষকৈ এখন বহুজাতিক দেশত ই এক অনন্য আহি' হৈ পৰিল।

পুঁজিবাদী ব্যৱস্থাই এখন বহুজাতিক ৰাষ্ট্ৰত জাতীয় বৈষম্য আৰু শোষণ দূৰ কৰিব নোৱাৰে। ইয়াৰ পৰিবৰ্তে পুঁজিবাদী বিকাশৰ নিজস্ব নিয়মে এটা জাতিৰ অৰ্থনৈতিক আৰু ৰাজনৈতিক প্ৰাধান্য দৃঢ় কৰি অন্য জাতিবোৰক বঞ্চিত আৰু শোষিত কৰি ৰখাতহে সহায় কৰে। ৰাছিয়াৰ ক্ষেত্ৰত পুঁজিবাদে বৃহৎ ৰুচ জাতিৰ প্ৰাধান্য সুনিশ্চিত কৰিছিল আৰু অন্যান্য জাতিবোৰক অৱদমন কৰিবলৈ আৰম্ভ কৰিছিল। ইউৰোপীয় ৰাছিয়াক কেন্দ্ৰ কৰি হোৱা শিল্পায়নে উৎপাদিকা

আৰু অৰ্থনৈতিক শক্তি ৰুচসকলৰ নিয়ন্ত্ৰণত কেন্দ্ৰীভূত কৰি পেলাইছিল আৰু বাকীবোৰ জাতি আৰু এলেকাক একপ্ৰকাৰ ঔপনিবেশিক পশ্চাৎ অঞ্চললৈ, খাদ্যশস্য আৰু কেঁচামাল যোগান ধৰা এলেকালৈ ৰূপান্তৰিত কৰিছিল। পুঁজিবাদী বিকাশৰ নিয়মেই এনে।

এই জাতীয় বৈষম্য দূৰ কৰিবৰ বাবে আৰু বিভিন্ন জাতিৰ শ্ৰমিকসকলৰ মাজত অবিশ্বাস দূৰ কৰি শ্ৰমিক ঐক্য সুদৃঢ় কৰিবৰ বাবে, বলচেভিকসকলে প্ৰতিটো জাতিৰ আত্মনিয়ন্ত্ৰণ তথা বিচ্ছিন্ন হৈ স্বাধীন ৰাষ্ট্ৰ গঠন কৰাৰ অধিকাৰক স্বীকৃতি দিছিল। যিবোৰ জাতিয়ে এই অধিকাৰ সাব্যস্ত কৰিছিল বা কৰিব পাৰিছিল, সেইবোৰ জাতিৰ ভিতৰত শ্ৰেণীসংগ্ৰাম বিকশাই তুলি বুৰ্জোৱা শাসন উৎখাত কৰাত আৰু নিজস্ব স্বাধীন চভিয়েট চৰকাৰ গঠন কৰাত প্ৰোৎসাহন দিয়া হৈছিল। এনেদৰে স্বাধীন বায়েলʼৰুচ, ইউক্ৰেন, জৰ্জিয়ান আদি চভিয়েট প্ৰজাতন্ত্ৰবোৰ গঠন কৰা হৈছিল।

অক্টোবৰ বিপ্লৱৰ বিজয়ৰ পাছত, বিশেষকৈ ৰাচিয়াৰ পাছত একাদিক্ৰমে বিভিন্ন অনাৰুচ জাতীয় এলেকাবোৰতো বুৰ্জোৱা শক্তিক উৎখাতৰ পিছত, বিভিন্ন স্বাধীন চভিয়েট প্ৰজাতন্ত্ৰবোৰৰ সন্মিলনৰ চেষ্টা কৰা হৈছিল। জাতিগত শোষণ, দমন আৰু বৈষম্য সৃষ্টি কৰা পুঁজিবাদী ব্যৱস্থা শেষ কৰাৰ পাছত, প্ৰতিটো জাতিৰ আত্মনিয়ন্ত্ৰণৰ অধিকাৰৰ স্বীকৃতিৰ আধাৰ স্বৰূপ স্বাধীন চভিয়েট গণৰাজ্যবোৰ প্ৰতিষ্ঠা কৰাৰ পাছত, সম্পূৰ্ণ সমানতাৰ ভিত্তিত আৰু স্বেচ্ছাকৃতভাৱে বিভিন্ন স্বাধীন গণৰাজ্যবোৰ মিলি এখন ঐক্যবদ্ধ চভিয়েট সমাজবাদী প্ৰজাতন্ত্ৰী সংঘ বা ফেডাৰেল দেশ আৰু চৰকাৰ গঠন কৰা হৈছিল।

এই পৰীক্ষা আছিল বিশ্ব ইতিহাসৰ এক অভূতপূৰ্ব ঘটনা। ই সকলো জাতিৰ লোকক অনুপ্ৰাণীত কৰিবলৈ সক্ষম হৈছিল।

আগতেই ঘোষণা কৰা এই জাতিসংক্ৰান্তীয় নীতি ৰূপায়ণৰ বেলিকা বলচেভিক দলে কেৱল অনাৰুচ জাতিসমূহৰ বুৰ্জোৱা জাতীয়তাবাদকেই যে মোকাবিলা কৰিব লগা হৈছিল তেনে নহয়ঃ ঐতিহাসিক কাৰণত গঢ়ি উঠা বৃহৎ ৰুচ জাতিদম্ভ আৰু আধিপত্যবাদৰ বিৰুদ্ধে নিজৰ সংগঠনৰ তথা চৰকাৰৰ মাজতো আপোচহীন সংগ্ৰাম চলাব লগীয়া হৈছিল। বৃহৎ ৰুচ আধিপত্যবাদ আৰু উগ্ৰজাতীয়তাবাদ ৰাচিয়াত জাতিসমূহৰ ঐক্যস্থাপনৰ বাটৰ প্ৰধান অন্তৰায় আছিল। ইয়াৰ বিৰুদ্ধে সংগ্ৰাম নচলোৱাকৈ, ইয়াক পৰাজিত নকৰাকৈ, ৰাচিয়াত জাতিসমূহৰ মাজত ঐক্যস্থাপন সম্ভৱপৰ নাছিল। বলচেভিক দলে প্ৰথমৰ পৰা শেষলৈকে ইয়াৰ বিৰুদ্ধে আপোচহীন সংগ্ৰাম চলাইছিল।

বলচেভিক দলৰ এনে স্পষ্ট জাতিসংক্ৰান্তীয় নীতিৰ বাবে তেওঁলোকে ৰাচিয়াত বিভিন্ন অনাৰুচ জাতিৰ বিশ্বাস, আস্থা আৰু সক্ৰিয় সহায়-সমৰ্থন

আদায় কৰিবলৈ সক্ষম হৈছিল। বিপ্লৱ আৰু গৃহযুদ্ধত বিজয়ৰ ক্ষেত্ৰত এই সহায়-সমৰ্থনে মূলতেই এক নিৰ্ণয়ক ভূমিকা গ্ৰহণ কৰিছিল।

পিছৰ কালছোৱাত বলচেভিক দলৰ নানা তৰহৰ ভুল-ভ্ৰান্তি আৰু বিচ্যুতিয়ে, বিশেষকৈ ষ্টেলিন আমোলত চলা নিৰ্যাতনে, জাতিসমস্যাৰ সুষ্ঠ সমাধানৰ ক্ষেত্ৰত বহু সমস্যা আৰু জটিলতাৰ সৃষ্টি কৰিলে তথাপিও প্ৰথম অৱস্থাৰ নীতি আৰু আদৰ্শগত শুদ্ধতাই বাচিয়াত বিভিন্ন জাতিসত্তাই নিজৰ জাতীয় অস্তিত্ব তথা সংস্কৃতি ৰক্ষণকৰা আৰু স্বায়ত্ত-শাসনৰ সুবিধা লাভ কৰাতো নিশ্চিত কৰি তুলিছিল। সেয়ে আজি পুৰণা চভিয়েট ইউনিয়ন ভাঙি যোৱাৰ পাছতো কিন্তু জাতিসংক্ৰান্তীয় বলচেভিক নীতিৰ প্ৰাসংগিকতা নাইকিয়া হৈ যোৱা নাই। বলচেভিকদলৰ জাতিসংক্ৰান্তীয় নীতি আৰু ইয়াৰ প্ৰয়োগৰ বিষয়ে বিখ্যাত ঐতিহাসিক ই. এইচ. কাৰে এক অন্তৰ্দৃষ্টিমূলক মন্তব্য কৰি গৈছে। তেওঁ কৈছে যে, "What could be said in favour of the Bolshevik nationalities policy was not that it could be carried into effect without the use of force ; manifestly it could not, though it perhaps enabled order to be established in Russia with less application of direct force than would have been required on any others hypothesis, and to this extent implied a large element of volountary acceptance than any other policy could conceivably have done". ( The Bolshevik Revolution. Vol. I. p. 382. ).

# ২৫

## গৃহযুদ্ধৰ শেষ অধ্যায়



● অভ্যান্তৰত চ'চিয়েল ৰিভলিউচনেৰী দলৰ সন্ত্ৰাসবাদ ● লেনিনক হত্যাৰ প্ৰয়াস ● লাল ৰাষ্ট্ৰসন্ত্ৰাসৰ আৰম্ভণি ● 'সন্ত্ৰাস' এক ৰাজনৈতিক হাতিয়াৰ ● শান্তিৰ বিফল প্ৰয়াস—পেৰিচ শান্তি আলোচনা আৰু মিত্ৰশক্তিৰ ভূমিকা ● ডন অঞ্চল আকৌ অশান্ত : জেনেৰেল ডেনিকেনৰ বিদ্ৰোহৰ সূচনা ● মিত্ৰবাহিনীৰ সহযোগত ডেনিকেনৰ শ্বেতবাহিনীৰ প্ৰাথমিক সামৰিক সাফল্য ● শ্বেতবাহিনীৰ মস্কো অভিযান আৰু চভিয়েট শক্তি সংগঠনৰ প্ৰয়াস ● ডন অঞ্চলত দুৰ্ভিক্ষ ● চভিয়েট প্ৰতিআক্ৰমণ আৰু ডেনিকেনৰ পৰাজয় ● সমগ্ৰ দক্ষিণ ৰাচিয়া (ক্ৰিমিয়া বাদে) শ্বেতবাহিনীৰ পৰা মুক্ত ● ৰুচ-পলিচ বিৰোধৰ সূত্ৰপাত ● ৰুচ-পলিচ যুদ্ধ আৰু শান্তিস্থাপন ● দক্ষিণত আকৌ যুদ্ধ : ডেনিকেনৰ সেনাসকলক লৈ জেনেৰেল ৰেংগেলৰ উত্তৰমুখী অভিযান ● ৰেংগেলৰ পৰাজয় আৰু লালফৌজৰ দ্বাৰা ক্ৰিমিয়া মুক্তকৰণ ● ৰক্তক্ষয়ী গৃহযুদ্ধৰ অৱসান।

টোকা আবদ্ধ প্রসংগ :


1. Polyakov, Y ; (Ed) ;—A Short History of Soviet Union. Progress Publishers. Moscow.
2. Carr, E.H.—The Bolshevik Revolution. Vol I, II & III. Pengeuin, London.
3. Encyclopedia Brittanica. Vol. 19. Chicago
4. বড় বলশেভিক ( কমিউনিষ্ট ) পার্টির ইতিহাস ( বাংলা)—মস্কো।

এক নির্দয়, ৰক্তাক্ত গতিৰে ৰুচ গৃহযুদ্ধ আগবাঢ়িল। সমগ্র ৰাচিয়া, পূৰ্বৰ সমগ্র জাৰ সাম্রাজ্য জুৰি চভিয়েট আৰু চভিয়েট বিৰোধী শক্তিবোৰৰ মাজত ৰাজনৈতিক ক্ষমতাৰ বাবে তুমুল সংঘৰ্ষ চলিল। প্ৰতি পলে পলে পৰিবৰ্তন হ'বলৈ ধৰিলে ৰাজনৈতিক দৃশ্যপট। আজি বিপ্লৱৰ যি দৃঢ় মিত্ৰ সিয়েই কালিলৈ পৰিণত হ'ল আটাইতকৈ ভয়ংকৰ শত্ৰুলৈ। প্ৰাক্তন শত্ৰুও আকৌ ঘটনাৰ মেৰপাকত বন্ধু হৈ পৰিল। অকোৰা-পকোৰা অনিশ্চিত বাটেৰে আগবাঢ়িল ৰাচিয়াৰ ইতিহাস।

বিদেশী সাম্ৰাজ্যবাদী শক্তিবোৰৰ হস্তক্ষেপত প্ৰতিবিপ্লৱী শক্তিবোৰ টনকিয়াল হৈ সমগ্ৰ দেশ জুৰি চভিয়েট শক্তিৰ বিৰুদ্ধে যুদ্ধ আৰম্ভ কৰিছিল। বিদেশী হস্তক্ষেপে বিলম্বিত কৰি তুলিলে বিপ্লৱৰ বিজয়লাভ, অবৰ্ণনীয় দুঃখ-কষ্ট, সন্ত্ৰাস আৰু মৃত্যুৰ বিভীষিকাৰ ভয়াবহ ট্ৰেজেদীয়ে আচ্ছন্ন কৰি তুলিলে ৰাচিয়াৰ আকাশ-বতাহ। বিদেশী ভাবুকিৰ লগে লগে এইবাৰ দেশৰ অভ্যন্তৰতো নতুন বিপদে মূৰ দাঙি উঠিলে। ৰাজনৈতিক হত্যা আৰু সন্ত্ৰাস-বাদৰ এক নতুন অধ্যায়ৰ সূচনা হ'ল।

জাৰতন্ত্ৰৰ বিৰুদ্ধে সংগ্ৰামৰ সময়ত চ'চিয়েল ৰিভলিউচনেৰী দলে 'সমাজ বিপ্লৱী সন্ত্ৰাসবাদী কেন্দ্ৰ' নামেৰে এক সংগঠন আৰম্ভ কৰিছিল। অতীতৰ নাৰডনিকসকলৰ আৰ্হিৰে এই গোপন সংগঠনে ৰাজনৈতিক হত্যাকাণ্ড সংঘটিত কৰাৰ জৰিয়তে জাৰতন্ত্ৰক উৎখাত কৰিব বিচাৰিছিল। য়াৰস্লাভত লালফৌজৰ হাতত পৰাজিত হোৱা চ'চিয়েল ৰিভলিউচনেৰী নেতা বৰিচ চাভিনকভে ইমান দিনৰ বিৰতিৰ পিছত এই সন্ত্ৰাসবাদী কেন্দ্ৰটো পুনৰ সক্ৰিয় কৰি তুলিলেহি। হত্যা আৰু সন্ত্ৰাসক সমাজ পৰিৱৰ্তনৰ আহিলা হিচাপে গণ্য কৰা চ'চিয়েল ৰিভলিউচনেৰীসকলৰ এইবাৰ লক্ষ হ'ল বলচেভিক নেতৃবৃন্দ। এওঁলোকক নিৰ্মূল কৰিবলৈ গোপন ষড়যন্ত্ৰ আৰম্ভ হ'ল। বলচেভিকসকলৰ বিৰুদ্ধে অভিযোগ হ'ল যে তেওঁলোকে একদলীয় কৰ্তৃত্ববাদ প্ৰতিষ্ঠা কৰি বিপ্লৱক ক্ষতি-গ্ৰস্থ কৰিছে। ১..১৮ চনৰ আগষ্ট মাহৰ ৩০ তাৰিখে এই সংগঠনৰ অন্যতম এজেণ্ট কেনী ( আনা ) কাপলান বোলা ছোৱালী এজনীয়ে লেনিনৰ প্ৰাণনাশৰ চেষ্টা চলালে। মস্কোত এখন শ্ৰমিক সভাত যোগ দি ওলাই অহাৰ সময়ত কেনীয়ে লেনিনলৈ লক্ষ কৰি গুলি চলালে। লেনিন আহত হ'ল। পিছদিনাই পেট্ৰগ্ৰাড মহানগৰীত আৰু এজন এজেণ্টে গুলি কৰি নগৰৰ 'চেকা' সংগঠনৰ প্ৰধান এম. এচ. উৰিটস্কিক হত্যা কৰিলে। চ'চিয়েল ৰিভলিউচনেৰী দলৰ নেতৃত্বত হত্যাৰ ৰাজনীতি আৰু সন্ত্ৰাসবাদৰ সূত্ৰপাত ঘটিল।

বলচেভিক দলে এই চ'চিয়েল ৰিভলিউচনেৰী সন্ত্ৰাসৰ বিৰুদ্ধে এইবাৰ নিজস্ব লাল সন্ত্ৰাস আৰম্ভ কৰিলে। পোতাখাটমূলক কাম-কাজক বাধা দিবলৈ আৰম্ভ কৰা 'চেকা' সংগঠনে এই অভিযানৰ গুৰি ধৰিলে। লেনিনৰ ওপৰত চলা আক্ৰমণৰ

প্রতিশোধ হিচাপে সেই নিশাই মস্কো মহানগৰীত প্ৰৰণা আমোলৰ লগত জড়িত আৰু চ'চিয়েল ৰিভলিউচনেৰী দলৰ প্ৰায় পাঁচশ বিখ্যাত লোকক হত্যা কৰা হ'ল। একেদৰেই পেট্ৰোগ্ৰাড মহানগৰীত উৰিট্স্কি হত্যাৰ প্ৰত্যুত্তৰত বলচেভিক সকলেও এনানি হত্যা অনুষ্ঠিত কৰিলে। বহু প্ৰখ্যাত চ'চিয়েল ৰিভলিউচনেৰী আৰু বুৰ্জোৱা নেতা, বুদ্ধিজীৱিক হত্যা কৰা হ'ল। শ্বেত সন্ত্ৰাসৰ প্ৰত্যুত্তৰত আৰম্ভ হ'ল এক সৰ্বগ্ৰাসী লাল সন্ত্ৰাস। এই সন্ত্ৰাসে ৰাচিয়াৰ জনজীৱন স্তব্ধ কৰি তুলিলে। বলচেভিক নিয়ন্ত্ৰণাধীন চভিয়েট ৰাষ্ট্ৰই এইবাৰ 'ৰাষ্ট্ৰ সন্ত্ৰাসক' ৰাজনৈতিক বিৰোধীতা আৰু বিৰোধীসকলক নিশ্চিহ্ন কৰিবলৈ নীতি হিচাপে গ্ৰহণ কৰিলে। কোনো ধৰণৰ আনুষ্ঠানিক সিদ্ধান্ত অবিহনেই এই প্ৰক্ৰিয়া আৰম্ভ হৈ গ'ল। কিন্তু আনুষ্ঠানিক সিদ্ধান্ত নহ'লেও বলচেভিক দলৰ ৰাষ্ট্ৰ-সম্পৰ্কে নীতিতেই এনে সম্ভাৱনাৰ বীজ নিহিত আছিল। মাৰ্ক্স আৰু লেনিনে ৰাষ্ট্ৰক শ্ৰেণী শাসনৰ আহিলা হিচাপে গণ্য কৰিছিল। ৰাষ্ট্ৰ যেতিয়া বুৰ্জোৱাৰ দখলত থাকে তেতিয়া ই ৰাষ্ট্ৰযন্ত্ৰক শ্ৰমিক শ্ৰেণী আৰু বিৰোধীসকলক দমন কৰিবলৈ ব্যৱহাৰ কৰে। সেইদৰে বিপ্লৱৰ বিজয়লাভৰ পাছত ৰাষ্ট্ৰ যেতিয়া শ্ৰমিক শ্ৰেণীৰ, সৰ্বহাৰাৰ দখললৈ আহে তেতিয়া এই শ্ৰেণীবোৰেও ৰাষ্ট্ৰক বিৰোধী বুৰ্জোৱাহঁতক দমন কৰিবলৈ ব্যৱহাৰ কৰে। অৰ্থাৎ ৰাষ্ট্ৰৰ ৰূপ আৰু গাঁথনিৰ পৰিৱৰ্তন হ'লেও ইয়াৰ মূল চৰিত্ৰৰ পৰিৱৰ্তন নহয়। ক্ষমতা দখলৰ পাছত সৰ্বহাৰাই যি নতুন ৰাষ্ট্ৰ গঠন কৰে সেই ৰাষ্ট্ৰৰ সহায়ত এহাতে বুৰ্জোৱা বিৰোধীসকলক দমন কৰা হয় আৰু আনহাতে সমাজৰ অৰ্থনৈতিক সম্পৰ্কবোৰৰ পৰিৱৰ্তন ঘটাই নতুন সমাজ ৰচনাৰ কাম কৰা হয়। সৰ্বহাৰাৰ একনায়কত্ব বোলা কথাষাৰৰ এয়েই ৰাজনৈতিক অৰ্থ আৰু তাৎপৰ্য। যেতিয়ালৈকে সমাজত বিভিন্ন শ্ৰেণীবোৰ থাকিব, থাকিব বিভিন্ন শ্ৰেণীৰ মাজত সংঘাট, তেতিয়ালৈকে সমাজত শ্ৰেণীশাসনৰ হাতিয়াৰ হিচাপে ৰাষ্ট্ৰৰ প্ৰয়োজন থাকিব। যেতিয়া সমাজত শ্ৰেণীবোৰ নাইকিয়া হৈ সাম্যবাদী সমাজৰ সৃষ্টি হ'ব, তেতিয়া ৰাষ্ট্ৰৰো প্ৰয়োজন শেষ হ'ব আৰু তেতিয়া শ্ৰমিক শ্ৰেণীৰ একনায়কত্ব আৰু ৰাষ্ট্ৰ ব্যৱস্থাও নিজে নিজে বিলুপ্ত হ'ব।

'ৰাষ্ট্ৰ' সম্পৰ্কে মাৰ্ক্সবাদীসকলৰ এনে দৃঢ় ধাৰণাৰ মাজতেই ৰাষ্ট্ৰসন্ত্ৰাসৰ বীজ নিহিত হৈ আছিল। মাৰ্ক্সবাদীসকলৰ এনে কঠোৰ ধাৰণাৰ বিপৰীতে বুৰ্জোৱা দৰ্শনত ৰাষ্ট্ৰৰ ধাৰণা কিন্তু কিছুদূৰ নমনীয়। যদিও বুৰ্জোৱা ৰাষ্ট্ৰয়ো মূলতেই বুৰ্জোৱাৰ শ্ৰেণী শাসনৰ হাতিয়াৰ হিচাপেই কাম কৰে তথাপিও বহু সময়লৈকে ই সমাজৰ বিভিন্ন শ্ৰেণীবোৰৰ মাজৰ সংঘাট আৰু দ্বন্দ্ব মিলাই-মেলি ৰাখি সংঘাটমুখী নোহোৱাকৈ ৰাখিবলৈ চেষ্টা কৰে। বুৰ্জোৱা ৰাষ্ট্ৰই বিভিন্ন শ্ৰেণীবোৰৰ মাজৰ দ্বন্দ্ব কিছু এৰাধৰাৰ মাজেৰে সমাধানৰ চেষ্টা কৰে। কিন্তু যেতিয়া এনে দ্বন্দ্ব আৰু সমাধান কৰিব নোৱাৰা অৱস্থা পায়গৈ

বা যেতিয়া এনে দ্বন্দ্বই বুর্জোৱা শ্ৰেণীস্বাৰ্থক প্ৰত্যক্ষভাৱে ভাবুকি দিয়ে, তেতিয়া কিন্তু বুর্জোৱা ৰাষ্ট্ৰয়ো নগ্নভাৱে বিৰোধী শ্ৰেণীবোৰৰ ওপৰত প্ৰত্যক্ষ দমন নিৰ্যাতন আৰম্ভ কৰে। চেষ্টা কৰে দমনৰ জৰিয়তে বুর্জোৱা স্বাৰ্থ ৰক্ষা কৰিবলৈ। উদাৰনৈতিক বা লিবাৰেলসকলে বুর্জোৱা ৰাষ্ট্ৰৰ এই প্ৰথম 'মিলাই-মেলি ৰাখি সামাজিক দ্বন্দ্ব নিৰসনৰ' প্ৰচেষ্টাটোকহে প্ৰধানকৈ দেখে, ইয়াক অত্যাধিক গুৰুত্ব দিয়ে, আৰু সেয়ে ৰাষ্ট্ৰক শ্ৰেণী দমনৰ পৰিবৰ্তে শ্ৰেণী সমন্বয়ৰ হাতিয়াৰ হিছাপে সূত্ৰবন্ধ কৰে। এনে সূত্ৰায়নৰ ফলতেই বুর্জোৱা ৰাষ্ট্ৰ, সংসদীয় পদ্ধতি আৰু অনুষ্ঠানবোৰৰ প্ৰতি তেওঁলোকৰ অযথা মোহৰ সৃষ্টি হয়। মাৰ্ক্সবাদী-লেনিনবাদীসকলৰ এনে মোহ কিন্তু নাই। বুর্জোৱাই হওক, সৰ্বহাৰাই হওক, ৰাষ্ট্ৰ তেওঁলোকৰ বাবে ক্ষমতাধীন শ্ৰেণীৰ হাতত থকা বিৰোধী শ্ৰেণীবোৰ দমনৰ কাৰ্যকৰী হাতিয়াৰ মাত্ৰ। এনে দৃষ্টিভংগীৰ পৰা বিৰোধী শ্ৰেণীবোৰৰ দমনৰ বাবে ৰাষ্ট্ৰসন্ত্ৰাস চলোৱাৰ প্ৰয়োজনীয়তা তেওঁলোকে প্ৰতিপন্ন কৰে।

এতিয়া, ১৯১৮ চনৰ মাজভাগত, নকৈ প্ৰতিষ্ঠিত শ্ৰমিক চভিয়েট ৰাষ্ট্ৰৰ বিৰুদ্ধে বিৰোধীসকলে সন্ত্ৰাসবাদ আৰু কুটাঘাট আৰম্ভ কৰাত, বলচেভিক-সকলে চভিয়েট ৰাষ্ট্ৰব্যৱস্থা আৰু ইয়াৰ অধীনত গঢ়ি তোলা 'গোপন চোৰাংচোৱা আৰু পুলিচ'ৰ চৰিত্ৰ প্ৰাপ্ত 'চেকা' অনুষ্ঠানৰ জৰিয়তে বিৰোধীসকলক দমন কৰিবলৈ, ধ্বংস কৰিবলৈ এক সৰ্বাত্মক লাল ৰাষ্ট্ৰসন্ত্ৰাস আৰম্ভ কৰে।

গৃহযুদ্ধ এইবাৰ সন্ত্ৰাসেৰে বিভীষিকাময় হৈ উঠে।

বিদেশী হস্তক্ষেপ, আভ্যন্তৰীণ পোতাঘাট আৰু গৃহযুদ্ধৰ বাবে এইবাৰ ন চভিয়েট ৰাষ্ট্ৰই এলানি কঠোৰ ৰাজনৈতিক আৰু অৰ্থনৈতিক পদক্ষেপ ল'বলগীয়া হয়। ব্যাপক ৰাষ্ট্ৰীয়কৰণ, মাটি আৰু খাদ্যশস্যৰ বাধ্যতামূলক অধিগ্ৰহণ, এক ৰাজহুৱা বিতৰণ ব্যৱস্থা স্থাপন আৰু ইয়াৰ জৰিয়তে খাদ্যৰ ৰেচনিং কৰা তথা মূল্যবৃদ্ধি আৰু ফটকাবাজী ৰোধ কৰিবলৈ মুদ্ৰাৰ পৰিবৰ্তে খাদ্য কুপনৰ প্ৰচলন, ব্যক্তিগত বেচা-কিনা আৰু বেপাৰ বন্ধ কৰা আদি কঠোৰ অৰ্থনৈতিক ব্যৱস্থা গ্ৰহণ কৰে। থোৰতে যুদ্ধকালিন সাম্যবাদ বা ৱাৰ কমিউ-নিজম বুলি বিখ্যাত এই ব্যৱস্থাবোৰ গৃহযুদ্ধৰ পৰিস্থিতিত প্ৰয়োজনীয় আছিল ঠিকেই, কিন্তু এই ব্যৱস্থাবোৰে বাচিয়ালৈ ভয়াবহ দুখ-কষ্ট, অভাৱ-অনাটন, কৃষক বিক্ষুব্ধি আৰু ঠায়ে ঠায়ে আকালৰ কৰাল ছাঁ নমাই আনিছিল (এই ব্যৱস্থাবোৰ বা ৱাৰ কমিউনিজমৰ বিষয়ে পিছত আলোচনা কৰা হৈছে। গৃহযুদ্ধৰ ক্ষমাহীন ভয়াবহতাৰ আভাস দিবলৈ ইয়াত এইবোৰৰ মাত্ৰ উল্লেখ কৰা হ'ল)।

গৃহযুদ্ধৰ মাজতেই কিন্তু শান্তিৰ বাবেও এক প্ৰচেষ্টা আৰম্ভ হয় (এইবিষয়ে উল্লেখ মাত্ৰ কৰি অহা হৈছে)। পশ্চিম ইউৰোপৰ ৰণাঙ্গনত সেই সময়ত জাৰ্মান

সেনাবাহিনীৰ বিপৰ্যয় আৰম্ভ হৈছে। জাৰ্মানী, অষ্ট্ৰিয়া আৰু তুৰ্কীৰ কেন্দ্ৰীয় শক্তি ভাগি পৰিছে। প্ৰথম মহাসমৰ শেষ হৈ আহিছে। ১৯১৮ চনৰ নৱেম্বৰৰ জাৰ্মান পতনৰ পাছত পেৰিচত শান্তি আলোচনা আৰম্ভ হয়, যুদ্ধোত্তৰ ইউৰোপৰ ৰূপ তথা জাৰ্মানীৰ ভাগ্য কি হ'ব তাকে নিৰ্ণয় কৰিবলৈ। বৃটেইন, ফ্ৰান্স, এমেৰিকাৰ উদ্যোগত পেৰিচত যুদ্ধৰত শক্তিবোৰৰ মাজত এই শান্তি আলোচনা আৰম্ভ হয়।

এই শান্তি আলোচনালৈ ৰাচিয়াৰ পৰাও বলচেভিক বিৰোধী গোট আৰু ব্যক্তিসকল দলে দলে যাবলৈ ধৰিলে। চভিয়েটৰ বিৰুদ্ধে পশ্চিমীয়া শক্তিবোৰৰ সহায়-সমৰ্থন আদায় কৰাতোৱেই তেওঁলোকৰ মূল উদ্দেশ্য আছিল। ইতিমধ্যে ৰাচিয়াত বিদেশী হস্তক্ষেপ আৰু বিদেশী সেনাৰ অৱতৰণ আৰম্ভ হৈছেই। ৰুচ গৃহযুদ্ধত বলচেভিক বিৰোধী শ্বেতশক্তিক বিদেশীয়ে সহায়-সমৰ্থন দিবলৈ আৰম্ভ কৰিছেই।

চ'চিয়েল ৰিভলিউচনেৰী দলৰ নেতা প্ৰাক্তন প্ৰধানমন্ত্ৰী কেৰেনস্কি, সন্ত্ৰাসবাদৰ গুৰু চেভিনকভ, জাৰৰ খুৰাক গ্ৰেণ্ড ডিউক নিকোলাই নিকোলায়েভিচ, মেনচেভিক আৰু কাডেট নেতা, সকলোৱে পেৰিচলৈ বাট ললে। কিন্তু জাৰ্মানীক লৈ ব্যস্ত থকা মিত্ৰবাহিনীৰ নেতাসকলৰ তেওঁলোকৰ কথা শুনিবলৈ সময়েই নহ'ল। দৰাচলতে মিত্ৰবাহিনীৰ নেতাসকলে জাৰ্মানীক কাবু কৰাৰ আগতে ৰাচিয়াক জোকাই ল'ব খোজা নাছিল। কিয়নো কেনেবাকে ৰাচিয়া আৰু জাৰ্মেনী লগ লাগিলে ডাঙৰ সমস্যা হ'ব। সেয়ে ৰুচ বিৰোধী নেতাসকলৰ আবেদন নিবেদনলৈ তেওঁলোকে বিশেষ কৰ্ণপাতেই নকৰিলে।

জাৰ্মানীৰ ক্ষেত্ৰত এটা সিদ্ধান্তলৈ অহাৰ পাছত বৃটিছ প্ৰধানমন্ত্ৰী লয়ড জৰ্জে ১৯১৯ চনৰ জানুৱাৰীত ৰুচ গৃহযুদ্ধৰ অৱসানৰ বাবে এটা শান্তি প্ৰস্তাৱ উত্থাপন কৰিলে। মাৰ্কিন ৰাষ্ট্ৰপতি উদ্ৰু উইলচনে মিত্ৰবাহিনীৰ আতিথ্যত ৰাচিয়াৰ সকলো বিবাদমান গোটৰ এখন সন্মিলন পতাৰ প্ৰস্তাৱ ৰাখিলে। কিন্তু বলচেভিক বিৰোধী চৰকাৰবোৰে এই প্ৰস্তাৱ প্ৰত্যাখ্যান কৰাত এই সন্মিলন নহ'ল। এইবাৰ ফৰাচী উদ্যোগত এক নতুন প্ৰস্তাৱ ৰখা হ'ল। ৰাচিয়াত বলচেভিক চৰকাৰকে ধৰি বাকী চৰকাৰবোৰৰো স্বীকৃতি দানৰ জৰিয়তে আপাত শান্তিস্থাপন, এই বিভিন্ন ৰুচ চৰকাৰবোৰে জাৰ সাম্ৰাজ্যৰ দিনত বিদেশৰ পৰা লোৱা ধাৰবোৰ পৰিশোধ কৰাৰ দায়িত্ব লোৱা, এই প্ৰস্তাৱৰ মূল কথা আছিল। ইয়াৰ বিনিময়ত মিত্ৰবাহিনীয়ে চভিয়েট চৰকাৰকে ধৰি বাকীবোৰ ৰুচ চৰকাৰৰ লগত কূটনৈতিক সম্পৰ্ক স্থাপন আৰু বিদেশী সেনা অপসাৰণৰ গেৰাণ্টি দিলে। বৃটিছ আৰু মাৰ্কিন নেতাসকলেও সমৰ্থন কৰা এই প্ৰস্তাৱৰ প্ৰতি চভিয়েট চৰকাৰেও কিছু আগ্ৰহ প্ৰকাশ কৰিছিল। কিন্তু সেইসময়তে চাইবেৰিয়াৰ পৰা এডমিৰেল কলচাকৰ বাহিনী দ্ৰুত গতিত

আলবোৰ্ছ আছিল, চভিয়েট চৰকাৰ বিপদগ্ৰস্ত হৈ পৰিল। অৱস্থাৰ গতি দেখি মিত্ৰবাহিনীয়েও ভাবিলে এই সুযোগতে বলচেভিক চৰকাৰৰ শেষ হয় যদি হওক। শান্তি চুক্তি কৰি ইয়াক বচাই ৰখাৰ কোনো প্ৰয়োজন নাই। শান্তি আলোচনা সেয়ে তেওঁলোকে প্ৰায় বাদেই দিলে।

কিন্তু তেওঁলোকৰ আশা ফলৱতী নহ'ল। কলচাকৰ আক্ৰমণ চভিয়েট বাহিনীয়ে থানবান কৰি পেলালে। কলচাকৰ সহযোগী চেক বাহিনীৰ পৰাজয় আৰু এই অভিযানৰ শেষ পৰিণতিৰ বিষয়ে আগেয়ে কৈ অহা হৈছেই। ১৯১৯ চনৰ এপ্ৰিলত বিদেশী শক্তিবোৰে এইবাৰ ডন অঞ্চলত জেনেৰেল ডেনিকেন আৰু ইষ্টনিয়াত জেনেৰেল য়ুডেনিচৰ শ্বেতবাহিনীক বলচেভিক চৰকাৰৰ বিৰুদ্ধে সামৰিক অভিযান চলাবলৈ সক্ৰিয়ভাৱে সহায় কৰিবলৈ আৰম্ভ কৰিলে, (য়ুডেনিচৰ অভিযানৰ বিষয়ে ইতিমধ্যেই ইষ্টনিয়াৰ প্ৰসংগত উল্লেখ কৰি অহা হৈছেই)। ইতিমধ্যে মিত্ৰবাহিনীৰ নিজৰ দেশতো ৰাচিয়াৰ গৃহযুদ্ধত সামৰিক হস্তক্ষেপৰ প্ৰসংগটোৱে বিক্ষুব্ধিৰ সৃষ্টি কৰিছে। সামৰিক এডভেঞ্চাৰে জনপ্ৰিয়তা হেৰুৱাইছে আৰু ইয়াৰ বিৰুদ্ধে প্ৰতিবাদ আৰম্ভ হৈ গৈছে। বেছিদিন ৰাচিয়াত হস্তক্ষেপ চলাই যোৱাটো সম্ভৱ নহ'ব বুলি নেতাসকলেও গম পাইছে। ইমানদিনে ৰাচিয়াৰ বিৰুদ্ধে আৰোপ কৰা সামুদ্ৰিক অৱৰোধ আৰু বেহা-বেপাৰৰ প্ৰতিবন্ধকতাই তেওঁলোকৰ ব্যৱসায়িক স্বাৰ্থতো আঘাট কৰিছে। শেষ নোহোৱা ৰুচ গৃহযুদ্ধৰ ভয়াবহতাই তেওঁলোকৰ সেনাবাহিনীতো অসন্তুষ্টি সৃষ্টি কৰিছে। তেওঁলোকে পৰ্যায়ক্ৰমে এইবাৰ সেনা অপসাৰণ কৰিবলৈ বাধ্য হ'ল। কিন্তু, ইয়াৰ লগে লগে বলচেভিক চৰকাৰক উৎখাত কৰিবলৈ এটা শেষ প্ৰচেষ্টা চলালে ডেনিকেন আৰু য়ুডানিচৰ জৰিয়তে।

এডমিৰেল কলচাকৰ পতনৰ পিছত তেওঁৰ সহকাৰী জেনেৰেল ডেনিকেনে ৰাচিয়াৰ শ্বেত চৰকাৰৰ সৰ্বোচ্চ ক্ষমতা বিদেশী শক্তিবোৰৰ সমৰ্থনত লাভ কৰিলে। ইতিমধ্যেই তেওঁ দক্ষিণ ৰাচিয়াত পুৰণা জাৰতন্ত্ৰী সেনানায়কসকলৰ লগ হৈ এক বিৰাট বাহিনী গঢ়ি তুলিছে। জেনেৰেল এলেক্সয়েভ, কৰ্নিলভ আৰু ডেনিকেনে মিলি এই বাহিনী গঠন কৰিছিল। ডন অঞ্চলত কালাডিনৰ কছাক বিদ্ৰোহৰ পতনৰ পিছত জেনেৰেল ক্ৰাচনভ আৰু মমভেও এটা ডন বাহিনী গঢ়ি তুলিছিল। বৃটিছ আৰু ফৰাচী মধ্যস্থতাত এইবাৰ এই বিৰাট বাহিনীক এক ঐক্যবদ্ধ কামাণ্ডৰ অধিনত সংগঠিত কৰা হৈছিল। এই বিৰাট সামৰিক প্ৰচেষ্টাৰ মূল শক্তি আছিল ডেনিকেনৰ শ্বেত স্বেচ্ছাসেৱক বাহিনীৰ ডিভিজনবোৰ। প্ৰাচীনপন্থী জাৰ সেনাবাহিনীৰ অফিচাৰসকলক লৈ গঠন কৰা এই সুসজ্জিত, ডিভিজনবোৰ বৃটিছ আৰু ফৰাচী চৰকাৰে অস্ত্ৰ-শস্ত্ৰ, গোলা-বাৰুদ সকলোফালেদি সুসজ্জিত কৰি তুলিছিল। ইয়াৰ চৌদিশে কালাডিনৰ কছাক বাহিনীৰ অৱশেষ ৰেজিমেণ্টবোৰক সংগঠিত কৰি তোলা হ'ল। ডন, টেৰেক, আৰু কুবান অঞ্চল

অধিকাৰ কৰি লোৱাৰ পাছত ইয়াৰ কছাক আৰু কৃষকসকলক বাধ্যতামূলকভাৱে সেনাবাহিনীত মকৰল কৰি কছাক বাহিনীবোৰ গঢ়ি তোলা হ'ল। ইউক্রেনৰ বুর্জোৱা চৰকাৰ আৰু টেলয়ুৰাৰ সেনাবাহিনীত ইয়াৰ লগ লাগিলহি (ইউক্রেনৰ অধ্যায় চাওক )।

১৯১৯ চনৰ জুলাই মাহত ডেনিকেনৰ এই বিশাল বাহিনীয়ে ক্রিমিয়া, ট্রান্স-ককেচিয়া, কুবান, টেৰেক আৰু ডন অঞ্চল নিজৰ দখললৈ আনিলে। ইউক্রেনৰ পূব অংশ আৰু খনিসমৃদ্ধ ডনেটচ অঞ্চলো দখল কৰি ললে। স্থানীয় চভিয়েট বাহিনীবোৰ এই বিশাল আক্রমণৰ আগত উফৰি পৰিল। ইউক্রেনীয় বাহিনীয়ে টেলয়ুৰাৰ নেতৃত্বত অভিযান চলাই ৰাজধানী কিয়েভ নগৰী দখল কৰি ললে। ইউক্রেনৰ বুর্জোৱা জাতীয়তাবাদী আন্দোলন আকৌ সৱল হৈ পৰিল। ডেনিকেনৰ অৱশ্যে ইউক্রেনীয় জাতীয় আশা-আকাংক্ষাৰ প্ৰতি কোনোধৰণৰ সন্মান নাছিল। বলচেভিকসকলৰ দৰে তেওঁ ইউক্রেনৰ আত্মনিয়ন্ত্ৰণৰ অধিকাৰক স্বীকাৰ নকৰিছিল। বৰঞ্চ ইউক্রেনক জাৰ সাম্রাজ্যত ৰখাৰ দৰে কঠোৰভাৱে ৰাচিয়াৰ পদানত কৰি ৰখাৰহে তেওঁ পক্ষপাতী আছিল। টেলয়ুৰাই কিয়েভ দখল কৰি লোৱাৰ পাছতে ডেনিকেনৰ শ্বেতবাহিনীও আহি কিয়েভ অধিকাৰ কৰি ললেহি। ইউক্রেনীয় জাতীয় বাহিনী আৰু টেলয়ুৰাক তেওঁ উপেক্ষা কৰিবলৈ আৰম্ভ কৰিলে।

প্ৰথম পৰ্যায়ৰ বিজয়ৰ পাছত ডেনিকেনে এইবাৰ মস্কো অভিযান আৰম্ভ কৰিলে। চভিয়েট ৰাচিয়াৰ ৰাজধানী দখল কৰি চভিয়েট ক্ষমতা ধ্বংস কৰিবলৈ আৰম্ভ হ'ল তেওঁৰ মস্কো ডাইৰেক্টৰী অভিযান। খাৰকোভক কেন্দ্ৰ কৰি কুস্ক, অ'ৰেল, তুলালৈকে বিস্তৃত এই বিশাল ফ্রণ্টজুৰি তেওঁৰ আক্রমণ আৰম্ভ হ'ল। ১৯১৯ চনৰ চেপ্টেম্বৰ-অক্টোবৰ মাহত ডেনিকেনৰ শ্বেত বাহিনীয়ে ভৰনেজ আৰু অ'ৰেল দখল কৰি তুলা প্ৰদেশত সোমাই পৰিলহি। মস্কোলৈ আৰু বেছি দূৰ নাই। চভিয়েট ৰাজধানী এইবাৰ সঁচাকৈয়ে বিপদাপন্ন হৈ পৰিল।

ডেনিকেনৰ এই ভয়াবহ আক্রমণৰ মোকাবিলা কৰিবলৈ চভিয়েট চৰকাৰেও ব্যাপক ব্যৱস্থা হাতত ললে। জুলাই মাহত ( ১৯১৯ ) লেনিনৰ উদ্যোগত বলচেভিক কেন্দ্ৰীয় সমিতিয়ে 'ডেনিকেনৰ বিৰুদ্ধে সৰ্বাত্মক সমৰৰ' সিদ্ধান্ত ললে। সমগ্ৰ চভিয়েট ৰাচিয়াক এটা সামৰিক শিবিৰৰ দৰে শৃংখলাবদ্ধ কৰি গঢ়ি তুলিবলৈ থিৰাং কৰা হ'ল। শিল্প-উদ্যোগ, বিশেষকৈ সমৰ শিল্পত উৎপাদনৰ বাবে বিশেষ উদ্যোগ হাতত লোৱা হ'ল। যুদ্ধক্ষেত্ৰৰ দৰে ঔদ্যোগিক ক্ষেত্ৰ, যাতায়ত, ৰেল পৰিবহণ সকলোতে বলচেভিক নেতৃত্বত বিপ্লবী শ্ৰমিক কৰ্মী বাহিনী চাবটনিক গোট গঠন কৰি দিন-ৰাতিৰ ছেদ-ভেদ নোহোৱাকৈ কাম আৰম্ভ কৰা হ'ল। সমগ্ৰ দেশ কমিউনিষ্টসকলক যুদ্ধৰ বাবে জাগ্ৰত কৰি তোলা হ'ল। কমিউনিষ্ট যুৱ সংগঠন ( লীগ ) কচমচলৰ তৰুণসকলক সকলো শ্ৰমিকসকলোকে

সুসজ্জিত কৰি তোলা হ'ল। লাল শ্ৰমিক ৰক্ষীবাহিনী গঠন কৰা হ'ল আৰু কৃষক সকলকো সামৰিক বাহিনীত বাধ্যতামূলকভাৱে মকৰল কৰা হ'ল। দক্ষিণ ৰাচিয়াৰ সীমাত সংগঠিত কৰা এই বাহিনীক নেতৃত্ব দিবৰ বাবে লালফৌজৰ শ্ৰেষ্ঠ সেনানায়কসকলক নিযুক্ত কৰা হ'ল। য়েগৰভ, ভৰচিলভ, বুদয়েনী আদি লাল জেনেৰেলসকলে অতি কম সময়ত ভিতৰতে এটা শক্তিশালী চভিয়েট বাহিনী সংগঠিত কৰি পেলালে।

ডেনিকেনৰ আক্ৰমণৰ ফলত সমগ্ৰ দক্ষিণ ৰাচিয়াত ভয়াবহ পৰিস্থিতিৰ সৃষ্টি হ'ল। গোটেইখন থানবান হৈ পৰিল। বিশেষকৈ শ্বেতবাহিনীৰ ফ্ৰন্টৰ পিছৰ এলেকাবোৰৰ অৱস্থা ভয়ংকৰ হৈ উঠিল। খেতিয়কসকলক ব্যাপকভাৱে জোৰকৈ সেনাবাহিনীত মকৰল কৰাৰ বাবে খেতি-বাতি সেইবছৰ একেবাৰে নহ'লেই। চাৰিওফালে খাদ্যৰ অনাটন আৰু ঠায়ে ঠায়ে দুৰ্ভিক্ষই দেখা দিলে। বিভিন্ন সোঁচৰা বেমাৰ, বিশেষকৈ টাইফাচ ৰোগে মহামাৰীৰ ৰূপ ললে। হাজাৰ হাজাৰ মানুহৰ আকাল আৰু বেমাৰত মৃত্যু হ'ল। আৰু এনে সময়ত বিস্তীৰ্ণ স্তেপভূমিত আৱিৰ্ভাৱ ঘটিল কিছুমান ডকাইতৰ দলৰ। সশস্ত্ৰ এই দলবোৰে গাঁৱে গাঁৱে লুটপাত, হত্যা আৰু সন্ত্ৰাসৰ ৰাজত্ব আৰম্ভ কৰিলে। মাখ্নো' বোলা এজন দলপতিৰ নেতৃত্বত এনে এটা দলে সময়ে সময়ে বলচেভিকসকলৰ লগত আৰু আকৌ কেতিয়াবা ডেনিকেনৰ সেনাৰ লগতো যুঁজ কৰি ফুৰিব ধৰিলে। কেতিয়াবা লালফৌজৰ লগহৈ ডেনিকেনৰ বিৰুদ্ধে আৰু কেতিয়াবা ইয়াৰ বিপৰীতে যুদ্ধ কৰা আৰম্ভ কৰিলে।

এনে এক পৰিস্থিতিতেই চভিয়েট ফৌজে শ্বেতবাহিনীৰ বিৰুদ্ধে আক্ৰমণ আৰম্ভ কৰিলে। অৰেলৰ পৰা ভৰনেজলৈ বিস্তৃত ১৯০ মাইল বহল ফ্ৰন্ট জুৰি এই অভিযান আৰম্ভ হ'ল। প্ৰথমেই ডন অঞ্চলত কছাক জেনেৰেল চুখৰা আৰু সামাটভৰ ফৌজক ধ্বংস কৰি ২৪ অক্টোবৰৰ দিনা লালফৌজে ভৰনেজ নগৰী দখল কৰিলে। ইয়াৰ পাছত অৰেল নগৰৰ কাষত হোৱা বিৰাট এক যুদ্ধত লালফৌজে ডেনিকেনৰ শ্বেতবাহিনীক বেয়াকৈ পৰাস্ত কৰিলে। শ্বেতবাহিনী পিছ হুঁহকিবলৈ আৰম্ভ কৰিলে। ১৯২০ চনৰ জানুৱাৰী মাহত লালফৌজে ৰষ্টভ নগৰী মুক্ত কৰিলে। সমগ্ৰ ডন অঞ্চলৰ পৰা শ্বেতবাহিনীক উৎখাত কৰা হ'ল। ইয়াৰ পাছত কয়লা সমৃদ্ধ ডনেটচ এলেকা অধিকাৰ কৰি লালফৌজ আজভ সাগৰৰ পাৰ পালেহি। চাওঁতে চাওঁতে সমগ্ৰ উত্তৰ ককেচাচ, ট্ৰান্স-ককেচিয়া মুক্ত হ'ল। ডেনিকেনৰ শ্বেতবাহিনী সম্পূৰ্ণৰূপে থানবান হৈ গ'ল। ডেনিকেনে নিজেই এইবাৰ নিজৰ সেনা-সামন্তসকলো এৰি বিদেশলৈ পলাই গ'ল। তেওঁৰ সেনাৰ এটা অংশ জেনেৰেল ৰেংগলৰ নেতৃত্বত ক্ৰিমিয়ালৈ আঁতৰি গ'ল আৰু তাত বিদেশী সৈন্যৰ ৰক্ষণাবেক্ষণত আকৌ এবাৰ সাজু হ'বলৈ আৰম্ভ কৰিলে।

ডেনিকেনৰ বাহিনী ধ্বংস হৈ যোৱাৰ লগে লগে দক্ষিণ ৰাচিয়াত বিদেশী

হস্তক্ষেপ আৰু গৃহযুদ্ধৰ যুগবো অৱসান ঘটিল। এটা বিভীষিকাময় অধ্যায়ৰ অন্ত পৰিল।

কিন্তু এইবাৰ পশ্চিম সীমান্ত আকৌ উত্তপ্ত হৈ উঠিল।

এইবাৰ চভিয়েট ৰাচিয়াৰ বিৰুদ্ধে যুদ্ধ আৰম্ভ কৰিলে পোলেণ্ডে।

ব্ৰেষ্ট লিট্‌ভস্ক চুক্তিৰ অধীনত জাৰ্মানীয়ে পলেণ্ডৰ স্বাধীনতা দাবি কৰিছিল। প্ৰথম মহাসমৰৰ জাৰ্মান সেনাই এই সমগ্ৰ অঞ্চল দখল কৰি লৈছিল। জাৰ্মান পৃষ্ঠপোষকতাতে পোলেণ্ডত এক বুৰ্জোৱা চৰকাৰ গঠনৰ প্ৰচেষ্টা আৰম্ভ হৈছিল। জাৰ সাম্ৰাজ্য আৰু কিছু পৰিমাণে জাৰ্মান-প্ৰুচিয়ান সাম্ৰাজ্যৰ অধীন হৈ থকা পলিচ জাতিৰ আত্মনিয়ন্ত্ৰণৰ অধিকাৰ সমগ্ৰ ইউৰোপৰে এটা স্পৰ্শকাতৰ বিষয় হৈ পৰিছিল। পোলেণ্ডত সামন্ত জমিদাৰ আৰু বুজোৰ্ৱা-হ'তৰ এক শক্তিশালী থলুৱা শাসকগোষ্ঠী গঢ়ি উঠিছিল। এই গোষ্ঠীয়ে ১৯১৭ চনলৈকে জাৰ সাম্ৰাজ্যৰ পৰা স্বাধীনতাৰ পৰিৱৰ্তে স্বায়ত্ত-শাসনৰ ক্ষমতাহে দাবি কৰিছিল। ইয়াৰ কাৰণো নথকা নহয়। এহাতে এই শাসকগোষ্ঠীয়ে নিজৰ দেশৰ জনতাৰ গণতান্ত্ৰিক আৰু বিপ্লৱী জাগৰণক ভয় কৰিছিল আৰু আনহাতে তেওঁলোকে ৰাচিয়াৰ ইউক্ৰেন, শ্বেতৰুচিয়া আৰু চাইবেৰিয়াত থকা নিজৰ বিশাল বিশাল জমিদাৰীবোৰ ৰক্ষা কৰিব বিচাৰিছিল। জাৰে পোলেণ্ড দখল কৰি ললেও পোলেণ্ডৰ অভিজাত জমিদাৰ শ্ৰেণীটোৰ কোনো ক্ষতি কৰাতো নাছিলেই, বৰঞ্চ এওঁলোকক বিশ্বস্ততাৰ পুৰস্কাৰ স্বৰূপে জাৰসাম্ৰাজ্যৰ ভিতৰত বিশাল বিশাল জমিদাৰী গঢ়ি তোলাৰহে সুবিধা দিছিল। এনে একো একোখন জমিদাৰী ইউৰোপৰ বেলজিয়াম, চুইজাৰলেণ্ড আদি দেশতকৈও ডাঙৰ আছিল।

স্বাভাৱিকতেই এই পলিচ শাসকগোষ্ঠীয়ে স্বাধীনতাৰ পৰিৱৰ্তে স্বায়ত্ত-শাসনৰ দাবি উত্থাপন কৰিছিল। কিন্তু ৰাচিয়াত যিমানেই বিপ্লৱী জাগৰণৰ ঢৌ প্ৰবল হৈ উঠিল তেতিয়া এওঁলোকে স্বাধীনতা দাবি কৰিলে (সবিশেষৰ বাবে পোলেণ্ডৰ আত্মনিয়ন্ত্ৰণৰ অধ্যায় চাওক)। ৰুচ বলচেভিকসকলে পলিচ জাতিৰ আত্মনিয়ন্ত্ৰণ আৰু বিচ্ছিন্নতাৰ অধিকাৰ মানি লৈছিল, সেয়ে ব্ৰেষ্ট লিট্‌ভস্ক চুক্তিৰ আধাৰত তেওঁলোকে পোলেণ্ডৰ স্বাধীনতা মানি ললে। এনেদৰে জাৰ্মান নিয়ন্ত্ৰণ চলি থকা অৱস্থাতেই জাৰ্মানীৰ সহায়ত পোলেণ্ডে স্বাধীনতা লাভ কৰিলে। ৱাৰ্শত পলিচ অভিজাত জমিদাৰ, সেনানায়ক আৰু বুৰ্জোৱাহ'তৰ এখন জাতীয় চৰকাৰ প্ৰতিষ্ঠা হ'ল। জাৰ্মানীয়েও নিজৰ আজ্ঞাধীন এখন স্বাধীন পোলেণ্ড সৃষ্টি কৰাত সহায় কৰিলে নিজৰ পুব সীমান্তৰ নিৰাপত্তাৰ বাবে।

১৯১৮ চনৰ নবেম্বৰ মাহত জাৰ্মান শক্তিৰ পতন আৰু ব্ৰেষ্ট চুক্তি অৰ্থহীন হৈ যোৱাৰ পাছতো চভিয়েট চৰকাৰৰ পোলেণ্ড সম্পৰ্কীয় নীতিৰ কোনো পৰিৱৰ্তন নহ'ল। পোলেণ্ডৰ স্বাধীনতা আৰু সাৰ্বভৌমত্ব তেওঁলোকে

চিৰদিনৰ বাবে মানি লৈছে। কিন্তু জাৰ্মান শক্তিৰ পতনৰ পাছত বুৰ্জোৱা পোলেণ্ডক সৰ্বতোপ্ৰকাৰে সহায় কৰিবলৈ পশ্চিমীয়া শক্তিবোৰ আগবাঢ়ি আহিল। ফ্ৰান্সৰ পৰা আহিল প্ৰচুৰ সামৰিক সাহায্য, এমেৰিকাৰ পৰা আহিল ৫০ নিযুত ডলাৰৰ খাদ্য সাহায্য। পশ্চিমীয়া শক্তিবোৰৰ সহায় আৰু উচটনিত পোলেণ্ডৰ বুৰ্জোৱা জাতীয় চৰকাৰে ক্ৰমে চভিয়েট বিৰোধী অৱস্থান ল'বলৈ ধৰিলে। জাৰ্মানীৰ পতনৰ পাছত ১৯২০ চনৰ জানুৱাৰীত চভিয়েট চৰকাৰে পোলেণ্ডৰ চৰকাৰৰ লগত ইষ্টনিয়া আৰু ফিনলেণ্ডৰ স্বাধীনতা আৰু সাৰ্বভৌমত্ব মানি লৈ কৰা শান্তিচুক্তিৰ দৰে পোলেণ্ডৰ লগতো এখন শান্তি চুক্তি কৰাৰ প্ৰস্তাৱ আগবঢ়ালে। প্ৰথমে প্ৰথমে পোলেণ্ডৰ চৰকাৰে এই বিষয়ে আগ্ৰহ প্ৰকাশ কৰিলেও ক্ৰমে পশ্চিমীয়া সাহায্য পাই শক্তিশালী হৈ উঠাত তেওঁলোকে শান্তি স্থাপনৰ বাবে ৰাচিয়াৰ ওচৰত এলানি চৰ্ত উত্থাপন কৰিলে। এই চৰ্তবোৰৰ ভিতৰত আছিল ১৭৭২ চনৰ পোলেণ্ডৰ সীমাৰ ভিতৰত থকা সকলো এলেকা পোলেণ্ডক প্ৰত্যাৰ্পন (ইয়াৰ ফলত ইউক্ৰেন আৰু বায়লৰাচিয়াত পলিচ অভিজাতসকলৰ সৰু-ডাঙৰ জমিদাৰী থকা এটা বিশাল এলেকা পোলেণ্ডৰ অধীন হ'ব), যুদ্ধৰ ক্ষতিপূৰণ, আৰু ভৱিষ্যতৰ গেৰাণ্টি হিচাপে ৰাচিয়াৰ মিনস্ক নগৰীখন পোলেণ্ডৰ অধীনত ৰখা। চভিয়েট ৰাচিয়াই স্বাভাৱিকতেই এই চৰ্তবোৰ প্ৰত্যাখ্যান কৰিলে।

ইতিমধ্যে পলিচ চৰকাৰে বিভিন্ন যুদ্ধক্ষেত্ৰৰ পৰা উভটি অহা পলিচ সেনাসকলক সংগঠিত কৰি এটা ডাঙৰ সেনাবাহিনী গঢ়ি তুলিছেই। এতিয়া বাধ্যতামূলকভাৱে যুৱকসকল সেনাবাহিনীত মকৰল কৰি এটা বিশাল বাহিনী গঢ়ি তোলা হ'ল। এই বাহিনীটো লৈ পলিচ চৰকাৰে এইবাৰ ১৯২০ চনৰ ২৫ এপ্ৰিলৰ দিনা চভিয়েট ৰাচিয়া আক্ৰমণ কৰিলে। এমাহৰ ভিতৰতে এই সেনাই বাল্টিক সাগৰীয় এটা বৃহৎ অঞ্চল দখল কৰি ইউক্ৰেনৰ বুকুৰ মাজলৈ সোমাই আহিল। ইউক্ৰেনীয় জাতীয়তাবাদী নেতা টেলয়ুৰাও এইবাৰ পলিচ বাহিনীৰ লগ লাগিল (ইউক্ৰেনৰ প্ৰসংগ চাওক) আৰু এই সন্মিলিত বাহিনীৰ আগত ইউক্ৰেনৰ ৰাজধানী কিয়েভ নগৰীৰ মে' মাহত পতন ঘটিল। ইউক্ৰেনীয় জাতীয়তাবাদ এইবাৰ ইয়াৰ ঘোৰ শত্ৰু পোলেণ্ডৰ শৰণাপন্ন হৈ পৰিল। পলিচ চৰকাৰেও এখন আজ্ঞাবহ ইউক্ৰেন গঠন কৰি নিজৰ জমিদাৰীৰ স্বাৰ্থ ৰক্ষা কৰিবলৈ টেলয়ুৰাক সহায় কৰিলে। মে' মাহৰ শেষৰ ফাললৈ বাল্টিক সাগৰৰ পাৰৰ পৰা আৰম্ভ কৰি বায়ল'ৰাচিয়া আৰু ইউক্ৰেনৰ এক বিশাল অঞ্চল পোলেণ্ডৰ অধীন হৈ পৰিল।

কিন্তু পোলেণ্ডৰ এই 'এড্‌ভেঞ্চাৰ' বেছি দিন নাথাকিল। এমাহৰ ভিতৰতে চভিয়েট লালফৌজে বাট ভেটি ধৰিলে। ইতিমধ্যে ডেনিকেনৰ শ্বেতবাহিনীক দক্ষিণ ৰাচিয়াত তেওঁলোকে ধ্বংস কৰিছে। এইবাৰ চভিয়েট বাহিনীয়ে প্ৰতি-

আক্রমণ আৰম্ভ কৰিলে। বুডেয়নি আৰু ভৰশিলভৰ অশ্বাৰোহী সেনাই স্টেলিনৰ নেতৃত্বত পলিচ ফ্ৰন্টলাইন থানবান কৰি এমাহৰ ভিতৰতে ইউক্ৰেন আৰু বায়লৰাচিয়ালৈ সোমাই আহিল আৰু জুনমাহত কিয়েভ মুক্ত কৰিলে। চভিয়েট সেনাই পলিচ চহৰ লুৱেও মুক্ত কৰি এইবাৰ পোলেণ্ডৰ সীমা পালেহি। মলনেস্ক, ভিলনাচব মাজেৰে ৰুচ বাহিনীয়ে প্ৰায় বিনাবাধাই আগবাঢ়ি আহি এইবাৰ পোলেণ্ডৰ ৰাজধানী ৱাৰ্ছৰ ফালে গোনাই আহিল। আগষ্ট মাহত লালফৌজে নগৰৰ উপকণ্ঠৰ এলেকা পালেহি। পলিচ প্ৰতিৰক্ষা ব্যৱস্থা থানবান হৈ গল।

এনেতে যুদ্ধৰ গতি ঘোৰ খালে। পলিচ জেনেৰেল পিলচুডস্কিৰ নেতৃত্বত পলিচ 'উলহান' অশ্বাৰোহী বাহিনী আৰু পদাতিক সেনাই প্ৰতি আক্ৰমণ আৰম্ভ কৰিলে আগষ্টৰ ১৫ তাৰিখে আৰু ভিষ্টুলা নদীৰ পাৰত চভিয়েট লালফৌজক বেয়াকৈ পৰাস্ত কৰিলে। ৰুচ সেনা পিছ হুঁহকিবলৈ বাধ্য হ'ল। অক্টোবৰ মাহলৈ পিলচুডস্কিয়ে সমগ্ৰ পোলেণ্ডৰ পৰা চভিয়েট সেনা উলিয়াই দিবলৈ সক্ষম হ'ল। ইয়াৰ পিছতেই যুদ্ধবিৰতি ঘোষিত হ'ল আৰু শান্তি আলোচনা আৰম্ভ হ'ল। পিছৰ বছৰ, ১৯২১ চনৰ মাৰ্চ মাহত ৰুচিয়া আৰু পোলেণ্ডৰ মাজত এখন শান্তি চুক্তি সম্পাদিত হ'ল। এই চুক্তিৰ চৰ্ত মতে পোলেণ্ডে কিন্তু ইউক্ৰেন আৰু শ্বেতৰুচিয়াৰ এটা ডাঙৰ এলেকা লাভ কৰিলে। চভিয়েট ৰাচিয়াই শান্তিৰ বাবে এক ডাঙৰ মূল্য দিব লগা হ'ল।

ইতিমধ্যে দক্ষিণত আকৌ যুদ্ধ আৰম্ভ হ'ল।

লালফৌজ পলিচ যুদ্ধত ব্যস্ত থকাৰ সময়ত বৃটিছ, ফ্ৰান্স আৰু এমেৰিকাৰ সহায়ত জেনেৰেল ৰেংগলে ক্ৰিমিয়াত ডেনিকেনৰ শ্বেতবাহিনীৰ অৱশেষবোৰক আকৌ এবাৰ সংগঠিত কৰি তুলিলে আৰু উত্তৰে ইউক্ৰেন আৰু ডন অভিমুখে আক্ৰমণ আৰম্ভ কৰিলে। তেওঁৰ শ্বেত সেনাই আকৌ এবাৰ ডনেটচ বেচিনৰ কয়লা আৰু শিল্প সমৃদ্ধ অঞ্চলবোৰ বিপদাপন্ন কৰি তুলিলেহি।

চভিয়েট, চৰকাৰেও ৰেংগলৰ এই ভাবুকিৰ মোকাবিলা কৰিবলৈ লালফৌজৰ এটা বিৰাট বাহিনী চাপায়েভ, কামাণ্ডাৰ ফ্ৰুঞ্জ আৰু কমিচাৰ বেলাকুনৰ নেতৃত্বত দক্ষিণলৈ পঠালে। ২৫০০০ কমিউনিষ্ট শ্ৰমিকো যুদ্ধলৈ গ'ল। এই বিৰাট বাহিনীয়ে ক্ৰমে এখনৰ পিছত এখন ৰক্তাক্ত যুদ্ধত ৰেংগলৰ বাহিনীক পৰাজিত কৰি তেওঁক আকৌ দক্ষিণ ৰাচিয়াৰ পৰা ক্ৰিমিয়ালৈ খেদি পঠালে। এইবাৰ শ্বেত-বাহিনীৰ বিষপুলি পুলিয়ে-পোখাই উঘালিবলৈ লালফৌজে ক্ৰিমিয়া আক্ৰমণ কৰিলে। এক বিৰাট পিতনিৰ মাজেৰে অভূতপূৰ্ব অভিযান চলাই লালফৌজে অৱশেষত ক্ৰিমিয়াত শ্বেতবাহিনীৰ শেষ সুসজ্জিত দুৰ্গ ধ্বংস কৰি পেলালে। ৰেংগল আৰু তেওঁৰ অৱশিষ্ট সেনাসকলক বৃটিছ আৰু ফৰাচী নৌবাহিনীৰ জাহাজে ক্ৰিমিয়াৰ পৰা উদ্ধাৰ কৰি লৈ গ'ল।

অক্টোবৰ বিপ্লৱৰ তৃতীয় বৰ্ষত, অৱশেষত, ৰাচিয়াৰ গৃহযুদ্ধৰ অন্ত পৰিল। বিশাল ৰাচিয়াৰ বেছিভাগ অঞ্চলেই বিদেশী সেনা আৰু শ্বেতবাহিনীৰ কবলৰ পৰা মুক্ত হ'ল। ৰুচ বিপ্লৱে অৱশেষত জয়লাভ কৰিলে। সমগ্ৰ দেশতে চভিয়েট ক্ষমতা প্ৰতিষ্ঠিত হ'ল। যুদ্ধক্ষেত্ৰত এই বিৰাট সাফল্য কিন্তু সহজতে সম্ভৱপৰ হোৱা নাছিল, প্ৰচণ্ড কষ্ট-ক্লেশ, আত্মত্যাগ আৰু বলিদানেৰেহে ই সফল হৈছিল। যুদ্ধক্ষেত্ৰৰ বাহিৰেও সমগ্ৰ দেশ জুৰি চলাব লগীয়া হৈছিল অৰ্থনৈতিক আৰু ৰাজনৈতিক সংগ্ৰাম। আমি এবাৰ এই সংগ্ৰামৰ ৰেহ-ৰূপ চাবলৈ চেষ্টা কৰোহঁক। ইয়াৰ অবিহনে বিপ্লৱৰ কাহিনী সম্পূৰ্ণ নহয়।

## ২৬

## যুদ্ধকালিন সাম্যবাদ ঃ গৃহযুদ্ধৰ অন্যদিশ আৰু নতুন অৰ্থনৈতিক নীতি



● যুদ্ধকালীন সাম্যবাদ বা 'ৱাৰ কমিউনিজম' ● খাদ্য অনাটনৰ সূচনা ● সশস্ত্ৰ খাদ্যসংগ্ৰহকাৰী গোট গঠন ● যুদ্ধকালীন সাম্যবাদৰ যুগত ৰাচিয়াৰ কৃষি আৰু চভিয়েট নীতি ● কৃষিনীতিৰ ফলাফল ● কৃষি কৰৰ প্ৰসংগ ● শিল্প উদ্যোগত যুদ্ধকালীন সাম্যবাদৰ প্ৰভাব ● ৰাষ্ট্ৰীয়কৰণ আৰু বিশেষজ্ঞ পৰিচালকসকলক লৈ আদৰ্শগত বিতৰ্ক ● মজুৰীৰ ক্ষেত্ৰত প্ৰভাৱ ● শ্ৰম সম্পৰ্কৰ আৰু ট্ৰেড ইউনিয়নৰ চৰিত্ৰৰ পৰিবৰ্তন ● শ্ৰম সমাজবাদত বিক্ৰীযোগ্য পণ্য নহয় ● বাধ্যতামূলক শ্ৰম শিবিৰ তথা কনচেনট্ৰেচন কেম্পৰ আৰম্ভণিৰ দুখজনক অধ্যায় ● শ্ৰম মুক্ত কেতিয়া হয় ● যুদ্ধকালীন সাম্যবাদৰ অৱসান ● নতুন অৰ্থনৈতিক নীতিৰ টোকা ● বিপ্লৱৰ মূলে অধ্যায়ৰ অৱসান।

টোকা আৰু প্ৰসংগ ঃ


1. Carr, E.H. – The Bolshevik Revolution, Penguin, London. Vol.–2.
2. Encyclopedia Brittanica, Chicago. Vol—19.
3. অক্টোবৰ সমাজতান্ত্ৰিক মহাবিপ্লৱ । প্ৰগতি প্ৰকাশন, মস্কো । ( বাংলা )
4. আমবাৰ্তসুমভ-ই, নেপ—লেনিনেৰ নতুন আৰ্থিক নীতি, মনীষা গ্ৰন্থালয় প্ৰাঃ লিঃ, কলিকতা, ১৯৮৮ ( বাংলা )।
5. Lenin, V.I.—On The Great October Socialistic Revolution. Progress Publishers, Moscow.

গৃহযুদ্ধৰ যুঁজৰ মূল কাহিনীভাগ আমি ইতিমধ্যে পাই আহিলোঁ।

কিন্তু এই কালছোৱাত ৰণাঙ্গনৰ বিভীষিকাময় ঘটনাৱলীতকৈ অধিক কঠোৰ আৰু সংগ্ৰামবহুল ঘটনা ঘটিছিল দেশৰ অভ্যান্তৰৰ সামাজিক, ৰাজনৈতিক আৰু বিশেষকৈ অৰ্থনৈতিক ক্ষেত্ৰত। কৃষি, উদ্যোগ, পৰিবহণ, যোগাযোগ, শ্ৰম সকলো ক্ষেত্ৰতেই গৃহযুদ্ধৰ এক ব্যাপক প্ৰভাৱ পৰিছিল। এই দিশটোৰ আলোচনা অবিহনে গৃহযুদ্ধৰ প্ৰকৃত ৰূপ সম্পৰ্কে বুজিব পৰা নাযায়।

গৃহযুদ্ধৰ আৱৰ্ত্তণৰ পিছত সদ্যজাত চভিয়েট ৰাষ্ট্ৰই কেতবোৰ অতি কঠোৰ পদক্ষেপ ল'ব লগীয়া হৈছিল। এনে পদক্ষেপবোৰে গৃহযুদ্ধৰ তাৎকালিক প্ৰয়োজন পূৰণ কৰাৰ লগতে ৰাচিয়াত বুৰ্জোৱা শ্ৰেণীৰ স্থিতি আৰু প্ৰতিপত্তিও চিৰতৰে ধ্বংস কৰি দেশত সমাজবাদী ব্যৱস্থা প্ৰৱৰ্তনৰ ক্ষেত্ৰ প্ৰস্তুত কৰিছিল। এই ব্যৱস্থাবোৰকেই থুপতে 'যুদ্ধকালীন সাম্যবাদ' বা 'ৱাৰ কমিউনিজম' বুলি কোৱা হয়।

বলচেভিক দলৰ মাজৰ কঠোৰপন্থীসকলে এই সুবিধাতেই জোৰকৈ দেশখনৰ সকলোদিশতে, সকলো সম্পৰ্কৰে সম্পূৰ্ণ সমাজবাদী ৰূপান্তৰৰ চেষ্টা চলাব খুজিছিল। কিন্তু, পৰিস্থিতিৰ প্ৰয়োজনত অতি কঠোৰ ব্যৱস্থা ল'বলৈ বাধ্য হ'লেও লেনিনে এনেদৰে হুৰমুৰকৈ সমাজবাদ গঢ়াৰ বিৰোধিতা কৰিছিল। দেশৰ গৰিষ্ঠ সংখ্যক লোকক লগত লৈ যাব নোৱাৰিলে সমাজবাদ গঢ়ি তোলাতো সম্ভৱপৰ নহয় বুলি তেওঁ বুজি পাইছিল। যুদ্ধকালীন সাম্যবাদ চলা তিনিটা বছৰ ( ১৯১৮ চনৰ আগষ্ট মাহৰ পৰা ১৯২১ চনলৈ ) লেনিনৰ ভূমিকা মূলতেই আছিল এক সাৱধানী অথচ দৃঢ় মডাৰেটৰ ভূমিকা।

যুদ্ধকালিন সাম্যবাদৰ আটাইতকৈ গভীৰ প্ৰভাৱ পৰিছিল কৃষিৰ ওপৰত।

ক্ষমতা দখলৰ পাছত গৃহযুদ্ধৰ কালছোৱাত চভিয়েট চৰকাৰৰ সন্মুখত এটা ডাঙৰ কাম আছিল ৰাচিয়াৰ নগৰ অঞ্চলৰ শত-সহস্ৰ শ্ৰমিক, ব্যাপক সাধাৰণ ৰাইজক আৰু ৰণাঙ্গনৰ সেনাসকলক খাদ্য আৰু ৰচদ যোগান ধৰাটো। বিপ্লৱৰ পাছত পূৰ্বৰ খাদ্য সৰবৰাহ আৰু যোগান ব্যৱস্থা সম্পূৰ্ণৰূপে ভাঙি পৰিছিল। পুৰণা আমোলৰ দিনৰ কোটিপতি ব্যৱসায়ী আৰু খাদ্য বেপাৰীহঁতে নতুন চৰকাৰৰ লগতটো সহযোগিতা কৰা নাছিলেই, বৰঞ্চ প্ৰতি পদে পদে তেওঁলোকে চভিয়েট চৰকাৰৰ গোপনে বিৰোধীতাহে কৰিছিল। আনকি মজুত খাদ্য শস্যৰ ভঁৰাল তেওঁলোকে লুকুৱাই পেলাইছিল। খাদ্যৰ সংগ্ৰহ, সৰবৰাহ আৰু বিতৰণৰ সমগ্ৰ ব্যৱস্থাটোতেই তেওঁলোকে অসহযোগিতা আৰু পোতাঘাট আৰম্ভ কৰিছিল। গাঁও অঞ্চলতো জমিদাৰ, মাটিগিৰি আৰু ধনী খেতিয়কহঁতে চভিয়েট চৰকাৰৰ বিৰোধিতাৰ ক্ষেত্ৰত খাদ্যশস্যৰ প্ৰশ্নটো হাতিয়াৰৰ দৰে ব্যৱহাৰ কৰিবলৈ প্ৰয়াস কৰিছিল। আনহাতে গৃহযুদ্ধ আৰু বিদেশী হস্তক্ষেপৰ ফলত ৰাচিয়াৰ ব্যাপক অঞ্চল চভিয়েট চৰকাৰৰ নিয়ন্ত্ৰণৰ পৰা বাহিৰ হৈ গৈছিল।

শস্য সম্মুখ ইউক্ৰেন, বায়লৰ্বাচিয়া আৰু তুৰ্কীস্থানৰ ওপৰত ইয়াৰ কৰ্তৃত্ব নাইকিয়া হৈ পৰিছিল। ফলস্বৰূপে চভিয়েট ৰাচিয়াত খাদ্য অনাটন আনকি আকাল আৰম্ভ হোৱাৰ সম্ভাৱনাই দেখা দিছিল। এই পৰিস্থিতিৰ মোকাবিলা কৰিবলৈ চভিয়েট চৰকাৰে অভূতপূৰ্ব আৰু অতি কঠোৰ ব্যৱস্থা গ্ৰহণ কৰিবলৈ বাধ্য হৈ পৰিছিল।

১৯১৯ চনৰ জানুৱাৰী মাহত চভিয়েট চৰকাৰে খাদ্য পৰিস্থিতি নিয়ন্ত্ৰণ কৰিবলৈ, বিশেষকৈ চহৰৰ ৰাইজ আৰু লালফৌজৰ বাবে গাঁও অঞ্চলৰ পৰা খাদ্য সংগ্ৰহ কৰিবলৈ, বিশেষ সশস্ত্ৰ খাদ্য সংগ্ৰহকাৰী গোট—armed food detachments গঠন কৰিবলৈ আৰম্ভ কৰিলে। বলচেভিক কৰ্মী, বিশ্বাসী শ্ৰমিক আৰু দুখীয়া খেতিয়কৰ পঁচিশ জনীয়া বা তাতোকৈ ডাঙৰ সশস্ত্ৰ গোট গঠন কৰা হ'ল। এই গোটবোৰক ৰাজনৈতিকভাৱে শিক্ষিত কৰি এওঁলোকৰ হাতত প্ৰভূত ক্ষমতা দিয়া হ'ল। এনে সশস্ত্ৰ গোটবোৰে গাঁও অঞ্চললৈ গৈ জমিদাৰ আৰু মাটিগিৰিহঁতৰ ভঁৰালৰ সমুদায় শস্য জব্দ কৰিলেগৈ বিনা ক্ষতিপূৰণে। পৰিয়ালটোৱে বছৰটো খাবৰ জোখাৰে মাথো শস্য এৰা হ'ল। ধনী আৰু মজলীয়া খেতিয়কসকলৰ পৰাও খাদ্যশস্য অধিগ্ৰহণ কৰা হ'ল। এওঁলোকৰ ক্ষেত্ৰত ক্ষতিপূৰণ হিছাপে কেতিয়াবা নগদ টকা আৰু কেতিয়াবা (বেছিভাগ ক্ষেত্ৰতেই) ভৱিষ্যতে দাম দিয়াৰ লিখিত প্ৰতিশ্ৰুতি দিয়া হ'ল। সাধাৰণ খেতিয়কসকলৰ পৰাও বছৰটো খাবৰ জোখাৰে শস্য এৰি বাকীখিনি সাধাৰণতে নিৰ্ধাৰিত মূল্যত নগদ টকাৰে কিনি লোৱা হ'ল। এনেদৰে গাঁও অঞ্চলৰ পৰা ব্যাপক হাৰত খাদ্যশস্য সংগ্ৰহ কৰাৰ অভিযান চলিল।

পেট্ৰোগ্ৰাড চভিয়েটৰ অধীনতেই ৭২০০ লোকৰ ১৮৯ টা, মস্কো চভিয়েটৰ অধীনতো প্ৰায় সমান সংখ্যক সশস্ত্ৰ গোট গঢ়ি তোলা হ'ল। এই গোটবোৰে গাঁও অঞ্চলৰ পৰা খাদ্য সংগ্ৰহ কৰাৰ লগতে গাঁও অঞ্চলত বিপ্লৱ, বিশেষকৈ শ্ৰেণী-সংগ্ৰামৰ বীজো বিয়পাই দিবলৈ আৰম্ভ কৰিলে। বিশেষকৈ সশস্ত্ৰ খাদ্য-সংগ্ৰহকাৰী গোটবোৰত স্থানীয়ভাৱে গৰীব খেতিয়কসকলক সুমুৱাই লোৱাত গাঁও অঞ্চলত জমিদাৰ, ধনী খেতিয়কসকলৰ গোপন শস্য ভাণ্ডাৰ উদ্ঘাটনৰ পৰা আৰম্ভ কৰি খাদ্যসংগ্ৰহৰ সামগ্ৰিক কাম-কাজ সুচল হৈ পৰিল।

খাদ্যসংগ্ৰহৰ এই অভিযান দিন যোৱাৰ লগে লগে অধিক ব্যাপক হৈ পৰিল। প্ৰথমে খাদ্যশস্য সংগ্ৰহৰে আৰম্ভ হোৱা এই অভিযানে ক্ৰমে কুকুৰা, গাহৰী, আন মাংস, মাছ, তেল আৰু চৰ্বী, কপাহ, শণসূতা, উল, আনকি সুৰুযমুখী ফুলৰ গুটিলৈকে সকলো কৃষিজাত বস্তু সামৰি ললেগৈ। মুঠতে সেনাবাহিনীৰ বাবে প্ৰয়োজন হোৱা সকলো বস্তুৱেই এই সশস্ত্ৰ গোটবোৰে গাঁও অঞ্চলৰ পৰা সংগ্ৰহ কৰিবলৈ ধৰিলে।

কিন্তু এনে অভিযানৰ বিৰুদ্ধে প্ৰতিৰোধো আৰম্ভ হ'ল।

খেতিয়কসকলে, বিশেষকৈ বিসকলে ভৱিষ্যৎ প্ৰতিশ্ৰুতিৰ বিনিময়ত লাইবা এনেই শস্য শোধাব লগা হৈছিল তেওঁলোক অসন্তুষ্ট হৈ উঠিল। অকল এবাৰলৈ শস্য অনাই নহয়, প্ৰতিটো খেতিৰ বাবে প্ৰতিজন খেতিয়কক ৰাষ্ট্ৰৰ হাতত জমা দিবলগীয়া শস্যৰ পৰিমাণ বাছি দিয়া হ'ল। ঠায়ে ঠায়ে এনে ব্যৱস্থাৰ প্ৰতিবাদত সশস্ত্ৰ প্ৰতিৰোধ আৰু বিক্ষোভো আৰম্ভ হ'ল। আইকৈ ধনী খেতিয়কসকলৰ নেতৃত্বতে এনে বিদ্ৰোহৰ সূত্ৰপাত ঘটিল। গৃহযুদ্ধৰ কালছোৱাত এনে প্ৰতিৰোধবোৰ কঠোৰভাৱে দমন কৰা হ'ল। বহুতক ঠায়ে ঠায়ে মৃত্যুদণ্ডও দিব লগা হ'ল। ঠায়ে ঠায়ে ধনী খেতিয়কহঁতে এই ব্যৱস্থাৰ অসহযোগো আৰম্ভ কৰিলে। ঠিক যিমানখিনি শস্য নিজক খাবলৈ লাগে সিমানখিনিৰ বাবে খেতি কৰি তেওঁলোকে বাকী মাটিবোৰ চন পেলাই ৰাখিবলৈ আৰম্ভ কৰিলে। চভিয়েট চৰকাৰে এনে কাম নাইকিয়া কৰিবলৈ চন পেলাই ৰখা মাটিবোৰ বাজেয়াপ্ত কৰিবলৈ আৰম্ভ কৰিলে। মুঠতে যুদ্ধকালীন সাম্যবাদে ৰাচিয়াৰ গাঁও অঞ্চলত এক প্ৰবল ধুমুহাৰ সৃষ্টি কৰিলে।

এনে কঠোৰ ব্যৱস্থাৰ ফলাফল হ'ল বহুধৰণৰ। এহাতে চভিয়েট চৰকাৰে গৃহযুদ্ধত অংশ ল'বৰ বাবে বিশাল লালফৌজক ৰচদ-পাতি আৰু খাদ্য শস্য যোগান ধৰিবলৈ সক্ষম হ'ল আৰু আনহাতে চভিয়েট ৰাচিয়াৰ ব্যাপক চহৰ অঞ্চলবোৰতো খাদ্য যোগান ধৰিব পাৰিলে। ভোক আৰু আটক নাইকিয়া কৰিব পৰা নগ'ল কিন্তু দুৰ্ভিক্ষক সফলভাৱে বাধা দিয়া হ'ল। গাঁও অঞ্চলতো শ্ৰেণী সংগ্ৰামৰ সূচনা কৰি মাটিগিৰি, মহাজন, ধনী খেতিয়কহঁতৰ সামাজিক অৱস্থান দুৰ্বল কৰি পেলালে। ৰাজনৈতিকভাৱেও এনে কাম-কাজে বাওঁ চ'চিয়েল ৰিভলিউচনেৰী দলৰ লগত সম্পৰ্ক সম্পূৰ্ণভাৱে শেষ কৰি পেলালে। এই দলে কৃষকসকলৰ ওপৰত ইমান কঠোৰ ব্যৱস্থা লোৱাৰ ঘোৰ বিৰোধিতা কৰিছিল। এই দলৰ সমৰ্থনৰ মূল ভেটি আছিল গাঁও অঞ্চলৰ ধনী আৰু মজলীয়া খেতিয়কসকলৰ মাজত। এই বৰ্গটোৱেই যুদ্ধকালীন সাম্যবাদৰ নীতিৰ ফলত আটাইতকৈ বেছিকৈ ক্ষতিগ্ৰস্ত হৈছিল। গাঁৱৰ গৰীব খেতিয়ক-সকলক প্ৰাধান্য দি যৌথ কৃষি পাম গঢ়ি তোলাৰ কাৰ্যক এওঁলোকে ভাল পোৱা নাছিল। খেতিয়কৰ মাজত মাটি বিলাই দিয়াৰহে এওঁলোকে পৃষ্ঠপোষকতা কৰিছিল। কিন্তু, কোনো বিপ্লৱী দলেই খেতিয়কক মাটি বিলাই দিব নোৱাৰে— তেনে কৰিলেই নকৈ মাটিৰ মালিক হৈ খেতিয়কসকলে সকলোধৰণৰ বিপ্লৱী গুণ হেৰুৱাই পেটিবুৰ্জোৱা মাটি মালিকৰ সংকীৰ্ণ চৰিত্ৰ আৰ্জন কৰে আৰু লগে লগে বিপ্লৱী উদ্যমবো ইতি পৰে। এনে হ'লে সমাজত বৈপ্লৱিক ৰূপান্তৰৰ পৰিৱৰ্তে পুঁজিবাদী বিকাশৰ পথহে মুকলি হৈ পৰে। সেয়ে কৃষকসকলক বিপ্লৱৰ পাছত এক নতুন ব্যৱস্থাৰ অধীনলৈ লৈ যাব লগীয়া হয়। বলচেভিক নেতাসকলে যৌথ চভিয়েট পাম আৰু ৰাষ্ট্ৰায়ত্ত পামৰ মাজত এনে ব্যৱস্থাৰ সন্ধান কৰিছিল।

আৰু কমিউনিজমৰ এই কালছোৱাতেই এনে এক বিকল্প ব্যৱস্থাৰ ক্ষেত্ৰ প্ৰস্তুত হৈ উঠিবলৈ আৰম্ভ কৰিছিল।

যুদ্ধকালীন সমাজবাদে ব্যাপক কৃষকসকলৰ, বিশেষকৈ মজলীয়া খেতিয়কসকলৰ মাজত জন্ম দিয়া অসন্তোষ দূৰ কৰিবলৈ ক্ৰমে শস্য অধিগ্ৰহণৰ ঠাইত এটা কৰ ধাৰ্য কৰা হ'ল। খেতিয়কসকলে এই কৰ উৎপন্ন শস্যৰে দিব পাৰিছিল। এটা নিৰ্দিষ্ট পৰিমাণ শস্য বাধ্যতামূলকভাৱে চৰকাৰক বিক্ৰী কৰাৰ উপৰিও এই কৰ দিয়াৰ পাছত বাকীখিনি শস্য খেতিয়কজনে নিজৰ ইচ্ছা অনুসাৰে ব্যৱহাৰ বা বিক্ৰী কৰিব পাৰিছিল। এই ব্যৱস্থা জনপ্ৰিয় নহ'লেও ই খেতিয়কসকলক কিছুদূৰ সকাহ দি তেওঁলোকৰ অসন্তোষ কমোৱাত কাৰ্যকৰী হৈছিল।

ক্ৰমান্বয়ে লালফৌজে গৃহযুদ্ধত জয়লাভ কৰিবলৈ সক্ষম হোৱাত যেতিয়া ইউক্ৰেন, ডন, ভল্গা অঞ্চল আৰু চাইবেৰিয়াৰ ব্যাপক কৃষিপ্ৰধান অঞ্চল চভিয়েট শাসনৰ অধীনলৈ আহিছিল, তেতিয়া খাদ্য পৰিস্থিতি বহু পৰিমাণে উন্নত হৈ পৰিছিল আৰু যুদ্ধকালীন সাম্যবাদৰ কঠোৰতাও কমি আহিছিল। ইতিমধ্যে দেশৰ খাদ্যশস্যৰ চাহিদা, বিশেষকৈ নিজৰ প্ৰয়োজন পূৰণ কৰিবলৈকে বহু ডাঙৰ ডাঙৰ শিল্প প্ৰতিষ্ঠানে নিজস্ব শ্ৰমিকসকলক লৈয়েই সমবায়ভিত্তিত কৃষিপাম স্থাপন কৰিছিল।

ঔদ্যোগিক ক্ষেত্ৰতো যুদ্ধকালীন সাম্যবাদৰ প্ৰভাৱ আছিল ব্যাপক।

১৯১৮ চনৰ ২৮ জুনৰ পৰা যুদ্ধকালীন সাম্যবাদৰ প্ৰভাৱত ৰাচিয়াৰ সকলো শিল্প উদ্যোগৰেই ৰাষ্ট্ৰীয়কৰণ কৰা হ'ল। ইতিমধ্যেই দৰাচলতে বেছি ভাগ শিল্প-উদ্যোগ শ্ৰমিকসকলে বাজেয়াপ্ত কৰি লৈছিলেই, এতিয়া এইবোৰ আনুষ্ঠানিকভাৱে ৰাষ্ট্ৰায়ত্ত কৰা হ'ল। এই কাম কেৱল কৰিব লাগে কাৰণেই কৰা হোৱা নাছিল, বৰঞ্চ চভিয়েট ৰাচিয়াৰ সমগ্ৰ শিল্প শক্তিক গৃহযুদ্ধৰ কামত নিয়োজিত কৰিবলৈ এনে ব্যৱস্থা প্ৰয়োজনীয় হৈ পৰিছিল। দৰাচলতে প্ৰথম মহাসমৰৰ পাছৰ পৰাই শিল্পৰ ওপৰত আৰম্ভ হোৱা ৰাষ্ট্ৰৰ নিয়ন্ত্ৰণ এতিয়া আৰু অধিক কটকটীয়া কৰি তোলা হ'ল। ৰাষ্ট্ৰৰ নিয়ন্ত্ৰণৰ লগে লগে আৰম্ভ হৈ গ'ল অতি কেন্দ্ৰীকৰণৰ প্ৰক্ৰিয়া। সকলো কাম, উৎপাদন আৰু পৰিকল্পনা আৰম্ভ হ'ল কেন্দ্ৰীভূতভাৱে। বহুতো অপ্ৰয়োজনীয় আৰু কম গুৰুত্বপূৰ্ণ কাৰখানা বন্ধ কৰি দিয়া হ'ল, দুমূৰ্ল্য কেঁচামালৰ বিতৰণৰ ওপৰত আৰোপ কৰা হ'ল কটকটীয়া নিয়ন্ত্ৰণ। এই অতিকেন্দ্ৰীকৰণে স্বাভাৱিকতেই জন্ম দিলে এক আমোলাতান্ত্ৰিক ব্যৱস্থাৰ। পিছৰ কালৰ আমোলাতান্ত্ৰিক দুৰ্দশা আৰু দুনীৰ্তিৰ বীজ কিন্তু তেতিয়াই সিঁচা হৈ গ'ল।

শিল্প-উদ্যোগবোৰ পৰিচালনা কৰিবলৈ লৈ নতুন চভিয়েট চৰকাৰে অনুভৱ কৰিলে যে শ্ৰমিকসকলৰ মাজত আধুনিক শিল্প পৰিচালনা কৰিব পৰাকৈ উপযুক্ত সংখ্যাৰ লোক নাই। বলচেভিক দলতো এনে লোকৰ অভাৱ। উপায়

নাপাই চৰকাৰে আগৰ ব্যক্তিগত খণ্ডত নিয়োজিত অভিযন্তা আৰু বিশেষজ্ঞ-সকলক পুনৰ সা-সুবিধা দি কামত মকৰল কৰিব লগীয়া হ'ল। বহুক্ষেত্ৰত পুৰণা মালিকসকলকে পৰিচালনাৰ দায়িত্বও নিযুক্ত কৰা হ'ল। শিল্প পৰিচালনাৰ বাবে কেন্দ্ৰীয়ভাৱে আৰু স্থানীয়ভাৱে যিবোৰ পৰিচালনা মণ্ডলী গঢ়ি তোলা হ'ল, সেইবোৰৰ বেছিভাগতেই এনে লোক সোমাই পৰিল। শ্ৰমিক ৰাষ্ট্ৰত এনে সুবিধাভোগী বিশেষজ্ঞ পৰিচালকৰ ভূমিকা আৰু যথাৰ্থতা লৈ বলচেভিক দলৰ মাজত তুমুল বিতৰ্ক আৰু বিৰোধিতা আৰম্ভ হ'ল যদিও বাস্তৱ বুদ্ধিত পকা লেনিনে দৃঢ়তাৰে তেওঁলোকক কাম দিয়াৰ প্ৰয়োজনীয়তাৰ কথা প্ৰতিপন্ন কৰিলে। এই বিশেষজ্ঞসকলৰ বেছিভাগেই কিন্তু গৃহযুদ্ধৰ কালছোৱা আৰু পাছলৈকো চভিয়েট শিল্প আৰু অৰ্থনীতিলৈ প্ৰচুৰ অৱদান আগবঢ়াই গ'ল।

যুদ্ধকালীন সাম্যবাদৰ নীতিয়ে দেশৰ অৰ্থনীতি আৰু বিশেষকৈ মজুৰীৰ ক্ষেত্ৰতো প্ৰচুৰ প্ৰভাৱ পেলালে। নগদ ধনেৰে মজুৰী দিয়াৰ পৰিৱৰ্তে শ্ৰমিক আৰু অন্যান্য কাম কৰা লোকসকলক নিত্য ব্যৱহাৰ্য সামগ্ৰী, খাদ্যশস্য, চাবোন, কাপোৰ-কানি আদি সংগ্ৰহৰ বাবে কুপন দিয়া হ'ল। এই কুপনৰ বিনিময়ত চৰকাৰী দোকানৰ পৰা বস্তু সংগ্ৰহ কৰিব লগীয়া হ'ল। এটা সময়ত বহু কমিউনিষ্টে নগদ পইচাৰ প্ৰচলন সম্পূৰ্ণৰূপে বন্ধ কৰি অকল কুপনৰ ব্যৱহাৰ কৰাৰ পৃষ্ঠপোষকতা কৰিছিল যদিও এইটো অৱশ্যে সম্ভৱপৰ নহ'লগৈ। সকলো ধৰণৰ পাইকাৰী আৰু খুচুৰা ব্যৱসায় সম্পূৰ্ণভাৱে চৰকাৰ আৰু সমবায়ৰ দ্বাৰা পৰিচালিত কৰা হ'ল যদিও এখন গোপন ক'লাবজাৰ কিন্তু ভালদৰেই চলি থাকিল। চভিয়েট পুলিচ বিভাগ বা 'চেকা'ৰ প্ৰচণ্ড চেষ্টা আৰু শাস্তিপ্ৰদান সত্ত্বেও ক'লাবজাৰ নাইকিয়া কৰিব পৰা নগ'ল।

শ্ৰম সম্পৰ্কৰ ক্ষেত্ৰতো প্ৰভূত পৰিৱৰ্তন হ'ল। গৃহযুদ্ধই শ্ৰমিক ইউনিয়ন-বোৰকো অতি কটকটীয়া অনুশাসনৰ অধীনলৈ লৈ আহিল। প্ৰায়বোৰ শ্ৰমিক ইউনিয়নে নিজেই যুদ্ধকালীন অনুশাসন মানি ললে। ট্ৰেড ইউনিয়নবোৰৰ মালিক পক্ষৰ লগত যৌথ দৰদাম কৰাৰ যি সামাজিক অৰ্থনৈতিক ভূমিকা আছিল, সি শেষ হৈ গ'ল। চৰকাৰেই যেতিয়া শ্ৰমিক শ্ৰেণীৰ, শ্ৰমিক চৰকাৰেই যেতিয়া এতিয়া মালিক, গতিকে আগৰ দৰে দৰ-দাম কৰি, ধৰ্মঘট কৰি মজুৰী বা সা-সুবিধা বঢ়োৱাৰ প্ৰয়োজন নাইকিয়া হৈ গ'ল বুলি ভবা হ'ল। ইয়াৰ বাস্তৱ ফলাফল হ'ল যে সকলো ধৰণৰ মজুৰীৰ হাৰ ৰাষ্ট্ৰৰ দ্বাৰা নিৰূপিত হ'ল। এই ক্ষেত্ৰত শ্ৰমিক আৰু ট্ৰেড ইউনিয়নৰ কোনোধৰণৰ ভূমিকা নাথাকিলগৈ। পুঁজিবাদৰ অধিনত শ্ৰমিকৰ শ্ৰম আছিল এপদ পণ্য, যাক শ্ৰমিকে মজুৰীৰ বিনিময়ত মালিকক বেচিছিল। এতিয়া মালিক শ্ৰমিক শ্ৰেণী হৈ পৰাত শ্ৰমো পণ্য হৈ নাথাকিল। হৈ পৰিল সমাজৰ প্ৰতি, ৰাষ্ট্ৰৰ প্ৰতি শ্ৰমিকে

আলবয়সৰা এক সেয়াৰ দৰে। সেয়ে নিৰ্দিষ্ট দৰমহাৰ পৰিবৰ্তে কামৰ পৰিমাণৰ ওপৰত মজুৰীৰ হাৰ নিৰ্ণয় কৰাৰ এলানি জটিল ব্যৱস্থা ক্ৰমে প্ৰচলন কৰা হ'ল।

শ্ৰমৰ ক্ষেত্ৰত এইসময়তে আৰু এটা অভূতপূৰ্ব বস্তুয়ে আত্মপ্ৰকাশ কৰিলে। ই হ'ল বাধ্যতামূলক শ্ৰম শিবিৰ—Forced labour camps. ১৯১৯ চনৰ এপ্ৰিল মাহত এনে প্ৰথমটো শিবিৰ মুকলি কৰা হ'ল।

প্ৰথমে প্ৰথমে পুৰণা চৰকাৰৰ আমোলৰ লোক, বুর্জোৱা, বেপাৰী, ক'লাবেপাৰী আদি অভিযুক্ত লোকক শাৰিৰীক শ্ৰমৰ জৰিয়তে সুধৰণিৰ এটা সুযোগ দিয়াৰ মহান আৰ্দশ লৈয়েই এই ব্যৱস্থাৰ আৰম্ভণি হৈছিল। অপৰাধীসকলক দেশ আৰু সমাজৰ বাবে কাম কৰি নিজকে শোধৰোৱাৰ লগতে সমাজক সেৱা কৰাৰ সুবিধা দিয়া হৈছিল। কিন্তু ক্ৰমান্বয়ে দেখা গ'ল যে এনেদৰে বাধ্যতামূলকভাৱে কাম কৰোৱাটো এটা অতি সহজ, সস্তীয়া আৰু কাৰ্যকৰী উপায়। তেতিয়াৰ পৰা বিভিন্ন বিপ্লৱী ট্ৰাইবুনাল, 'চেকা' আৰু অন্যান্য সংগঠনে অপৰাধী বুলি ঠাৱৰ কৰা লোকক জেলত নাৰাখি চিধাই লেবাৰ কেম্পলৈ চালান কৰা হ'ল। প্ৰতিবিপ্লৱী আৰু চৰকাৰ বিৰোধীসকলতেই সীমাবদ্ধ নাথাকি ই ক্ৰমে তেওঁলোকৰ পৰিয়াল বৰ্গলৈকে বিয়পি পৰিল। বিপ্লৱ বিৰোধী বুলি ঠাৱৰ কৰা সকলো লোককেই পা-পৰিয়াল, ল'ৰা-ছোৱালী সহ চালান দিয়াৰ কদৰ্য ব্যৱস্থা এটাই ক্ৰমে আত্মপ্ৰকাশ কৰিলে। ল'ৰা-ছোৱালী আৰু অপ্ৰাপ্তবয়স্ক লোকৰ বাবে সুকীয়া শ্ৰম শিবিৰৰো আয়োজন কৰা হ'ল। এই শিবিৰত কাম কৰা লোকসকলৰ বাবে যি মজুৰী থিৰ কৰা হ'ল তাৰ চাৰিভাগৰ তিনিভাগ খোৱা-মেলাৰ খৰচৰ বাবদ কাটি ৰাখি বাকীখিনি তেওঁলোকৰ নামত জমাৰখাৰ ব্যৱস্থা কৰা হ'ল। চাওঁতে চাওঁতে গৃহযুদ্ধৰ কালছোৱাত আৰু আনকি পাছতো এই বাধ্যতামূলক শ্ৰম শিবিৰবোৰ চভিয়েট অৰ্থনীতিৰ এটা গুৰুত্বপূৰ্ণ অংশ হৈ পৰিল আৰু এই বন্দী শ্ৰমেৰে ৰাষ্ট্ৰই বহুত ডাঙৰ ডাঙৰ কাম অকাতৰে সম্পন্ন কৰোৱাই ললে।

এনেদৰেই এটা ভাল উদ্দেশ্য লৈয়েই জন্ম হ'ল কুখ্যাত 'গুলাগ'ৰ। উপযুক্ত ন্যায়িক নীতি-নিয়ম, ব্যৱস্থাপনা আৰু এইবোৰৰ ৰূপায়নৰ অবিহনে এই ব্যৱস্থা চভিয়েট সমাজৰ এটা কদৰ্য ক্ষতৰ দৰে হৈ পৰিল। আজি 'পেৰেষ্ট্ৰইকাৰ' পাছত এই বিষয়ে সবিশেষ তথ্য প্ৰকাশ পাইছে আৰু এই তথ্যই, এই ব্যৱস্থাৰ অনৈতিকতাই সভ্যজগতক শিহৰাই তুলিছে। দেশৰ ব্যাপক নাগৰিকক এনেদৰে বাধ্যতামূলকভাৱে শ্ৰমশোষণৰ অধীন কৰা কাৰ্যই চভিয়েট ৰাষ্ট্ৰৰ নৈতিক ভিত্তিকেই দুৰ্বল কৰি পেলালে।

ইয়াৰ উপৰিও সেই সময়ত সেনাবাহিনীত মকবল কৰাৰ দৰে বাধ্যতামূলক-ভাৱে সাধাৰণ নাগৰিক সকলকো শ্ৰমবাহিনীত মকবল কৰা হ'ল। বিৰাট বিৰাট

এনে শ্ৰম বাহিনীয়ে ৰেল লাইনৰ পৰা শীতকালি বৰফ আঁতৰোৱাৰ পৰা আৰম্ভ কৰি সকলোধৰণৰ শ্ৰমসাপেক্ষ কামবোৰ কৰিবলৈ ধৰিলে। গৃহযুদ্ধ শেষ হোৱাৰ পাছত এনে অসামৰিক শ্ৰমবাহিনীবোৰ নাইকিয়া হ'ল যদিও বাধ্যতামূলক শ্ৰম শিবিৰবোৰ থাকি গ'ল।

মেনচেভিকসকলে এনে বাধ্যতামূলক শ্ৰম ব্যৱস্থাৰ ঘোৰ বিৰোধিতা আৰম্ভ কৰিলে আৰু এক আদৰ্শগত্মক বিতৰ্কও আৰম্ভ কৰিলে। তেওঁলোকে শ্ৰমক সকলোধৰণৰ বান্ধোনৰ পৰা মুক্ত কৰি দিবলৈ আহ্বান জনালে। ট্ৰেড ইউনিয়নৰ স্বাধীন অৱস্থান আৰু ইয়াৰ যৌথ দৰ-দামৰ ভূমিকা পূৰ্ণ প্ৰৱৰ্তনৰ বাবে আপীল কৰিলে। বলচেভিকসকলে ক'লে যে এনে মতাদৰ্শ হ'ল বুৰ্জোৱাৰ কথা। পুঁজিবাদী সমাজত শ্ৰমক পণ্যলৈ ৰূপান্তৰ কৰি ইয়াক কিনা-বেচা কৰা হয়। শ্ৰম মুক্ত বুলি এক অলীক ধাৰণাৰ সৃষ্টি কৰে। পুঁজিবাদী ব্যৱস্থাত য'ত শ্ৰমিকে পেটৰ ভাত মুঠিৰ বাবে শ্ৰম বিক্ৰী কৰিবলৈ বাধ্য, তাত শ্ৰম মুক্ত হ'ব নোৱাৰে। সমাজবাদী সমাজতহে শ্ৰম প্ৰকৃততে স্বাধীন হ'ব পাৰে। শোষণৰ পৰা ই মুক্ত হৈ পৰে, বজাৰৰ পণ্য বস্তুলৈ ৰূপান্তৰিত হোৱাৰ পৰা নিস্তাৰ পায়। সেয়ে সমাজবাদী সমাজ গঢ়িবলৈ আৰু এনে সমাজত বিনামূলীয়া বাধ্যতামূলক শ্ৰম প্ৰয়োজন আৰু ইয়েই সমাজবাদী সমাজৰ বুনিয়াদ ৰচনা কৰে। শ্ৰমিক ৰাষ্ট্ৰ শ্ৰমৰ মালিক, ৰক্ষক আৰু মুক্ত কৰোতা সংগঠন সেয়ে শ্ৰম কৰিবলৈ অমান্তি হ'লে ৰাষ্ট্ৰৰ শাস্তিদান কৰাৰ অধিকাৰো আছে। মেনচেভিকসকলৰ লগত হোৱা এই বিতৰ্কত ট্ৰটস্কিয়ে শ্ৰম সম্পৰ্কে বলচেভিক দলৰ আদৰ্শ স্পষ্টকৈ উত্থাপন কৰে।

পুঁজিবাদী বৈষয়িক উৎসাহ জনোৱা বা নগদ ধনেৰে পুৰস্কৃত কৰাৰ ব্যৱস্থাৰ পৰিৱৰ্তে অধিক শ্ৰমৰ বাবে বৈপ্লৱিক চেতনা জাগ্ৰত কৰাৰ ওপৰত বলচেভিক-সকলে গুৰুত্ব প্ৰদান কৰে। যুদ্ধৰ কালছোৱাত এনে বৈপ্লৱিক চেতনা জাগৰণ কৰি কাম কৰোৱাত কোনো অসুবিধা নাছিল। কিন্তু, পাছতো বৈষয়িক উদ্‌গনী দান ব্যৱস্থাৰ পৰিৱৰ্তে একে ব্যৱস্থা চালু ৰাখিবলৈ চেষ্টা কৰাত চভিয়েট অৰ্থনীতিৰ গতি স্তিমিত হৈ পৰিবলৈ আৰম্ভ কৰে। ইয়াৰ লগতে অতিকেন্দ্ৰীভূত আমোলাতান্ত্ৰিক নিয়ন্ত্ৰণে সৃষ্টি কৰা দক্ষতাহীনতাই চভিয়েট অৰ্থনীতিলৈ স্থবিৰতা কঢ়িয়াই আনে। সেয়া অৱশ্যে পিছৰ অধ্যায়।

এয়ে আছিল যুদ্ধকালীন সাম্যবাদৰ ৰূপ। গৃহযুদ্ধৰ পৰিস্থিতিত বহুক্ষেত্ৰত প্ৰয়োজনত আৰু বহুক্ষেত্ৰত পৰিকল্পিতভাৱে লোৱা এই ব্যৱস্থা সমূহে দেশৰ সমগ্ৰ শিল্প অৰ্থনীতি আৰু কৃষিব্যৱস্থাক যুদ্ধকালীন সংকট সমাধানৰ বাবে কেন্দ্ৰীভূত কৰি ব্যৱহাৰ কৰাৰ বাট উলিয়াই দিছিল। এনে কঠোৰ পদক্ষেপ গ্ৰহণ কৰিহে চভিয়েট ৰাষ্ট্ৰই পৰিস্থিতিৰ মোকাবিলা কৰিব পাৰিছিল, জয়ী হৈছিল গৃহযুদ্ধত। কিন্তু ইয়াৰ বাবে চভিয়েট ৰাষ্ট্ৰৰ

জনসাধাৰণে অসীম মূল্য দিব লগীয়া হৈছিল। ত্যাগ কৰিব লগীয়া হৈছিল প্ৰচুৰ। সমাজত এনে ব্যৱস্থাবোৰে বহু অবাঞ্জিত উত্তেজনা আৰু বিক্ষুব্ধিৰো জন্ম দিছিল। গৃহযুদ্ধৰ অন্ত পৰা সময়লৈ সমগ্ৰ দেশ জুৰি অভাৱ, অনাটন আৰু বিক্ষুব্ধিৰ ঢৌ উঠিছিল। এই পৰিস্থিতিত যুদ্ধকালীন সাম্যবাদৰ কঠোৰ নীতি-নিয়মবোৰৰ সময়ৰ লগত খাপ খোৱাকৈ আমূল পৰিৱৰ্তন কৰি ল'ব লগীয়া হৈছিল। লেনিনৰ নেতৃত্বত বলচেভিক দলে নেপ—NEP—New Economic Policy—নতুন অৰ্থনৈতিক নীতি গ্ৰহণ কৰি ঠিক তাকেই কৰিবলৈ যত্ন কৰিছিল।

যুদ্ধকালীন সাম্যবাদৰ প্ৰচণ্ড কষ্ট-ক্লেশে দেশৰ চাৰিওফালে জন্ম দিয়া বিক্ষুব্ধিৰ উদ্‌গিৰণ ঘটিল পেট্ৰোগ্ৰেড নগৰীৰ কাষৰ ঐতিহাসিক ক্ৰণ্ডষ্টাড্‌ট নৌ ঘাটিত হোৱা বিদ্ৰোহত। চৰকাৰৰ অৰ্থনৈতিক আৰু ৰাজনৈতিক নীতিৰ বিৰুদ্ধে নৈৰাজ্যবাদীসকলৰ নেতৃত্বত এই বিদ্ৰোহ হৈছিল। ইয়াৰ উপৰিও ইউক্ৰেন আৰু টমবভ এলেকাত এলানি কৃষক বিদ্ৰোহো সেই সময়ত সংঘটিত হ'ল। লেনিনে এইবাৰ বুজি পালে যে যুদ্ধকালীন সাম্যবাদৰ কঠোৰ নীতিবোৰৰ পৰিৱৰ্তন কৰাৰ সময় আহি গৈছে। গৃহযুদ্ধত বিজয়ৰ পাছত এতিয়া শান্তিৰ সময়ৰ লগত ৰজিতা খোৱাকৈ অৰ্থনৈতিক সংস্কাৰ কৰাটো জৰুৰী।

১৯২১ চনৰ মাৰ্চ মাহত বলচেভিক দলৰ শেষ কংগ্ৰেছত লেনিনে পোন প্ৰথম বাৰৰ বাবে এই সংস্কাৰ কাৰ্যসূচীৰ আৰম্ভণ ঘটালে। প্ৰথমে তেওঁ কৃষিৰ ক্ষেত্ৰত বাধ্যতামূলকভাৱে শস্য সমৰ্পণৰ প্ৰথা ৰদ কৰি উৎপন্নৰ এক দশমাংশ কৰ হিছাপে দিব লগা নিয়ম প্ৰৱৰ্তন কৰিলে। এয়ে আছিল আৰম্ভণি। ইয়াৰ পিছপে পৰা লেনিনৰ উদ্যোগত অৰ্থনৈতিক সংস্কাৰৰ এলানি বিস্তৃত কাৰ্যসূচী হাতত লোৱা হ'ল। এইলানি কাৰ্যসূচীকেই নতুন অৰ্থনৈতিক নীতি—New Economic Policy-সংক্ষেপে নেপ N.E.P. বোলা হয়।

এই সংস্কাৰ একেবাৰে নিৰ্বিৰোধ হোৱা নাছিল। যুদ্ধকালীন সাম্যবাদৰ অধীনত উৎপাদন আৰু বিতৰণ ব্যৱস্থা ৰাষ্ট্ৰৰ অধীনত চৰম কেন্দ্ৰীকৰণ ঘটোৱা আৰু আগৰ বুৰ্জোৱা তথা সামন্তীয় অৰ্থ আৰু শ্ৰম সম্পৰ্কৰ অৱলুপ্তিক কমিউনিষ্ট দলৰ ভিতৰৰ এটা বৃহৎ অংশই সমাজবাদলৈ উত্তৰণৰ একমাত্ৰ কাৰ্যকৰী পথ হিছাপে গণ্য কৰিছিল। নেপৰ সংস্কাৰবোৰক তেওঁলোকে সাময়িকভাৱে সাম্যবাদী পথ পৰিত্যাগ কৰি ধনতান্ত্ৰিক বা পুঁজিবাদী ব্যৱস্থাৰ পুনৰ প্ৰৱৰ্তন বুলি ভাবিছিল। এটা কথা ঠিক যে এই সংস্কাৰত নিশ্চিতভাৱে কেতবোৰ পুঁজিবাদী ফৰ্ম বা ৰূপ আৰু ব্যৱস্থা গ্ৰহণ কৰা হৈছিল। বজাৰ বা বিপণি অৰ্থনীতিকো ( Market economy ) যথেষ্ট প্ৰোৎসাহন দিয়া হৈছিল। কিন্তু সমাজবাদৰ স্তৰত এইবোৰ যে প্ৰয়োজন সেইটো তেতিয়াই অনুভূত

হৈছিল। কিন্তু, কিমানদৰে আৰু কেনেকৈ এইবোৰ সমাজবাদী ব্যৱস্থাৰ লগত সামঞ্জস্যপূৰ্ণ কৰি মিলাই ল'ব পৰা যাব সেই বিতৰ্ক তেতিয়াৰ পৰা বৰ্তমান যুগলৈ চলি আছে। লেনিনৰ সময়ত আৰম্ভ কৰা সেই পৰীক্ষা-নিৰীক্ষাৰ আজিও অৱসান ঘটা নাই। কিন্তু লেনিনৰ স্বল্প ৰাজত্বকালতে সেই সময়ত এই ব্যৱস্থাবোৰক প্ৰয়োজনীয় সংস্কাৰ বুলি ভবাতকৈ অৰ্থনৈতিক দুৰাৱস্থা পাৰ কৰিবলৈ লোৱা কেতবোৰ সাময়িক ব্যৱস্থা বুলিহে গণ্য কৰিছিল। নীতিগত দিশৰ পৰা এইবোৰ গ্ৰহণ কৰাৰ পৰিবৰ্তে সম্পূৰ্ণ কৌশলগত দিশৰ পৰাহে এই ব্যৱস্থাবোৰ বিবেচনা কৰা হৈছিল। সেয়ে ইয়াৰ কিছুদিনৰ পিছত লেনিনৰ মৃত্যু হোৱাত ষ্টেলিনকে ধৰি তেওঁৰ অনুগামীসকলে নেপৰ কাৰ্যসূচী বাদ দি অতি কেন্দ্ৰীভূত আমোলানিৰ্ভৰ সম্পূৰ্ণ ৰাষ্ট্ৰায়ত্ত খণ্ডৰে সমাজবাদী অৰ্থনীতি গঢ়িবলৈ লাগিল। সেয়া সুকীয়া এক অধ্যায়।

লেনিনেও বহুসময়ত, বিশেষকৈ প্ৰথম অৱস্থাত, 'নেপৰ' ব্যৱস্থাৱলীক কৌশলগত দিশৰ পৰাই লক্ষ্য কৰিছিল যদিও ক্ৰমান্বয়ে তেওঁ এই সংস্কাৰৰ দীৰ্ঘম্যাদী ৰাজনৈতিক আৰু অৰ্থনৈতিক প্ৰয়োজনীয়তা সম্পৰ্কে বুজি পাইছিল। বৰঞ্চ, ক্ৰমে তেওঁ ইয়াক নীতিগত দিশৰ পৰাহে বিবেচনা কৰিবলৈ লৈছিল বুলি আজি ধৰিব পৰা যায়। সংগতভাৱেই এই কথা অনুমান কৰিব পাৰি যে লেনিন যদি আৰু দহটা বছৰ জীয়াই থাকিলহেঁতেন তেতিয়াহ'লে চভিয়েট সমাজৰ অৱস্থাই সুকীয়া হ'লহেঁতেন। এয়াও অৱশ্যে অনুমানৰ কথাহে। যি নহওক, তেওঁ এটা কথা বুজিছিল যে যিখন দেশৰ ৮৫ শতাংশ লোক পশ্চাৎপদ কৃষিৰ লগত জড়িত সেইখন দেশত কৃষকৰ স্বাৰ্থৰ কিছু সুৰক্ষা নিদিয়াকৈ কেৱল শ্ৰমিক-সৰ্বহাৰাৰ ঔদ্যোগিক বিপ্লৱ একমাত্ৰ কেন্দ্ৰীকৰণৰ দ্বাৰা ঘটোৱা নাযায়। বিৰোধিতা অহা সত্ত্বেও লেনিনে এই সংস্কাৰৰ কাৰ্যসূচী পাৰ্টিৰ দশম কংগ্ৰেছত গৃহিত কৰাবলৈ সক্ষম হ'ল। ১৯২১ চনৰ ৯ আগষ্টৰ দিনা এক অধ্যাদেশৰ জৰিয়তে এই কাৰ্যসূচীৰ এক বিস্তৃত তালিকা প্ৰকাশ কৰা হ'ল।

কৃষিৰ ক্ষেত্ৰত বাধ্যতামূলক শস্য সংগ্ৰহৰ ব্যৱস্থা বন্ধ কৰি উৎপাদনৰ এক দশমাংশ কৰ হিচাপে ধাৰ্য কৰা হ'ল। এই কৰ খেতিয়কসকলে উৎপাদিত শস্যৰে পৰিশোধ কৰিব পৰা হ'ল। এক নিৰ্দিষ্ট অংশ চৰকাৰক বিক্ৰী কৰাৰ পাছত বাকীখিনি উদ্বৃত্ত মুকলি বজাৰত বিক্ৰী কৰাৰো অনুমতি দিয়া হ'ল। অনুসাংগিকভাৱে দেশৰ অভ্যান্তৰত এখন মুকলি বজাৰৰ অনুমতি দিয়া হ'ল। ফলত সৰু সুৱা খেতিয়ক, বেপাৰী, দোকানী আৰু উদ্যোগীৰ এখন ব্যাপক অভ্যান্তৰিণ বজাৰ গঢ়ি উঠিল। চাওঁতে চাওঁতে এনে বহু লোক বেছ ধনী হৈও পৰিবলৈ ধৰিলে। বহু কমিউনিষ্ট আৰু সংগঠিত শ্ৰমিকসকলে

কিন্তু শ্ৰমিক বাৰ্গ এখনত এনেধৰণৰ সুবিধাভোগী শ্ৰেণী এটা গঢ়ি উঠাটো ভাল চকুৰে চোৱা নাছিল।

উদ্যোগৰ ক্ষেত্ৰতো কেইবাটাও নতুন সংস্কাৰৰ পদক্ষেপ লোৱা হ'ল। ট্ৰেড ইউনিয়নবোৰক মজুৰী বৃদ্ধিৰ বাবে দৰদাম কৰাৰ অধিকাৰ দিয়া হ'ল আৰু শ্ৰমিকসকলক নিৰ্দিষ্ট সময়তকৈ বেছি কাম কৰিলে ওপৰঞ্চি ভাট্টা দিয়াৰ নিয়ম কৰা হ'ল। খাদ্য কুপনৰ পৰিবৰ্তে শ্ৰমিকসকলৰ মজুৰী আৰু বেতন নগদ ধনেৰে দিয়াৰ ব্যৱস্থাও কৰা হ'ল। ইয়াৰ উপৰিও বিদেশী পুঁজি বাণিজ্যত বিনিয়োগ কৰাৰ বাটো মুকলি কৰি দিয়া হ'ল। যদিও বৈদেশিক বাণিজ্যৰ ক্ষেত্ৰত ৰাষ্ট্ৰৰ একচেটিয়া ক্ষমতা অটুট ৰখা হ'ল তথাপিও নিৰ্বাচিত কিছু উদ্যোগক প্ৰত্যক্ষভাৱে বিদেশৰ লগত যোগাযোগ কৰাৰ অনুমতি প্ৰদান কৰা হ'ল।

যুদ্ধকালীন সাম্যবাদৰ সময়ত পুঁজিবাদী অৰ্থনীতিৰ সকলোধৰণৰ অনুষ্ঠান-প্ৰতিষ্ঠান, যেনে—বেংক, ইয়াৰ যাৱতীয় লেনদেন, ঋণদান তথা চেক আদিৰ বিলুপ্তি সাধন কৰা হৈছিল। বাজেটৰ ঘাটি পূৰণ কৰা হৈছিল মুদ্ৰাস্ফীতিৰ লগত বাজিতা খুৱাই কাকতৰ টকাৰ অধিক প্ৰচলন কৰি। ফলত চভিয়েট কাকতৰ টকাৰ প্ৰায় মূল্যহীন হৈ পৰিছিল। এতিয়া অৰ্থনৈতিক সংস্কাৰৰ লগত বাজিতা খুৱাই বেংক ব্যৱস্থা আকৌ প্ৰচলন কৰাতো প্ৰয়োজন হৈ পৰিল। যুদ্ধকালীন শিক্ষাৰ প্ৰভাৱে এইবাৰ ফেডাৰেল ষ্টেট বেংক প্ৰতিষ্ঠা কৰা হ'ল আৰু এই বেংকক নিজস্ব টকা ছপাই প্ৰচলন কৰাৰ অনুমতিও দিয়া হ'ল। ৰাজস্ব প্ৰশাসনৰ সংস্কাৰ ঘটাই কৰ ব্যৱস্থা সুষম কৰা হ'ল আৰু কৃষকসকলৰ উপৰিও চহৰ নিবাসী সকলোকে এক প্ৰত্যক্ষ আৰু পৰোক্ষ কৰ ব্যৱস্থাৰ অধীন কৰা হ'ল। উৎপাদিত বস্তুবস্তুৰে কৰ দিয়াৰ ব্যৱস্থাৰ অৱসান ঘটাই নগদ টকাৰে কৰ দিয়া প্ৰথা প্ৰৱৰ্তন কৰা হ'ল।

দেশৰ অভ্যান্তৰিণ অৰ্থনীতিৰ ক্ষেত্ৰতো, বিশেষকৈ শিল্প-উদ্যোগ, বেহা-বেপাৰ, কৰ্মসংস্থান, যাতায়ত আদিত বৈপ্লৱিক ৰূপান্তৰ ঘটোৱা হ'ল। নগদ বেতন ব্যৱস্থাৰ প্ৰৱৰ্তনৰ লগতে প্ৰতিটো উদ্যোগ প্ৰতিষ্ঠান বছৰি জমাখৰচৰ হিছাপ দিয়াতো বাধ্যতামূলক কৰি তোলা হ'ল। হিছাপ ৰক্ষা আৰু পৰীক্ষাতো নতুন আৰু সহজ নীতি প্ৰৱৰ্তন কৰা হ'ল; ৰেল, বাছ আদিৰ ভাৰা লগোৱা হ'ল। তেল, কয়লা, কপাহ আদি প্ৰধান শিল্পবোৰৰ একো একোটা ন্যাস গঠন কৰা হ'ল আৰু এইবোৰক প্ৰত্যক্ষভাৱে দেশৰ ভিতৰত আৰু কেতিয়াবা বিদেশৰ লগতো বেহা-বেপাৰৰ অনুমতি দিয়া হ'ল।

কমিউনিষ্ট কঠোৰপন্থীসকলে এই ব্যৱস্থাবোৰক পুঁজিবাদৰ যুগলৈ প্ৰত্যাৱৰ্তন বুলি সমালোচনা কৰিছিল। কিন্তু গভীৰভাৱে চালে দেখা যায় যে এইবোৰত বহুপৰিমাণে পুঁজিবাদী উপাদান আৰু ৰূপ থাকিলেও দৰাচলতে

পুঁজিবাদলৈ প্ৰত্যাবৰ্তনৰ নিচিনা পোনপটীয়া কথা এইবোৰ নহয়। বৰঞ্চ গৃহযুদ্ধ আৰু বিদেশী হস্তক্ষেপে থান্‌বান্‌ কৰি পেলোৱা চভিয়েট অৰ্থব্যৱস্থাক পুনৰ সঞ্জীৱিত কৰি তোলাৰ বাবে এইবোৰ অতি কাৰ্যকৰী আৰু দ্ৰুত ফলদায়ক পদক্ষেপহে আছিল। 'নেপ' সংস্কাৰৰ চাৰি বছৰৰ ভিতৰতে চভিয়েট ইউনিয়নৰ কৃষি অহা উৎপাদন বিপ্লৱৰ আগৰ কালৰ সমান হৈ গ'ল। কৃষি আৰু খাদ্য যোগানৰ ক্ষেত্ৰত অৱস্থাৰ দ্ৰুত অৱনতিয়ে খাদ্যাভাৱ আৰু দুৰ্ভিক্ষৰ আশংকা নাইকিয়া কৰিলে। চভিয়েট টকাৰ ( ৰুবল ) মান পুনৰ সোণৰ বিনিময়ত স্থিৰ কৰি সুস্থিৰ কৰা হ'ল আৰু দেশৰ চৌদিশে সমৃদ্ধি আৰু আশাৰ বাতাৱৰণৰ সৃষ্টি কৰিলে। বৈদেশিক সম্পৰ্ক আৰু ব্যৱসায় বাণিজ্যৰো এই যুগতেই অভূতপূৰ্ব বিকাশ ঘটিল।

কিন্তু ইয়াৰ আন কেতবোৰ দিশো নথকা নহয়। এই সংস্কাৰে বিপ্লৱৰ সময়ত বিলোপসাধন কৰা ব্যক্তিগত সম্পত্তিক আকৌ এবাৰ অপ্ৰত্যক্ষভাৱে স্বীকৃতি দিলে। আৰু নতুনকৈ লাভ কৰা মুক্ত ব্যৱসায়-বাণিজ্যৰ সুবিধা লৈ গাঁও অঞ্চলত ধনী খেতিয়ক কুলাক শ্ৰেণী আৰু চহৰ অঞ্চলৰ ব্যৱসায়ী বুৰ্জোৱাৰ নতুন এটা স্তৰৰ আবিৰ্ভাৱ ঘটিল। এওঁলোকক 'নেপ মেন' বুলি কোৱা হয়। এনেদৰে সমাজৰ একাংশ লোকে ব্যক্তিগত ধন-সম্পত্তি আহৰণ কৰাতো মাৰ্ক্সবাদী সমাজবাদৰ আদৰ্শৰ লগত খাপচাৰা হোৱাৰ দৰে হৈ পৰিল। লেনিনৰ জীৱন কালতেই ইয়াৰ প্ৰতি কমিউনিষ্ট দলৰ মাজতে বিৰোধিতা বাঢ়ি আহিল। নতুন ধনী 'নেপ মেন' সকলৰ উপাৰ্জনৰ ওপৰত তেতিয়াই যথেষ্ট পৰিমাণে কৰ-কাটল লগোৱা হ'ল। ক্ৰমে অৰ্থনৈতিক সুস্থিৰতা উভটি অহাৰ লগে লগে ব্যক্তিগত খণ্ডৰ উদ্যোগৰ বিপৰীতে ৰাজহুৱা আৰু ৰাষ্ট্ৰায়ত্ত খণ্ডক অধিক গুৰুত্ব প্ৰদান কৰাতো আৰম্ভ হ'ল। এনে সময়তেই লেনিনৰ মৃত্যু হ'ল। তেওঁৰ মৃত্যুৰ পাছত ট্ৰট্‌স্কি আৰু ষ্টেলিনে ব্যক্তিগত উদ্যোগক নাইকিয়া কৰি ক্ৰমে সকলো উৎপাদন আৰু অৰ্থনৈতিক কৰ্ম-কাণ্ড ৰাষ্ট্ৰৰ হাতলৈ লৈ অহাৰ প্ৰক্ৰিয়াটো আৰম্ভ কৰিলে। সমাজবাদী অৰ্থনীতিত ব্যক্তিগত উদ্যোগৰ স্থান সম্পৰ্কীয় গুৰুত্বপূৰ্ণ পৰীক্ষা আৰু বিতৰ্কৰো প্ৰকৃতপক্ষে লেনিনৰ মৃত্যুৰ লগে লগে অন্ত পৰিল। ষ্টেলিনৰ নেতৃত্বত 'কামাণ্ড' অৰ্থনীতি গঢ়ি তোলাৰ প্ৰক্ৰিয়া এইবাৰ আৰম্ভ হ'ল।

এটা অধ্যায়ৰ যৱনিকা পৰিল। গৃহযুদ্ধত বিজয়লাভ, যুদ্ধকালীন সাম্যবাদ আৰু নতুন অৰ্থনৈতিক নীতিৰ পৰীক্ষাৰ লগে লগে বিপ্লৱৰ মূল অধ্যায়ৰ অন্ত পৰিল। ইয়াৰ পিছৰ কালছোৱা হ'ল চভিয়েট জীৱন যাত্ৰাৰ নিৰ্মাণৰ কাহিনী। সেয়া সম্পূৰ্ণ সুকীয়া এক অধ্যায়।

—( ● )—